# কটনিয়ানৰ নিৰ্বাচিত গল্প

প্ৰথম খণ্ড

সম্পাদক

শ্ৰীপ্ৰশান্ত কুমাৰ মহন্ত

মুখ্য সহযোগী সম্পাদক

শ্ৰীবিমান বৰুৱা



কটন কলেজ সাহিত্য সভা, গুৱাহাটী

ই,ডেন্টচ্ ইপচ. গুৱাহাটী-৭৮১০০১

প্ৰকাশক :
শ্ৰীনৰেন্দ্ৰ চন্দ্ৰ দত্ত
ষ্টুডেণ্টচ্ ষ্টʼৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১

পৰিবেশক :
ভাৰতী বুক ষ্টল
জি. এফ. ৰোড
গোলাঘাট-৭৮৫৬২১

প্ৰচ্ছদ ও অলংকৰণ :
পূৰ্ণেন্দু পত্ৰী

প্ৰথম প্ৰকাশ :
ডিচেম্বৰ, ১৯৮৮

মূল্য : ৫০·০০ টকা

মুদ্ৰাকৰ :
শ্ৰীতাপস কুমাৰ দলুই
পান্নালাল এণ্ড কোং
২৮বি, অবিনাশ ঘোষ লেন
কলিকতা-৬



## সম্পাদনা সমিতি

ড° কমলেন্দুদেৱ ক্ৰোৰী, মুখ্য উপদেষ্টা
ড° ৰামচৰণ ঠাকুৰীয়া, উপদেষ্টা
অধ্যাপক পৱন কুমাৰ বৰুৱা. উপদেষ্টা
অধ্যাপক তীৰ্থনাথ বৰকটকী, সভাপতি
শ্ৰীপ্ৰশান্ত কুমাৰ মহন্ত. সম্পাদক
শ্ৰীবিমান বৰুৱা. মুখ্য সহযোগী সম্পাদক

### সদস্যসকল

যোগেন্দ্ৰনাথ তালুকদাৰ, চমছেৰ আলি,
বিভা ভৰালী, অমৰজ্যোতি তাঁতী,
হিমন্তবিশ্ব শৰ্মা, মুকুটলোচন কলিতা

# আ[illegible]কথা

'কটনিয়ানৰ নিৰ্বাচিত গল্প'—কট[illegible] ম[illegible]বিদ্যালয়ৰ মুখপত্ৰ '[illegible]ান'ত প্ৰকাশিত উনত্ৰিশটা গল্পৰ এটি সং[illegible] [illegible] ১৯৭৬ চনলৈকে—এই চৌৱাল্লিশটা বছৰৰ ভিতৰত একুৰিৰো [illegible] 'কটনিয়ান'ত প্ৰকাশ পোৱা বৰ্তমান অসমীয়া ভাষা-সাহিত্যৰ ভালেকেইজন যশস্বী গল্পকাৰৰ ৰচনাক ইয়াত ঠাই দিয়া হৈছে যদিও এই সংকলনৰ প্ৰসংগত এটা কথা আৰম্ভণিতেই জনাই থোৱাটো উচিত হ'ব যে সংকলনটো যুগুত কৰোঁতে অসমীয়া গল্প সাহিত্যৰ বিৱৰ্তিত যুগ-বিভাজনৰ কথা সমূলি চিন্তা কৰা হোৱা নাই, আৰু গল্পসমূহৰ বাছনিৰ ক্ষেত্ৰত শ্ৰেষ্ঠত্বৰ বিচাৰৰ কথাও অলপো মনলৈ অনা হোৱা নাই। ইয়াত অন্তৰ্ভুক্ত কৰা গল্প আৰু গল্পকাৰসকলক বিবেচনা কৰা হৈছে কেৱল 'কটনিয়ান'ৰ গল্প আৰু গল্পকাৰ হিচাপেহে। এই প্ৰসংগতে আৰু এটা কথা কৈ থোৱাটো সমীচীন হ'ব যে দুই-এক ক্ষেত্ৰত সুপ্ৰতিষ্ঠিত গল্পকাৰ দুই-এজনৰ বিশেষৰূপে পৰিচিত দুই-এটি প্ৰসিদ্ধ গল্পকো এই সংকলনৰ বাহিৰত ৰাখি আপেক্ষিকভাৱে কম পৰিচিত দুই এটি গল্পহে ইয়াত সন্নিবিষ্ট কৰা হৈছে। সেই কামটো অৱশ্যে আমাৰ জ্ঞাত ভাৱেই হোৱা। কাৰণ সুপ্ৰতিষ্ঠিত লেখকসকলৰ কম প্ৰচাৰিত গল্পৰাজি আৰু সেই সমূহৰ বৈশিষ্ট্যৰ লগত সৰ্বসাধাৰণ পাঠকক কিছু পৰিচয় কৰাই দিয়াটোও আমাৰ এই সংকলন প্ৰকাশৰ আন এটি লক্ষ্য।

অসমত উচ্চ শিক্ষাৰ প্ৰচাৰ আৰু বৌদ্ধিক বাতাৱৰণ সৃষ্টিৰ ক্ষেত্ৰত কটন মহাবিদ্যালয়ৰ দান যিদৰে অবিস্মৰণীয়, অসমীয়া ভাষা-সাহিত্যৰ চৰ্চা আৰু প্ৰসাৰৰ ক্ষেত্ৰত 'কটনিয়ান'ৰ বৰঙণিয়ো সেইদৰেই পাহৰিব নোৱাৰোঁ। বৰ্তমান সময়ৰ যিসকল প্ৰথিতযশা সাহিত্যিকৰ বৰঙণিৰে অসমীয়া ভাষা-সাহিত্য বিশেষৰূপে সমৃদ্ধিশালী হৈ পৰিছে —সেইসকলৰ

ভিতৰত বেচ বুজন সংখ্যক লেখকৰ সাহিত্যিক জীৱনৰ স্ফুৰণ ঘটিছিল এই মুখপত্ৰখনৰ যোগেদি, আৰু দুই-এজনৰ জীৱনৰ উল্লেখনীয় কীৰ্তিও প্ৰকাশ পাইছিল ইয়াৰ পাততে। সেয়ে, অসমীয়া সাহিত্যৰ বিজ্ঞানসম্মত বিচাৰ-বিশ্লেষণ আৰু পূৰ্ণাংগ ইতিহাস ৰচনাৰ ক্ষেত্ৰতো কটনিয়ানখনিৰ প্ৰয়োজন অপৰিহাৰ্য। আমাৰ কটন কলেজ সাহিত্য সভাৰ তৰফৰ পৰা প্ৰকাশ কৰিবলৈ লোৱা 'কটনিয়ান'ৰ এই গল্প সংকলনটোৱে কিছু পৰিমাণেও সুধী সমাজৰ সমাদৰ লাভ কৰা বুলি জানিব পাৰিলে আন আন গল্পকাৰসকলকো সামৰি ইয়াৰ দ্বিতীয় সংকলনটো সোনকালে ৰাইজৰ মাজত বিলাবলৈ আমি উৎসাহিত হ'ম আৰু ভৱিষ্যতলৈ 'কটনিয়ান'ৰ অন্যান্য বিশিষ্ট সম্পদ সমূহকো ভাগে ভাগে থুপ খুৱাই প্ৰকাশ কৰিবলৈ প্ৰেৰণা পাম।

সামৰণিত অৱশ্যে, এটা কথা পুনৰ কৈ যোৱাটো আমি প্ৰয়োজনীয় বুলি অনুভৱ কৰিছোঁ যে যিকোনো বাছনিৰ ক্ষেত্ৰতে বাছোঁতাৰ ৰুচিয়ে কিছু নহয় কিছু প্ৰভাৱ পেলায়। আমাৰ এই বাছনিও তাৰ ব্যতিক্ৰম নহ'ব নিশ্চয়। তাৰবাবে আগতীয়াকৈয়ে আমি মাৰ্জনা বিচাৰিলোঁ।

৭ নৱেম্বৰ, ১৯৮৮ — শ্ৰীৰামচৰণ ঠাকুৰীয়া

কটন কলেজ, গুৱাহাটী — সভাপতি

কটন কলেজ সাহিত্য সভা

# সম্পাদকৰ দুআষাৰ

চুটি গল্প সংকলন অসমীয়া সাহিত্যত কোনো নতুন কথা নহয়, কিন্তু এনেদৰে এখন শিক্ষানুষ্ঠানৰ মুখপত্ৰৰ পৰা কেৱল ছাত্ৰ গল্পকাৰৰ গল্পৰে সংকলনৰ প্ৰচেষ্টা বৰ্তমানলৈকে সম্ভৱতঃ বিৰল বুলিয়ে ক'ব পাৰি। ইয়াৰ গল্পকাৰসকল একেটা শ্ৰেণীতে অন্তৰ্ভুক্ত—কাৰণ তেখেতসকল আটাইয়ে কটন কলেজৰ ছাত্ৰ। তদুপৰি ইয়াত সন্নিৱিষ্ট চুটি গল্প সমূহৰ সংগ্ৰহৰ উৎসও একেটাই, কটনকলেজ মুখপত্ৰ 'কটনিয়ান' (আৰম্ভণিতে 'দি কটন কলেজ মেগাজিন')। সংকলন বুলিলেই পাঠকসকলৰ মনলৈ আহে তেখেতসকলৰ শ্ৰেষ্ঠ গল্পসমূহৰ কথা। কিন্তু আমাৰ এই সংকলনত সেই দৃষ্টিভংগী মনলৈ ইচ্ছাকৃতভাৱে ননাকৈয়ে কোনো ক্ষেত্ৰত আনকি কোনো লেখকৰ একমাত্ৰ গল্পটোও সংকলিত হৈছে।

কটন কলেজ সাহিত্য সভাৰ এই চুটিগল্প সংকলনটোৰ সন্দৰ্ভত ক'বলৈ যোৱাৰ আগতে কটন কলেজৰ বিষয়ে কিছু কথা উল্লেখ কৰাটো প্ৰাসংগিক হ'ব বুলি বিবেচনা কৰিছোঁ।

অসমীয়া ছাত্ৰই কটন কলেজ স্থাপনৰ পূৰ্বে অসমৰ বাহিৰলৈ গৈ উচ্চ শিক্ষা আহৰণ কৰাটো যেনেদৰে সঁচা, কলেজখন স্থাপনৰ পিছত ইয়ালৈ বিভিন্ন স্থানৰ পৰা বিভিন্ন জনগোষ্ঠীৰ ছাত্ৰ জ্ঞান আহৰণৰ বাবে ঢাপলি মেলাটোও ঐতিহাসিক সত্য। অনিবাৰ্যভাৱেই কটন কলেজ হৈ পৰিল সমষ্টিগত চিন্তাৰ কেন্দ্ৰস্থল। কঠোৰ শৃংখলাবোধ, নিয়মানুৱৰ্তিতা, সহাৱস্থান আৰু সচেতনতা কলেজখনৰ বাল্যকালৰ লগৰীয়া। সেয়েহে ই জন্ম দিছিল এক বিশেষ 'ট্ৰেডিচন'ৰ। শিক্ষানুষ্ঠানক কেন্দ্ৰ কৰি গঢ় লোৱা অনুকূল পৰিবেশে ছাত্ৰসকলক নতুন দিগন্তৰ সন্ধান দিলে। ক্ৰমান্বয়ে অসমৰ বৌদ্ধিক, শৈক্ষিক, ৰাজনৈতিক, সাহিত্য-সাংস্কৃতিক সকলো দিশতে নৱোন্মেষৰ সূচনা হ'ল, কটন কলেজৰ ছাত্ৰৰ চিন্তা-চৰ্চা,

কৰ্ম সচেতনতা আৰু নেতৃত্বই বিশেষভাৱে গুৰুত্ব লাভ কৰিবলৈ ধৰিলে। চতুৰ্থ দশকৰ এজন কটনিয়ানৰ ভাষাত "কটন কলেজৰ ছাত্ৰ বুলিলে বাটে-পথে, দোকানে-বজাৰে, আনকি ৰেল গাড়ীতো শ্ৰদ্ধা আৰু মৰমৰ চকুৰে চাইছিল।"

ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে কটনিয়ানে স্মৰণীয় কাৰ্যপন্থা হাতত লৈছিল। দ্বিতীয় মহাসমৰৰ বাবে কটন কলেজ আৰু জজ খেলপথাৰত যুদ্ধ-সাহাৰ্য প্ৰদৰ্শনীৰ আয়োজন কৰাত কটনিয়ানে ইয়াৰ বিৰুদ্ধে আন্দোলন কৰি অভূতপূৰ্ব ত্যাগ আৰু সাহসৰ পৰিচয় দিছিল। তাৰ ফলস্বৰূপেই বিয়াল্লিছৰ ছয় ডিচেম্বৰত বহুতো কটনিয়ানে লাঠীৰ আঘাত আৰু বেয়নেটৰ খোঁচত ঘূৰ্ণীয়া হ'ব লগাত পৰে। একে বছৰতে ভাৰত-বৰ্ষত অসহযোগ আন্দোলনৰ কাৰ্যসূচী ঘোষণা কৰা হয়। কিন্তু আন্দোলনৰ কোনো নিৰ্দিষ্ট আৰু পৰিকল্পিত কাৰ্যসূচী নাছিল। সেই কথা দূৰদৰ্শী কটনিয়ানে উপলব্ধি কৰিব পাৰিছিল আৰু সেয়ে সকলো ছাত্ৰই গাঁৱে-ভূঁয়ে আন্দোলনৰ কাৰ্যসূচী সফলৰ বাবে প্ৰণালীবদ্ধভাৱে চেষ্টা কৰিছিল। কিন্তু কটনিয়ানসকল সমসাময়িক প্ৰখ্যাত মুক্তি যোদ্ধাসকলৰ মতৰ অন্ধ অনুগামীও নাছিল। সেইকালতে অসমত বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ বীজ অংকুৰিত কৰিছিল কটনিয়ানে। বহুতে 'ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ নীতি আৰু কাৰ্যক সমালোচনা কৰিছিল; স্বাধীনতা আন্দোলন সম্পৰ্কত হতাশ হৈছিল, কিন্তু বিকল্প পথৰো সম্ভাৱনা নাছিল। এটা স্পৰ্শকাতৰ আৰু অস্থিৰ পৰিৱেশতো কটনিয়ানসকলে নিজস্ব চাৰিত্ৰিক বৈশিষ্ট্য অক্ষুণ্ণ ৰাখিবলৈ সক্ষম হৈছিল। এইচাম যুৱকেই পিছলৈ গুৱাহাটী বিশ্ববিদ্যালয়, আকাশবাণী, গুৱাহাটী কেন্দ্ৰ, উচ্চ ন্যায়ালয় আদি স্থাপনৰ ক্ষেত্ৰতো অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। দেশৰ স্বাধীনতাৰ পৰা আৰম্ভ কৰি ভাষা-সংস্কৃতিৰ দুৰ্যোগলৈকে সকলো ক্ষেত্ৰত এইচাম যুৱকে সাহস আৰু সচেতনতাৰ উদাহৰণ দি গৈছে। এনে দেখাৰ উদাহৰণ দিব পৰা যায়। আমি প্ৰতিনিধিত্বসূচক কেইটামান ঘটনাহে উল্লেখ কৰিলোঁ। সাহিত্যিক-ৰাজনীতিবিদ হেমবৰুৱাৰ ভাষাত জাতীয় জাগৰণ আৰু

বিপ্লৱী সত্বা উন্মেষৰ ক্ষেত্ৰত ইউৰোপত বিশেষকৈ জাৰ্মানীত বিশ্ববিদ্যালয় সমূহে যি ভূমিকা গ্ৰহণ কৰিছিল—সেই ভূমিকা কটন কলেজে পালন কৰিছিল অসমত। আমিও তেনে এক দৃষ্টিভংগীৰে কটন কলেজৰ সৃষ্টি এচাম সময় সচেতন যুৱকৰ চিন্তা-চৰ্চা তথা কৰ্মৰাজিৰ আভাস দিবৰ কাৰণেহে উক্ত বিষয়সমূহ উত্থাপন কৰিলোঁ।

কটন কলেজৰ বয়স একুৰি এবছৰ উকলি যোৱাৰ অন্তত্হে এখন মুখপত্ৰৰ জন্ম সম্ভৱ হয়। অৰ্থাৎ ১৯২২ চনৰ পহিলা ডিচেম্বৰত কটন কলেজৰ মুখপত্ৰ 'দি কটন কলেজ মেগাজিন'ৰ জন্ম হয়। অসমীয়া ভাষাৰ ছপা আখৰৰ অভাৱ আদিৰ বাবে ১৯২৮ চন পৰ্যন্ত সম্পূৰ্ণ ইংৰাজীত ছপা কৰা হয়। ১৯৩৩ চনত কটন কলেজৰ পৰিয়ালটোৰ সমূহ সদস্যক কাল:ভেদে সামৰি লৈ আজিৰ 'কটনিয়ান'লৈ ৰূপান্তৰিত হয়। 'দি কটন কলেজ মেগাজিন'ৰ পৰা 'কটনিয়ান'লৈ পৰিৱৰ্তিত হোৱালৈ মুখপত্ৰ সম্পাদনা কৰে চাৰিজন অধ্যাপকে—আৰ. চি. গফিন, এ.টি. চেটাৰ্জী, সূৰ্য কুমাৰ ভূঞা আৰু পি.জি. আব্ৰাহম। অসমীয়া বিভাগৰ তত্বাৱধায়কৰ দায়িত্বত আছিল দিবাকৰ গোস্বামী। 'কটনিয়ান'ৰ প্ৰথম ছাত্ৰ সম্পাদকদ্বয় আছিল—সুৰেশ চন্দ্ৰ ৰাজখোৱা আৰু ৰায়হান শ্বাহ। ১৯৩৫ চনৰ পৰা ইয়াক বছৰেকত দুবাৰকৈ প্ৰকাশ কৰা হয়। মহাযুদ্ধৰ বাবে 'কটনিয়ান'ৰ প্ৰকাশ বন্ধ হৈ গৈছিল যদিও ১৯৪২ চনৰ পৰা ইয়াৰ পুনৰ প্ৰকাশ হ'বলৈ ধৰে আৰু অসমীয়া বিভাগটো অধিক বলিষ্ঠ আৰু মানদণ্ডৰ লিখনিৰে পুষ্ট হৈ গুলাবলৈ ধৰে। তেতিয়াৰে পৰা 'কটনিয়ান' বাৰ্ষিক-ভাৱে প্ৰকাশ পায়। যুদ্ধোত্তৰ যুগৰ 'কটনিয়ান'ৰ পাতে পাতে অসমৰ ইতিহাস, কলা-সংস্কৃতি, ভাষা-সাহিত্যৰ উন্নতি অধোন্নতিৰ প্ৰতিফলন ঘটাব পৰাকৈ বৈচিত্ৰ্যপূৰ্ণ আৰু মানদণ্ডবিশিষ্ট লিখনী প্ৰকাশ পাবলৈ ধৰে। ছাত্ৰ শিক্ষক উভয়ে সময়ে সময়ে উৎকৃষ্ট সাহিত্য সম্ভাৰ আগবঢ়ায়।

'কটনিয়ান'ৰ প্ৰকাশৰ আগতে ছাত্ৰ-ছাত্ৰীৰ মানসিক উৎকৰ্ষ সাধন কৰিছিল এ.এচ এল ক্লাবৰ ১৯০৭ চনৰ পৰা প্ৰকাশিত 'সেউতী' নামৰ

এখন অসমীয়া আলোচনীয়ে। ইংৰাজীত প্ৰকাশিত 'মৰ্ণিং' আৰু বঙালীত প্ৰকাশিত 'অৰুণ' নামৰ অন্য দুখন হাতেলিখা আলোচনীও আছিল। অসম ছাত্ৰ সন্মিলন, অসমীয়া ভাষা উন্নতি সাধিনী সভা আদিয়ে কটন কলেজৰ পৰিয়ালৰ সদস্যসকলকহে আকৰ্ষণ কৰিছিল এনে নহয়, কলেজখনৰ বাহিৰৰ লোককো অনুৰক্ত কৰিছিল। অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'জন্মভূমি' আৰু 'মিলনে' অক্ষয় কীৰ্তিৰ চানেকি দেখুৱায়। এই আলোচনী দুখনৰ উৎকৰ্ষ সাধনৰ বাবে ভুবন মোহন সেন, সূৰ্য কুমাৰ ভূঞা, বাণীকান্ত কাকতি আদিৰ দৰে ব্যক্তিয়ে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে সেৱা আগবঢ়াইছিল। আলোচনী আৰু বাতৰি কাকতৰ মহাৰ্ঘৰ দিনত এনেবোৰ আলোচনীৰ অৱদান উল্লেখযোগ্য।

অন্যান্য কলা-সাংস্কৃতিক দিশৰ উন্নতিৰ বতৰা দিবলৈও কটন কলেজৰ ইতিহাস নিমাত নহয়। এ. এচ. এল. ক্লাব, ইংলিছ টিচাৰ্চ এচোছিয়েচন, টিচাৰ্চ এচোছিয়েচন অৱ কটন কলেজ আদি সংগঠনৰ একাণপতীয়া প্ৰচেষ্টাত সঘনে অনুষ্ঠিত আলোচনা চক্ৰ, বক্তৃতামালা নাট্যাভিনয় আদিয়ে কলেজৰ পৰিৱেশ সৃজনীমূলক কৰি ৰাখিছিল। ৰাষ্ট্ৰীয় তথা আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন বিজ্ঞানী, শিক্ষাবিদ আদিয়ে অংশগ্ৰহণ কৰা বিভিন্ন বক্তৃতামালা আৰু আলোচনা চক্ৰই সময়তকৈ আগবঢ়া চিন্তাৰ খোৰাক যোগাইছিল। 'ইংলিচ টিচাৰ্চ এচোছিয়েচন'ৰ দ্বাৰা পৰিবেশিত নাটকসমূহে আনন্দৰ খোৰাক যোগাইছিল বাৰুকৈয়ে। উল্লেখ কৰিব পাৰি যে, 'মাৰ্চেণ্ট অৱ ভেনিচ' নাটকৰ অভিনেতা-অভিনেত্ৰী সকলক প্ৰশিক্ষণ দিছিল স্বয়ং চুড্‌মাৰ্চন চাহাবে। এ. এচ. এল ক্লাবৰ উল্লেখযোগ্য ফচল-সমূহৰ ভিতৰত পোনতে মনলৈ আহে ডিম্বেশ্বৰ নেওগৰ 'অসমীয়া সাহিত্যৰ জিলিঙনি'ৰ কথা।

বিশ্বকবি ৰবীন্দ্ৰনাথে শিক্ষাক এটুকুৰা হীৰা আৰু সংস্কৃতিক ইয়াৰ প্ৰভা বুলি কৈছে। সেই অৰ্থত শিক্ষা আৰু সংস্কৃতি একেটা মুদ্ৰাৰে ইপিঠি-সিপিঠি। অৰ্থাৎ, সংস্কৃতি অবিহনে শিক্ষাৰ ধাৰণা অৰ্থহীন। পুথিগত আৰু বিদ্যায়তনিক (academic) চিন্তা-চৰ্চাৰ উপৰিও বহিঃ

পাঠ্যক্রম সম্পৰ্কীয় কাৰ্যসূচীৰ প্ৰতিও ছাত্ৰ-শিক্ষকৰ অনুৰাগৰ আভাস ইয়াৰ পৰাই পাব পাৰি। কিতাপ আলোচনীৰ অভাৱ, দেশৰ অস্থিৰ অৱস্থা যোগাযোগৰ বিচ্ছিন্ন দিনতো এমুঠি ছাত্ৰই ( আনকি-শিক্ষকেও ) যি সাংস্কৃতিক জাগৰণ আনিছিল সেয়া আজিৰ পৰিপ্ৰেক্ষিতত বিচাৰ কৰিলে আচৰিত হ'বলগীয়া হয়।

## সংকলন প্ৰসংগত :

কটন কলেজৰ মুখপত্ৰ 'দি কটন কলেজ মেগাজিন'ৰ জন্মলগ্নত তেতিয়াৰ মাননীয় অধ্যক্ষ চুড্‌মাৰ্চন চাহাবে লিখিছিল—It is hoped to make the magazine a store-house of our college activities to publish short extracts to our seminar proceedings, to record our doings in athletics and in social and other gatherings and to chronicle the successes of our old students in the world outside. It should be the means of keeping alive the love of the alma matter, of keeping students ever mindful of our obligations they owe to it, and by so doing of blending the old and the new into one fellowship for the honour and glory of the land which is their goodly heritage." অতীতক ভিত্তি কৰিয়েই গঢ় লয় বৰ্তমানে, বৰ্তমানে জন্ম দিয়ে ভৱিষ্যতৰ। তেনে অৰ্থত 'কটনিয়ান'ক 'Store-house' আখ্যা দিব পাৰি। এই 'store-house'ৰ পৰা শিক্ষক ছাত্ৰ উভয়ৰ বছা বছা কবিতা, চুটিগল্প, আৰু প্ৰবন্ধাদি গোটাই এখন সংকলন (anthology) প্ৰকাশ কৰিব পাৰিলে সি যে চুড্‌মাৰ্চন চাহাবৰ আশাৰ 'goodly heritage' হৈ নপৰিব, তাক কোনে ক'ব ?

কটন কলেজৰ এনেবোৰ ৰূপকথাৰ দৰে কাহিনীতে লুকাই আছে অসমৰ বুৰঞ্জীৰ এক গৌৰৱোজ্জ্বল অধ্যায়। তেনে এক বিশেষ দিশৰ ওপৰত আলোকপাত কৰিবৰ উদ্দেশ্যেই আমাৰ এই প্ৰচেষ্টা—'কটনিয়ানৰ নিৰ্বাচিত গল্প।'

ইয়াতে এটা কথা কৈ থোৱা ভাল হ'ব, যে এই সংকলনটোৰ গল্প সম্পর্কে 'সম্পাদকৰ দুআষাৰ'ত আলোচনা কৰাৰ পৰা আমি বিৰত থাকিলোঁ। কিয়নো, শ্রীযুত উপেন্দ্রনাথ শর্মাদেৱৰ দীঘলীয়া পাতনি আৰু শ্রীযুত হোমেন বৰগোহাঞিদেৱৰ ইয়াত সন্নিবিষ্ট প্রতিটো গল্পৰ আৰম্ভণিতে দিয়া 'গল্পকাৰ আৰু গল্প পৰিচিতি'য়ে পাঠকসকলক এই বিষয়ে সন্তেদ দিব। সমসাময়িক সমাজখনৰ ৰূপৰেখাৰ আভাস আৰু কটন কলেজৰ ইতিহাসৰ ওপৰত অলপ পোহৰ পেলালেহে ৰসাস্বাদনত সহায়ক হ'ব বুলি ভাবি ওপৰত কিছুকথা উল্লেখ কৰা হ'ল। তদুপৰি 'আগকথা'ত ডঃ ৰামচৰণ ঠাকুৰীয়াদেৱেও সংকলন সম্পর্কে কিছু কথা উল্লেখ কৰিছে। আমি তাৰ পৰিপূৰক হিচাপেহে কেইটামান কথা স্পষ্ট কৰি দিয়াটো সমীচীন হ'ব বুলি ভাবিছোঁ।

আমি সংকলনটো প্রকাশৰ সিদ্ধান্ত লওঁতে ১৯৩০ চনৰ পৰা—১৯৮০ চনলৈ—পঞ্চাশ বছৰ কাল সামৰাৰ কথা ঘোষণা কৰিছিলোঁ. সেয়ে এইখিনিতে প্রশ্ন উঠিব পাৰে ১৯৩০ চনৰ আগৰ আৰু ১৯৮০ চনৰ পাছৰ গল্পবোৰ কিয় বিবেচনালৈ অনা নহ'ল। আমাৰ কথা হ'ল—আমি সাধাৰণতে ১৯৩০ চনৰ আগৰ —'কটন কলেজ মেগাজিন'ৰ (আমাৰ হাতত পৰা) সংখ্যাবোৰত আশা কৰা মতে গল্প নাপালোঁ। পাছৰ কালছোৱাৰ ক্ষেত্রত অৱশ্যে সেই সমস্যা নাছিল যদিও দ্বিতীয় খণ্ড প্রকাশৰ সময়ত উক্তকালৰ ওপৰত বিশেষভাৱে গুৰুত্ব আৰোপ কৰাৰ কথা চিন্তা কৰিয়ে বর্তমান এৰি থোৱা হ'ল। অন্যটো কথা হৈছে, এই সংকলনত ১৯৩২-ৰ পৰা ১৯৭৫-৭৬ চনলৈকেহে গল্প সন্নিবিষ্ট কৰা হৈছে যদিও বিবেচনাৰ কাল একে ৰখা হৈছে। গল্পবোৰৰ একেস্মৰীয়া ৰসাস্বাদনৰ আমনি লাঘৱ কৰাই ইয়াৰ উদ্দেশ্য। সন্নিবিষ্ট গল্পৰ ক্ষেত্রত লেখক প্রতিষ্ঠিত নে অপ্রতিষ্ঠিত—সেই বিবেচনাই ঠাই পোৱা নাই বা মানদণ্ডহীন বুলিও কোনো গল্প সন্নিবিষ্ট নকৰাকৈ থকা নাই। সংকলনটোত গল্পৰ বিবেচনা কাল 'কটন কলেজ মেগাজিন' বা 'কটনিয়ান'ৰ সংখ্যা সম্পাদক, গল্পাদিৰ বিতং বিৱৰণ 'পৰিশিষ্টৰ' তালিকাখনে স্পষ্টকৈ বুজাত

সহায় কৰিব। যি কি নহওক, গল্পসমূহ নির্বাচনৰ সময়ত সমসাময়িক সমাজ, বিষয়বস্তু, সমাজ সচেতনতা, দ্বন্দ্ব-সংঘাত, প্ৰেম-প্ৰীতি, আংগিক-গত কৌশল ইত্যাদিৰ প্ৰতি লক্ষ্য ৰখা হৈছে। কটন কলেজৰ প্ৰতিটো ঘৰ, শিক্ষক, ছাত্ৰ, সংগঠন, অনুষ্ঠান, কাৰ্যকলাপৰ একোটা বিশেষ ইতিহাস আছে—যিবোৰ অসমৰ পটভূমিত অন্য শিক্ষানুষ্ঠানতকৈ অলপ সুন্দৰ, বেছি বেলেগ। অসম তথা ভাৰতৰ এটা বিশেষ সন্ধিক্ষণত সমবেত হোৱা এই ছাত্ৰসকলে অৰ্থাৎ যুৱ সম্প্ৰদায়ে জীৱনক কেনেদৰে গ্ৰহণ কৰিছে, কি দৃষ্টিভংগীৰে মূৰ্ত কৰিছে তাৰ সম্ভেদ 'কটনিয়ানৰ নির্বাচিত গল্প'ই দিব বুলি আশা কৰিব পাৰি।

সংকলনটোৰ প্ৰকাশৰ প্ৰস্তাৱলৈ ভাবিছিলোঁ, কটন কলেজ পুথি-ভঁৰালৰ পৰা অনায়াসে আমি গল্পসমূহ নির্বাচন বা সম্পাদনা কৰিব পৰাকৈ সমল পাম। কিন্তু বাস্তৱত সেয়া সম্ভৱ নহ'ল। পুথিভঁৰালত বহুতো 'কটন কলেজ মেগাজিন' আৰু 'কটনিয়ান'ৰ সংখ্যা ইতিমধ্যে দুষ্প্ৰাপ্য হৈ পৰিছে। ই আমাৰ কাৰণে এক জটিল সমস্যাৰ সৃষ্টি কৰিছিল। সাম্ভাব্য উৎসৰ সন্ধানত বহুদিন অনৰ্থকভাৱে পাৰ কৰি দিব লগা হ'ল। অৱশেষত সাহিত্যিক-জীৱনীকাৰ স্বৰ্গীয় নন্দ তালুকদাৰদেৱৰ ব্যক্তিগত পুথিভঁৰালটোৱে মৰুভূমিত মৰুদ্যানৰ সন্ধান দিলে। তেখেতৰ সুযোগ্য পুত্ৰ মৃণাল তালুকদাৰৰ সুসংৰক্ষণত থকা বহুতো মূল্যৱান সম্পদৰ ভিতৰত থকা 'কটনিয়ান'সমূহে আমাৰ উদ্দেশ্যক বাস্তৱায়িত কৰাটো সম্ভৱ কৰি তুলিলে।

## শলাগৰ শৰাই :

'কটন কলেজ মেগাজিন' আৰু 'কটনিয়ান'ৰ পৰা গল্পসমূহ সংকলন কৰাত অনুমতি প্ৰদান আৰু প্ৰাৰম্ভিক প্ৰস্তুতিৰ ক্ষেত্ৰত যাৱতীয় সা-সুবিধা আগবঢ়াই উৎসাহ যোগোৱা বাবে মহাবিদ্যালয়ৰ মাননীয় অধ্যক্ষ ড° কমলেন্দু দেৱ ক্ৰোৰীদেৱৰ ওচৰত আমি চিৰকৃতজ্ঞ। এই প্ৰসংগতে কটন কলেজ ছাত্ৰ সন্থাৰ প্ৰাক্তন সাধাৰণ সম্পাদক শ্ৰী মুকুল শৰ্মা আৰু

বৰ্তমানৰ সাধাৰণ সম্পাদক শ্ৰীহিমন্তবিশ্ব শৰ্মাই আমাক অনুমতি সম্পৰ্কীয় বিষয়বোৰ নিষ্পত্তি কৰি সংকলনটোৰ প্ৰকাশ সম্ভৱ কৰি তোলাৰ বাবে কৃতজ্ঞতা জনাইছোঁ।

সংকলনটোৰ প্ৰস্তুতি সম্পূৰ্ণ কৰি তোলাত সাহিত্যিক-সাংবাদিক হোমেন বৰগোহাঞিদেৱে যথেষ্ট দিহা-পৰামৰ্শ দিয়াৰ উপৰিও গল্পকাৰ সকলৰ পৰিচিতি যুগুত কৰি দিছে। অন্যহাতে সমালোচক সাহিত্যিক উপেন্দ্ৰ নাথ শৰ্মাদেৱে 'কটনিয়ান'ৰ গল্প : এটি সমীক্ষা নামেৰে আলোচনাটি আগবঢ়াই সংকলনটি সজাই তোলাত অনন্য বৰঙণি যোগাইছে। এই সুযোগতে দুয়োগৰাকী ব্যক্তিলৈ আন্তৰিক কৃতজ্ঞতা জনালোঁ।

এই প্ৰসংগতে সংকলনটি যুগোতোৱাৰ শেষ পৰ্যায়লৈকে বিভিন্ন কামত আমাক সহায় কৰাৰ বাবে শ্ৰীযুত প্ৰণৱজ্যোতি তালুকদাৰ, এম. কামালুদ্দিন আহমেদ, মৃণাল তালুকদাৰ, জিতেন্দ্ৰ কুমাৰ ভূঞা আৰু ৰূপক শৰ্মাৰ নাম কৃতজ্ঞতাৰে সোঁৱৰিছোঁ।

আমাৰ প্ৰচেষ্টাৰ নেপথ্যত থকা অন্যান্য ব্যক্তিসকল হ'ল, মৌচুমী চেতিয়া, বিপুলজ্যোতি শইকীয়া, দিলীপ চন্দন, দুলাল মহন্ত, লক্ষ্যজ্যোতি গগৈ, কমল গোস্বামী, শান্তনু কুমাৰ দত্ত, মিতালি, যোস্না, স্বপ্নালী, ৰুমামণি, গুলতাজ আৰু কটন কলেজ পুথিভঁৰালৰ শ্ৰীযুত দিলীপ চৌধুৰী, ইন্দ্ৰেশ্বৰ ভট্ট, ৰমণী দাস আৰু ৰত্নেশ্বৰ ডেকালৈ আমাৰ শলাগ আগবঢ়ালোঁ।

ইয়াত সন্নিবিষ্ট গল্পসমূহৰ বাবে গল্পকাৰসকলৰ পুনৰ্মুদ্ৰণৰ অনুমতি, আৰু ফটো প্ৰদান, দিহা-পৰামৰ্শ আৰু উৎসাহ-উদ্দীপনাই সংকলনটোৰ সৃষ্টিৰ অন্যতম মূলধন। সেয়ে এই গল্পকাৰ সকললৈ আমাৰ গভীৰ কৃতজ্ঞতা নিবেদন কৰিছোঁ।

শেষত সংকলনটি প্ৰকাশ সম্ভৱ কৰি তোলাৰ বাবে প্ৰকাশক শ্ৰীযুত নৰেন্দ্ৰ চন্দ্ৰ দত্তলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। লগতে কিতাপখনৰ প্ৰচ্ছদ আৰু অলংকৰণৰ দায়িত্ব মূৰ পাতি লোৱা বাবে পূৰ্ণেন্দু পত্ৰীদেৱৰ শলাগ লওঁ। আৰু এটা কথা কোৱা উচিত হ'ব

যে সংকলনটোৰ পূৰ্ণাংগ ৰূপদানৰ ক্ষেত্ৰত সম্পাদনা সমিতিৰ কৃতিত্বৰ সিংহভাগ মুখ্য সহযোগী সম্পাদক বিমান বৰুৱাৰ অৱশ্যেই প্ৰাপ্য। সংকলনটো যুগুতাই থাকোতে অনেক হতাশা দুৰ্দশাৰ মাজত সম্পাদকক সহায়-সহযোগ আৰু উৎসাহৰ বাবে শ্ৰীযুত তীৰ্থনাথ বৰকটকী আৰু শ্ৰীযুত পৱন বৰুৱাৰ নাম বিশেষভাৱে স্মৰণীয়।

## আমাৰ আশা:

আজিৰ কটন কলেজত বহুতো মৌলিক পৰিৱৰ্তন ঘটিছে। অভাৱ, অস্থিৰতা, দুঃসময় আজি আৰু নাই। দেশৰ, জাতিৰ এক সন্ধিক্ষণত জন্ম লাভ কৰা প্ৰথম চৰকাৰী শিক্ষানুষ্ঠান হিচাপে, প্ৰথম এচাম অসমীয়া যুৱছাত্ৰ একেলগ হোৱা অনুষ্ঠান হিচাপে, প্ৰথম সহ-শিক্ষা প্ৰচলন হোৱা শিক্ষানুষ্ঠান হিচাপে ইয়াৰ গুৰুত্ব অপৰিসীম। মাত্ৰ একাল্লৈজন ছাত্ৰৰে আৰম্ভ হোৱা কলেজখনত বৰ্তমান তিনিহেজাৰতো অধিক ছাত্ৰ-ছাত্ৰীৰ সমাগম ঘটিছে। শিক্ষক-কৰ্মচাৰী, ঘৰ-দুৱাৰ, সা-সুবিধা সকলো দিশতে নদন-বদন হৈছে। কিন্তু সেই পটভূমিত আজিৰ কটন কলেজত কটনিয়ানসকলে, শিক্ষকসকলে কি কৰিছে, কিমান কৰিছে, সেয়া অৱশ্যে ভৱিষ্যতৰ ইতিহাস। সেয়াও এক বেলেগ বিষয়।

'মিলন'ৰ সম্পাদক প্ৰাক্তন কটনিয়ান ডিম্বেশ্বৰ নেওগৰ ভাষাত—"পুৱাবেলা আমাৰ বি এচ. চি. চূড়ান্ত পৰীক্ষা আছিল, পিছবেলা 'মিলন'ৰ টোপোলা কান্ধতলৈ ডাকঘৰত ভি. পি. কৰোঁ—নিজেই সম্পাদক, মেনেজাৰ আৰু চৌকিদাৰৰ সাজত।" এনে ব্যক্তিয়ে কটন কলেজক 'কিবা' দিছিল আৰু 'কিবা' লৈছিল। আজিৰ অসমৰ বিশিষ্ট বুদ্ধিজীৱীসকলৰ প্ৰায় সকলোৰেই বিশেষকৈ সাহিত্যচৰ্চাৰ কঠিয়া-তলিস্বৰূপ আছিল কটন কলেজেই। কলেজক এওঁলোকে কিছু দিছিল আৰু কিছু লৈছিল।

'কটনিয়ান'ৰ পাতৰ পৰা এটি গল্প সংকলন প্ৰকাশ হ'ব বুলি জানি প্ৰাক্তন কটনিয়ান তথা বিশিষ্ট গল্পকাৰ শ্ৰীযুত ৰোহিনী কুমাৰ

কাকতিদেৱে আমালৈ লিখিছে—" ..........এইটো এটা ভাবিব নোৱাৰা ধৰণৰ মহৎ কাম কৰিবলৈ ওলাইছে। কামটো এটা যুগস্মৃত্ৰ্ব-দৰে হৈ ৰ'ব। কটন কলেজৰ পুৰণি ছাত্ৰ হিচাপে ইয়াৰ বাবে নিজে গৌৰব অনুভৱ কৰিছো। ... . ..."

যি কি নহওঁক, শেষত ড° সূৰ্য কুমাৰ ভূঞাই ১৯৩৩ চনত 'কটন কলেজ মেগাজিন'ৰ সম্পৰ্কত কোৱা এবাৰ কথা উল্লেখ কৰিব পাৰি—

"·········a sexagenerian skipping over the pages will find new meaning and sweetness in everyword and name that occurs in this contemporaneous chronicle of oũr Alma Mater."

একেদৰেই আমি অন্ততঃ সংকলনটোৰ ক্ষেত্ৰত আশা কৰোঁ। সৰ্বশেষত সহৃদয় পাঠক-পাঠিকা আৰু সমালোচক সকলৰ গঠনমূলক মতামতেই হ'ব আমাৰ এই যাত্ৰাৰ সাৰ্থকতা আৰু পৰৱৰ্তী যাত্ৰাৰ মূলধন।

প্ৰশান্ত কুমাৰ মহন্ত

১২ নৱেম্বৰ, ১৯৮৮ চন
কটন কলেজ, গুৱাহাটী-১

# কটনিয়ানৰ গল্প ঃ এটি সমীক্ষা

উপেন্দ্ৰ নাথ শৰ্মা

কটন কলেজ সাহিত্য সভাই 'কটনিয়ানৰ নিৰ্বাচিত গল্প' নামেৰে আপুৰুগীয়া গল্প সংকলন এটা উলিয়াইছে। ১৯৩০ চনৰপৰা পঞ্চাশ বছৰৰ 'কটনিয়ান'ৰ উনত্ৰিশটা বাচকবনীয়া গল্প সংগ্ৰহ কৰি এই সংকলনত সন্নিৱিষ্ট কৰা হৈছে। আধুনিক অসমীয়া গল্প সাহিত্যৰ বিকাশৰ বুৰঞ্জীত কটনিয়ানৰ বিশিষ্ট বৰঙণি অনস্বীকাৰ্য, কাৰণ কলেজীয়া সময়ছোৱাতে উদীয়মান লেখকৰ প্ৰতিভাৰ উন্মেষ আৰু বিকাশ সাধিত হয়।

চতুৰ্থ দশকত 'আৱাহনে' অসমীয়া তৰুণ লেখকগোষ্ঠীক প্ৰকাশৰ মাধ্যম দিয়াৰ উপৰিও এটা নিৰ্ভৰযোগ্য পাঠক গোষ্ঠীও দিছিল। এই সময়ছোৱাত 'কটনিয়ান'ত প্ৰকাশ পোৱা গল্পৰ পৰিসৰ কম। দ্বিতীয় মহাযুদ্ধত কাগজৰ মহাৰ্ঘ হোৱাত 'আৱাহন'ৰ প্ৰকাশ অনিয়মীয়া হ'বলৈ ধৰে। আৱাহন যুগৰ অৱসানৰ পিছত আৰম্ভ হয় ক্ৰমে 'জয়ন্তী', 'পচোৱা' আৰু 'ৰামধেনু'ৰ যুগ। পঞ্চম দশকৰ আৰম্ভণিতে লিখিবলৈ ধৰা উদীয়মান লেখকসকলৰ বাবে প্ৰকাশৰ সুনিশ্চিত মাধ্যম নাছিল। এই সময়ছোৱাত কটন কলেজত পঢ়া নতুন অসমীয়া-গল্পকাৰ সকলক 'কটনিয়ানে' প্ৰকাশৰ মাধ্যম দিবলৈ সক্ষম হৈছিল।

১৯২২ চনৰ পৰা 'কটনিয়ান' প্ৰকাশ হ'লেও চুটিগল্পৰ ক্ষেত্ৰত 'কটনিয়ান' পঞ্চম দশকৰ পৰাহে অসমীয়া সাহিত্যৰ ধাৰাবাহক হয়। ১৯৩৮ চনলৈ—প্ৰৱেশিকা মহলাতো ইংৰাজী মাধ্যমত পঢ়িবলগীয়া হোৱাত 'কটনিয়ান'ৰ জন্মলগ্নৰ পৰা মহাযুদ্ধৰ আৰম্ভণিলৈকে 'একাডেমিক জাৰ্নেল' হিচাপে পৰিগণিত কটনিয়ানত ইংৰাজী গল্পাদি প্ৰকাশৰ গুৰুত্ব স্বীকৃত হৈছিল। অসমীয়া গল্প লেখকসকলে 'আৱাহনতে'ই লিখিছিল। প্ৰত্যেক দশকতে অৰিহণা যোগোৱা আধুনিক গল্প সাহিত্যিক মালিকে

১৯৩৯ চনৰ কটনিয়ানলৈ এটি চুটিগল্প আগবঢ়ায়। 'আৱাহন' যুগৰ বিখ্যাত গল্পকাৰ ত্ৰৈলোক্যনাথ গোস্বামীয়ে ১৯৩২ চনত প্ৰকাশ কৰা চুটিগল্পটো ইংৰাজীত লিখা।

ত্ৰৈলোক্যনাথ গোস্বামীৰ 'ডি এছেঞ্জ অব লাভ' নামৰ এই গল্পটোৰ বিপুলজ্যোতি শইকীয়াই কৰা অনুবাদেৰে সংকলনটো আৰম্ভ কৰা হৈছে। গোস্বামীদেৱ মনস্তাত্বিক আৰু সমাজ সংস্কাৰকামী উভয়বিধ গল্পতে সিদ্ধহস্ত। এই সংকলনত সন্নিৱিষ্ট গল্পটোত এটা দাৰিদ্ৰক্লিষ্ট জীৱনত প্ৰেমৰ আকস্মিক আৱিৰ্ভাৱজনিত অন্তৰ্দ্বন্দ্ব আৰু আত্মত্যাগৰ মৰ্মস্পৰ্শী ছবি অংকিত হৈছে। গোস্বামীৰ বিষয়বস্তু ৰোমান্টিক হ'লেও তেখেতক প্ৰকাশভংগীৰ ক্ষেত্ৰত অসমীয়া ক্লাচিক ধাৰাৰ লগতহে সংযুক্ত কৰিব লাগিব। গল্পটোৰ অন্তৰ্নিহিত চিন্তাত জীৱ ৰ এটা আদৰ্শাত্মক ৰূপ বৰ্তমান। গল্পটোৱে অনিবাৰ্যভাৱে ৰ সময়ক প্ৰতিনিধিত্ব কৰে। পৰিস্থিতিটো স্বাভাৱিক আৰু ই বাস্তৱ জীৱনৰ ওপৰত প্ৰতিষ্ঠিত। দাৰিদ্ৰ্য নিপীড়িত অজয়ৰ মনত আশ্ৰয়দাতাৰ প্ৰতি কৰ্তব্যবোধ আৰু তেওঁৰ জীয়েক উষাৰ প্ৰতি গঢ লোৱা ভালপোৱাৰ মাজত হোৱা সংঘাত গোস্বামীয়ে সংযতভাৱে অংকিত কৰিছে। বৰ্ণনাৰ আধিক্য অথবা বাহুল্য গোস্বামীৰ গল্পত নাই। অসহনীয় পৰিস্থিতিত বিদ্ৰোহ নকৰি সহি যোৱা আৰু সহিব নোৱাৰিলে মৃত্যুবৰণ কৰা 'পেচিভ' দৃষ্টিভংগী আজিৰ যুগৰ মানুহে বুজিবলৈ টান পাব পাৰে। গল্পটোৰ স্থান-কাল-পাত্ৰক ঐতিহাসিক দৃষ্টিভংগীৰে চাব লাগিব।

পশ্চিমীয়া সাহিত্যৰ কাঁচিয়লি ৰ'দত প্ৰথমৰে পৰা সামাজিক পৰিস্থিতি তথা মনস্তাত্বিক বিশ্লেষণেৰে অসমীয়া গল্প সাহিত্য সমৃদ্ধ হ'লেও দ্বিতীয় মহাযুদ্ধৰ পিছৰ পৰাহে আধুনিক অসমীয়া গল্প সাহিত্যৰ বিকাশ হ'বলৈ আৰম্ভ কৰে। মহাযুদ্ধই অসমৰ সামাজিক জীৱনৰ শান্ত জলৰাশিত যেন এটা শিলগুটি দলিয়াই দিলে। যুদ্ধৰ দপদপনিত পিষ্ট আৰু ধৰ্ষিত জাতি এটাই পঞ্চম দশকত লাহে লাহে আত্মসচেতন হ'বলৈ আৰম্ভ কৰিলে। এই দশকতে ৰামধেনু যুগত পৰিপক্কতা লাভ কৰা

ভালেমান লেখকে তেখেতসকলৰ সাফল্যৰ পূৰ্বাভাস দিবলৈ সক্ষম হয়। মহাযুদ্ধই জোকাৰি যোৱা পঞ্চম দশক নানান সাংস্কৃতিক, সামাজিক আৰু ৰাজনৈতিক কাৰণত আধুনিক অসমীয়া সাহিত্যৰ এটা অতি গুৰুত্বপূৰ্ণ দশক। ১৯৪২ চনৰ সৰ্বাত্মক আন্দোলনে লেখকসকলক এটা ইতিবাচক আদৰ্শৰ প্ৰতি দায়বদ্ধতাৰ কথা সোঁৱৰায়। ঔপনিৱেশিক অৱক্ষয় আৰু সাম্যবাদৰ ধ্যান ধাৰণাইও লেখকসকলক প্ৰভাৱান্বিত কৰে। ১৯৪৩ চনত বংগদেশত হোৱা দুৰ্ভিক্ষইও লেখকসকলৰ পৰিপ্ৰেক্ষিতত ক্ৰিয়া নকৰাকৈ নাথাকে। এই দশকতে যুদ্ধ আৰু দুৰ্ভিক্ষ অসমৰ দুৱাৰদলিত উপস্থিত হয়। গুৱাহাটী আৰু আন চহৰত বিদেশী সৈন্যৰ দপদপনি, সুস্থিৰ জীৱন-যাত্ৰাৰ ভাঙোন, ক'লা-বজাৰ আদিয়ে সম্ভাৱনাপূৰ্ণ অসমীয়া সাহিত্যিকৰ কৈশোৰ আৰু যৌৱনক আজুৰি যায় আৰু সময়ত এই চেতনা সাহিত্যত প্ৰকাশ পাবলৈ ধৰে। কাগজৰ মহাৰ্ঘ আৰু আলোচনীৰ অৱলুপ্তি স্বত্বেও বিচিত্ৰ অভিজ্ঞতা প্ৰকাশৰ বাবে পঞ্চম দশক উপযুক্ত 'ভাৰ্জিন চয়ল।' কটনিয়ানৰ গল্পত ভালেমান গল্প লেখকে এই পৰিস্থিতি সমূহৰ আলমত গল্প প্ৰকাশ কৰিছে।

বামধেনু যুগ আৰু তাৰ আগৰ বহুত সংখ্যক কৃতী লেখকেই কটনিয়ানত তেওঁলোকৰ গল্প এৰি থৈ যোৱা নাই। তথাপি পঞ্চম দশকৰ কটনিয়ানৰ গল্প আংগিক, সমল আৰু অভিজ্ঞতাৰ ক্ষেত্ৰত যথেষ্ট —আগশাৰীৰ বুলি ক'ব লাগিব। যোগেশ দাসে লিখা 'বগা কুঁৱলী আৰু ক'লা পাপ' গল্পত যুদ্ধৰ জোকাৰণিয়ে অন্ধকাৰাচ্ছন্ন কৰা জীৱনৰ প্ৰত্যক্ষদৰ্শীৰ বৰ্ণনা আছে। ১৯৪৯ চনত প্ৰকাশ পোৱা দেবেন্দ্ৰনাথ সোণোৱালৰ 'পৰিৱৰ্তন' মহাযুদ্ধৰ পৰিসমাপ্তিৰ চাৰি বছৰৰ পিছত লিখা হ'লেও যুদ্ধই অসমীয়া জাতিৰ জীৱনৰ গাঁথনি কেনেকৈ ছিন্ন-ভিন্ন কৰিবৰ উপক্ৰম কৰিলে তাৰ নিৰ্মোহ আৰু বাস্তৱ চিত্ৰ আছে। এই সংকলনত সন্নিৱিষ্ট মহম্মদ পিয়াৰৰ 'বলিদান' গল্পটো ১৯৪৭ চনত প্ৰকাশ পোৱা আৰু খণ্ডিত স্বাধীনতাৰ প্ৰাক্‌কালত ঘটা সৰ্বভাৰতীয় সাম্প্ৰদায়িক সংঘৰ্ষৰ পৰিপ্ৰেক্ষিতত লিখা। তাত অসমীয়া হিন্দু-মুছলমানৰ মাজত

থকা মৰম চেনেহৰ পাহৰিব নোৱাৰা ছবি আছে—যি মৰম চেনেহৰ বাবে চৰম ত্যাগ কৰিবলৈকো মানুহ কুণ্ঠিত নহয়। এইদৰে বিভিন্ন কটনিয়ান লেখকে তেওঁলোকৰ গল্পত সমসাময়িক জীৱনৰ প্ৰতিক্ৰিয়াসমূহ প্ৰতিফলিত কৰিছে আৰু মানুহৰ মমত্ববোধ, প্ৰেম, স্বদেশপ্ৰীতি আদি সাৰ্বজনীন অনুভূতি প্ৰকাশ কৰাৰ উপৰিও ফুল গগৈৰ 'প্ৰেম আৰু পৃথিৱী'ৰ লেখীয়া গল্পত বন্ধ অৰ্থনৈতিক অৱস্থাই পিষ্ট কৰা মধ্যবিত্ত জীৱনৰ আশা—আকাংক্ষাৰ অৱলুপ্তিৰ ছবি আঁকিছে।

পঞ্চম দশকৰ কটনিয়ানৰ প্ৰথমটো গল্প হ'ল ১৯৪১ চনত প্ৰকাশ পোৱা বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'মৰহি পৰা জীৱন।' ভট্টাচাৰ্য সমাজ সচেতন গল্পকাৰ। কিন্তু এই গল্পটো ঘাইকৈ মনস্তাত্বিক পৰিস্থিতিৰ ওপৰতহে নিৰ্ভৰশীল। নিম্ন মধ্যবিত্ত জীৱনৰ পৰা অহা এহাল দম্পতিয়ে কেনেকৈ পাৰস্পৰিক বুজাবুজিৰ অভাৱত মনোকষ্ট পাইছে তাৰ মৰ্মস্পৰ্শী বৰ্ণনা গল্পটোত আছে। তথাপি গল্পটোৰ অন্তৰালত এটা মধ্যবিত্তসুলভ সামাজিক অৰ্থনৈতিক পিষ্টতাৰ পৰিপ্ৰেক্ষিতে অনবৰত ক্ৰিয়া কৰিছে। ভট্টাচাৰ্যৰ নৈসৰ্গিক জীৱনৰ প্ৰতীকীয় বৰ্ণনাও প্ৰশংসনীয়: "ঘৰটোৰ সিকালে কিছুমান লাহি দীঘল গছ—পুহমাহৰ জাৰৰ কঠুৱা পৰশত তাৰ খীণাই যোৱা শক্তিহীন শৰীৰটোৰ দৰেই সিহঁতৰ পাতবোৰ সৰি জৰাজীৰ্ণ বৃদ্ধৰ দৰে হৈ পৰিছে।"

১৯৪৭ চনৰ 'কটনিয়ান'ত যোগেশ দাসৰ বিখ্যাত গল্প 'ধুমুহা আৰু তাৰ পিচত' প্ৰকাশ পায়। গল্পটোত বাল্যবিবাহৰ সামাজিক পৰিপ্ৰেক্ষিত এটা আছে। কিন্তু লেখকে ব্যক্তি সাপেক্ষ সম্বন্ধক কেন্দ্ৰ কৰি গল্পটো লেখা বাবে সি প্ৰাণস্পৰ্শী হৈছে। সামাজিক পৰিস্থিতি আৰু ভাগ্যৰ তাড়নাত কেনেকৈ এজন আদৰ্শবাদী তৰুণ আৰু ফুলকুমলীয়া ছোৱালীৰ জীৱন দুৰ্বিসহ হয়, তাৰ অবিস্মৰণীয় ছবি গল্পটোত আছে। গাঁৱৰ নিম্ন মধ্যবিত্ত জীৱনৰ পৰা অহা নায়কে স্কুলত কাম কৰোঁতে নায়িকাৰ ঘৰখনৰ মৰম চেনেহৰ বন্ধনৰ মাজত থাকিবলৈ লয় আৰু পৰস্পৰে পৰস্পৰক ভাল পাবলৈ ধৰে। পিছত গাঁও সংগঠনৰ তাগিদাত

তেওঁ নিজৰ গাঁৱলৈ গুচি যায় আৰু ছোৱালীজনীৰ লগত সংযোগ হেৰুৱায়। গল্পটোৰ পোষ্ট অফিচৰ হেমাহিয়ে deus ex machina ৰ কাম কৰিছে। দাসে গল্পটোৰ অৱতাৰণা আৰু অগ্ৰগতিৰ ক্ষেত্ৰত যথেষ্ট আংগিক সচেতনতাৰ পৰিচয় দিছে। নায়ক-নায়িকাৰ কাম-কাজ আৰু চুটি কথোপকথনৰ যোগেদি অনুভূতি ক্ষৰিত হৈছে। তেওঁলোকৰ খণ্ড খণ্ড চিন্তাৰ লগত নৈসৰ্গিক বিক্ৰিয়াসমূহ একাকাৰ হৈছে। নায়িকা মামণিয়ে আশা কৰিছিল, তাই তাইৰ ভালপোৱা মানুহজনৰ বুকুতে শেষ আশ্ৰয় পাব। কিন্তু নায়কে তাইৰ এই প্ৰত্যাহবান গ্ৰহণ কৰিব নোৱাৰিলে। তেওঁ সমাজ সেৱাৰ আদৰ্শত আশ্ৰয় ল'লে। দুয়োৰে অনুভূতিক আন্দোলনৰ চৰম মুহূৰ্তত ধুমুহা বৰষুণত বিপৰ্যস্ত হোৱা গছ-গছনি, অবিশ্ৰান্ত বৰষুণ আৰু গল্পটোৰ পৰিসমাপ্তিৰ সময়ত নায়িকাৰ হৃদয় অনিবাৰ্যভাৱে শান্ত হোৱাৰ পিছত প্ৰকৃতিৰ শান্ত পৰিৱেশৰ উপস্থাপন অবিস্মৰণীয়ভাৱে কলাসুলভ। ভালপোৱাৰ বিষয়ে লিখা গল্পত বৰষুণৰ উপস্থিতি 'আৰ্কিটাইপ' ধৰ্মী আৰু ভাৰ্জিলৰ পৰা হেনৰি জেমচলৈ সকলো সাহিত্যতে বিৰাজমান।

কুল গগৈয়ে তেখেতৰ দীঘলীয়া মনোগ্ৰাহী গল্প 'প্ৰেম আৰু পৃথিৱী' ১৯৫০ চনৰ কটনিয়ানত প্ৰকাশ কৰে। উচ্চাকাংক্ষাই গৰকি যোৱা ছন্নছাড়া সংবেদনশীল জীৱন এটা সংসাৰৰ ঘানিত পৰি কেনেকৈ মৰহি গৈছে তাৰ ছবি 'প্ৰেম আৰু পৃথিৱী' গল্পত সন্নিৱিষ্ট হৈছে। পৃথিৱীৰ দাবীত প্ৰেম অনিবাৰ্যভাৱে অন্তৰ্হিত হৈছে। গল্পটোত লেখকে নায়ক তথা প্ৰত্যক্ষদৰ্শী বৰ্ণনাকাৰৰ জীৱন, চৰিত্ৰ আৰু জীৱনাদৰ্শৰ মনত ৰাখিব পৰা ছবি অংকিত কৰিছে। গল্পটোৰ পৰিৱেশ বৰ্ণনাত গগৈয়ে পৰ্যবেক্ষণ শক্তিৰ পৰিচয় দিছে। নিৰ্লিপ্ত দৰ্শকৰ ভূমিকা ল'ব'ল বাধ্য হোৱা বক্তাই দেখিছে—কেনেকৈ গাঁৱৰ জীয়াৰীয়ে অভাৱৰ তাড়নাত মফচল কৰিব'ল অহা ধনী অফিচাৰৰ অংকশায়িনী হ'বলগীয়া হৈছে।

গুৰুত্বপূৰ্ণ ষষ্ঠ দশকৰ গল্পসমূহৰ প্ৰথম গল্পটো হোমেন বৰগোহাঞিৰ। 'আবেলিৰ আলিবাটৰ গল্প।' কটনিয়ানত প্ৰকাশ পোৱা তেখেতৰ

'এপিটাফ' আৰু 'চেনাট'ৰিয়াম'ৰ দৰে গল্পও বিষয়বস্তু চৈতন্য আৰু আংগিকৰ ফালৰপৰা অত্যাধুনিক। 'চেনাট'ৰিয়াম' গল্পটো ফ্ৰয়ডৰ 'ইডিপাচ কমপ্লেক্স'ৰ আধাৰত লিখা। জয়ন্ত উচ্চ মধ্যবিত্ত জীৱনৰ লাহ-বিলাহত ডাঙৰ হোৱা'। তাৰ মাক স্বামীৰ জীৱদ্দশাত তেওঁৰ ভালপোৱাত অতৃপ্ত আৰু অৱচেতনত জয়ন্তক প্ৰভাৱিত কৰিবলৈ উদগ্ৰ হেপাহত আৱদ্ধ। জয়ন্ত কোনো নাৰীৰ ওচৰত সহজ হ'ব নোৱাৰে। মাকৰ তাড়নাত পৰি শেহাস্তৰত সি বিজনী নাৰীক বিয়াৰ প্ৰস্তাৱ দিলে তেওঁ তাক আত্মৰতিৰ হাতিয়াৰ হিচাপেহে পাবলৈ বিচাৰে। সি সপোন দেখে—সি সমুদ্ৰতীৰৰ চেনাট'ৰিয়াম এটাত আছে। সাৰ পাই মাকক দেখি তাৰ মনত পৰিল সি তেওঁকেই সেই চেনাট'ৰিয়ামত তাৰ ভাললগা নাৰ্চ এজনীৰ ৰূপত দেখা পাইছিল। তাৰ অজ্ঞাতসাৰেই তাৰ ৰুগ্ন জগতখন এটা চেনাট'ৰিয়ামত পৰিণত হ'ল। ফ্ৰয়ড, লৰেন্স আদি পশ্চিমীয়া চিন্তাবিদ আৰু লেখকৰ সান্নিধ্যলৈ অহা লেখকজনৰ বাবে এটা নতুন আৱিষ্কাৰৰ উন্মাদনা আয়ত্বাধীন আছিল। এই সময়ছোৱাৰ বৰগোহাঞি এজন বৌদ্ধিক ব'হেমিয়ান।

সংকলিত গল্প 'আবেলিৰ আলিবাটৰ গল্প'ত হোমেন বৰগোহাঞিয়ে আন সমসাময়িক গল্পকাৰৰ তুলনাত বিস্তৃততৰ আৰু গভীৰতৰ অভিজ্ঞতাৰ পৰিচয় দিছে। বৰ্ণনাকাৰে ঘণ্টাৰ পিছত ঘণ্টা কটাই দিয়ে 'কাফে ইণ্টাৰনেচনেল' নামৰ এটা সস্তীয়া চাহদোকানত। তেওঁৰ দৃষ্টিৰ লক্ষ্য হ'ল কোলাহলপূৰ্ণ আবেলিৰ চহৰৰ আলিবাটটো। চহৰৰ জীৱনৰ বিভিন্ন দিশৰ প্ৰতি আকৰ্ষণ তেওঁৰ মজ্জাগত। মটৰৰ ঘৰ্ ঘৰ্ আৱাজ, চীনাবাদাম ভজা শব্দ, চিনেমা টিকেট নোপোৱা মানুহৰ বিকট চিঞৰ— এই সকলোৱে তেওঁক আচ্ছন্ন কৰে। চিনেমা প'ষ্টাৰত এজনী আৰ্টিষ্টৰ করুণ মুখ দেখি বিহ্বল হৈ তেওঁ অনুভৱ কৰে—এই অভিজ্ঞতাৰ ফলস্বৰূপে ৰাস্তাৰ প্ৰত্যেকটো দৃশ্যই তেওঁৰ মনত গভীৰভাৱে ৰেখাপাত কৰিব। আলিবাটত ভালেমান চৰিত্ৰৰ আৱিৰ্ভাৱ হয়—তাৰ ভিতৰত আছে,

এজন বুঢ়া চীনা মানুহ। তাৰ স্ত্ৰী যুদ্ধৰ দিনত মিলিটাৰী চিপাহীৰ দ্বাৰা ধৰ্ষিতা হৈ সমাজৰ পেলনি যোৱা আৱৰ্জনাত পৰিণত হোৱা এগৰাকী অসমীয়া ছোৱালী। সি তাইক আশ্ৰয় আৰু সম্মান দিলে, কিন্তু তাৰ বৃদ্ধ বয়সত তাইক দেহোপজীৱিনী হ'বলৈ বাধ্য কৰিলে। আন চৰিত্ৰৰ ভিতৰত আছে এজনী পাগলী ভিখাৰিণী—যি তিনদিন চাহ খাব পোৱা নাই কাৰণ ডাষ্টবিনত ভাতহে পোৱা যায়, চাহ নহয়। কিবা এটা বিতৃষ্ণাত বৰ্ণনাকাৰে এলিয়টৰ পদ্য আওৰায়—'Birth Copulation and Death'—জীৱনৰ প্ৰতি লেখকসুলভ মমত্ববোধ থকা লেখকজনৰ ই মনৰ কথা হ'ব নোৱাৰে। গল্পটোৰ যোগসূত্ৰটো হ'ল—লেখকৰ অন্তৰংগ জীৱনত ধৰা দিয়া চহৰৰ ৰাস্তাৰ এটা অংশ, য'ত সমস্ত পৃথিৱীৰ বিচিত্ৰ অভিজ্ঞতা উন্মুক্ত হৈ আছে। অসমীয়া গল্প সাহিত্যত দুৰ্লভ বৌদ্ধিকতা বৰগোহাঞিৰ গল্পত প্ৰথমতে দেখা পোৱা যায়।

মহম্মদ তাহেৰৰ 'পুৰণি পৃথিৱী আৰু নতুন মানুহ' ১৯৫১ চনৰ কটনিয়ানত প্ৰকাশিত হয়। এই আদৰ্শাত্মক গল্পটো বানপানীত জুৰুলা হোৱা মানুহৰ দুৰ্দশাৰ পৰিপ্ৰেক্ষিতত লেখা হৈছে। গল্পটো অলপ বেছি আদৰ্শাত্মক। সুখৰ কথা, অবিনাশৰ দৰে মানুহৰ অভাৱ হোৱা নাই এই পৃথিৱীত। ঘৰখনক অৱহেলা কৰি বানপীড়িত মানুহৰ পম খেদি ফুৰা অবিনাশক তেওঁৰ ধৈৰ্যীয়েক মায়াই বুজিব নোৱাৰে। মায়া নিৰ্দয়া নহয়। এটা বিৰল উপলব্ধিয়ে তেওঁক অবিনাশক দলত যোগ দিবলৈ বাধ্য কৰে আৰু খাবলৈ লোৱা ৰুটি টুকুৰাও বানপীড়িত মানুহক দান কৰে।

দ্বিজেন শৰ্মাই অংকণ কৰা গাঁৱৰ চিত্ৰ মনোৰম। ইয়াত সন্নিবিষ্ট 'ৰঙা মেঘৰ এচপৰা' গল্পত তাৰ প্ৰমাণ পোৱা যায়। এই গল্পত প্ৰকাশ পোৱা নায়কৰ অনুভূতি পৰিস্থিতিৰ তুলনাত অধিক। ৰুমান্টিকীয়া দৃষ্টিৰ মোহত জীৱনৰ দাবীক অগ্ৰাহ্য কৰাৰ কোনো যুক্তি থাকিব নোৱাৰে। শৰ্মাৰ ১৯৫৩ চনত প্ৰকাশ পোৱা 'একো নহয়' গল্পত প্ৰকাশপোৱা

খেতিয়ক দম্পতি নাহৰ আৰু তগৰৰ যুগ্ম জীৱনৰ চিত্ৰ অধিক মনোগ্ৰাহী আৰু অধিক তাৎপৰ্যপূৰ্ণ।

হৰেণ ৰাজকোঁৱৰৰ ১৯৫৩ চনত প্ৰকাশ পোৱা 'চাহনিৰ স্মৃতি'ৰ তাৎপৰ্য অনস্বীকাৰ্য। থকুৱা বাগান মালিকৰ অবিচাৰ সহিব নোৱাৰি বনুৱাসকলে প্ৰাপ্য বেচন আদিৰ বাবে ধৰ্মঘট কৰাত তাত আগভাগ লওঁতা সকলৰ চাকৰি যায়। ফলত বিন্দা আৰু যমুনাৰ জীৱনৰ সৌধ ভাঙি পৰে। যমুনা চিকিৎসাৰ অভাৱত মৃত্যুমুখত পৰে। বনুৱাসকলে হিন্দুস্থানী মালিকৰ তুলনাত কোম্পানীৰ মেনেজাৰক ভাল পোৱা কথাটো শ্লেষাত্মক। ৰাজকোঁৱৰে চাহনিৰ জীৱন সূক্ষ্মভাৱে পৰ্যবেক্ষণ কৰাৰ প্ৰমাণ দিব পাৰিছে।

ভুৱনেশ্বৰী মজুমদাৰৰ ১৯৫৩ চনত প্ৰকাশিত হোৱা 'হেৰোৱা দিগন্ত' সুখপাঠ্য। গল্প প্ৰতিযোগিতাত পুৰস্কাৰ পোৱা কলেজৰ 'ৰোমান্টিক' ছাত্ৰী এগৰাকীয়ে তেওঁৰ প্ৰিয় গল্পকাৰৰ গল্প পঢ়ি তেওঁৰ প্ৰতি আকৃষ্ট হয় আৰু তেওঁক ছাত্ৰী নিবাসলৈ আমন্ত্ৰণ কৰে। তেওঁ ভাবিছিল গল্পকাৰজন তেওঁৰ গল্পৰ দৰে সুদৰ্শন। প্ৰথম দৰ্শনৰ আকস্মিক মোহভংগেৰে গল্পটোৰ পৰিসমাপ্তি হয়।

১৯৫৪ চনত প্ৰকাশ পোৱা কন্দৰ্প কাকতিৰ 'মহাযাত্ৰা' দ্বিতীয় মহাযুদ্ধৰ পৰিপেক্ষিতত লিখা। ইয়াত কোৰ্ট মাৰ্চিয়েলৰ বাবে অপেক্ষাৰত আই এন এৰ সৈনিক এজনে ডায়েৰিৰ পাতত তেওঁৰ জীৱন জিজ্ঞাসাৰ পৰিচয় লিপিবদ্ধ কৰিছে।

১৯৫৬ চনত প্ৰকাশ পোৱা কনকসেন ডেকাৰ 'পট পৰিৱৰ্তন' গল্পটোৰ বিষয়বস্তু আৰু পৰিপ্ৰেক্ষিতত নতুনত্ব আছে। গল্পটোৰ পটভূমি ঢাকা আৰু কলিকতা। পূব পাকিস্থানৰ অত্যাচাৰী শাসন-যন্ত্ৰৰ প্ৰশ্ৰয়ক্ৰমে সক্ৰিয় দুৰ্বৃত্তৰ কবলত পৰা স্ত্ৰীক ৰক্ষা কৰিবলৈ গৈ নায়কে দুৰ্বৃত্তক হত্যা কৰে আৰু তেওঁ দীৰ্ঘম্যাদী কাৰাবৰণ কৰাৰ ফলত তেওঁৰ স্ত্ৰী নিৰাশ্ৰয়া হয়। তেওঁ কলিকতালৈ আহি মানুহে মানুহৰ প্ৰতি কৰা অমানৱীয়তাৰ

বাবে জীৱিকাৰ একমাত্ৰ সম্ভাব্য পথ বাচি লয় আৰু স্বামীৰ লগত পুনৰ্মিলনৰ ভয় আৰু লাজত আত্মহত্যা কৰে।

গল্পৰ প্লট বিচৰাসকলে শশীকান্ত গোস্বামীৰ ১৯৫৭ চনত লিখা 'গল্পৰ প্লট' গল্পটো পঢ়ি ভাল পাব। গল্পটো সুখপাঠ্য আৰু স্বচ্ছন্দপ্ৰৱাহী। গল্পটোত বৰ্ণনাৰ আতিশয্য নাই। তাৰ গতি ক্ষিপ্ৰ আৰু আমনি নলগা। বিভিন্ন ধৰ্মৰ অন্তৰ্নিহিত সত্যৰ ঐক্যৰ ওপৰত বিশ্বাসী হেমেনে আমিনাক ভাল পায়, বিয়াৰ আগতে কিন্তু সমাজখনকো আগুৱাই নিব বিচাৰে। কুচৰিত্ৰৰ মদপী এটাৰ লগত আমিনাৰ বিয়া ঠিক হোৱাত আমিনাই নিৰুপায় হৈ আত্মহত্যা কৰে। এই খবৰ শুনিও হেমেনেও আত্মহত্যা কৰে। গল্পটোৰ বিশেষত্ব হ'ল আকস্মিকতা, 'চাচ্‌পেন্স' আৰু ঘটনা-প্ৰৱাহৰ অপ্ৰত্যাশিত উন্মোচন।

১৯৫৮ চনত প্ৰকাশ পোৱা লীলা বৰগোহাঁইৰ 'সংগী'ত নাৰীজীৱনৰ চিৰন্তন সমস্যাৰ ওপৰত পোহৰ পেলোৱা হৈছে। বাপেকৰ মৃত্যুৰ পিছত ওঠৰ বছৰ বয়সতে সংসাৰৰ ভাৰ লোৱা নিম্ন প্ৰাইমেৰী স্কুলৰ শিক্ষয়িত্ৰী বাসন্তীয়ে পানী আনিবলৈ যাওঁতে পেহীয়েকৰ জীয়েকজনীক লৈ যায়। তাইৰ বিয়া হোৱা বান্ধৱীয়ে তাইৰ ভায়েকৰ বিয়াৰ কথা উলিওৱাত বাসন্তীয়ে উপলব্ধি কৰে—তাইৰ বিয়াৰ বয়স পাৰ হৈ গ'ল, তাইক এতিয়া আৰু সংগী নালাগে।

শচীন বৰুৱাৰ ১৯৫৪ চনত প্ৰকাশ পোৱা 'কক্ষচ্যুতা' গল্পৰ নাৰীৰ নিৰাপত্তাহীন জীৱনৰ ছবি অংকিত হৈছে। মৌজাদাৰৰ হাতিয়াৰ হিচাপে কাম কৰি সৰ্বস্বান্ত হোৱা ললিতাৰ দেউতাকে তাইক মৌজাদাৰৰ আশ্ৰয়তে ৰাখি শেষ নিশ্বাস ত্যাগ কৰে। এদিন ৰাতি বিপত্নীক মৌজাদাৰে তাইক ধৰ্ষণ কৰিবলৈ ওলোৱাত তাই পলাই গৈ ৰেলৰ অকলশৰীয়া ডবাত উঠি লগে লগে দুৰ্দান্ত কেবলসিঙৰ দ্বাৰা ধৰ্ষিতা হৈ তাৰ ৰক্ষিতা হৈ কিছুদিন থকাৰ পিছত তাই কেবলসিঙৰ বন্ধু এজনক ভাল পাবলৈ ধৰে আৰু তাৰ ঈৰ্ষা-বহ্নিত দগ্ধ হৈ আত্মহত্যা কৰে। দুৰ্বলশ্ৰেণীৰ নাৰী জীৱনৰ অনিবাৰ্য

বিপর্যয়, বক্সবাই বলিষ্ঠভাৱে প্ৰকাশ কৰিছে। এজনৰ পৰা পলাই গৈ আন এজনৰ দ্বাৰা ধৰ্ষিতা হোৱা পৰিণতিৰ শ্লেষাত্মক সংযোগ বাস্তৱানুগ আৰু ই পাঠকৰ মনত গভীৰভাৱে ৰেখাপাত কৰে।

গ্ৰন্থখনত সন্নিবিষ্ট ছাঈদুল ইছলামৰ ১৯৫৯ চনত প্ৰকাশিত 'পুতলা নাচ'ত ধুনীয়া, ধনী আৰু চোকা ছাত্ৰ জয়ন্ত, দীপা নামৰ ছোৱালী এজনীৰ প্ৰেমত পৰে। কেমিষ্ট্ৰীৰ প্ৰেকটিকেল ক্লাচত এক্সিডেণ্ট হোৱাত সি ৰূপ হেৰুৱাই দীপাৰ ভালপোৱাও হেৰুৱায়। আনহাতেদি ৰূপা নামৰ ছোৱালী এগৰাকীৰ বিয়া ভাগি থকাত তাইৰ বিয়া জয়ন্তৰ লগত হয়। কিন্তু তাই জয়ন্তক ভাল পাবলৈ অপাৰগ হয়। জয়ন্তই ৰূপাৰ মুখত এচিদ ঢালিবলৈ ওলায়। কিন্তু ৰূপাৰ চকুপানী দেখি সি এটা বিৰল অনুভূতি উপলব্ধি কৰে—আৰু ৰূপাৰো মনৰ পৰিৱৰ্তন হয়। আকস্মিকতা আৰু ঔৎসুক্যৰ অৱতাৰণা ইছলামৰ গল্পৰ প্ৰধান উপজীব্য।

ৰামধেনুৰ অন্তৰ্ধানে অসমীয়া সাহিত্যৰ বাবে এটা অভাৱনীয় পৰিস্থিতিৰ সূচনা কৰে। সুস্থিৰ লেখক আৰু পাঠক গোষ্ঠীৰ অভাৱে এটা সুস্থ বাতাবৰণ গঢ়ি উঠাত বাধা দিয়ে। বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য আৰু মহেন্দ্ৰ বৰাৰ দ্বাৰা সম্পাদিত 'নৱযুগ' আৰু 'মণিদীপে' কিছুদিনৰ বাবে এই সংকটজনক পৰিস্থিতিৰ নিৰসন কৰে যদিও সৃষ্টি ধৰ্মী সাহিত্য বাৰুকৈয়ে আঘাতপ্ৰাপ্ত হয়। বিভিন্ন লেখকগোষ্ঠীৰ এটা সাধাৰণ 'ফ'ৰাম'ৰ অভাৱ সকলোৱে অনুভৱ কৰে। এই সময়ছোৱাত 'কটনিয়ানে' তৰুণ কলেজীয়া লেখকসকলক এটা প্ৰয়োজনীয় প্ৰকাশ মাধ্যম দিয়ে।

মামণি গোস্বামী সপ্তম দশকৰ কটনিয়ানৰ গল্প সাহিত্যৰ এটা উল্লেখ-যোগ্য নাম। এই সংকলনত তেওঁৰ ১৯৬০ চনত প্ৰকাশ পোৱা 'সন্ধি' গল্পটো সন্নিবিষ্ট হৈছে। কলেজীয়া জীৱনতে মামণি গোস্বামী সাহসিক পদক্ষেপেৰে গল্প লিখিবলৈ আগবাঢ়িছিল। তেওঁ সত্যভাষণত কুণ্ঠিত নহয় আৰু অভিজ্ঞতা পৰাও মুখো নহয়। বিষয়বস্তু নিৰ্বাচন আৰু প্ৰকাশ-ভংগীৰ ক্ষেত্ৰতো তেওঁ নিৰ্ভীক। তেওঁৰ বিভিন্ন গল্পত সৰু সৰু মানুহৰ

জীৱনৰ 'ক্ৰাইচিচ' সুন্দৰভাৱে বিধৃত হৈছে। 'সন্ধি' গল্পটোত দোকানী মোহনৰ তিৰোতা ৰূপমতীয়ে কলংকিনীৰ জীৱন যাপন কৰিবলৈ ধৰি ধৰা পৰে আৰু অনুতপ্তা হৈ স্নেহশীলা শাহুৱেকৰ ক্ষমা আৰু আশীৰ্বাদৰ যোগেদি নতুন জীৱন আৰম্ভ কৰে। ক্ষমাৰ প্ৰতিমূৰ্তি 'আই'ৰ মনৰ ভাৱৰ প্ৰকাশ বাস্তৱানুগ ; 'ৰূপমতীৰ কাৰণে আইৰ বেয়া লাগিছে, হয়তো আইয়ে ক'ব নোৱাৰাকৈয়ে অন্তৰৰ কোনোবা এটি কোণত তাইৰ কাৰণেও মৰম অংকুৰিত হৈছিল।' এইটো এটা চিৰন্তন মানৱীয় পৰিস্থিতি। তেওঁৰ ১৯৬১ চনত প্ৰকাশ পোৱা 'কাঠফুলা' এটা বিশেষভাৱে উল্লেখযোগ্য গল্প। গল্পটোৰ প্লট নিচেই সামান্য। পাঠশালাৰ পণ্ডিত দামোদৰ কিশোৰী যুঁতিজাইক বৰ মৰম কৰে। শৈশৱৰ পৰা পাই অহা এই মৰমক যুঁতিজাইয়ে এজন মানুহৰ শিশুৰ প্ৰতি থকা স্বাভাৱিক মৰম বুলিয়েই ধৰি লৈছিল। যুঁতিজাই ডাঙৰ হ'ল আৰু তাইৰ বিয়াৰ কথা-বতৰা চলিল। এটা নতুন জীৱনৰ দুৱাৰদলিত থৌকি-বাথৌ মন লৈ তাই আৱিষ্কাৰ কৰিলে, দামোদৰে তাৰ হৃদয়ত তাইৰ ছবিকে পুহি ৰাখিছিল। মামণি গোস্বামীয়ে অঁকা গাঁৱলীয়া জীৱনৰ চিত্ৰ সজীৱ। ছোৱালীৰ শিশু আৰু কিশোৰী মন ফুটাই তোলাত তেওঁ সিদ্ধহস্তা। তেওঁ জীৱনক নাৰীৰ দৃষ্টিভংগীৰে চাব পাৰে। গল্পটোৰ শিৰোনামাৰ প্ৰতীকী তাৎপৰ্য মন কৰিবলগীয়া। দামোদৰৰ মৰমত ডাঙৰ-দীঘল হোৱা যুঁতিজাইয়ে কাঠফুলাৰ দৰে সকলো আদ্ৰাৰ সহা দামোদৰৰ জীৱনত সমস্ত ৰস শুহি নিলে, এনে এটা ইংগিত গল্পটোত আছে।

হেমেন গগৈৰ ১৯৬০ চনত লিখা 'মইনামতী' এটা সুখপাঠ্য গল্প। গল্পটোৰ সোৱণশিৰিৰ পাৰৰ বলুকা আৰু ঘাঁহনিৰ অবিস্মৰণীয় ছবি অংকিত হৈছে। বহুত যুগ আগতে নেপালৰ পৰা আহি থিতাপি লোৱা আৰু ঘাঁহনিৰ সন্ধানত ঘুৰি ফুৰা নেপালী মানুহৰ জীৱনৰ ছবি সুন্দৰভাৱে বিধৃত হৈছে। ইয়াত আছে এহাল নেপালী দম্পতি, ৰমা আৰু তাৰ পত্নী লক্ষ্মীৰ জীৱন আলেখ্য। ছোট বাবুৰ উপস্থিতিয়ে ক্ষণিক

মোহাবিষ্টভাবে লক্ষীৰ সন্তানহীন জীৱনত আলোড়ন তুলিছে, আৰৌ খৰালিৰ সোৱণশিৰিৰ দৰে এই জীৱন শান্ত হৈ পৰিছে। এই সামান্য পৰিস্থিতিৰ মনস্তাত্বিক তথা আৱয়বিক দিশটোক গগৈয়ে বলিষ্ঠ কল্পনাৰে মূৰ্ত্ত কৰিছে।

গগৈৰ ১৯৬১ চনত প্ৰকাশ পোৱা গল্প 'মৰাণৰ বান' এই সংকলনটোত সন্নিবিষ্ট হৈছে। বানপানীৰ পৰিপেক্ষিতত অসমীয়া ভাষাত কেইটামান ভাল গল্প ৰচিত হৈছে। অসমৰ গণ জীৱনত বানপানীৰ প্ৰাধান্য অনস্বীকাৰ্য। যোগেশ দাসৰ 'ৰামধেনু'ত প্ৰকাশ পোৱা 'গৰাখহনীয়া' গল্পটোৰ মানৱীয় আবেদন এতিয়াও অতিক্ৰান্ত হোৱা নাই। গগৈৰ গল্পটোত মৰাণৰ বানপানীয়ে এটা শ্লেষাত্মক পৰিস্থিতিৰ সৃষ্টি কৰিছে। প্ৰলয়ংকাৰী বানপানীয়ে সোনাকুছি গাঁও বুৰাই পেলাইছে। ৰিলিফৰ নাওও আহিছে। ভুৱন মাষ্টৰে অনুভৱ কৰিছে 'গৰাখহনীয়া'ই গাঁৱৰ গাভৰুসকলৰ মনতো ভাঙোন ধৰাইছে। ৰিলিফৰ চাউনীত গাভৰুৰ খিলখিল হাঁহি শুনি ভুৱনমাষ্টৰ আতংকিত হৈছে তেওঁৰ পুতেকৰ বাগদত্তা গোলাপীৰ সম্ভাব্য স্খলনৰ কথা চিন্তা কৰি। তেওঁ গোলাপীক মাক বিন্দাৰ সৈতে নিজৰ বাসস্থানলৈ নি ৰাখিছে। লোকনিন্দাৰ ভয়ত মাষ্টৰে বিন্দাক বিয়া কৰাবলৈ প্ৰতিজ্ঞাবদ্ধ হয়, কিন্তু ইতিমধ্যে বানপানী সাম কটাত ৰিলিফৰ নাও উভতি যায়। সেই ফালৰ পৰা মাষ্টৰৰ সিদ্ধান্ত আৰু প্ৰৱঞ্চনাৰ নামান্তৰ।

বিনোদ শৰ্মাই ১৯৬১ চনৰ 'কটনিয়ান'ত 'মৰম' নামেৰে এটা ভাল গল্প আগবঢ়ায়। নগৰীয়া মধ্যবিত্ত জীৱনত বাৰ্ধক্য এটা জীৱন্ত সমস্যা। শৰ্মাই এই সমস্যাটো গাঁৱৰ পৰিবেশত যাচাই কৰি চাইছে। গাঁৱৰ নৈসৰ্গিক আৰু কৃষিগত পৰিবেশ সৃষ্টিত শৰ্মাই কুশলতাৰ পৰিচয় দিছে। ৰতন বুঢ়াই শয্যাগত হৈ বোৱাৰীয়েকৰ ভাল-মাত শুনা হয়। অনাদৃত ৰতনে এদিন বিছনাৰ পৰা পৰি চুচৰি গৈ বুঢ়ী সোণপাহীৰ বুকুত আশ্ৰয় লৈছে আৰু পলুৱাই লৈ অহা দিনধৰি মাকৰ ঘৰলৈ নোযোৱা

সোণপাহীক মৰমৰ মাত্ত এষাৰৰ বাহিৰে একা দিব নোৱাৰাৰ বাবে অক্ষম হৈছে। গল্পটোৰ মানৱীয় পৰিস্থিতি আৰু তাৰ উপস্থাপন প্ৰসংশনীয়। শৰ্মাই সাধাৰণ খেতিয়কৰ জীৱনটোক ওচৰৰ পৰা লক্ষ্য কৰাৰ প্ৰমাণ দিব পাৰিছে।

১৯৬১ চনত প্ৰকাশ পোৱা আন এটা উল্লেখযোগ্য গল্প হ'ল অপূৰ্ব শৰ্মাৰ 'সৰাফুলৰ গোন্ধ।' গল্পটোৰ আৰম্ভণি সুন্দৰ, বৰ্ণ বৈচিত্ৰ্যময়: "দিনৰ পোহৰ শেষ হৈ গ'ল। গছৰ সেউজীয়া পাতবোৰ লাহে লাহে ক'লা হৈ পৰিল। পশ্চিম আকাশত মুমূৰ্ষু.........ৰঙৰ খেলা শেষ হ'ল...."ইন্দ্ৰিয় লভ্য চেতনাৰ প্ৰখৰতা আৰু বৌদ্ধিকতা শৰ্মাৰ ৰচনাৰ বৈশিষ্ট্য। কিন্তু কেন্দ্ৰীয় পৰিস্থিতিটোৰ 'মতিভেচন'ৰ অভাৱত গল্পটো গল্প হিচাপে ওপৰৰ স্তৰলৈ উঠিব নোৱাৰিলে। লিখক প্ৰবক্তাই কোৱাৰ দৰে মৃগাংকৰ জীৱন-ইতিহাস জঘন্য বাস্তৱবাদৰ নগ্ন ইতিহাস নহয় আৰু যিডাল মহীৰুহৰ তলত সকলোৱে আশ্ৰয় পাব লাগিছিল, গল্পটো সেইডাল মহীৰুহৰ উৎপাটন অৱশ্যম্ভাৱী কৰিবৰ জোখাই শক্তিশালী নহয়।

১৯৬২ চনৰ 'কটনিয়ান'ত প্ৰকাশ পোৱা গোলাপ চন্দ্ৰ ডেকাৰ গল্প 'চাপ্ৰা বহু দূৰ' মানৱীয় সংবেদনশীলতাৰে ভৰা। তাৰ বাগ্দত্তা লছমীক ধনৰ অভাৱত বিয়া কৰাব নোৱাৰি বিয়াৰ বাবে ধন ঘটিবলৈ সুদূৰ চাপ্ৰাৰ পৰা ৰামবিলাস অসমলৈ আহে। বিলাতলৈ যাবলৈ ওলোৱা এজন ডেকাই তেওঁৰ প্ৰণয়িনীৰ সৈতে শেষ বাৰৰ বাবে বিস্মৃত উঠিছে। সিহঁতৰ মন দিয়া-নিয়াৰ দৃশ্যই ৰামবিলাসৰ মন সুদূৰ চাপ্ৰাত থকা লছমীৰ ওচৰলৈ ওভোতাই লৈ গৈছে—তালৈ যাবলৈ তাৰ যথেষ্ট ধন সংগ্ৰহ কৰিব পৰাৰ আশা যদিও অন্তৰ্হিত হৈছে। গল্পটোৰ বিষয়বস্তু আৰু আংগিক একাকাৰ হৈ গৈছে—আৰোহী আৰু চালকৰ অভিজ্ঞতাৰ সামান্তৰিকতাৰ উপলব্ধিৰ বাবে।

এই চনতে প্ৰকাশ পোৱা 'হাইব্ৰো ইণ্টেলেকচুৱেল' গল্প 'পংক'ত গ্ৰাম্য সৰলতা-সুলভ 'ইডিলিক' প্ৰতিচ্ছবি সম্পূৰ্ণৰূপে অন্তৰ্হিত হৈছে।

হৰেকৃষ্ণ ডেকাই চুৰ্ ৰিয়েলিষ্ট টেক্‌নিকৰ সহায়ত মহানগৰৰ কদৰ্য দিশটোৰ প্ৰতি আলোকপাত কৰিছে। আধুনিক 'পেইনটিঙ'ৰ ভগ্ন খণ্ডাংশৰ দৰে বিক্ষিপ্তভাৱে উদ্ভাসিত হৈছে—টকাৰে কিনিব পৰা 'সপোনৰাণী'ৰ স্বপ্নত বিভোৰ হৰদয়ালৰ বিশৃঙ্খল জীৱন। ডেকাৰ জীৱন জিজ্ঞাসা আৰু তাৰ প্ৰকাশভঙ্গী বলিষ্ঠ আৰু ভাৱ প্ৰৱণতাৰ পৰা মুক্ত।

আগতে উল্লেখ কৰা দ্বিজেন শৰ্মাৰ গল্প 'ৰঙামেঘৰ এচপৰা'ত ক্ষন্তেকৰ দৃষ্টিত ভাল লগা ছোৱালী এজনীক নাপাই বিফল হৈ এজন তৰুণে জীৱনৰ পৰা পলাবৰ বাবে বাট বিচাৰিছে। আনহাতেদি আৰতি ভূঞাৰ 'তোমাৰ মৰমে' গল্পত প্ৰেমত বিফল হৈ নৈৰাশ্য বৰণ কৰা মহিলা এগৰাকীয়ে শিশু এটি দেখি মাতৃসুলভ অনুভূতিৰ উদ্ৰেক হোৱাত মাতৃত্ব বৰণ কৰিবলৈ উদ্বেলিত হৈছে। পিছৰ পৰিস্থিতিটো অধিক বাস্তৱানুগ। প্ৰেমৰ দাবীতকৈ জীৱন আৰু প্ৰকৃতিৰ দাবী অধিক। ইয়াত সন্নিবিষ্ট 'প্লাষ্টিকৰ ফুল' গল্পত বন্ধুত্বৰ দাবীৰ ওচৰত প্ৰেমৰ দাবীয়ে, হাৰ মানিছে —এটা আচহুৱা অথচ মৰ্মস্পৰ্শী পৰিস্থিতিক উপলক্ষ্য কৰি।

ক্ষীৰেণ চন্দ্ৰ ৰায়ৰ ১৯৬৪ চনত প্ৰকাশ পোৱা 'মেঘ মেঘ লাগে' গল্পত প্ৰেমৰ বিফলতা, মোহভংগ আৰু পূৰ্ব প্ৰণয়িনীৰ স্খলিতা বান্ধৱীক অজ্ঞাতসাৰে চাবলৈ অহাৰ আকস্মিকতাৰ বৰ্ণনা আছে। তেওঁৰে 'ৰাজমিস্ত্ৰী' গল্পত মহাবিদ্যালয়ৰ ছোৱালী হোষ্টেল সজোৱাৰ স্থানীয় বৰ্ণনাৰ সহায়ত ৰাজমিস্ত্ৰী এজনৰ বিবৰ্ণ জীৱনৰ ওপৰত লেখকে আলোকপাত কৰিবলৈ যত্ন কৰিছে। ৰায়ৰ ৰাজমিস্ত্ৰীৰ প্ৰতি থকা অনুকম্পা ভাৱ-প্ৰৱণতাৰ পৰা মুক্ত নহয়।

বিশ্বকিংকৰ গোস্বামীৰ 'এখন পুৰণি মাচিয়া' এটা নিটোল গল্প। দামী চোফা চেট সুমুৱাবৰ বাবে ঠায়ে নোজোৱাত বৃদ্ধ ভোলানাথ বৰুৱাৰ সাতামপুৰুষীয়া মাচিয়া বাৰান্দাত স্থাপন কৰা হ'ল। জেনকিনচ্ চাহাবে দিয়া পিতলৰ ধোঁৱা খোৱাও আচবাবৰ হেঁচাত পোতোকা পৰিল। বোৱাৰীয়েকৰ খিংখিঙিয়া মাতে তেওঁক সোঁৱৰাই দিলে—ঘৰখনতো

তেওঁকো মাচিয়াখনৰ লগতে স্থানচ্যুত কৰা হৈছে। নগৰীয়া জীৱনত বৃদ্ধ বয়সৰ অকলশৰীয়া অৱস্থাৰ ছবি গোস্বামীয়ে সংবেদনশীলতাৰে অংকন কৰিছে।

এই সংকলনত প্ৰতিভাশালী গল্পলেখক বিৰিঞ্চি কুমাৰ মেধিৰ চুটিগল্প 'পখিলাৰ পাখি ভাগে' সন্নিবিষ্ট হৈছে। ১৯৬৭ চনত লেখা এই গল্পটোৰ কেন্দ্ৰীয় পৰিস্থিতি মনস্তাত্বিক। মনস্তাত্বিক দিশৰ পৰা পোহৰ পেলোৱা তেওঁৰে 'মম জ্বলে আৰু গলে' (১৯৬৬) এটা সুন্দৰ গল্প। গল্পটোত অসমীয়া গল্পৰ দুষ্পাপ্য—আৰম্ভণি, মাজভাগ আৰু সামৰণি এই তিনিওটা ভাগ বৰ্তমান। বিভূতিয়ে পখীক ভাল পাইছিল। পখীয়ে তাক অৱহেলা কৰি আনত বিয়া সোমাল। এই ক্ষোভৰ অন্তৰ্দহনত জ্বলিপুৰি তাৰ পত্নী মনালীক পৰিপূৰকভাৱে আঘাত দিয়াৰ উদ্দেশ্যে সি পখীক ভালপোৱাৰ কথা উলিয়াব বিচাৰে। শাহুৱেকৰ আদৰত আশ্ৰয় লভা মনালীয়ে কথাটোত গুৰুত্ব নিদিয়া যেন দেখি ক্ৰুদ্ধ হৈ সি এদিন তাইক প্ৰহাৰ কৰে। সিদিনা ৰাতি বহু দেৰিকৈ বাহিৰত থাকি ঘৰলৈ উভতি সি দেখে—ঘৈণীয়েকে তাৰ কাৰণে ভাত বাঢ়ি বৈ আছে। বিভূতিৰ সকলো ক্ষোভৰ অন্ত পৰে আৰু সি ঘৈণীয়েকক সাৱতি ধৰে। এই মৰমৰ প্ৰত্যায়ে মনালীৰ চকুত অশ্ৰুৰ ঢল বোৱায়। গল্পটোৰ গতি সাৱলীল আৰু অনু-ক্ৰমিক। বিভূতিৰ স্ত্ৰীৰ আঘাত কৰিবৰ প্ৰণোদন, মনালীৰ ভালপোৱা আৰু নীৰৱ অভিমান এই সকলো গল্পটোত একাকাৰ হৈছে। গল্পটোৰ প্ৰতীকীয় বৰ্ণনাসমূহো মনোমুগ্ধকৰ: "কিন্তু বৰ্তমানক লৈ ব্যস্ত মনালীয়ে অতীতৰ মৈদাম খান্দি গেলা মৰাশ আজুৰিবলৈ হাবিয়াস নকৰিলে।" মনালীৰ দৰে নাৰী চৰিত্ৰ শ্বেকচপিয়াৰৰ কমেডিৰ নাৰী চৰিত্ৰৰ দৰে জীৱনৰ ত্ৰাণকৰ্তী।

ঘন হাজৰিকাৰ ১৯৬৭ চনত লিখা গল্প 'কুন্তী বাইদেউ'ত নানান ঘাত প্ৰতিঘাতৰ মাজেদি জীৱনক আদৰি লোৱা নাৰীৰ অবিস্মৰণীয় ছবি অংকিত হৈছে।

আৰাধনা পাটগিৰীয়াৰ ১৯৭১ চনত লিখা 'সন্ধানত' গল্পটো নাৰীৰ-সুলভ দৃষ্টিভংগীৰে লিখা ৰোমাণ্টিক উচ্ছাস, ভাব প্ৰৱণতা আৰু বিষয়বস্তু উপস্থাপনৰ আধিক্যই গল্পৰ অগ্ৰগতিক ব্যাহত কৰিলেও গল্পটোৰ কেন্দ্ৰীয় পৰিস্থিতিত নতুনত্ব আছে। স্বাগতা বৰুৱা নামৰ ছোৱালী এগৰাকীয়ে দেউতাকৰ ব্যক্তিত্বৰ আশ্ৰয়ত ডাঙৰ-দীঘল হৈ অনুসন্ধান কৰিছিল এজন দৃঢ়মনা প্ৰত্যয়শীল ব্যক্তিৰ, আৰু এই দৃঢ়তা আৰু প্ৰত্যয় তেওঁ দেখিছিল তেওঁৰ কলেজৰ ওপৰ শ্ৰেণীৰ ছাত্ৰ ত্ৰিদীপ ফুকনৰ চকুত। ত্ৰিদীপ ফুকনে প্ৰতিভাসম্পন্ন হৈও বি. এ পৰীক্ষা নিদি ট্ৰেড ইউনিয়নত লাগি দেহমন ঘূৰ্ণীয়া কৰিলে। বিলাতত উচ্চ শিক্ষা সাং কৰি ঘৰলৈ অহাৰ পথত স্বাগতাই ৰেলত ঘূৰ্ণীয়া ত্ৰিদীপ ফুকনক লগ পায়। জীৱনৰ বাহ্যিক ব্যৰ্থতাৰ বাবে অনুতপ্ত নোহোৱা দৃঢ়মনা মানুহজনৰ ওচৰত হাৰ মানি তেওঁ তৃপ্তি, নিৰাপত্তা আৰু শান্তি লাভ কৰে।

মদন শৰ্মাৰ ১৯৭২ চনত প্ৰকাশ পোৱা 'মৃত' গল্পটো যিকোনো সংকলনতে ঠাই পাবৰ যোগ্য। ক্লান্ত, অৱশ আৰু ৰুগ্ন দেহমন লৈ ঘৰৰ সকলো দায়িত্ব মূৰ পাতি লোৱা শিক্ষয়িত্ৰী ছোৱালী এগৰাকীয়ে দুৰাৰোগ্য ৰোগত ভুগি তিলতিলকৈ নিশ্চিত মৃত্যুৰ ফালে আগবাঢ়িছে। এই বিলম্বিত সময়ত তেওঁৰ জীৱনলৈ আহিল প্ৰেমৰ আহ্বান। তেওঁৰ প্ৰতিবেশীয়ে তেওঁৰ ওচৰত প্ৰেম নিবেদন কৰিছে। গল্পকাৰৰ নিজৰ ভাষাত —"ইমান ওচৰত থাকিও মানুহবোৰে গম নাপায় কিমান সংগোপনে গাভৰু এজনী মৰি আহিছে।" তেওঁৰ ওচৰত তেওঁ দৈহিক সংগসুখ, আলিংগনৰ আনন্দ নিৰাপত্তা আৰু আশ্বাস পাইছে। কিন্তু দেহ আৰু মনৰ যন্ত্ৰণাই তেওঁক সোঁৱৰায়—তেওঁ কেতিয়াবাৰ পৰাই মৰিবলৈ আৰম্ভ কৰিছে। প্ৰেম আৰু মৃত্যুৱে তেওঁৰ জীৱনত যুগপৎ ক্ৰিয়া কৰিছে। গল্পটোৰ কেন্দ্ৰীয় পৰিস্থিতিটো শক্তিশালী। লেখকে গল্পটোৰ উপস্থাপনত যথেষ্ট সংযম আৰু ঘণীভূতীকৰণ ক্ষমতা দেখুৱাব পাৰিছে। তেওঁৰ বৰ্ণনাও যথোপযুক্ত আৰু শালীনতা অতিক্ৰম নকৰাকৈ 'ফ্ৰেংক'।

'ভগা জেওবাৰ উচুপনি' গল্প সাহিত্যৰ ক্ষেত্ৰত আনোৱাৰ হুছেইনৰ সাহসিক পদক্ষেপ। গল্পটো বৰ্তমান পৰিস্থিতিত অত্যন্ত গুৰুত্বপূৰ্ণ অনাদৃত, অৱহেলিত আৰু লাঞ্ছিত হৰিজন পৰিয়াল এটাৰ করুণ কাহিনী ইয়াত সংবেদনশীলতাৰে অংকন কৰা হৈছে। উচ্চ বৰ্ণলোকৰ উন্নাসিকতা আৰু অহংকাৰে কেনেকৈ দুৰ্বল মানুহৰ জীৱনলৈ সৰ্বনাশ কঢ়িয়াই আনে তাৰ মৰ্মস্পৰ্শী ছবি লেখকে অংকন কৰিছে। প্ৰকাশ্যভাৱে হৰিজনৰ লগত মিলামিচা নকৰা আৰু আন্ধাৰত হৰিজন ছোৱালীৰ ওচৰত প্ৰেম নিবেদন কৰাৰ হীন মনোবৃত্তিৰ ছবিও এওঁ সুন্দৰভাৱে অংকিত কৰিছে। পঢ়া-শুনাৰ প্ৰতি আগ্ৰহ দেখুৱাৰ অপৰাধত হৰিজন তৰুণ আৰু তেওঁৰ ৰুগ্ন পিতৃ প্ৰহৃত। সামান্য আবুৰ দিয়া ভগা জেওবা খনৰো যেন থিয়দি থাকিবৰ অধিকাৰ নাই। গল্পটোৰ উপস্থাপন ঋজু, কিন্তু কলাসুলভ। গল্পটোত সমাজৰ বিবেক জাগ্ৰত কৰিবৰ প্ৰচেষ্টা আছে।

অনিল শৰ্মাৰ 'বাপতি সাহোন' (১৯৭৮) গল্পত প্ৰকাশ পোৱা আদৰ্শই পিতৃ পিতামহৰ বৃত্তি এৰি বেকাৰ জীৱন যাপন কৰা 'জেনাৰেচন' এটাৰ ওপৰত কটাক্ষপাত কৰি এটা গুৰুত্বপূৰ্ণ সমসাময়িক সমস্যাৰ ওপৰত পোহৰ পেলাইছে।

সাম্প্ৰতিক সংকলনটোত কটনিয়ানৰ চুটিগল্প বিবেচনাৰ কাল ১৯৩২ চনৰ পৰা ১৯৮০ চনলৈ ধৰা হৈছে। প্ৰথম আৰু শেষ দশকৰ গল্প কটনিয়ানৰ নিৰ্বাচিত গল্প সংকলনত নাই। শেষ হ'ব ধৰা সাম্প্ৰতিক দশকটো পঞ্চম দশকটোৰ দৰেই গুৰুত্বপূৰ্ণ আৰু অশান্ত। দাৰিদ্ৰ্য, সংঘৰ্ষ আৰু বানপানী অসমৰ সাম্প্ৰতিক গণজীৱনক আজুৰি যোৱা সমস্যা। সমস্যাজৰ্জৰ মানুহৰ ৰূপায়ণ সাম্প্ৰতিক তৰুণ লেখকসকলৰ প্ৰতি এটা প্ৰত্যাহ্বান।

সুখৰ কথা, কটনিয়ান লেখকসকলে এই প্ৰত্যাহ্বান গ্ৰহণ কৰিছে আৰু গণজীৱনক আজুৰি যোৱা সমস্যাক ঘাইকৈ বিধৃত কৰিবলৈ যত্ন কৰিছে। এই দশকটোৰ সামগ্ৰিক মূল্যায়ণ ভৱিষ্যতৰ বাবে এৰি থোৱা হ'ল। কিন্তু এম. কামালুদ্দিন আহমেদৰ 'পোৱা ঘাঁহনিৰ সিপাৰে'

গল্পটোক প্ৰতিভূ হিচাপে ধৰি তাৰ যৎকিঞ্চিৎ বিশ্লেষণ সন্নিৱিষ্ট কৰা হ'ল।

সমন্বৰ যন্ত্ৰণা আৰু তাৰ প্ৰকাশৰ ক্ষেত্ৰত গল্পটো প্ৰতিভূস্থানীয় হ'লেও এইটো এটা অসাধাৰণ গল্প। ৰাজনীতি বিজ্ঞানৰ প্ৰবক্তা তৰুণ চিত্ৰকৰ প্ৰশান্ত বেদনাত জৰ্জৰিত হৈছে এইবাবে যে তেওঁ এজন শান্ত স্নিগ্ধ, সমাহিত মানুহৰ ছবি আঁকিবৰ চেষ্টা কৰি বাৰে বাৰে বিফল হৈছে। লেখকৰ ভাষাত: "সি আঁকিব বিচাৰে পৰম আগ্ৰহেৰে মানুহৰ এযুৰি চকু —য'ত নিদ্ৰামগ্ন তুখনি সমুদ্ৰ। কিন্তু তাৰ ছবিৰ চকুযোৰ ট-টকৈ জ্বলি থাকে। যেন সৰ্বগ্ৰাসী জুই চকুত সকলোবোৰ পুৰি ছাৰখাৰ কৰি দিব।"

প্ৰশান্তৰ মন অসুস্থ। এই অসুস্থতাৰ কাৰণ এটা ভয়াবহ দৃশ্যৰ অভিজ্ঞতা। ঘাঁহনিৰ ওপৰত বহি থকা প্ৰশান্তৰ কল্পনাপ্ৰৱণ মন জাহাজীকল, চেনিচম্পা আৰু নেমুপাতৰ গোন্ধত আন্দোলিত হৈ আছে আবেলি পৰত। এনেতে সি এটা ভয়ংকৰ পৰিস্থিতিৰ সন্মুখীন হ'ল। নিৰ্বাচনৰ আপাহত ঘটা সংঘৰ্ষৰ দৃশ্যই পোৰা মঙহৰ গোন্ধ, নেমুপাত, জাহাজী আৰু চেনিচম্পা কলৰ সংমিশ্ৰিত সুগন্ধ একাকাৰ কৰিলে আৰু সি তাৰ প্ৰিয় পৰিচিত জগতখন হেৰুৱালে। তেতিয়াৰ পৰা সি চাৰিমাহ ধৰি অশেষ যত্ন কৰিও এখন শান্ত সমাহিত মানুহৰ ছবি আঁকিব পৰা নাই। সি টোপনিত পিকাছ'ৰ 'গুৱেৰ্ণিকা'ৰ সপোন দেখিলে — ঠেং ভগা ঘোঁৰা, অসহায় মানুহ আৰু এগৰাকী কৰুণাময়ী নাৰী মূৰ্তি। সি সাৰ পাই আকৌ ছবি আঁকিবলৈ ল'লে আৰু দাৰুণ যন্ত্ৰণাৰ শেষত এটা বিৰল মুহূৰ্তত সি তাৰ কল্পনাৰ ছবিখন সমাপ্ত কৰিলে। সি তাৰ নেমুপাত, কল আৰু ঘাঁহৰ সুগন্ধভৰা পৰিচিত জগতখন ঘূৰাই পালে।

কামালুদ্দিনৰ গল্প পঢ়ি মনলৈ আহে ফক্‌নাৰৰ আশাৰ বাণী—'মানুহ পৰাভূত নহয়।'

প্ৰস্তাৱিত সংকলনটোত প্ৰকাশ পোৱা সকলোটি গল্পৰ সম্যক

বিশ্লেষণ আৰু মূল্যায়ণ এই পৰিসৰত অসম্ভৱ। ওপৰত এই গল্পবোৰৰ এটি থুলমূল পৰিচয় মাত্র ডাঙি ধৰা হ'ল। ৰামধেনু যুগৰ বিখ্যাত গল্পকাৰ সকলৰ ভিতৰত অনেকেই কটন কলেজত পঢ়া কালত 'কটনিয়ান'ত গল্প লেখা নাই। মহিম বৰা, চন্দ্ৰ প্ৰসাদ শইকীয়া, সৌৰভ কুমাৰ চলিহা, ভবেন্দ্ৰনাথ শইকীয়া, লক্ষ্মীনন্দন বৰা, ৰোহিনী কুমাৰ কাকতি আদি লেখকসকলে স্নাতকোত্তৰ মহলাৰ পিছতহে গভীৰভাৱে গল্প সাহিত্যত মনোনিবেশ কৰে। 'কটনিয়ান'ৰ প্ৰত্যেকটো সংখ্যা সম্প্ৰতি সম্পাদকৰ হাতত নাই। সেইবাবে কটনিয়ানৰ সকলোবোৰ ভাল গল্প সংকলনটোত স্থান দিব পৰা নহ'ল। সেই গল্পসমূহ দ্বিতীয় খণ্ডত প্ৰকাশ কৰিবৰ চেষ্টা এটা আছে। এইবোৰ কাৰণত কটনিয়ানৰ গল্পৰ সমালোচনা সীমাবদ্ধ হ'বলৈ বাধ্য।

'কটনিয়ান'ত প্ৰকাশপোৱা ভালেমান প্ৰতিভাশালী লেখকৰ গল্প পিছত পঢ়িবলৈ পোৱা নাই। এই সকল লেখকে লিখি থাকিলে অসমীয়া গল্পৰ ধাৰাটো যে অধিক শক্তিশালী হ'লহেঁতেন সন্দেহ নাই। আলোচনী আদিৰ নিৰৱচ্ছিন্ন প্ৰকাশৰ অভাৱে এটা বলিষ্ঠ সাহিত্য পৰম্পৰা সৃষ্টিত বাধা প্ৰদান কৰে। 'আৱাহন'ৰ অন্তৰ্ধানৰ লগে-লগে হলিৰাম ডেকা, ৰমা দাশ, কৃষ্ণা ভূঞা, উমা শৰ্মাকে ধৰি সেইযুগৰ ভালেমান কৃতী গল্পকাৰে পিছৰ সময়ছোৱাত গল্প লিখিবলৈ এৰিলে। 'ৰামধেনু'ৰ যুগত 'ৰামধেনু'ৰ সম্পাদকৰ ব্যক্তিত্বৰ গুণত সকলোশ্ৰেণীৰ সাহিত্যিকে যি প্ৰকাশ মাধ্যম পাইছিল, ৰামধেনুৰ অন্তৰ্ধানৰ লগে লগে সি অন্তৰ্হিত হোৱাত সেই যুগত পৰিপক্কতা লাভ কৰা ভালেমান লেখকে লিখিবলৈ উপযুক্ত মাধ্যম নেপালে, আৰু তেওঁলোক অনিশ্চিত পাঠক গোষ্ঠীৰ বাবে লিখিবলৈ বাধ্য হ'ল।

সপ্তম দশকত এই ক্ৰাইচিচ ঘনীভূত হ'ল। প্ৰতিষ্ঠা আৰু যশস্যাৰ প্ৰতি আওকণীয়া সম্ভাৱনাপূৰ্ণ লেখকসকলে লেখিবলৈ উদগনি নেপালে। যিসকলে লিখিলে, সিসকলে সৰ্বজনগ্ৰাহ্য মাধ্যমত লিখিব নোৱাৰাৰ বাবে তেওঁলোকৰ প্ৰতিভা অনুপাতে আলোড়ন তুলিব নোৱাৰিলে। ৰামধেনু

যুগত যিসকল লেখকৰ গল্পই উৎকৰ্ষৰ শীৰ্ষ বিন্দু চুইছিলগৈ সেই সকলৰ লেখনী সমাদৃত হৈ থাকিল, কিন্তু তেওঁলোক নতুন লেখকৰ পৰম্পৰা এটা গঠনৰ সহায়ক হ'ব নোৱাৰিলে। ভালেমান ভাল একক গল্প লেখকৰ প্ৰতিভা অখ্যাত নামা আলোচনীৰ পাততে মৰহি গ'ল। নিৰৱছিন্ন ভাৱে প্ৰকাশিত 'কটনিয়ানে' আলোচনীৰ মন্দা বত্তৰত বছৰে বছৰে অন্ততঃ কিছু সংখ্যক প্ৰতিভাশালী গল্পকাৰক প্ৰথম প্ৰকাশৰ মাধ্যম দি আহিছে —ভালেমান দশক ধৰি। গতিকে 'কটনিয়ানৰ নিৰ্বাচিত গল্প'ৰ গুৰুত্ব অস্বীকাৰ কৰিবৰ উপায় নাই।

'কটনিয়ানৰ নিৰ্বাচিত গল্প'ৰ প্ৰকাশে এটা বৈকল্পিক ট্ৰেডিচনৰো সম্ভেদ দিব পাৰে। ৰামধেনু যুগৰ সুপ্ৰতিষ্ঠিত গল্প লেখকৰ যিসকলে 'কটনিয়ান'ত লিখিছে, সি সকলে কলেজীয়া জীৱনতে ভাল গল্প লিখিছে। 'কটনিয়ান'ৰ পাততে যি সকলৰ প্ৰতিভা মৰহি গৈছে অথবা মৰহি যাবৰ উপক্ৰম হৈছে সেই সকলৰ গল্প প্ৰতিষ্ঠিত গল্পকাৰৰ গল্পৰ কষটি শিলত যাচাই কৰিলে পাঠক সমাজ উপকৃত হ'ব সন্দেহ নাই।

বিভিন্ন যুগৰ গল্পলেখকৰ গল্প এই সংকলনত সন্নিবিষ্ট হ'লেও ইয়াত তেখেতসকলৰ তৰুণ বয়সৰ চিন্তা-চৰ্চাহে বিধৃত হৈছে। এই সকল লেখকৰ পিছৰ জীৱনৰ সামগ্ৰিক সাহিত্যকৃতিৰ পোহৰত এই গল্পবোৰ চালিজাৰি চোৱাটো আমাৰ উদ্দেশ্য নহয়। বিভিন্ন যুগৰ প্ৰভাৱক লেখকে অতিক্ৰম কৰিব নোৱাৰে। সমসাময়িক যুগৰ বৌদ্ধিক পৰিৱেশেও অনিবাৰ্যভাৱে ক্ৰিয়া কৰিব।

কিন্তু সকলো যুগৰ লেখকক যদি তেওঁলোকৰ কলেজীয়া জীৱনৰ নিৰ্ধাৰিত স্তৰ এটাত অনুধাৱন কৰিবলৈ লওঁ তেনেহ'লে অসমীয়া গল্প পৰম্পৰা সম্পৰ্কে নতুন তথ্য ওলোৱাৰ সম্ভৱনা থাকে। 'কটনিয়ান'ৰ নিৰ্বাচিত গল্প'ই এনে তুলনামূলক অধ্যয়নৰ বাট মুকলি কৰিব। এটা অৰ্থত 'কটনিয়ান'ৰ ত্ৰৈলোক্য নাথ গোস্বামী আৰু 'কটনিয়ান'ৰ আনোৱাৰ হুছেইন প্ৰকৃতাৰ্থত সমসাময়িক। বিভিন্ন যুগত তৰুণসকলে জীৱনক কেনেদৰে গ্ৰহণ কৰে তাৰ সম্ভেদ সংকলিত গল্পসমূহে দিছে।

'কটনিয়ান'ত প্ৰকাশ পোৱা গল্পসমূহত বিষয়বস্তুৰ বিস্তৃতি আৰু বৈচিত্ৰ্য মনকৰিবলগীয়া। ৰোমাণ্টিক প্ৰেম আৰু ঘৰুৱা জীৱনত প্ৰকাশ পোৱা নৰ-নাৰীৰ বিচিত্ৰ সম্পৰ্ক, মানুহৰ মনস্তাত্বিক আৰু সামাজিক পৰিস্থিতি, মানুহৰ চিৰাচৰিত বন্ধুত্ব, প্ৰেম, প্ৰীতি আৰু দয়া, যুদ্ধ-বিগ্ৰহ-সংঘৰ্ষ আদিত মানুহৰ স্বৰূপ উদঘাটন, দাৰিদ্ৰ্য, শোষণ আৰু দুৰ্নীতিৰ লগত বুজাপৰা, পৰিস্থিতিৰ প্ৰভাৱত নৈতিক স্খলন, নাৰীৰ ওপৰত নিৰ্যাতন আৰু ধৰ্ষণকামী মনোবৃত্তি, কলাকাৰৰ সুকোমল মনোভাৱ আদি 'কটনিয়ান'ত প্ৰকাশ পোৱা গল্পৰ বিষয়বস্তুৰ ভিতৰুৱা।

'আৱাহন' যুগটোক ঘাইকৈ ৰোমাণ্টিক প্ৰেমৰ যুগ বুলিব পাৰি। ত্ৰৈলোক্য নাথ গোস্বামী, ৰমা দাস, উমা শৰ্মা, কৃষ্ণ ভূঞা আদি গল্পকাৰে ৰোমাণ্টিক প্ৰেমৰ মৰ্মস্পৰ্শী ছবি আঁকিছে। ইয়াত সন্নিৱিষ্ট অগ্ৰজ কটনিয়ান ত্ৰৈলোক্য নাথ গোস্বামীৰ গল্পটো আৱাহন যুগৰ এই বিশিষ্ট ধাৰাৰ প্ৰতিভূ। যুদ্ধোত্তৰ যুগৰ কটনিয়ানৰ গল্পত এই ধাৰাৰ বিস্তৃতি আৰু গভীৰতা সীমাবদ্ধ যদিও আলোচ্য কটনিয়ানৰ গল্পসমূহত নৰ-নাৰীৰ বৈচিত্ৰময় সম্পৰ্কৰ ছবি গ্ৰন্থিত হৈছে। বিনোদ শৰ্মাৰ 'মৰম' আৰু দ্বিজেন্দ্ৰনাথ শৰ্মাৰ 'একো নহয়' গল্পত গাঁৱলীয়া পৰিৱেশত ক্ৰমে বৃদ্ধ আৰু তৰুণ বয়সৰ স্বামী-স্ত্ৰীৰ কথা গ্ৰন্থিত হৈছে। বেছিভাগ গল্পতে প্ৰেমে বাস্তৱতাৰ ওচৰত হাৰ মানিছে। আৰতি ভূঞাৰ 'তোমাৰ মৰমে' গল্পত মাতৃত্বৰ হেঁপাহ চুটিগল্পৰ ভিতৰুৱা হ'ব পাৰিছে। আৰাধনা পটংগীয়াৰ গল্পত দৃঢ়মনা পুৰুষৰ সন্ধানৰ হিচাপ আছে। দ্বিজেন্দ্ৰনাথ শৰ্মাৰ গল্পত ৰোমাণ্টিক প্ৰেমৰ বিফলতাই জীৱন বিমুখ কৰা মানুহৰ চিত্ৰ থাকিলেও সি পতিয়ন যাবপৰা বিধৰ নহয়। মামণি গোস্বামীৰ গল্পত বয়ঃসন্ধিৰ আগৰ আৰু পিছৰ কিশোৰী আৰু গাভৰুৰ বিচিত্ৰ মনোভাৱ বিধৃত হৈছে। দেৱেন্দ্ৰনাথ সোণোৱালৰ 'পৰিৱৰ্তন'ত প্ৰেম আৰু আন্তৰিকতাৰ ছবি আছে। গোপাল চন্দ্ৰ ডেকাৰ গল্পত আছে বিভ্ৰান্ত মানুহ আৰু বিভ্ৰাত উঠা মানুহৰ প্ৰেমৰ পৰিণতিৰ বৈপৰীত্য। হোমেন বৰগোহাঞিৰ গল্পত আছে কল্পমনে কেনেকৈ স্বাস্থ্যকৰ প্ৰেমক আদৰি

ল'ব নোৱাৰা হয় তাৰ ছবি। বিৰিঞ্চি কুমাৰ মেধিৰ গল্পত আছে সামান্যতম চাদিভামৰ আভাস। হেমেন গগৈয়ে দেখুৱাইছে যে নৈতিকতাৰ আতিশয্যইও মানুহক স্খলিত কৰে। হৰেকৃষ্ণ ডেকাই দেখুৱাইছে টকাৰ বিনিময়ত প্ৰেম কিনাৰ মনোবৃত্তি। ৰোমাণ্টিক প্ৰেম অন্তৰ্হিত হোৱা নাই, কিন্তু তাৰ তীব্ৰতা আৰু মাদকতা হ্ৰাস পাইছে আৰু সি আনুষংগিক বাস্তৱ পৰিস্থিতিৰ লগত একাকাৰ হৈছে। প্ৰেমৰ পুৰণি কলীয়া ত্ৰিভুজৰ উপস্থাপনৰ ক্ষেত্ৰতো চিন্তা দ্বিধাগ্ৰস্ত হোৱাৰ চিন দেখা গৈছে।

ৰোমাণ্টিক প্ৰেমৰ উপস্থিতি আজিৰ গল্পত এটা অনুৰণন মাত্ৰ। ১৯৬৩ চনত প্ৰকাশ পোৱা ৰমেশ দাসৰ 'ক্ষণিক অৰণ্য' গল্পটো এই ক্ষেত্ৰত প্ৰতিভূস্থানীয়। চিৰিং পাৰৰ মনপা গাঁৱত নায়কে চীনা আক্ৰমণৰ পিছত ভৈয়ামলৈ আহি উভতি যোৱা মন্‌পা গাভৰু চাংচুৰ ভাই-ভনী সুলভ মৰম-চেনেহত দ্ৰৱীভূত হৈছে। সি লগপোৱা দিনাই তাই তাৰ মনৰ মানুহৰ লগত পলাই গ'ল। উভতি অহাৰ পথত তাইৰ স্মৃতিয়ে তাৰ মন আচ্ছন্ন কৰে আৰু সি উপলব্ধি কৰে, যে, সি তাইক ভাল পাইছিল। গল্পটোত সবল আদিম জনজাতীয় মানুহৰ চিত্ৰ আৰু জকমককৈ ফুলি থকা ৰডডেণ্ড্ৰন আৰু মন্‌পা গাভৰুৰ সুন্দৰতাৰ তুলনা মনোৰম। নিত্যানন্দ তামুলীৰ 'সাক্ষী' গল্পত এজন ডেকাই আগৰ ভালপোৱা মানুহজনীক অন্তঃসত্বা অৱস্থাত এৰি আন এজনীক বিয়া কৰাই আকৌ উভতি আহিছে তাইৰ সন্তানক স্বীকৃতি দিবলৈ। হৰেণ ৰাজকোঁৱৰৰ 'চাহনিৰ স্মৃতি' আৰু কনকসেন ডেকাৰ 'পট পৰিৱৰ্তন'ত আছে, স্বামী-স্ত্ৰীৰ চেনেহৰ সংসাৰ কেনেকৈ শোষক আৰু অত্যাচাৰীৰ নিগ্ৰহত বিনষ্ট হয় তাৰ ছবি। মদন শৰ্মাৰ 'মৃত' গল্পত আছে মৃত্যুমুখী কণ্যা গাভৰুৰ জীৱনলৈ বিলম্বিত প্ৰেমৰ আগমনৰ মৰ্মস্পৰ্শী ছবি বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই তেখেতৰ গল্পত স্বামী-স্ত্ৰীৰ সম্পৰ্কৰ ভিতৰত বুজাবুজিৰ প্ৰয়োজনীয়তাৰ কথাকে সকীয়াই দিছে। এইদৰে বেছিভাগ গল্পকাৰৰ গল্পতে নৰ-নাৰীৰ প্ৰেম আৰু সম্পৰ্কৰ অনুধাৱনে

বাস্তৱতাৰ পিনে গতি কৰিছে। গিৰিশ কলিতাৰ 'শৃংখল' গল্পত হৰিজন দম্পতি বুধীন আৰু চম্পাৰ মাজত থকা সম্পৰ্কই বাস্তৱবোধৰ চৰম শীৰ্ষবিন্দু চুইছে। বুধীনৰ মতে মৰম কৰিলে তিৰোতাই আৱৈ পায়। বুধীনে তাইক "কুণ্ডি" বুলি মাতে আৰু ওপৰ মহলাত নৱ-নাৰীৰ ৰোমান্টিক সমন্ধৰ ওপৰত চাবুক হানে। সিইতৰ-ভালপোৱাক গলিত লাভাৰ দৰে অৱস্থাত পোৱাকৈ কলিতাই বিধৃত কৰিছে।

বাস্তৱতাৰ অনুসন্ধানৰ ক্ষেত্ৰত হোমেন বৰগোহাঞিয়ে এটা দৃঢ় পদক্ষেপ দিছে, তেওঁৰ এই সংকলনত সন্নিৱিষ্ট হোৱা গল্পটোত মিস্ত্রিজনে এজনে ধৰ্ষিতা, পতিতা নাৰীক আশ্ৰয় দিও বুঢ়াবয়সত তাইক পথচাৰিনী কৰিবলৈ বাধ্যকৰা কাৰ্যৰ বৰ্ণনাত মানুহৰ মনস্তাত্বিক তাগিদা সক্ৰিয়। তেখেতৰ গল্পত এটা নতুন "থিমে" বলিষ্ঠভাৱে আত্মপ্ৰকাশ কৰিছে। সেইটো হ'ল চহৰীয়া জীৱনৰ বৈচিত্ৰ্য। তেখেতৰ সামাজিক বাস্তৱতাৰ চেতনাত প্ৰখৰ।

আনহাতেদি 'ইণ্ডাষ্ট্রিয়েল ৰিভ'ল্যুচন' ছুবাৰকৈ হেৰোৱা অসমৰ গ্ৰামীন পৰিবেশৰ মনোমুগ্ধকৰ দৃশ্যাৱলী এতিয়াও অন্তৰ্নিহিত হোৱা নাই। কুল গগৈ, যোগেশ দাস, দ্বিজেন্দ্ৰনাথ শৰ্মা আৰু হেমেন গগৈৰ গল্পত এই জীৱনৰ মনোমোহা ৰূপ অংকিত হৈছে। হৰেণ ৰাজকোঁৱৰৰ চাহনিৰ বৰ্ণনা আৰু ৰমেশ দাসৰ অৰুণাচলৰ পাহাৰীয়া জীৱনৰ ছবি পাহৰিব নোৱাৰা।

সকলো প্ৰকাৰৰ শোষণ একাধিক কটনিয়ান গল্পকাৰৰ গল্পৰ পৰিপেক্ষিত শোষণৰ সামাজিক ৰূপটো প্ৰকট হৈছে আনোৱাৰ হুছেইনৰ 'ভগা জেউৰাৰ উচুপনি' আৰু গিৰীশ কলিতাৰ এটি বিশৃংখল গল্প 'শৃখল'ত। 'সংগী গল্পত নাৰীৰ মৰহি যোৱা জীৱন যৌৱনৰ ছবি আছে। শচীন বৰুৱাৰ গল্পত নাৰীৰ নিৰাপত্তাহীনতা মৰ্মস্পৰ্শীৰূপে বিধৃত হৈছে। চাৰ্লচ লেম্বে "ঘৰে ঘৰেই যিমানেই দৰিদ্ৰ নহওক" এই 'পপুলাৰ ফেলাচি' টো বিৰোধিতা কৰি এখন 'এচে' লিখিছিল। গিৰীশ

কালিতাৰ 'শৃংখল' গল্পটো পঢ়িলে সেই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰি।

প্ৰমাণিত গ্ৰন্থখনে পঞ্চাছ বছৰৰ তৰুণ চেতনাৰ বিৱৰ্তনৰ বুৰঞ্জী ধৰি ৰাখিছে। সম্পাদকে গল্পবোৰৰ তাৎপৰ্য আৰু সুখপাঠ্যতা উভয় দিশতে মনোযোগ দি গল্পবোৰ নিৰ্বাচিত কৰিছে। সংকলনটো অসমীয়া সাহিত্যলৈ এটা বহুমূলীয়া বৰঙণি হিচাপে বিবেচিত হ'ব তাৰ সন্দেহ নাই।

———



আৱাহন-যুগৰ অন্যতম শ্ৰেষ্ঠ গল্পকাৰ আৰু সমালোচক ত্ৰৈলোক্যনাথ গোস্বামীয়ে নিজৰ গল্পৰ বিষয়ে স্ব-ৰচিত 'আধুনিক গল্প-সাহিত্য' নামৰ গ্ৰন্থত লিখিছিল: 'সমাজৰ দুখ-দৈন্য, অনাচাৰ-অবিচাৰৰ বুকুত নিষ্পেষিত স্ত্ৰী-পুৰুষৰ চৰিত্ৰ গোস্বামীয়ে গল্পত আছে।… …দৰিদ্ৰ, পীড়িত আৰু নিৰ্যাতিত লোকৰ প্ৰতি তেওঁৰ সহানুভূতি আছে।' অসমীয়া কাহিনী-সাহিত্যত সামাজিক বাস্তৱবাদৰ অন্যতম পুৰোধা হিচাপে পৰিগণিত ত্ৰৈলোক্যনাথ গোস্বামীৰ চুটিগল্পৰ প্ৰধান আকৰ্ষণ হ'ল গল্পবোৰৰ বিষয়-বস্তু—যাৰ কেন্দ্ৰস্থলত আছে দৰিদ্ৰ আৰু নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ সমস্যা-পীড়িত মানুহৰ জীৱন-যন্ত্ৰণা। নিৰাবেগ আৰু নিৰলঙ্কাৰ ভাষাৰে বিপন্ন মানুহৰ জীৱন-যন্ত্ৰণাৰ ছবি ফুটাই তোলাত তেওঁ সিদ্ধহস্ত।

ত্ৰৈলোক্য নাথ গোস্বামী

# স্মৃতিৰ উচুপনি

১৯২০ চনৰ মাৰ্চ মাহৰ পোন্ধৰ তাৰিখ। ধুমুহা-বৰষুণৰ এটা দিন। গোটেই দিনটোৰ অশান্ত ধুমুহাৰ পিছত সন্ধিয়ালৈ এটা (আপাতঃ) শান্তিৰ ভাৱে বিৰাজ কৰিছিল। যেন বতাহ আৰু প্ৰকৃতিৰ মাজৰ সুদীৰ্ঘ সংগ্ৰামৰ অন্তত কিছু জিৰণি। নীল আকাশৰ ওপৰেৰে ধীৰে ধীৰে, শান্তভাৱে বৈ যোৱা ডাৱৰৰ টুকুৰাবোৰৰ মাজে মাজে দুই এটা তৰাই পৃথিৱীলৈ ভুমুকিয়াই চাইছিল।

এই দিনটোতে লেতেৰা কাপোৰ পৰিহিত এজন সুন্দৰ কান্তিৰ যুৱক মি. মজুমদাৰৰ দুমহলীয়া ঘৰটোৰ সমুখত বহি থকা দেখা গৈছিল। যুৱকৰ বয়স চবিশ, কি পঁচিশমান হ'ব। তেওঁৰ চৌপাশৰ বস্তুবোৰৰ প্ৰতি নিৰ্বিকাৰ হৈ তেওঁ শিলাখণ্ড এটুকুৰাৰদৰে নিশ্চলভাৱে বহি আছিল। সমুখৰ সুন্দৰ অট্টালিকাটো আৰু সংলগ্ন সৰু অথচ আটোমটোকাৰিকৈ ৰখা বাগিচাডুখনেও তেওঁৰ মনোযোগ আকৰ্ষণ কৰিব পৰা নাছিল। তলৈে যুৱকৰি তেওঁ ইমান চিন্তাকুল ভাৱে আছিল যে দেখিলে এনে লাগে যেন তেওঁ নিজৰ স'তেই এক গভীৰ গোপন আলাপত ব্যস্ত। হঠাৎ ঘৰটোৰ বৈঠক কোঠাৰ পৰা ভাঁহি অহা অৰ্গেনৰ শব্দত তেওঁৰ ধ্যান ভংগ হ'ল—গোটেই মুখখন এক পাৰ্থিৱ পোহৰত উজলি উঠিল। তেওঁ বহাৰ পৰা উঠি শব্দৰ উৎসৰ ফালে খোজ ল'লে। কিছু



আগবাঢ়ি যাওঁতেই তেওঁ মি. মজুমদাৰৰ মুখামুখি হ'ল। মিঃ মজুমদাৰে তীক্ষ্ণ দৃষ্টিৰে যুৱকজনৰ ভৰিৰ পৰা মূৰলৈকে পৰীক্ষা কৰি প্ৰশ্ন কৰিলে—'তুমি কি বিচাৰিছা ?'

'মই'—যুৱকজনে ক'লে, 'মই অলপ আশ্ৰয় বিচাৰি আহিছো। সম্পূৰ্ণ এটা বছৰ মই সাগৰৰ বুকুৰ খেৰকুটাৰদৰে এঠাইৰ পৰা আন এঠাইলৈ বগাই ফুৰিছো। আপুনি যদি অন্ততঃ কিছুদিনৰ বাবে মোক অলপ আশ্ৰয় দিয়ে তেন্তে মই আপোনাৰ ওচৰত গোটেই জীৱনৰ বাবে কৃতজ্ঞ হৈ ৰ'ম।'

মি. মজুমদাৰে প্ৰথমদৃষ্টিত যুৱকজনক পগলা বুলি ভাবিছিল। কিন্তু যুৱকজনৰ কণ্ঠত ফুটি উঠা বিষণ্নতাই মজুমদাৰক পতিয়ন নিয়ালে যে যুৱক আঁচলতে পগলা নহয়। যৌৱনত ভাগ্যৰ করুণ পৰিহাসেহে যুৱকক এনেকুৱা কৰি তুলিছে। তেওঁ কিছু সময় নীৰৱ হৈ থাকি যুৱকক সুধিলে—

'তোমাৰ ঘৰ ক'ত ?'

'যোৰহাটত।'

'তোমাৰ দেউতাৰা আছেনে ?'

'নাই।'

'মাৰা ?'

'নাই।'

'ভাই-ককাই কোনোবা ?'

'নাই, কোনো নাই' ; এক গভীৰ নিশ্বাস পেলাই যুৱকজনে ক'লে। 'মই এই পৃথিৱীত অকলশৰীয়া। মোৰ কোনো নাই—দুৰ্ভগীয়া দেহটোৰ বাদে।'

হঠাৎ তেওঁ নীৰৱ হৈ গ'ল। উৎকণ্ঠা, হতাশাই তেওঁক আৰু অধিক বিমৰ্ষ কৰি তুলিলে। তেওঁৰ চকুহুটা সেমেকি উঠিল। যুৱকৰ চকুত চকুপানী দেখি মজুমদাৰৰ হৃদয় গলি গ'ল। তেওঁ যুৱকজনক ওচৰলৈ এটা সৰু কোঠালিলৈ লৈ গ'ল আৰু তেওঁৰ যিমান দিন ইচ্ছা সিমানদিন

তাত থাকিবলৈ অনুমতি দিলে। মজুমদাৰৰ এই উদাৰতা আৰু সহানুভূতি, যিটো সাধাৰণতে মানুহৰ মাজত দেখা পোৱা নাযায়। তেওঁৰ চৰিত্ৰৰ সতে মিল নথকা ঘটনা নহয়। যদিও তেওঁ ধনী আৰু স্বচ্ছল, তথাপি দৰিদ্ৰ আৰু দুৰ্ভগীয়া মানুহৰ সহায়ৰ ক্ষেত্ৰত তেওঁ আগৰণুৱা।

এই অচিনাকি যুৱকজনে, মানে অজয়ে, মজুমদাৰৰ এই অতুলনীয় মহানুভৱতাৰ বাবে ভগৱানৰ ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিলে। অজয় যোৰহাটৰ এজন তেনেই দুখীয়া মানুহৰ ল'ৰা। তাৰ শৈশৱ অৱস্থাতেই বাপেকে ইহলীলা ত্যাগ কৰিছিল। বিধৱা মাকে আজি ইঘৰত কালি সিঘৰত ধানজাৰি বা ভুঁই কই অজয়ক ডাঙৰ-দীঘল কৰিলে। সময়ত অজয় স্কুললৈ গ'ল। কিন্তু স্কুলীয়া পঢ়া-শুনাতকৈ সংগীতৰ প্ৰতিহে অজয়ৰ মন-প্ৰাণ ঢাল খাবলৈ ধৰিলে। সেয়ে সি স্কুল বাদ দি সংগীত সাধনাত মগ্ন হ'ল। কিছুদিনৰ ভিতৰতে সি কণ্ঠসংগীতৰ লগতে নানা বাদ্যযন্ত্ৰ বজোৱাৰ ক্ষেত্ৰটো চমক্‌প্ৰদ সাফল্য লাভ কৰিলে। কিন্তু ভাগ্যই অজয়ক আকৌ এবাৰ ঠগিলে। এই পৃথিৱীত একেবাৰে নিঠৰুৱা কৰি মাকেও এদিন চকু মুদিলে। মাকৰ মৃত্যুৰ আগলৈকে অজয়ে এক সপোন ৰাজ্যত বাস কৰিছিল ; কিন্তু মাকৰ মৃত্যুৱে তাক ৰূঢ় বাস্তৱৰ মুখামুখি কৰি দিলে। অজয় নিৰুপায়, নিঃসহায়হৈ আজি অ'ত কালি ত'তকৈ অনাই বনাই ঘূৰি ফুৰিবলৈ ধৰিলে। এইদৰে ঘূৰিফুৰি এদিন সি আহি তেজপুৰত উপস্থিত হ'লহি, য'ত সি মজুমদাৰৰ উদাৰ আশ্ৰয় লাভ কৰিলে।

তেজপুৰত থকাৰ কেইদিনমানৰ ভিতৰতে অজয়ে গীত আৰু বাদ্যৰ এগৰাকী নিপুণ শিল্পী হিচাপে পৰিচিত হৈ পৰিল। সংগীত, যি মানুহৰ হৃদয়ৰ গভীৰ প্ৰদেশ স্পৰ্শ কৰিব পাৰে, জীৱন মৰুভূমিত যি মৰুদ্যান সদৃশ. সেই সংগীতৰ এজন বিশাৰদে সহজেই মানুহৰ ভাল পোৱা আৰু আকৰ্ষণ আদায় কৰি ল'ব পাৰে। অজয়ৰো সেয়ে হ'ল ; তেজপুৰ নগৰীৰ প্ৰায় প্ৰতিজন নাগৰিকেই অজয়ক চিনি পোৱা হ'ল—গায়ক,

বাদক হিচাপে সি জনপ্ৰিয় হৈ পৰিল। শুভেচ্ছা আৰু প্ৰশংসাই অজয়ৰ জীৱন ভৰাই তুলিলে! মি. মজুমদাৰ অজয়ৰ প্ৰশংসাত পঞ্চমুখ হৈ পৰিল। আৰু এদিন অজয়ৰ ওপৰত জীয়েক. উষাৰ গান শিকোৱাৰ ভাৰ অৰ্পণ কৰিলে।

সুন্দৰ আয়ত চকুৰ চতুৰ্দশী উষা মি. মজুমদাৰৰ একমাত্ৰ কন্যা,—প্ৰাচুৰ্য আৰু বিলাসৰ মাজত ডাঙৰ হোৱা। আৰম্ভণীতে যদিও তাই অজয়ক বৰ ভাল পোৱা নাছিল, তথাপি সময়ৰ লগে লগে অজয় সম্পৰ্কে উষাৰ দৃষ্টিভংগী সলনি হ'বলৈ ধৰিলে দুয়োৰে মাজতে লাহে লাহে অনুৰাগৰ সম্পৰ্ক গঢ়ি উঠিল। দুয়ো দুয়োৰে সংস্পৰ্শত থাকিবলৈ ভাল পোৱা হ'ল—কথাৰেই হওঁক বা গানেৰেই হওঁক।

ভৰ যৌৱনকালত দুখৰ স্থায়ীত্বই বা কিমান? যৌৱনে সদায় নতুন বন্ধুত্ব, নতুন আনন্দৰ সন্ধান কৰে। এই নতুনত্বই পুৰণি দুখক অচিৰেই ঢাকি পেলায়। অজয়েও তাৰ অতীতৰ দুখৰ দিনৰ কথাবোৰ লাহে লাহে পাহৰিবলৈ আৰম্ভ কৰিলে। সি এতিয়া মজুমদাৰৰ ঘৰখনৰ সন্তানৰদৰে হৈ পৰিল; উষাৰ মৰমিয়াল সংগী আৰু গানৰ মাষ্টৰ হৈ পৰিল। উষাৰ প্ৰতি অজয়ে ব্যাখ্যাতীত আকৰ্ষণ অনুভৱ কৰিবলৈ ধৰিলে। তাৰ নিজৰ ধাৰণাত উষা যেন সকলো পবিত্ৰতাৰ মনোমুগ্ধকৰ সংমিশ্ৰণ। দিন যোৱাৰ লগে লগে তাৰ এই আকৰ্ষণ আৰু বেছি গাঢ় আৰু ঘনিষ্ঠহৈ আহিবলৈ ধৰিলে—অনবৰতে অজয়ৰ মনত কেৱল উষাৰ চিন্তা, হৃদয়ত উষাৰ মৰমী প্ৰতিচ্ছবি। কিন্তু একেসময়তে এটা অপৰাধবোধো তাৰ মনত গঢ়লৈ উঠিল। তাৰ দৰে এটা নিঃসহায়, নিঃসম্বল ল'ৰাক আশ্ৰয়দান কৰি মজুমদাৰে যি এক মহানুভৱতাৰ পৰিচয় দিছে তাৰ তুলনা নাই। উষা সম্পৰ্কে তাৰ হৃদয়ৰ গভীৰত গঢ়লোৱা সপোনে যদি মজুমদাৰক অসুখী কৰে? সি অকৃতজ্ঞৰ দৰে কাম কৰিছেনেকি? মজুমদাৰে তাক নিজৰ ল'ৰাৰদৰে মৰম কৰে; উষা তাৰ নিজৰ ভনীৰ দৰে। এই চিন্তাই তাক খুলি খুলি খাবলৈ ধৰিলে। সি উষাৰ ছবি মনৰপৰা মচি পেলাবলৈ যত্ন কৰিলে। সি

লাহে লাহে মনৰ আনন্দ হেৰুৱাই পেলাবলৈ আৰম্ভ কৰিলে। অনবৰতে বিমৰ্ষ আৰু হতাশ হৈ থাকিবলৈ ধৰিলে। উষাই অজয়ৰ এই পৰিবৰ্তন মনে মনে লক্ষ্য কৰি আছিল। এদিন তাই অজয়ক গান গোৱাৰ মাজতে মাত লগালে, 'মাষ্টৰদা—' অজয়ে গান গোৱা বন্ধ কৰি একেথৰে উষাৰ ফালে চাই ৰ'ল। দুয়ো কিছু সময় নীৰৱে ৰ'ল।

'কি, কি হ'ল উষা ?' সি অৱশেষত মাত লগালে।

'নাই—একো হোৱা নাই—' উষাই মুখত হাঁহি ফুটাবলৈ যত্ন কৰিলে।

'মানে মই আপোনাক সুধিব খোজো আজি কিছুদিনৰ পৰা আপুনি কিয় আনমনা হৈ আছে ? আপুনি মোৰ পৰা আঁতৰি থাকিবৰ যত্ন কৰিছে কিয় ? আপোনাৰ চকুদুটা দেখি মোৰ ভাৱ হৈছে আপুনি কিবা মানসিক অশান্তিত ভূগিছে। কি হৈছে আপোনাৰ, মাষ্টৰদা ? দেউতাই কিবা কৈছে, নেকি ?'

'নাই, তোমাৰ দেউতাই আকৌ মোক কি ক'ব ? তোমাৰ দেউতাৰাৰ সহায় আৰু আশ্রয় নোপোৱা হ'লে মই ইমানদিনে কিজানি এই পৃথিবীৰ পৰাই হেৰাই গলোহেঁতেন। মই তেখেতৰ ওচৰত চিৰকৃতজ্ঞ। কিন্তু সদায়তো আৰু এনেদৰে থাকিব নোৱাৰি। এদিন, সম্ভৱতঃ মই তোমাক এৰি থৈ, তোমালোকৰ ঘৰ এৰি থৈ গুচি যাবগৈ লাগিব। এই চিন্তাই মোক বিমৰ্ষ কৰি তুলিছে।'

'আপুনি আমাক এৰি থৈ যাব ? কিয় যাব ? এনেকুৱা হ'ব নোৱাৰে মাষ্টৰদা, আপুনি আমাক এৰি থৈ যাব নোৱাৰে। আপুনি ইমান নিষ্ঠুৰ হ'ব পাৰিবনে ? আপুনি নাথাকিলে মই একেবাৰে অকলশৰীয়া হৈ যাম, মাষ্টৰদা।'

'তুমি সুধিছা, কিয় যাবগৈ লাগিব। এই প্রশ্নৰ উত্তৰ দিয়া খুব টান, উষা। মই ইয়াত দুবছৰ কাল থাকিলো, আৰু থকা উচিত নহয়। মই নিজৰ ভৱিষ্যত নিজে ঠিক দিয়াৰ যত্ন কৰা উচিত। মই আজিয়েই তোমাৰ দেউতাৰাৰ অনুমতি বিচাৰিম ; যদি তেখেতে অনুমতি দিয়ে,

তেন্তে তুই এদিনৰ ভিতৰতে মই যামগৈ। কথাখিনি কৈ অজয়ে উষাৰ মুখৰ ফালে চলে। বিষাদত, বিচ্ছেদৰ সম্ভাৱনাত উষাৰ গোলাপী গালদুখন নিস্তেজ হৈ পৰা সি লক্ষ্য কৰিলে। সি নমিত কণ্ঠেৰে সুধিলে, 'উষা, মই যদি গুচি যাওঁ, তুমি খুব দুখ পাবানেকি ?'

'দুখ ? কেৱল দুখেইনে ? আপুনি গুচি গ'লে মই কাৰ স'তে গান গাম ? কাৰ স'তে কথা পাতিম ? আপুনি গুচি গ'লে মায়েও দুখ পাব, দেউতায়ো দুখ পাব। মাষ্টৰদা, কাবৌ কৰিছো, এতিয়া আমাক এৰি যোৱাৰ কথা এবাৰো নাভাবিব। আপোনাৰ কি অসুবিধা হৈছে ? মোক খোলাখুলিকৈ কওঁক। মইতো সদায়েই আপোনাৰ অন্তৰংগ বন্ধু হ'বৰ যত্ন কৰি আছিছো ; মোৰ ওচৰত সকলো কথা মুকলিকৈ ক'ব পাৰে।'

'উষা, মই জানো তোমাৰ অন্তৰ এপাহ ফুলৰদৰেই কোমল আৰু মৰমী। কিন্তু, গোটেই কথাবোৰ খোলাখুলিকৈ ক'বলৈ মোৰ ভয় লাগে উষা ; জানোচা তুমি কষ্ট পোৱা, দুখ পোৱা। সেয়ে এইবোৰ কথা আমি নপতাই ভাল। অ' তোমাৰ দেউতা আহিছে হ'বলা।'

সিহঁতৰ কথা বন্ধ হ'ল। হাঁহি হাঁহি মজুমদাৰ কোঠাটোলৈ সোমাই আহিল। উষা কোঠাটোৰ পৰা ওলাই গ'ল। মজুমদাৰে অজয়ৰ ফালে চাই ক'লে ;

'অজয়, অৱশেষত উষাৰ বিয়াখন খাটাং হ'লগৈ। এতিয়া সাজু হোৱাহে কথা। তুমি মোৰ সোঁহাত স্বৰূপ, তোমাৰ ওপৰতে মোৰ ভাৰসা।'

মনৰ গোপনৰ পৰা উষাৰ ছবিখন মচিবলৈ যত্ন নকৰা হ'লে এই সংবাদে অজয়ক যে বিমূঢ় কৰি পেলালেহেঁতেন, এই বিষয়ে কোনো সন্দেহ নাই। অজয়ে আজি কিছুদিন ধৰি নিজৰ মন আৰু আবেগৰ স'তে যুদ্ধ কৰি আছিছে। সি তাৰ মনক পতিয়ন নিয়াইছে যে উষাৰদৰে লাহ-বিলাহত ডাঙৰ হোৱা ছোৱালীজনীক নিঃসহায় নিঃসম্বল জীৱন এটালৈ টানি নিয়াৰ কোনো অধিকাৰ নাই। সি উষাৰ বিয়াৰ খবৰত

সেয়ে আনন্দ প্ৰকাশ কৰিলে, অন্ততঃ এতিয়া সি সহজেই উষাক পাহৰি যাব পাৰিব?

কিন্তু মানুহক সদায় কেৱল যুক্তি আৰু শুভবুদ্ধিয়েই পৰিচালিত নকৰে। মানুহৰ বেছিভাগ কামেই আবেগে নিয়ন্ত্ৰণ কৰে। উষাৰ বিয়াৰ দিন কাষ চাপি অহাৰ লগে লগে অজয়ে অনুভৱ কৰিলে যে উষাৰ প্ৰতি থকা তাৰ প্ৰেম, অনুৰাগ দিনে দিনে বাঢ়িছে আহিছে। কিন্তু সি সেই কথা কাৰো আগত প্ৰকাশ নকৰিলে। ঘৰখনৰ পৰা আঁতৰি যোৱাৰ কথা ভাবিও সি নগ'ল, কাৰণ তেনে কাৰ্যই উষাৰ দেউতাকৰ মনত আঘাত দিব পাৰে।

কেইদিনমানৰ পাছত এদিন মহা ধুমধামেৰে উষাৰ বিয়া হৈ গ'ল। দৰা ধুবুৰীৰ এজন বিত্তবান মানুহৰ ল'ৰা—বৰুৱা। বৰুৱাৰ শিক্ষা-দীক্ষা বৰ বেছি নাই, পিছে টকাৰ বলত যি মন যায় তাকে কৰিব পৰা ক্ষমতা আছে।

উষাৰ বিয়াৰ তিনিদিনৰ পিছত। চতুৰ্থ দিনৰ দিনা উষা স্বামীৰ স'তে ধুবুৰীলৈ যোৱাৰ কথা। গোটেই ঘৰখনৰ সেইদিনা কঁাহ পৰি জীণ যোৱা অৱস্থা। উষাৰ মাক-দেউতাকৰ চকুত চকুপানী, একমাত্ৰ ছোৱালীজনীক সুদূৰ ধুবুৰীলৈ পঠাই দিয়াৰ যন্ত্ৰণাত। কথাতে কয়, বোলে জোঁৱায়ে নিলেও নিয়া, যমে নিয়াও নিয়া। জাহাজঘাটৰ পৰা উষাৰ মাক-দেউতাক উলটি আহিল। এটা নতুন পৰিবেশ। নতুন জীৱনৰ পথত উষা আগবাঢ়িল। চিন্তাত তাইৰ মন গধুৰ হৈ পৰিল। কেনে লাগিব গিৰিয়েকৰ ঘৰখন? তাইৰ নিজৰ ঘৰখনৰদৰে মুক্তভাৱে চলা-ফুৰা কৰিব পাৰিবনে? গান গাব পাৰিবনে? তাইৰ এটাই সান্ত্বনা যে অজয় তাইৰ সতে ধুবুৰীলৈ যাব। তাই মনতে ঠিক কৰিলে যে যিমান দিন পৰা যায় অজয়ক তাই ধুবুৰীতে ৰাখিব।

লাহে লাহে আন্ধাৰ গাঢ়তৰ হৈ আহিল। জাহাজৰ ইঞ্জিনৰ শব্দৰ বাদে চৌদিশ নিমাত-নিতাল। ইতিমধ্যে জাহাজত অহা যাত্ৰীসকলৰ অধিকাংশই টোপনিত ঢলি পৰিল। ইটো সিটো কথা চিন্তা কৰি কৰি এসময়ত উষাও নিদ্ৰামগ্ন হ'ল। কিন্তু জাহাজখনত এজন মানুহ সাৰে

আছিল—অজয়। জাহাজখনৰ ইমূৰৰ পৰা সিমূৰলৈ সি উদভ্ৰান্তৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। সি শুবলৈ যত্ন নকৰা নহয়—কিন্তু তাৰ সকলো চেষ্টা ব্যৰ্থ হ'ল।

অৱশেষত সি অতি সন্তৰ্পনে উষা শুই থকা কেবিনটোত সোমাল। উষাই এখন হাত মূৰৰ তলত থৈ গভীৰ টোপনিত লালকাল দি শুই আছে। সি তাইৰ শুভ্ৰ পবিত্ৰ মুখখনলৈ' এবাৰ চালে। তাইৰ কলা চেলাউৰি, পদুমৰ পাহি যেন ওঠ দুখনে অজয়ক অশান্ত কৰি তুলিলে। সি তাইৰ কাষ চাপি লাহে লাহে মাতিলে, 'উষা, উষা— ।'

'কোন ? মাষ্টৰদা ? আপুনি ?'—উষা চকুদুটা মোহাৰি বিছনাতে বহি পৰিল। 'আপুনি এতিয়াও শোৱা নাই ?'

'মই ? নাই, মই শুব পৰা নাই, উষা। এইবাৰ যদি মই শোওঁ, তেন্তে আৰু কোনোদিন হয়তো সেই টোপনিৰ পৰা সাৰ নাপাম।'

উষাই অজয়ৰ কথাষাৰ বুজি নাপালে। তাই অজয়ৰ মুখখন চাই ভয়ত কঁপি উঠিল। মৰা মানুহৰ মুখৰদৰে ৰূপ লৈছে অজয়ৰ মুখখনে ; নিস্তেজ হৈ পৰিছে। চকু দুটা তেজৰ দৰে ৰঙা হৈ পৰিছে। মানুহটো একেবাৰে অস্থিৰ হৈ পৰিছে।

'আপুনি ইমান অস্থিৰ হৈ পৰিছে কিয় মাষ্টৰদা ? কি হৈছে, আপোনাৰ ? গা বেয়া লাগিছেনেকি ?

'নাই মোৰ একো হোৱা নাই।'

'নাই হোৱা যদি আপুনি অস্বাভাৱিক ধৰণে আছে কিয় ? এই মাজৰাতি মোৰ ওচৰলৈ কিয় আহিল ?'

'তোমাৰ স'তে কিছু কথা আছিলে।'

'কি কথা, মাষ্টৰদা ? মোৰ আগত কথা ক'বলে আপুনি কিয় সংকোচ কৰিছে ? কওঁক, কৈ পেলাওক কি কথা আছে '

'মই তোমাক ভালপাওঁ ; উষা, মই তোমাক গভীৰভাৱে ভাল পাওঁ উষা, মই · ···' অজয়ে কৈ পেলালে।

এক গভীৰ নীৰৱতা নামি আহিল। উষাই তলমূৰ কৰি কিবা এটা

ক'বলৈ চেষ্টা কৰিলে, কিন্তু নোৱাৰিলে। কিছু সময়ৰ পিছত তাই লাহেকৈ ক'লে 'কিন্তু মইযে এতিয়া বিবাহিতা।' 'মই জানো উষা'— অজয়ে ক'লে, 'মই তোমাক পুণ্যৰ পথৰ পৰা লৈ যাব নোৱাৰোঁ। বৰং মই ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছো যাতে তুমি সুখী হোৱা। কিন্তু তোমাৰ অবিহনে মোৰ জীৱনটো একেবাৰে অৰ্থহীন হৈ যাব উষা, আৰু সেয়ে মই এই দুখকষ্ট আৰু চিন্তাৰ পৰা মুক্ত হ'ব বিচাৰিছোঁ।'

অজয়ৰ মুখলৈ চাই উষা আকৌ ভয়ত বিতত হৈ পৰিল। বিবৰ্ণ মুখখনত কিবা এক নিশ্চিত সংকল্পৰ ছাঁ দেখিবলৈ পালে। তাই একো ক'বলৈ সাহ নকৰিল, কেৱল ভৰিৰ পৰা মূৰলৈকে অজয়ক নিৰীক্ষণ কৰিলে। অজয় এখোজ আগবাঢ়ি আহি ক'লে, 'বিদায় উষা। যদি পাৰা, মোক মনত পেলাবা।' সি হঠাৎ ঘূৰি দুৱাৰৰ ফালে খোজ ল'লে। উষা বহাৰ পৰা উঠি দৌৰিগৈ অজয়ৰ হাত এখন খামোচ মাৰি ধৰি সুধিলে, 'আপুনি ক'লৈ যাবলৈ ওলাইছে?

'তুমি জানিব বিচাৰানেকি? যদি সঁচাকৈয়ে জানিব বিচাৰা। তেন্তে সেই খিৰিকিখনৰ কাষত থিয় দি থাকা।'—খিৰিকি এখনৰ ফালে দেখুৱাই অজয়ে ক'লে।

উষা খিৰিকিৰ কাষলৈগৈ বাহিৰলৈ চালে। তাই দেখিলে, তাইৰ বন্ধু, গানৰ মাষ্টৰ, তাইৰ প্ৰেমিক অজয়ে ব্ৰহ্মপুত্ৰৰ বিশাল বুকুত জাপ মাৰি দিলে। এটা, বিকট আৰ্তনাদ কৰি তাই মূৰ্ছকছ গ'ল। একেটা কেবিনতে শুই থকা উষাৰ লাচনি পাচনি কৰা মানুহজনী সাৰ পাই উঠি উষাক তেনে অৱস্থাত দেখি চিঞৰ বাখৰ লগাই দিলে। খুৰাককে ধৰি অন্যান্য আত্মীয় সকল বিছনাৰ পৰা উঠি আহি উষাৰ শুশ্ৰুষাত লাগিল।

পিছদিনা দুপৰীয়াহে উষাই সম্বিত ঘূৰাই পালে। অজয়ৰনো কি হ'ল ইমান সময়ে কোনেও একো জনা নাছিল। কান্দি কান্দি উষাই যোৱাৰাতিৰ ঘটনাটো বৰ্ণনা কৰিলে। অজয়ৰ মৃত্যুৰ কথা শুনি আটায়ে শেষত ম্ৰিয়মান হৈ পৰিল।

অৱশেষত উষাহঁত ধুবুৰী পালেগৈ। অজয়ৰ মৃত্যুৰ দৃশ্যটো তাইৰ

মনত পৰি থাকিল। কেৱল গিৰিয়েকৰ মিঠা মিঠা কথাইহে তাইৰ মনক কিছু শান্ত কৰি ৰাখিলে। ধুবুৰী পোৱাৰ পিছদিনা সন্ধ্যা উষাই এখন চিঠি পালে। চিঠিখন খুলি দেখিলে যে সেয়া অজয়ৰ হাতৰ আখৰ তাই উশাহ নসলোৱাকৈয়ে চিঠিখন পঢ়ি পেলালে—চকুপানীৰে তাইৰ গাল দুখন তিতি গ'ল। জীৱনটো উষাৰ বাবে অসহনীয় হৈ উঠিল। অকলশৰীয়া মুহূৰ্ত্তত যেতিয়া তাই অজয়ৰ কথা ভাবে, তেতিয়া তাই অজয়ৰ চিঠিখন উলিয়াই লয়। চকুপানীৰে তাইৰ দুচকু সেমেকি উঠে। তাইৰ গিৰিয়েকে উষাৰ আচাৰ-আচৰণত লাহে লাহে অতীষ্ঠ হৈ পৰিবলৈ ধৰিলে।

এদিনৰ পিছত উষা মাকৰ ঘৰলৈ যাব। গিৰিয়েকেই তেজপুৰত থৈ আহিবগৈ। উষাই তাইৰ মাক-দেউতাকৰ কথা, তাই যোলটা বছৰ কটাই অহা ঘৰখনৰ কথা ভাবি আনন্দিত হ'ল। কিন্তু একে সময়তে এক অপ্ৰকাশিত শোকে তাইৰ বুকুখুন্দা মাৰি ধৰিলে—কাৰণ অজয়ক তাই কোনোদিনে দেখা নাপায়। তাই অজয়ৰ চিঠিখন উলিয়াই ল'লে আৰু পঢ়িবলৈ আৰম্ভ কৰিলে। হঠাৎ গিৰিয়েক ক'ৰবাৰ পৰা আহি কোঠাত সোমালহি। উষাই চিঠিখন লুকুৱাবলৈ যত্ন কৰিলে। গিৰিয়েকে কঠিন মাতেৰে প্ৰশ্ন কৰিলে :

'কি সেইখন ?'

'নাই একো নহয়—'

গিৰিয়েকে উষাৰ কথাত পতিয়ন নগৈ কাষচাপি আহি চিঠিখন দেখা পালে। তাই বাধা দিবলৈ নোপাওঁতেই গিৰিয়েকে কাঢ়ি লৈ চিঠিখন পঢ়িবলৈ ধৰিলে।

"উষা, প্ৰিয়তমা মোৰ,

সেই দিনবোৰৰ কথা মনত পেলোৱা যি দিনবোৰত আমি দুয়ো ইটো সিটো কথাপাতি সন্ধ্যাবোৰ কটাইছিলো—গান গাইছিলো। তুমি নিশ্চয় জানা মই তোমাক কিমান ভাল পাওঁ—ময়ো জানো যে তুমিও মোক ভাল পোৱা—কিন্তু বিধাতা আমাৰ মিলনৰ বিৰুদ্ধে।

তোমাৰ অবিহনে মোৰ জীৱনটো অৰ্থহীন হৈ পৰিব আৰু সেইবাবে মই এই জীৱন ইয়াতে শেষ কৰিব খোজো। এই জীৱনত মই তোমাক আৰু কোনোদিনে দেখা নাপাওঁ আৰু তুমিও মোক এই পৃথিবীত বিচাৰি নাপাবা। কিন্তু ভগৱানে যদি কামনা কৰে, তেন্তে পৰজনমত আমাৰ নিশ্চয় দেখা হ'ব। তুমি মৃত্যুপথযাত্ৰী মানুহ এজনৰ কথা ৰাখিবানে? অজয়, তোমাৰ গানৰ শিক্ষক আৰু তোমাৰ প্ৰেমিক অজয়ক মাজে মাজে মনত পেলাবা—মাজে মাজে তেওঁৰ স্মৃতিত দুই এটোপাল চকুপানী পেলাবা—তোমাৰেই, "অজয়।"

চিঠিখন পঢ়ি উষাৰ গিৰিয়েক খণ্ডত জ্বলিপকি উঠিল। উষাৰ গালৈ চিঠিখন দলিয়াই দি তেওঁ কোঠাৰ পৰা ওলাই গ'ল।

পিছদিনা উষা তেজপুৰলৈ আহিল হয়, পিছে কিবা এটা অজুহাতত তাইৰ গিৰিয়েক তাইৰ স'তে নাহিল। ঘৰত মাকৰ চেনেহৰ পৰশত উষা লাহে লাহে স্বাভাৱিক হৈ আহিল।

কিছুদিনৰ পিছত উষাৰ দেউতাকে এখন চিঠি পালে। চিঠিখন পঢ়ি তেওঁ কিছুসময় অলৰ অচৰ হৈ বহি থাকিল। এসময়ত তেওঁ চিঠিখন তেওঁৰ সমুখৰ টেবুলখনত থ'লে। এনেতে উষাৰ মাক সেই ঠাইলৈ আহি গিৰিয়েকক তেনে এটা অৱস্থাত দেখি সুধিলে—

'সেইখন কি?'

'এখন চিঠি।'

'কাৰ? জোঁৱাইৰ যেন লাগিছে দেখোন।'

'ওঁ'।

'কি লিখিছে? কিবা বেয়া খবৰ আছেনেকি?'

'তোমাৰ জোঁৱায়ে তোমাৰ জীয়ৰীক ত্যাগ কৰিছে।'

'কি?' বুলি কৈ উষাৰ-মাকে আৰু এটাও কথা ক'ব নোৱাৰিলে। তেওঁৰ দুচকুৰ পৰা সৰসৰকৈ চকুপানী বৈ আহিল। দুয়ো কিছু সময় নীৰৱে বহি থাকিল।

উষাই কথাটো স্বাভাৱিক ধৰণে লৈ ক্ৰন্দনৰতা মাকক ক'লে যে

বিধাতাৰ লিখন খণ্ডাব নোৱাৰি, যি হ'ব লগা আছিল সি হ'ল। উষাই অজয়ৰ কোঠাৰ পৰা তাৰ ফটো এখন আনি তাইৰ মেজত স্থাপন কৰিলে। আৰু তাৰ চৌদিশে ফুল সিঁচি দিলে। সদায় পুৱা নতুন ফুল আনি ফটোখনৰ কাষত তাই থয়। উষাৰ বাবে, এই মুহূৰ্তত এইটোৱে একমাত্ৰ সান্ত্বনা। উষাৰ বাবে সেয়া তাইৰ প্ৰেমৰ, পূজা। ফটোখন উষাৰ বাবে একে সময়তে তাইৰ অজয়, তাইৰ গানৰ শিক্ষক, তাইৰ প্ৰেমিক, তাইৰ ভগৱান।*



* ইংৰাজীত লিখা এই গল্পটোৰ (মূল) নাম "THE ASHES OF LOVE" অনুবাদ কৰিছে—বিপুলজ্যোতি শইকীয়াই।



আধুনিক অসমীয়া সাহিত্যৰ দ্বিতীয় গুৰুত্বপূৰ্ণ যুগ তথা 'ৰামধেনু যুগৰ' প্ৰধান নায়ক আছিল বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য। যাইকৈ ঔপন্যাসিক আৰু সমাজ-তাত্বিক হিচাপে বেছি বিখ্যাত হলেও তেওঁৰ চুটি গল্পও আপোন বৈশিষ্ট্যৰে সমুজ্বল। আজীৱন সমাজবাদী ৰাজনীতিৰ লগত যুক্ত বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য সামাজিক বাস্তববাদী ধাৰাৰ অন্যতম শ্ৰেষ্ঠ লেখক। অসমীয়া সাহিত্যত Literature of Commitment তথা দায়বদ্ধ সাহিত্য সৃষ্টি কৰাৰ ক্ষেত্ৰত তেওঁ এটা গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছে। সমসাময়িক কালৰ নানাবিধ জটিল সামাজিক আৰু ৰাজনৈতিক সমস্যা তেওঁৰ গল্পত যিমান গুৰুত্ব সহকাৰে উপস্থাপিত হৈছে, আন কোনো অসমীয়া লেখকৰ ৰচনাত ঠিক তেনেদৰে হোৱা বুলি ক'ব নোৱাৰি।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যই এতিয়ালৈকে 'ভাৰতীয় জ্ঞানপীঠ' বঁটা লাভ কৰা একমাত্ৰ অসমীয়া লেখক।

বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য

# মৰহি পৰা জীৱন

হাস্পতালৰ কম্পাউণ্ডটোৰ এমূৰে থকা অকলশৰীয়া সেই মলিয়ন ওৱাৰ্ডটো। এটা ডাঙৰ দীঘল কোঠাৰ চাৰিওফালে চাৰিখন খাটিয়া—।

এখন খাটিয়াৰ ওপৰত সি বহি গাৰ কম্বলখন লৈ কাষৰ বহল খিড়িকিখনেদি মাৰ যোৱা বেলিটিৰ শেষ ৰহণ খিনি চাইছে। ঘৰটোৰ সিফালে কিছুমান লাহি দীঘল গছ—পুহমাহৰ জাৰৰ কঠুৱা পৰশত তাৰ খীণাই যোৱা শক্তিহীন শৰীৰটোৰ দৰেই সিহঁতৰ পাতবোৰ সৰি জৰাজীৰ্ণ বৃদ্ধৰ দৰে হৈ পৰিছে। পশ্চিমৰ জিলিঙনিয়ে মাত্ৰ তেতিয়া তাৰ বাৰ্ধক্যৰ মাজত এটা উজ্জ্বলতা ফুটাই তুলিছিল।

সি তেতিয়া এটা নিশকতীয়া হাঁহি মাৰিছিল। দূৰৰ ডাৱৰবোৰ আন্ধাৰৰ বুকুত লুকাই নপৰালৈকে সি সেই হাঁহিটোতে মগ্ন আছিল।

ঘন আন্ধাৰত বাহিৰৰ প্ৰকৃতিৰ মাজত হোৱা ক্ৰিয়াই তাৰ অন্তৰত এটা প্ৰতিক্ৰিয়া গঢ়ি তুলিলে। আন্ধাৰৰ মাজতো সি সন্ধিয়াৰ চেঁচা বতাহজাকি কঁপাই তাৰ কঁপা মাতটোৰে মাতিলে, "এই ধনীৰাম লেম্পটো জ্বলাই দেচোন।"

অন্ধকাৰৰ মাজতো আৰু পাঁচোটা মিনিট নিশব্দে কটাই দি হঠাতে সি এবাৰ অতীষ্ঠ হৈ চিঞৰি উঠিল। ধনীৰামে বাধ্য হৈ তাৰ কাষত



এটা লেম্প জ্বলাই থৈ গ'ল। তাৰ গ্লানিপূৰ্ণ জীৱনটো অগৌৰৱময় কালবোৰত অৱশিষ্ট অৱসৰৰ মাজত এটা ক্ষীণ গৌৰৱৰ জয়ে দেখা দিলে।

হঠাতে তাৰ মনত পৰিল তাৰ অতীতৰ জীৱনৰ দিনবোৰৰ কথা। তাৰ মাঁকৰ কথা, অৰুণাৰ কথা আৰু পোনাৰ কথা। কিমান মৰমত উঠি, কিমান মৰমৰ খেলা খেলি শেষত সি জীৱনটো এটা মৰমহীন, নিষ্ঠুৰ পাৰিপাৰ্শ্বিকতাৰ মাজত কটাব লগা হ'ল, তাৰ বাবে দোষী কোন? সি···? অৰুণা? · অদৃষ্ট? সি, অৰুণা আৰু অদৃষ্টই একেলগে লগ খাই এটি সম্মিলিত মূৰ্তিৰে তাৰ জীৱনটো ধ্বংসৰ পথত আগবঢ়াই আনিলে। সি ভাবিবৰ চেষ্টা কৰে। তাৰ দোষ;—সি অত্যাচাৰী; অৰুণাৰ দোষ;—অৰুণাই তাৰ বুকুৰ মৰমখিনি চিনি নেপালে। আৰু অদৃষ্ট; —অদৃষ্টই তাৰ জীৱনটোত এটা বিপথী গতি দিলে। সি ভাবে, তাৰ মাকৰ সেই মনোমোহা গম্ভীৰ আদৰ্শ মাতৃ মূৰ্তিটি। সকলে পৰা তাক বুকুৰ মাজত সুমাই সুমাই তাক জীৱনৰ পথত অকলশৰে খোজকাঢ়ি যাব পৰা কৰিলে, তাৰ বুকুৰ মাজত কোমল ভাৱবোৰ দান কৰিলে আৰু কান্দিবলৈ শিকালে। সেই মাকজনী। মাকৰ বুকুৰ মৰমৰ উমৰ পৰা সি আজি বহুত দূৰত—সি আজি নিৰ্মম ৰোগৰ চেঁচা পৰশত দিনে দিনে জড়, অচৈতন্য হ'বৰ বাবে অপেক্ষা কৰিছে।

কতদিন এনে পুহমহীয়া জাৰ বুকুত লৈয়ে কাষত সি অৰুণাক লৈ কৈছে, "এই বাহিৰৰ জাৰটো একো নহয়, অৰুণা বুকুৰ মাজত যিটো নেদেখা জাৰ আছে তাক তুমি জানো জানা?" কিন্তু অৰুণাই কি উত্তৰ দিছে—"যক যক, আপুনি কিখন যে বলকে, মোৰ আৰু কাম নাই, তাকে শুনি থাকিব লাগে।" বেদনাত তাৰ হিয়াখন ভাগি-চিগি যাবৰ উপক্ৰম কৰে। তাৰ চিনি নোপোৱা বুকুৰ আপোন সপোনবোৰক বৰ্ণ দিবৰ ব্যৰ্থ প্ৰয়াস কৰি সি ভাগৰি পৰে। অৰুণাই তাৰ বুকুৰ কাষৰ পৰা আঁতৰি গৈ তাৰ বুকুখনত বেদনাৰ এটা বোল সানি দিলে, তাৰ বুকুখন এটা নিদাৰুণ আতঙ্কত কঁপি উঠে। কাষৰ খিড়িকিখনেদি

অহা চেঁচা বতাহ ছাটি বন্ধ কৰিবৰ বাবে খিড়িকিখন মাৰি দিয়ে। তাৰ পিছত তাৰ বুকুৰ কম্বলখন বলেৰে হেঁচি ধৰে।...

তাৰ মনত পৰে। তাৰ জীৱনৰ এটা ভয়াবহ নিশাৰ সেই মূৰ্তিমান অভিজ্ঞতাৰ কথা।...

নিশাৰ নীৰৱতা ভেদ কৰি, সেই বেশ্যালয়ৰ গান-বাজনাৰ শব্দবোৰ যেন তাৰ কাণত বাজেহি। সি সেই গান-বাজনাৰ তালত উটি গৈ পাহৰি পেলায়, তাৰ সংসাৰক, তাৰ অভিজ্ঞতাক, তাৰ মাকক,...সকলো বিলাকৰ পৰা ফালৰি কাটি আহি সি আজি জীৱনৰ সাধনা কৰিছে কু-জীৱন যাপনৰ অসফলতাত। সি আজি চিনি পায়, তাৰ জীৱনৰ ব্যৰ্থতাৰ প্ৰতীক স্বৰূপ সেই ৰঙা ফটিকাৰ বটলটি, সকলোৰে লগত হিয়াৰ মিছা সলনাসলনি কৰা বেশ্যা জনী, আৰু সেই ঘৰৰ পৰা পলাই অহা আৱ-জহৰ গহীন, গভীৰ নিশাবোৰ।...

সেই করুণ স্মৃতিবোৰৰ মাজত লুকাই থকা ব্যৰ্থতাৰ সুৰটোৱে যেন তাক আকৌ উপদ্ৰৱ কৰেহি। সেই নিষ্ঠুৰা অৰুণাৰ কঠোৰ মূৰ্তিয়ে তাৰ কোমল হৃদয়ৰ জীৱনটো লৈ শেষ নোহোৱা খেলাত মগ্ন সি দেখা পায়।

পোনাক লৈ সি মাজতে ব্যস্ত হৈ যায়। পোনাক লৈ থকা দৰিদ্ৰা অৰুণাজনীলৈকো তাৰ সাধাৰণ অথচ অবুজ সহানুভূতি ওপজে। পাৰিপাৰ্শ্বিকতাৰ বিৰাট বাধা উপেক্ষা কৰি তাৰ মনটো উৰি যায়— পৰ্বত, পাহাৰ, নৈ, বননি অতিক্ৰম কৰি সুদূৰ ডিবুৰুলৈ, ডিবুৰুৰ মাজত থকা তাৰ ঘৰটিলৈ।...

এনে সন্ধিয়া সি তাৰ ছমহীয়া পোনাটিক লৈ কতবাৰ চুমা খাইছে, কতবাৰ তাৰ হাঁহিৰে নিজৰ অন্তৰ বোলাই ৰাখিছে...তাৰ মুখখনিয়ে তাক ব্যতিব্যস্ত কৰি তোলে। তাক চাবলৈ সি অধীৰ হৈ উঠে। তাৰ জীৱন ব্যৰ্থ কৰাৰ বাবে দায়ী অৰুণাকো, পোনাটিৰ জন্মদায়িনী বুলি ক্ষমা কৰিবৰ চেষ্টা কৰে। আকৌ এবাৰ পোনাটিক তাৰ বুকুত সুমাই লবৰ মন যায়। পিতৃত্বৰ স্নেহ, গৌৰৱ, সকলোবোৰ তাৰ কগ্ন শৰীৰটোত ক্ষীণ হ'লেও কিঞ্চিৎ উজ্জ্বল হৈয়ে প্ৰকাশ হৈ উঠে। কিন্তু ব্যৱধান? তদুপৰি অৰুণা—।

নিষ্ঠুৰা অৰুণা—? তাইৰ ভুলতেই যে তাৰ জীৱন নষ্ট হ'ল। তাৰ ভালপোৱাৰ প্ৰতিদান তাক দিব নোৱাৰিলে,—তাই। নিৰ্বিকাৰভাৱে তাই দেহৰ সম্বন্ধটোৰে সিহঁতৰ সম্বন্ধটো গাঢ় কৰিবলৈ আগবাঢ়িছিল, অন্তৰৰ নিবিড় বান্ধোনটো আৰু নিবিড় কৰিবৰ বাবে তাইৰ ইচ্ছা তাইৰ কাৰ্যত ফুটি নুঠিছিল। দুয়োকো দুয়ো বুজিবৰ বাবে, অন্তৰৰ অনুভূতিৰ তীব্ৰতাৰে অতি কাষ চাপিবৰ বাবে সি কৰা আপ্ৰাণ চেষ্টাত তাই সহায়তা কৰিছিল খুব কম। কৰ্মনিপুণা অৰুণাই বোধহয় তাইৰ শিক্ষাৰ দোষতেই জীৱনৰ সেই ডাঙৰ ফালটো অনুভৱ নকৰাকৈয়ে বাদ দি গ'ল, তাৰ মাজত সেই বেদনাৰ অগ্নিশিখা নুমাবলৈ তাই আৱশ্যকতা অনুভৱ কৰিলে খুব কম।···

সি তাৰ জীৱনটো ব্যৰ্থতাত উটুৱাই দিলে। বেদনাত তাৰ হিয়া ভাগি গ'ল, তথাপি অৰুণাই তাক বুজিবৰ চেষ্টা নকৰিলে। অৰুণাই ভাবিলে জীৱন চৰিত্ৰভ্ৰষ্ট হ'ল। বলিয়া হ'ল আৰু লগতে আমাৰো বধৰ ভাগী হ'ল···।

অৰুণাই কোৱা, "হয়নে হেৰি আপুনি যে এনেকুৱা হৈছে, এই পোনাটিৰ অৱস্থা কি হ'ব।" সি তাৰ অন্তৰৰ ভাষা ফুটাই ক'ব নোৱাৰি কৈছিল, "অৰুণা, বহুত আগতে ভুল হৈ গ'ল। মোৰ অন্তৰত ভুলে শিপা পুতিলে।" মাতালৰ দৰে সি এটা বিক্ষোভৰ বেদনাৰ তীব্ৰ হাঁহি মাৰি অৰুণাক নজনা কথা জনাই দিলে।

কিন্তু তাৰ পাছতেইতো তাৰ এই নিষ্ঠুৰ নিৰ্বাসন। দুৰাৰোগত আক্ৰান্ত হৈ সি ক'তো স্থান বিচাৰি নেপায় তেতিয়াই এই গুৱাহাটীৰ হাস্পতালটিত সোমাই পৰিছিল তাৰ চাকৰি জীৱনৰ সুযোগ লৈ। তাৰ মনত পৰে সেই মদ খোৱাৰ বিকট দৃশ্যবোৰ, শৰীৰৰ ওপৰত কৰা বিবিধ নিৰ্মম অত্যাচাৰৰ কাহিনীবোৰ···তাৰ পাছতো কি মানুহৰ শৰীৰ ভালে থাকিব পাৰে? বুকুৰ মাজৰ বেদনাৰ বগা বক্তবোৰ যেন তাৰ বেদনা পাতলাবলৈ বাহিৰ ওলাই আহিছে। তাৰ মাজৰ পোহৰৰ ফালটো চিৰদিনৰ বাবে অনুক্ৰমে, ক্ৰমে নুমাই যাব ধৰিলে, ৰাক্ষসী যক্ষ্মাই তাক ভীষণভাৱে আক্ৰমণ কৰিলে।

বিবেক, সত্য, সৌন্দৰ্য সকলো ধ্বংস কৰি দিলে অকণাই—এজনী অসহধৰ্মিণী পত্নীয়ে।...

তাৰ ষীণ গাটো লেমটোৰ পোহৰত এবাৰ সি চাই লয়। মনত পৰে তাৰ অতীতৰ জীৱনৰ সোণোৱালী সপোনবোৰ—তাৰ জীৱনৰ লগত নিবিড়ভাৱে সংশ্লিষ্ট গৌৰৱ সুমাই যোৱা কাহিনীবোৰ।

সিয়ে এদিন বিশ্ববিদ্যালয়ৰ উজ্জ্বল গ্ৰেজুৱেট, সাহিত্য কবিতাৰে পাঠকৰ মাজত খ্যাতি অৰ্জন কৰিছিল। সকলোবোৰ যেন মনত নপৰা কোনোবা যুগৰ অচিন কাহিনী।...ক'ত তাৰ সেই খ্যাতি, সেই সীমাবদ্ধ গৌৰৱ! বেমাৰৰ বিৰাট ভয়াবহ ৰাক্ষসটোৰ আগত সি আজি কেৱল তাৰ শাৰীৰিক অস্তিত্বই হেৰুওৱা নাই, তাৰ মানসিক অস্তিত্বটোও শেষ হৈ যাবৰ উপক্ৰম কৰিছে। বেদনাত, অনুতাপত তাৰ হিয়াখন ভাগি যায়।

ওচৰৰ খাটিয়াকেইখনৰ পৰা বেদনাৰ কাতৰ ধ্বনিবোৰ আহি তাৰ কাণত পৰে। এটুপি পানীৰ বাবে কোনোবা ব্যস্ত হৈ উঠে। কোনোৱে দৰবৰ তিতা সোৱাদটো পাই চিঞৰি উঠে।...

সি ভাবে সিহঁতৰ নিবিড় যন্ত্ৰণাবোৰৰ মূল উৎসৰ কথা। সিহঁতৰেই অত্যাচাৰ নে লোকৰ উৎপীড়নত এই শোচনীয় অধঃপতনৰ অৱতাৰণা। তাৰ দৰেই কিজানি সুবুজা দুখত সিহঁতৰ অভিশাপ নিজে মাতি আনিলে। তাৰ মনটোৱে কল্পনা কৰি কৰি অৱসাদগ্ৰস্ত হৈ ভাগৰি পৰে। শেষত সি আৰু ভাবিব নোৱাৰা হয়।

তাৰ চকুৰ আগত মাথোন জিলিকি থাকে মাতৃ-মূৰ্তিটো।

কি অসহ্য দুঃখৰ মাজতেই আলেখ্যত বহি তেওঁ তাৰ ধ্বংসৰ বাটত আগবাঢ়ি যোৱা জীৱনটো লক্ষ্য কৰি আছিল, আৰু কিমান গুপুত বেদনা অন্তৰত লৈ তাক জীৱনৰ সহজ পথলৈ ঘূৰাই আনিবৰ আপ্ৰাণ চেষ্টা কৰিছিল—কিন্তু সি?

—তাৰতো একো পৰিৱৰ্তন নহ'ল...বাধা, উপদেশ একো নেমানি সি তাৰ নতুন অৱনতিৰ পথটো সাৰটি ধৰিলে। সেইদিনাৰ পৰা সি অকণাক বুজাবৰ চেষ্টা কৰা নাই, মাকৰ বেদনা হৃদয়ঙ্গম কৰা নাই,

পোনাটিৰ অবুজ কণ্ঠস্বৰটিৰ ভৱিষ্যত ভৰা নাই। সি তেতিয়া মহাসমুদ্ৰৰ অতল জলত ভগা টুলুঙা নাও এখনি লৈ আগ বাঢ়িছিল।

…সি অশেষ বাধা দিও তাৰ ওলাই অহা চকুলো দুধাৰি বাধা দি ৰাখিব নোৱাৰিলে। অন্তৰৰ বেদনাবোৰ যেন পনীয়া হৈ চকুৰ মাজেদি বাগৰি আহিল।

মাকৰ মৃত্যু-দৃশ্যটো তাৰ মনত পৰে। মনত পৰে, মাকৰ শেষ বাণীষাৰ, "জীৱন, তই জীৱনটো একেবাৰে মাটি কৰি পেলালি!" বেদনাৰ সেই তীব্ৰতা ৰাশি আৰু নিৰাশাৰ নিৰানন্দবোৰ। · উস্, সি কিয় সেই সময়ত সেইবোৰ ভাবিবৰ অৱসৰ নেপাইছিল। মাকক বুজিবৰ, আগৰ সংসাৰখন বুজিবৰ, যেন ক্ষমতা সি হেৰুৱাই পেলাইছিল—। · উস্, মাকৰ প্ৰতি কিযে মৰমৰ প্ৰতিদানেই নদৰ্শালে সি।

ওলাই অহা চকুলোবোৰত লেমৰ পোহৰখিনি প্ৰতিবিম্বিত হৈ উঠে। তাৰ চকুলো বোৰতে এখন ৰূপৰ ৰাজ্যৰ সৃষ্টি হয়। কিন্তু তাৰ তেতিয়া সেইবোৰ ভাবিবৰ অৱসৰ নাছিল।

হঠাতে সি এবাৰ বাস্তৱলৈ ঘূৰি আহে। ইমান অতীতৰ কল্পনাবোৰ পিছুৱাই থৈ আহি, বৰ্তমানৰ লগত এটি সংস্পৰ্শত সি হঠাতে তাৰ নিজৰ বিষয়ে সচেতন হয়; তাৰ চকুৰ আগত ভৱিষ্যতৰ অন্ধকাৰখিনি আৰু গাঢ় হৈ দেখা দিয়ে। অন্তৰতে সি শান্তি বিচাৰি ফুৰে, কিন্তু শান্তিয়ে ধৰা নিদিয়ে!

অৰুণাৰ কথাও সি ভাবে। তাই চাগৈ এতিয়া কি কৰিছে?—হয়তো তাৰ বুকুৰ সন্তানটি লৈ তাই এই পুহমহীয়া জাৰত কঁপি কঁপি বুকুৰ উমেৰে পোনাটিক উম দি কোনোবা নগৰৰ বাটেদি আগ বাঢ়িছে। কোনোবা পথিকে হয়তো তাইক বিদ্ৰূপ কৰিছে, শিলগুটি দলিয়াইছে, অথবা ঠাট্টাৰ সুৰেৰে কৈছে, "এই শুচ. যা, যা, গিৰিয়েৰে মদ খাই মৰিবলৈ ওলাইছে, আৰু বাটে পথে থাকি তই আমাকো মাৰিবি।" কোনোবা জীৱনৰ চিনাকি একোজনে হয়তো কৈছে, "ইস্ জীৱনৰ ভুলতেই তাইৰ এনেকুৱা হ'ল।"

সহানুভূতি, বিদ্রূপ আৰু যন্ত্ৰণাৰ মাজতে তাই এটা জীৱন যাপন কৰিছে।···অৰুণা—তাইৰ ভুলতেই জানো এই সকলোবিলাক অঘটন ঘটিছে? জীৱন, সি জানো নির্দোষী, সি জানো অৰুণাৰ স্বামীত্ব ভাৰ গ্ৰহণ কৰি তাইক এইদৰে যন্ত্ৰণাৰ মাজত মেলি দিয়া তাৰ উচিত হৈছে? হয়তো অৰুণাৰ ভালপোৱাটোক সি বাহ্যিকতাৰ আৰু এটা বাহ্যিক আন্তৰিকতাহীনতাৰে জুখি মহা ভুলেই কৰি পেলালে। অন্তৰৰো অন্তৰত কিজানি অৰুণায়ো হয়তো তাৰ বাবে তাইৰ ধৰণে ভালপোৱাৰ অনুভূতি অপ্ৰকাশিত ভাৱে লুকাই ৰাখিছিল। হয়তো তাইৰ প্ৰকাশৰ ভুলতেই ·। তেন্তে তাইৰ প্ৰতি অবিচাৰ কৰি পেলোৱা হ'ল নে কি—সি ভাবে। কিবা এটা আতঙ্কত তাৰ বুকুখন এবাৰ কঁপি উঠে। বুকুত কম্বলখন আৰু জোৰে সি টানি লয়।

সি ভাবে অকল অৰুণাৰে দোষ নহয়, দোষ তাৰো।—লগতে অদৃষ্টৰ বিৰাট পৰিহাস! নহ'লে তাৰ জীৱনটো এনেভাৱে শেষ হৈ নগ'লহেঁতেন।···

নিচেই কাষৰ খাটিয়াখনৰ ওচৰতে এটা পৰিচিত শব্দ শুনি তাৰ ভাত খোৱাৰ কথা মনত পৰি যায়।···হঠাতে তাৰ মনত পৰে মাকৰ কাষত বহি ভাত খোৱা, ভাত খোৱাৰ সময়ত মাকক অনাহকতে আমনি কৰা কথাবোৰ।···তাৰ অন্তৰত এটা শোক উঠলি উঠে—অৱস্থাৰ বৈষম্যৰ কথা ভাবি।

বেদনাবোৰ তাৰ গভীৰ হৈ উঠে। কিবা এটা বিতৃষ্ণাৰ ভাবেৰে সি এবাৰ কাষৰ কাঁহীখনলৈ চাই, লেমটো মুমুমুৱাকৈয়ে ঘূৰাই শুই পৰে। লাহেকৈ মূৰটোৰ ওপৰলৈকে কম্বলখন টানি লয়।





'ৰামধেনু যুগৰ' পাঁচজন শ্ৰেষ্ঠ গল্প-লেখকৰ ভিতৰত অন্যতম যোগেশ দাস মানৱ-জীৱনৰ এজন সূক্ষ্ম পৰ্যবেক্ষক আৰু ভাষ্যকাৰ। সাধাৰণ মানুহৰ জীৱনৰ ভয়ঙ্কৰ সাধাৰণত্ব—অৰ্থাৎ তেনে মানুহৰ নিস্তৰঙ্গ বৈচিত্ৰ্যহীন জীৱন আৰু ক্লান্তিকৰ গতানুগতিকতা—আধুনিক সাহিত্যৰ এটা প্ৰধান ধ্যেয় বিষয়। যোগেশ দাসে ঘাইকৈ এনেবোৰ মানুহৰ জীৱনৰ ওপৰত আলোকপাত কৰিছে। তেওঁৰ শ্ৰেষ্ঠ গল্পসমূহৰ আন এটা উপজীব্য হ'ল আধুনিক যৌন বিপ্লৱে তিৰোতাৰ জীৱন আৰু দৃষ্টি-ভঙ্গীলৈ অনা পৰিৱৰ্তন। এই ক্ষেত্ৰত তেওঁ 'আৱাহন যুগৰ' লক্ষ্মীধৰ শৰ্মা, ৰমা দাস আৰু হলিৰাম ডেকা আদি লেখকসকলৰ শ্ৰেষ্ঠ উত্তৰ-সাধক।

যোগেশ দাস

# ধুমুহা আৰু তাৰ পিচত

দুইফালে জাৰ্মান লতাবোৰ, তাৰ মাজেদি বহল বাটটো—কুৰি নলমান আঁতৰত এজোপা ঔটেঙা গছৰ ওচৰেদি ঘূৰি সিফালৰ হাবিত নেদেখা হৈছে। মোৰ ওচৰতে থাকি খোজকাঢ়িছে মামণি। আগে আগে কেতিয়াবা লৰ দি, কেতিয়াবা খোজ দি চিঞৰ-বাখৰ কৰি মামণিৰ ভায়েক-ভনীয়েকহঁত—টুনু, ধুনু, ফুনু আৰু বাণী আৰু তাহাঁতৰ ঘৰৰ ওচৰৰ মিনি।

বেলিটো ঠিক কপালৰ বাওঁফালে পৰিছেহি, মামণি ঘামি পৰিছে, কপাল আৰু নাকৰ তলৰ ঘামবোৰ তাই ধপধপীয়া নিকা থান কাপোৰৰ আঁচলেৰে মাজে মাজে মচিছে, কেতিয়াও চাগে বেছিকৈ খোজ কাঢ়ি পোৱা নাই, মোৰ পুতৌ ওপজে। "কাহি ককাই এইথিতে গাখীৰে-চাখীৰে লুটি খাই পৰিছিল।" মনোমতী কথাছবিৰ দৃশ্য এটালৈ মনত পেলায় টুনুৱে কয়। "হয় হয়, এইথিতে।" বাকীবোৰে হয় দি কিৰিলি পাৰি উঠে।

আমি আগবাঢ়োঁ। মণিয়ে মোৰ ফালে চাই হাঁহে। "ভূপেনদা, গাড়ীখন যদি যায়গৈ।"

বাটটো বৰ বোকা বাবে আমাৰ ঘোঁৰা-গাড়ীখন আধাবাটতে এৰি থৈ আহিছিলোঁ, অৱশ্যে বৈ থাকিবলৈ কোৱা হৈছিল গাড়োৱানক। কলো, "নাই নেযায়।"



"গলে কিন্তু এই ব'দত ছুমাইল খোজকাঢ়ি মৰিব লাগিব।" কৈ মণিয়ে ব'দালিব ফালে এবাৰ চাই নাকটো কোঁচাই পেলালে।

মই আকাশৰ পিনে চাই কওঁ, "মোৰ বোধেৰে হ'লে আজি বৰষুণহে আহিব, মণি চোৰাঁচোন বাতিৰ ডাৱৰবোৰ এতিয়াও আঁতৰা নাই।" পশ্চিমফালে আকাশখন এতিয়াও ক'লা। মামণিয়ে ক'লে, "আকাশৰ পৰা ডাৱৰনো কেতিয়া আঁতৰে।"

মই তাইৰ চকুলৈ চাওঁ, তাই মোৰ চকুলৈ চায়। তাই চকু ঘূৰাই লয়। আমি আগবাঢ়োঁ।

আমি আই থান পাওঁগৈ। যক, তেওঁ পালোহি, সকলোৰে মনত আনন্দ, সকলোৱে কপালৰ ঘাম মচিলো। টুনু, থুনু, ফুনু লৰ ধৰিলে বগৰীবাৰীলৈ, ৰাণী আৰু মিনিয়েও সিহঁতক অনুসৰণ কৰিলে। বোধ-হয় সিহঁতৰ উদ্দেশ্য ক'লী আইৰ থানত ভক্তিৰে সেৱা নহয়, হেঁপাহৰ বগৰীবাৰীহে হাঁহি উঠিল।

মামণিয়ে চিঞৰিলে, "টুনু, অ' ৰাণী, তহঁতে এতিয়া বগৰি নেখাবি দেই—নেপায়। ফুনু-মনি গুচি আহ। হাত-ভৰি ধুইলহি। থানত সেৱা কৰিহে মুখত কিবা দিব পাৰিবি।"

সিহঁতে সেপ ধুকি উলটি আহিল। এবা, থানত সেৱা নকৰাকৈ খোৱা-বোৱা কৰিলে আই থানলৈ অহাৰতো একো মানেই নেথাকে।

মামণিৰ নিৰ্দেশমতে আমি সকলোৱে হাত-ভৰি ধুলো। তাই মাহ-চাউল সোপা ধুবলৈ ধৰিলে। মই কুমলীয়া চাই কলপাত এখন কাটি আনি দিলোহি তাই ঘিঁউ চাকিটোও সজাই ল'লে। মই একেথৰে চাবলৈ ধৰিলো, তাই নিপুণ হাতেৰে এই সকলোবোৰ যোগাৰ-যতন অতি সহজেই কৰি নিবলৈ ধৰিলে। আচৰিত হ'বৰ একো নাই, তাইক ঘৰত কামকৰা মই ইয়াৰ আগেয়েও বহুবাৰ দেখিছোঁ। আজি দুবছৰ আগতে, মামণিহঁতৰ ঘৰত থাকি স্কুলৰ মাষ্টৰি কৰোঁতেতো সদায়েই দেখিছিলো, তাই কি সুন্দৰ ভাবেই ঘৰৰ কামবোৰ কৰি গৈছিল, মোৰ আলপৈচান ধৰিছিল। মাকৰ সৈতে লগলাগি দেউতাকৰ ঘৰ-সংসাৰ

খনৰ প্ৰায়বোৰ কামকে তাই কৰিছিল, তদুপৰি নিজে স্কুলৰ পৰা আহি, মোৰ বাবে চাহ-জলপান ·····যাহ, কি বোৰ ভাবিছো !

টুনুৱে সকলোকে সাৱধান কৰি দিলে, "থানৰ সীমাৰ ভিতৰত কোনেও বেয়া কথা নকবিইঁক, নেভাবিবিও···· ।"

"কিয়, কিবা হয় নেকি ?" মিনিয়ে সুধিলে, তাই আচৰিত ।

"মৰিবি, মুৰত ঔটেঙা সৰি পৰিব ।।"

আমি থানৰ ঘৰৰ ফালে আগবাঢ়ি গ'লো ।

অকণমান এটা টিনৰ ঘৰ, থান, ইটাৰ বেৰ । বেৰ আৰু দুৱাৰত অসংখ্য ৰূপৰ ফুল ওলোমাই থোৱা আছে। সেইবোৰ অসংখ্য মানুহৰ থান ভক্তিৰ চিন । বহুত বছৰ ধৰি আছে । থানঘৰৰ বাহিৰেও ওচৰত এখন টিনৰ চালি, সম্ভৱ যাত্ৰীৰ বাবে ঠাইটুকুৰা । চাৰিওফালে ডাঠ হাবি, ওখ ওখ গছ । নিজঞ্জাল, চৰাই-চিৰিকতিৰ মাতো কম শুনা যায় ।

ক'লী আইৰ থান, ডিব্ৰুগড়ীয়া ৰাইজৰ ওপৰত এই আইৰ খুব প্ৰভাৱ। বহুতেই আহি নিজৰ সিদ্ধিৰ বাবে ইয়াত ফুল আৰু ঘিঁউ চাকি দিয়েছি ; ডেকা-গাভৰুৱে বিয়াবাৰু কৰাই হৰ-গৌৰী বসতি কামনা কৰি, মাক-বাপেকে ৰুগীয়া সন্তানৰ আৰোগ্য কামনা কৰি, স্কুলৰ ছাত্ৰই গোটেইটো বছৰ নপঢ়ি বছেৰেকীয়া পৰীক্ষাৰ দুদিনমান আগতে পাছ কৰাৰ কামনা কৰি থানত ফুল বা ঘিঁউ চাকি দিয়ে। থান-ৰখীয়াই আইৰ আশীৰ্বাদ বা বৰ নিজ মুখেৰে প্ৰকাশ কৰে। তাতেই ভক্তিমান-ভক্তিমতীসকল সন্তুষ্ট হৈ উলটি আহে। আন ঘৰটো এন্ধাৰ, থাপনাত এটা চাকি জ্বলি আছে, সেইটো হেনো কেতিয়াও নুনুমায়। থান থাপত হোৱাৰে পৰা জ্বলিয়ে আছে। ওচৰত পাৰি থোৱা আছে সেন্দুৰ সনা এডাল ত্ৰিশূল, বেৰবোৰত—অসংখ্য ৰূপৰ সৰু-ডাঙৰ ফুল। আমি সেৱা কৰিলো। যাৰ যাৰ যি কামনা, মনৰ ভিতৰতে কৰা হ'ল। বিধৱা মামণিয়ে বোধ হয় তাইৰ এন্ধাৰ জীৱনত অকমান পোহৰৰ কামনা কৰিছিল ; টুনু, থুনু, ফুনুৱে বোধহয় পৰীক্ষা পাছৰ কামনা

কৰিছিল। বাণী আৰু মিনিয়ে বোধহয় কামনা কৰিছিল তাহাঁতৰ মূৰত যাতে ঔটেঙা নপৰে, কাৰণ তাহাঁতে বেয়া কথা ভবা নাই। মই কামনা কৰিলো যাতে মামণিৰ কামনা সিদ্ধি হয়। লগতে ক'লী আইক প্ৰাৰ্থনা জনালো যাতে মই আৰম্ভ কৰা গাঁও সংগঠনৰ কামবোৰ সফল হয়। থান-ৰখীয়াই আমাৰ কামনাবোৰ আইৰ আগত ক'লে আৰু আশীৰ্বাদ দিলে ; "আইজনী, বোপাইটোৰ আৰু ল'ৰা-ছোৱালীকিটাই আপোনাৰ চৰণে ধৰি শৰণে পশিছে, সকলোৰে কামনা সিদ্ধি হওঁক।" ইত্যাদি।

আইলৈ আগবঢ়োৱা মাহ-চাউলখিনি প্ৰসাদৰূপে আমি ওভোতাই পালো, সকলোৱে আনন্দ মনেৰে ওলাই আহিলো, দেখিলো মুখেৰে হাঁহিছে যদিও মামণিয়ে এবাৰ চকুদুটা আঁচলেৰে লুকাই মচিলে।

"ক'লী আই কোন ?" বাণীয়ে সুধিলে।

"ক'লী আই এজনী মানুহেই আছিল।" ক'লী আইৰ কিম্বদন্তীটো টুনুৱেই কৈ গ'ল। "ক'লী আইক এঘৰত মাক-বাপেকে বিয়া দিছিল। পিচে তাইৰ মুঠেই ইচ্ছা নাছিল সেইখন বিয়াত। দৰাই এই বাটে দিয়েই তাইক নিছিল। পিচে হঠাতে ইয়াত ক'লী আই নাইকিয়া হ'ল। কোনেও বিচাৰি নেপালে। তেতিয়াৰে পৰা ইয়াত থান হ'ল।"

"হয় জানো ভূপেনদা ?" বাণীয়ে বিশ্বাস নকৰি মোলৈ চালে।

কলো, "ওঁ। আমিও সেই বুলিয়েই শুনিছো।" প্ৰসাদ চোবোৱাৰ পিছত চাহ-জলপানৰ ব্যৱস্থা কৰা হ'ল। টুনু-কুনু গ'ল বগৰি বিচাৰি। পৰি থকা দুছটা ইটা আৰু কেই-ডালমান খৰি মই মামণিক বিচাৰি দিলো। তাই কামত লাগি গ'ল। বাণী আৰু মিনিয়ে তাইক সহায় কৰিলে।

"মণি, তোমালোকে অকলে পাৰিবানে মই সহায় কৰিম ?"

তাই জুই ফুঁৱাব ধৰিছিল, ৰঙা মুখ খনেৰে থুকা-থুকিকৈ ক'লে, "নেলাগে ভূপেনদা, আপুনি থুনুহঁতক বিচাৰি যাওক। পগলাকেটা কেনিবা গ'লগৈ।"

তাৰ পৰা আঁতৰি গৈ দেখিলো দূৰত হাবিৰ দাঁতিত টুনুহঁতে দলিয়াই

ধৰাৰি পাৰিছে। গতিকে সিহঁতক একো নকৈ লাহে লাহে খোজকাঢ়ি বালি গৰা এটাত থিয় দিলোগৈ। লুইতৰ পাৰ নেদেখা বালি, মাজে মাজে অ'ত ত'ত একোটা চাপৰি, কোনোটো সৰু, কোনোটো ডাঙৰ, ঘন ঝাও বন। একা-বেঁকা লুইতৰ নীলা বাৰিষাৰ এই সেউজ সৌন্দৰ্য চাবলৈ ভালেই লাগিছিল। দুদিন মানৰ পিছত সকলোবোৰকে ঢলে তল নিয়াব। এটা দুমুনিয়া ওলাল।

মামণি মোৰ বৰ মৰমৰ 'মণি'।

* * *

এদিন অজ্ঞাতেই তাইক ভাল পাইছিলো, সেই ভালপোৱাও অজ্ঞাতে থাকি গ'ল। সেইয়া সেই বাবেহে তাৰ বেদনা বেদনা হৈয়ে থাকিল, মধুৰ হৈ আৰু ফুটিল। কলেজ হোষ্টেলৰ কল্পনা প্ৰৱণ প্ৰিয়, লগ সমনীয়াৰ মাজত খ্যাতিমন্ত ভাল কথা-সাহিত্যিক মই আজি মোৰ গাঁওখনৰ এজন কঠোৰ আদৰ্শবাদী, গাঁওসংগঠক, গাঁৱৰ মাইনৰ-স্কুলৰ প্ৰতিষ্ঠাতা আৰু তাৰে প্ৰথম হেডমাষ্টৰ। মা-দেউতাৰ ইচ্ছা ঘৰখন পাতি লওঁ। হঠাতে কোঁচ খাই যাওঁ ; সবল—ভূপেনৰ অন্তৰলৈ আছে দুৰ্বলতা। এৰি অহা অতীতত যেন এনে এটা বস্তু এৰি থৈ আহিছোঁ, যাৰ স্মৃতিয়ে আজি মোক দুৰ্বল কৰি পেলাইছে। অথচ মই বিয়া কৰাবই লাগিব, ঘৰ সংসাৰী হ'বই লাগিব : নহ'লে মুকলিমূৰীয়া ডেকাহে গাঁও সংগঠন কৰা অভাৱনীয় কথা। বি.এ. পাছ কৰাৰ পিছত জৰ্জ স্কুলত মাষ্টৰি ল'লো, সেয়ে হ'ল মোৰ সোণোৱালী ভবিষ্যত, মা-দেউতাৰ আকাশকুসুম। মণি পঢ়িছিল তেতিয়া ৭ম মানত। মই তাহাঁতৰ ঘৰতে থাকি কাম কৰিছিলো ; কিয় ক'ব নোৱাৰো, ঘৰখনৰ সকলোৰে মই বৰ মৰমৰ হৈ পৰিছিলো, সি মোৰ সৌভাগ্য। ল'ৰা-ছোৱালীকেইটাক মই প্ৰায়ে পঢ়াওঁ। মণি ওপৰ শ্ৰেণীৰ, তাইক পঢ়াৰ নালাগে ; পিছে মাজে সময়ে তাই ইটো সিটো সুধি-পুছি লৈছিল। ঘৰখন বেয়া লগা নাছিল যদিও কলেজীয়া ফূৰ্তিৰ পিছৰ ফলাফলটো হাইস্কুলৰ মাষ্টৰীত

পৰিশক্ত হোৱা দেখি জীৱনটো মাটি হোৱা বুলি বহুত সময়ত মনলৈ এটা দুখ আহিছিল।

মণিয়ে সোধে—"আপুনি অইন চাকৰি নল'লে কিয় ?"

"অইন চাকৰি ?"

"অইন মানে স্কুলৰ বাহিৰে— ?"

"এই দগধা ধুতি পাঞ্জাবীযোৰ চাই কোনোবাই মোক চাকৰি দিব বুলি ভাবানে মণি ? তদুপৰি লোকৰ বৰ কথাও মই শুনিব নোৱাৰো। আৰু স্কুলৰ মাষ্টাৰীনো কি বেয়া ?"

"উঁহু বৰ ভাল।"

"কি বেয়ানো ?"

"স্কুলৰ মাষ্টৰ—যাৰ ভবিষ্যৎ বুলিবলৈ একোৱেই নাই।"

"কোনে ক'লে তোমাক আমাৰ ভবিষ্যৎ একো নাই বুলি ?"

"কিটো আছে ? কওকচোন।"

"এন্ধাৰ।"

"এন্ধাৰ হ'বলা বৰ ভাল ?"

"এন্ধাৰ বেয়া নিশ্চয়। তাতে পোহৰ দিব পাৰিলে সি জানো বেয়া হৈ থাকিব মণি ?

আমি পঢ়াই-শুনাই এনে কিছুমান ছাত্ৰ গঢ়ি তুলিম যি এদিন দেশৰ শাসনভাৰ লৈ এন্ধাৰত পৰি থকা এই অভিশপ্ত সমাজৰ উদ্ধাৰ কৰিব। শিক্ষকতাৰ নিচিনা পবিত্ৰ-বস্তু এটাৰ দৰ উচিতমতে দিব জনা নাই কাৰণেই আজি আমাৰ এনে অৱস্থা।" তাই মাত্তে, মানে মুখেৰে একো নেমাতে। হয়তো তৰ্ক কৰিব পাৰিলেহেঁতেন কিন্তু তাই মোৰ মতামতক বৰ ভক্তি কৰিছিল। দিন-ৰাতি সমানে কিতাপ পঢ়ি থকা দেখি তাই মোৰ স্বাস্থ্যহানিৰ ভয় দেখুৱাই প্ৰায়েই ধমক্ দিছিল, মৰমৰ ধমক্। দুপৰ নিশালৈকে এদিন কিতাপ পঢ়িছিলো, হঠাৎ ভেজা দি থোৱা দুৱাৰ মেলি মণি আহি সোমলহি। চকুখাই উঠি কলো,

"মণি তুমি ?"

"ৰাতি কিমান হ'ল ক'ব পাৰে ?"

টেবুলৰ ঘড়ীটোলৈ চাওঁ ডেৰ বাজিছে। তাইৰ ফালে চাই দেখো তাই একেথৰে মোলৈ চাই আছে। আজিও মনত পৰে, মোৰ চকুত সেইদিনা বিজুলী খেলিছিল, মোৰ অনভিজ্ঞ হিয়াই সেইদিনা পঢ়িব পাৰিছিল মণিৰ দুচকুৰ থৰ লগা চাৱনিত ফুটি উঠা এটি অবুজ ভাষা। ক্ষন্তেকৰ বাবে মই সংসাৰ খনকে পাহৰি গৈছিলো, বোধহয় নিজৰ অস্তিত্বটোও পাহৰি গৈছিলো।

"আপুনি শুই থাকক।"

তাই ওলাই যায়। মই শুই পৰো।

ডেৰ বছৰ মাষ্টৰী কৰাৰ পিছত গাঁও সংগঠন কৰিম বুলি চাকৰি ইস্তাফা দিলো। আহিবৰ দিনা সকলোৰে বেজাৰ কৰিলে।

"আপুনি যায়গৈ ভূপেন দা ?" অকমাণি ৰাণীয়ে ক'লে। চকুপানী ওলাই আহিছিল, জোৰেৰে হাঁহি এটা মাৰিবলৈ চেষ্টা কৰি তাইক চুমা এটা খাই কলো, "এৰা ৰাণী, যাওঁৰেই। মাজে মাজে আহিম।"

টুনু, থুনু, ফুনুৱে মুখেৰে একো মাতিব পৰা নাছিল যদিও সিহঁতৰ মুখ কেইখনেই ক'ব পাৰিছিল, সিহঁতে বেজাৰ পাইছে।

"মাহীদেউ, যাওঁ আৰু।"

মণিৰ মাকে ক'লে, "যোৱা বোপাই। আহি থাকিবা, মোৰ বৰ বেয়া লাগিছে।"

মহাদেৱে ক'লে, "ভূপেন, ঘৰখন আজি বৰ চেঁচা হ'ব অ'।"

কলো, "এৰা কি কৰিব নো ? দুদিনমানৰ পিছত আপুনি সহ্য হৈ যাব।"

"যাওঁ দেই মণি।"

তাই যেন কান্দিহে পেলাব, মুখৰ অৱস্থা এনে হ'ল। কোনোমতে ক'লে, "যক, খালি নেপাহৰিব।" ·

তাইৰ কথাৰ সুৰত চক খাই উঠিছিলো, কি কৰিম মই এতিয়া ?

পাছত দেখা যাব। ক'লো, "তোমালোকক পাহৰি অমানুহৰ কাম কৰিব নোৱাৰো, মণি। মাহীদেউ, মহাদেউ, টুনু, ফুনু-থুনু আৰু ৰাণী আৰু তুমি ইমানবোৰৰ মৰম একেলগে কেতিয়াও পোৱা নাছিলো। তাক পাহৰা সহজ নহ'ব, সম্ভৱ পাহৰিবলৈ চেষ্টা কৰিলেও নোৱাৰিম। যাওঁ।"

* * *

—"ভূপেনদা!" দূৰত কাৰোবাৰ মাত শুনি ঘূৰি চাওঁ—ৰাণী মোৰ ফাললৈকে লৰ দি আহিছে। চেতনা আহিল। ছিঃ! কি বোৰ যে ভাবিছো।

"কি ৰাণী?"

"চাহ হ'ল নহয়! বলক বাইদেৱে মাতিছে।"

"বলা।"

চাহ-জলপান কৰি মণি বৈ আছিল। মিনিৰ সৈতে তাই দলিয়াই ফৰ্মুটিয়াই বগৰি পাৰি আছিল।

"ক'তনো আছিলগৈ ইমান পৰে? মেঘলৈ চাওকচোন।" ওপৰৰ ফালে চাই দেখো গোটেইখন ক'লা ডাৱৰে ছাটি পেলাইছে। অলপতে যে বৰষুণ দিব সন্দেহ নাই। এৰা, ভালেটিহে অলপ অলপ জাৰ লাগিছে। "বৰষুণ দিব মণি। খৰ-খেদা কৰা যাওক। টুনুহঁত ক'ত?" এনেতে টুনুহঁত আহি পালেহি।

বায়েকে ক'লে—"গৰুকিটাৰ খবৰেই নাই। নে খৰকৈ থাই ল। বৰষুণ পৰিলে তিতি যাব লাগিব।"

টুনুৱে ক'লে—"আমি মটৰত যাম। তোমালোকে ঘোঁৰা গাড়ীতে যাবাগৈ।"

"ক'ৰ মটৰ অ'?"

"উকিলৰ ঘৰৰ—ধীৰেণ আৰু মাক আহিছে।" তিওৱা চিৰা আৰু গৰম গাখীৰৰ জলপান দি তাই ক'লে, "ইঃ নেলাগে লোকক দিগদাৰী দিব।" "ওঁহু নেলাগে ধীৰেণৰ মাকে কৈছে আৰু' নেলাগে।" মই

ক'লো—"দিপ্লা মণি। এইডোখৰ খোজকাঢ়ি যোৱাও কম নহয়।"

তাই ক'লে—"তেন্তে বাণী আৰু মিনিকো লৈ যাবি।" আমি জলপান খাবলৈ ধৰিলো।

টুমুহঁত মটৰত গ'লগৈ, টোপোলা কেটাও সিহঁতেই লৈ গ'ল। কিন্তু মই আৰু মণি যাব নোৱাৰিলো। থান বখীয়াই ক'লে, "বোপাহঁত জানো যাব পাৰিবা? ডাৱৰে দেখোন ওন্দোলাই আনিছে।"

কলো—"এবা বৰ মস্কিলেই হ'ল দেখিছো।"

মণিয়ে মোৰ মুখৰ ফালে চাই নিঃসহায় ভাৱে ক'লে।

"কি হ'ব ভূপেন দা?"

"ভয় নাই মণি—বৰষুণ এৰালৈকে ইয়াতে থাকি যাওঁ।" মই থান বখীয়াৰ ফালে চাই ক'লো। তেখেতে তেখেতৰ পজাৰ ওচৰত থকা চালি খনলৈ আঙুলিয়াই ক'লে, "তাতে বহি থাকা আইটি। বৰষুণ নেৰে মানে কলৈনো যাবা আৰু। লাগে যদি মই জুই চাই দিম।"

বৰষুণৰ টোপালবোৰ পৰিবলৈ ধৰিলে, আৰু উপায় নাই।

"হয়, অপেক্ষা কৰিব লাগিল আৰু। জুই লাগিলে আপোনাক খুজিম বাৰু। জহৰ দিন, বৰ জাৰ লগা নাই। আহা মণি।"

দুয়ো চালিখনৰ ভিতৰলৈ সোমাই গ'লো। এদাতিয়ে পৰি আছিল এখন সৰু বেঞ্চ। সন্তৰ স্থান স্থাপন হোৱাৰ দিনৰে। মজিয়াখন অপৰিস্কাৰ নহয় সাৰি থোৱা, বেৰ এখনো নাই। থান বখীয়াৰ পঁজাটোৰ এখন বেৰকে ইয়াৰ এখন যেন দেখি। চালিখন যে পুণ্যকামী যাত্ৰীসকলৰ বাবে, সন্দেহ নাই।

চেঁচা বতাহ এজাক বৰলৈ ধৰিলে, গছ-গছনিবোৰো ক্ৰমে হালি জালি নাচিবলৈ ধৰিলে। লুইতৰ বলুকাৰ পৰা ধূলিবোৰ উৰি আহি গোটেই খন ধুৱলি-কুঁৱলি কৰি পেলালে। দিন দুপৰতে যেন সন্ধিয়াৰ আন্ধাৰ নামি আহিল। মণিয়ে ক'লে, "ডাঙৰ ধুমুহা হ'ব, ভূপেনদা।"

"অনুমানতো হয়।" কলো।

বেৰুখন দাণ্ডি আনি মাজৰ খুটাটোত আউজাই দিলো। “বহা যাওক, মণি আহাঁ।” বহিলো, তাই আহি মোৰ ওচৰত বহিলহি।

এইদৰে মোৰ বাওঁকালে, গাৰ নিচেই কাষতে পাবলৈ আজি কিছুদিন আগতে কল্পনা কৰিছিলো। কিন্তু আজি? আজি যেন এইদৰে তাইৰ ওচৰত বহিবৰ মোৰ কোনো অধিকাৰেই নাই।

দুয়ো নীৰৱ, বিভোৰ।

মণিৰ বিয়া মোৰ বাবে আছিল এটা দুঃস্বপ্নৰ ফলাফল। তাঁহাতৰ ঘৰ এৰা দিন ধৰি মই মণিৰ পৰা বহুত চিঠি পাইছিলো। তাই প্ৰায়ে মোক মাতি পঠাইছিল ·······“ভূপেনদা, আপুনি এবাৰ আহি যাব না। আপুনি যোৱাৰ পৰা মোৰ ইমান যে অকল অকল লাগিছে। মোৰ ইমান বেয়া লাগে ·· কিন্তু মোৰ যাবৰ কোনো উপায় নাছিল। মই আদৰ্শবাদী, গাঁও-সংগঠক, পেটৰ ভাত মুঠিৰ বাহিৰে আনৰ বিষয়ে ভাবিব নোৱাৰা, বাস্তৱবাদী। তথাপি ভুৱা দিনো কিমান দিন আত্ম-গোপন কৰিব পাৰি? ৰোমান্সৰ যুগ গ'ল বুলি কোৱা হ'লেও, প্ৰগতি-বাদী কবিয়ে অকল কিষাণ-মজদুৰকে কবিতাৰ বিষয়বস্তু কৰি ললেও, “হাতুৰিৰ কোবে কোবে, নাঙলৰ খোচে খোচে, তৃষা মোৰ জাগিছে প্ৰাণও” বুলি আজি কবিতাই গালেও, মানুহৰ অন্তৰৰ পৰা সেই আদি ৰসাত্মক ৰোমান্সফেৰি কাহানিবা শুকাই যাব জানো? এযুৰি ধুনীয়া চকুক “সাগৰৰ এচামুচ নীলা” বুলি নভাবাকৈ থাকিব পাৰে জানো?

তথাপি মই যাব নোৱাৰো, মণিৰ আহ্বানক ভুৱা দি হ'লেও নেওচিবলৈ বাধ্য হৈছিলো। দুখ জনাই উত্তৰ দিছিলো, “তোমালোকৰ ওচৰলৈ যাবলৈ মোৰ খুবেই ইচ্ছা মণি, কিন্তু কামৰ হেঁচাত যাব নোৱাৰো। চেষ্টা কৰিছোঁ, কাহানিবা যাম নিশ্চয়।”

এদিন দুখন চিঠি পালো। এখন মণিৰ বিয়াৰ নিমন্ত্ৰণী পত্ৰ মহাদেৱে দিছে আৰু আনখন মণিয়ে দিছে; তাই দহোকুৰিকৈ লিখিছে, তাইৰ বিয়া পাতিছে, তাইৰ অমত, তাইক ৰক্ষা কৰিব লাগে। চিঠিৰ তাৰিখ চাওঁ, সি বহুত পলম হৈ আহিছে। ইতিমধ্যে তাইৰ বিয়াও হৈ

গৈছে। তাইক বক্ষা কৰাটো দূৰৰে কথা। ইচ্ছা হৈছিল যেন গাঁৱৰ ডাক অনা ডাক ঘৰটোকে যেন পুৰি পেলাম—তুখন চিঠিও 'যদি সময়মতে দিবহি পাৰে। যক, যি হ'বৰ হ'ল, সংযত হ'বলৈ চেষ্টা কৰিলো। মণিক পাহৰি যাবলৈ চেষ্টা কৰিলো। মনটো সাজু কৰি তুলিবলৈ চেষ্টা কৰিলো যাতে কাৰোবাক বিয়া কৰাই গাঁও সংগঠনৰ আদৰ্শপথটো সুগম কৰি তুলিব পাৰো।

"ভূপেনদা ?"

"হুঁ. কি মণি ?"

"মোৰ চিঠিখন আপুনি পাইছিল ?"

"কোনখন মণি ?"

"আগৰখন।"

"আগৰখন ?" কি যে উত্তৰ দিম ভাবিকে নাপালো।

ইতিমধ্যে ধুমুহা আৰু বৰষুণ ভীষণভাৱে আৰম্ভ হৈছে। বনৰীয়া কলগছৰ পাতবোৰ ভাগিবলৈ ধৰিলে। গছবোৰ একেবাৰে মাটিত দোঁ খাই পৰিবলৈ ধৰিলে। আৰু বৰষুণ, যেন কোনোবাই ওপৰৰ পৰা পানীহে বাকি দিছে। দেখিলে অনুমান হয় যেন, এই ধুমুহা-বৰষুণ আৰু কেতিয়াও নেৰিব।

মণি এবাৰ জিকাৰ খাই উঠিল, বৰ চেঁচা বতাহ মাৰিছিল। অনুমান হৈছিল যেন মণ্ডহৰ ভিতৰত শিৰলৈকে জাৰ সোমাই গৈছে। ডিঙিত মেৰাই লোৱা এড়ি চেলেংখন খুলি তাইৰ কোলাত পেলাই দি কলো, "এইখন গাত লোৱা মণি, তোমাৰ জাৰ লাগিছে।"

"আপোনাৰো নিশ্চয় গৰম লগা নাই।"

"মই পাৰিম দিয়াচোন—মতা মানুহ।"

"মই মাইকী মানুহ।"

অলপ পৰ মনে মনে থাকি কলো, "বাৰু হাৰ মানিলো। এতিয়া কৰা কি, কাপোৰখন এনেয়ে থাকিবনে ?"

এটা আঁচল নিজে লৈ তাই আনটো মোৰ ফালে আগবঢ়াই দিলে। একো নকৈ টান মাৰি ললো।

কিছুসময় দুয়ো নিমাত। মণিয়ে ক'লে,

"ক'ত্তা, চিঠিৰ কথা একো নক'লে যে?"

"তোমাৰ চিঠিখন পাইছিলো মণি, কিন্তু বহুত দিন পলমে। একেলগে বিয়াৰ নিমন্ত্ৰণীও পাইছিলোঁ। ইতিমধ্যে তোমাৰ—"

তাই নীৰৱ। অপৰাধীৰ দৰে কলো, "মোৰ কোনো উপায় নাছিল, মণি।"

বহুপৰৰ মূৰত তাই ক'লে, "আৰু পিছৰখন?"

"সেইখনৰ বাবে মই একেবাৰে সাজু নাছিলো। তোমাৰ তেনে দুৰ্ভাগ্য হ'ব বুলি মই কল্পনা কৰিব পৰা নাছিলো। তোমাৰ জীৱন সুখৰ হওক বুলি মই ঈশ্বৰৰ ওচৰত নিতৌ প্ৰাৰ্থনা কৰিবলৈ চেষ্টা কৰিছিলো, কিমান দূৰ সফল হৈছিলো ক'ব নোৱাৰো। মোৰ নামত কলম ধৰিবা বুলি মই কেতিয়াও আশা কৰা নাছিলো, অন্ততঃ থান কাপোৰ পিন্ধি।"

তাইৰ মুখখন ককণ হৈ উঠিল।

ভয়ঙ্কৰভাৱে মেঘে এটা গাজনি মাৰিলে। মণিয়ে চক খাই "আই ঔ" বুলি মোক সাৱটি ধৰিলে।

"ভয় নাই মণি, মই ওচৰতে আছোঁ।" তাইৰ গাত ধৰি অভয় দিলো।

"আপুনিতো ওচৰতে আছে ভূপেনদা।"

মোৰ মনত ভয় লাগে।

ধুমুহা আৰু বৰষুণ যেন আৰু কোনো কালেই নেৰিবহে।

তাই মোৰ গাতে গা লগাই বহিল। চেলেং খনৰ আগটো আনি মই ধৰি থকা আগটোৰে জপতিয়াই তাই নিজৰ ফাললৈ টানি ললে। মেঘে আকৌ গাজনি মাৰিলে, মণিয়ে এইবাৰ চক নেখালে। কিয় মই ওচৰতে আছো বুলি নেকি? ঈশ্বৰ, মোক ৰক্ষা কৰা।

"শুনিছোঁ আপুনি হেনো বিয়া পাতিছে?"

বুজা টান নহয়, তাই এনেয়ে কৈছে। কলো,

"কোনে ক'লে তোমাক?"

"শুনিলো। মিছা জানো?"

ভাবি চিন্তি কলো, "তুমি শুনা নাই এইটো ঠিক। কিন্তু কথাটো খুব মিছা নহয়। বিয়াৰ বাবে মোৰ কোনো সপোন নাই। গাঁৱলীয়া মাক-বাপেকৰ এটা হেঁপাহ, গাঁৱলীয়া সমাজত কাম কৰিবলৈ হ'লে অবিবাহিত হৈ থাকিব নোৱাৰি, থকা নচলে, সেয়ে কাৰণ।"

"বিয়াৰ সপোন নেদেখিব পাৰে, কিন্তু বিয়া নকৰোৱাৰ আপোনাৰ কোনো কাৰণ থাকিব নোৱাৰে।"

"কাৰণ থাকে।" অতৰ্কিতে মুখৰ পৰা ওলাই গ'ল। অনুমান কৰিলো তাই মোলৈ চালে, মই আন ফালে চাই থাকিলো।

পাতল হৈ আহিব ধৰা বৰষুণ জাক আকৌ ধাৰাসাৰে পৰিবলৈ ধৰিলে, ডাঙৰ ডাঙৰ টোপালবোৰ চকুৰে দেখা যায়। স্থিৰ হ'ব ধৰা কলপাতবোৰ আৰু পোন হ'ব ধৰা বগৰি ঠালবোৰৰ আকৌ তৰণি নাইকিয়া হ'ল।

ধুমুহা আৰু বৰষুণ যেন আৰু কোনো কালেই নেৰিবহে।

"মোৰ কি হ'ব ভূপেনদা?"

"কিয় মণি?"

"এইদৰেই গোটেইটো জীৱন কটাব লাগিব?" কোনে দিব পাৰে এই প্ৰশ্নৰ উত্তৰ? কলো, "নেলাগে বুলি ক'ব পৰা হ'লে বৰ ভাল পালোহেঁতেন মণি। কিন্তু কিয় জানো ক'ব নোৱাৰো মোৰ মাজলৈ এটা দুৰ্বলতা আহি পৰিছে। হয়তো মই বৰ অপদাৰ্থ।"

"কিন্তু মই যে আৰু নোৱাৰো, ভূপেনদা।"

"কি মণি?"

"এইদৰে থাকিব।"

"কি দৰে?"

"এইদৰে। কোনোবাই পাৰে জানো?"

"বুজিলো।" কিন্তু নুবুজিলো। একো উত্তৰ দিব নোৱাৰিলো।

"ভূপেনদা, মই কাহানিবা—। মই পাগলী হৈ যাম।"

মোৰ কান্ধত ধৰি তাই কান্দি পেলালে। কি যে বুজনি দিম, কথা ক'বৰ শক্তি যেন হেৰুৱাই পেলালোঁ। তাইৰ নিচিনা অৱস্থাত বুজনি দিয়া, উপায় দিয়া কথা মোক কোনেও কাহানিও কৈ দিয়া নাই, কতো পঢ়ি পোৱাও নাই।

তাইৰ মূৰত হাত ফুৰাই মৰমেৰে কলো, "ছিঃ নেকান্দিবা, মণি। নেপায়। শান্ত হোৱা। তোমাক মই বুজিছো। মোক অলপ ভাবিবলৈ দিয়াচোন। ৰ'বা নেকান্দিবা।"

মোৰ কান্ধৰ পৰা হাত এৰুৱাই তাই শান্ত হ'বলৈ চেষ্টা কৰিলে।

মই ক'লো,— "আমাৰ মানুহবোৰ বৰ বেয়া মণি, বৰ বেয়া, অতিপাত বেয়া। ছৰ্দা-আইনলৈ মানুহৰ কাণসাৰ নাই। সমাজ সেৱকবোৰৰ সেইফাললৈ কোনো ভ্ৰূক্ষেপেই নাই। সেইবোৰৰ মাজত ময়ো এটা পাতকী। তোমাৰ উপায় কৰা মোৰে কৰ্তব্য, মোৰ অন্তৰত তাৰ বাবে বলো যথেষ্ট আছে। দেশখনত তোমাৰ দৰে আৰু বহুত আছে ভনীটি। তাঁহাতক ৰক্ষা কৰিবলৈ—" হঠাৎ তাই আউজি থকা খুটাটোত ধৰি "উস" বুলি হুকহুকাই কান্দি পেলালে। কি হ'ল? মই ঘপহ কৰে থিয় দিলো। ব্যৰ্গভাৱে সুধিলো,—"মণি, মণি, কি হ'ল তোমাৰ?" মুৰ নোতোলাকৈয়ে তাই ক'লে,—"আপুনি এডোখৰ শিল। যদি আগধৰিয়েই ভনী বুলি"—তাই আৰু ক'ব নোৱাৰিলে, কান্দি পেলালে।

"মোৰ ভুল হৈছিল মণি, মাফ কৰা।"

বহি তাইক বুকুৰ মাজলৈ টানি ললো। তাই গোটেই ভৰটো মোৰ বুকুত পেলাই দিলে আৰু কেৱল কান্দিবলৈ ধৰিলে। "হয়তো মই এডোখৰ শিলেই মণি। কিন্তু তুমি ভুল নুবুজিবা! শুনা। তোমাক মই ভাল পাইছিলো, হয়তো নিজেই সেইকথা জানিব পৰা নাছিলা। আজিও ভাল পাওঁ, হয়তো বুজি নেপাওঁ কি অধিকাৰ আছে আজিও তোমাক ভাল পোৱাত। কিন্তু অস্বীকাৰ কৰিব নোৱাৰো, তোমাক ভাল নেপাওঁ বুলি।"

মেঘে আকৌ এটা গাজনি মাৰিলে। ক'ব নোৱাৰিলো, মণিয়ে চক খাই উঠিছিল নে নাই। তাই তেতিয়াও কান্দিয়ে আছিল।

"মই আৰু নোৱাৰো। মই আৰু নিজক চম্ভালি থাকিব নোৱাৰো। মোক আপুনি লৈ যাওক। নহ'লে মই পাগলী হৈ যাম। এই কুলক্ষণীয়া শৰীৰটোক বশ কৰিব নোৱাৰি হে মই বিধৱা হৈয়ো আপোনালৈ দহোকুৰিকৈ চিঠিখন —"

উচলি পৰা যৌৱনৰ, তাম বৰণীয়া গাৰ তেজাল মণ্ডহ ফালি ওলাই আহিব খোজা সৌন্দৰ্যৰ, সৃষ্টিৰ বাবে সৃষ্টিকৰ্তাই বিধান দিয়া আদিৰসাত্মক পশুবৃত্তিটোক অস্বাভাৱিকতাৰ একো অভিনয় নকৰি বৰ সৰল ভাবেই প্ৰকাশ কৰা এজনী গাভৰুৱে যেন মোৰ মুখৰ পৰা বাগ্মীতাৰ সকলো সমল, সকলো যুক্তিকে কাঢ়ি নিলে। মণিক মই কি উত্তৰ দিম? কি আছে মোৰ ক'ব পৰা? কি আছে?

একো নাই, এৰা একো নাই।

মণিৰ আচৰণত বাধা দিবলগীয়া একো নাই। কিন্তু……

"মণি মই অমানুহ নহওঁ। মই মানুহৰ সুখ-দুখ, হাঁহি-কান্দোন, কামনা-বাসনা সকলো বুজি পাওঁ। তোমাক মই বুজি পাইছো। তোমাক মই ভুল বুজা নাই।"

তেতিয়া ধুমুহা আৰু বৰষুণ লাহে লাহে কমি আহিব ধৰিছিল। কলপাতবোৰ অলপ লাহে লাহে লৰিবলৈ ধৰিছিল, বগৰি পাতবোৰে স্থিৰ হ'বলৈ চেষ্টা কৰিছিল, বৰষুণৰ টোপালবোৰ ক্ৰমে সৰু হৈ আহিব ধৰিছিল। মেঘেও গাজিবলৈ এৰিছিল। ক'বলৈ ধৰিলোঁ.

"মণি, তোমাক মোৰ বাওঁহাতে লোৱাটোৱেই মোৰ উচিত কৰ্তব্য। কিন্তু তুমি জানা, মই এটা এনে কঠোৰ আদৰ্শ আগত লৈ আজি গাঁৱৰ শ শ হোজা মানুহক পোহৰলৈ নিবলৈ চেষ্টা কৰিছো। সিহঁতক এদিন বুজাই উঠিবই লাগিব যে, তোমাৰ নিচিনা ছোৱালীবোৰক সিহঁতে মানুহৰ চকুৰে চাব লাগিব। কিন্তু এই কেঁচুৱা অৱস্থাতে যদি মই তেনে এটা আদৰ্শ নিজে দেখুৱাবলৈ যাওঁ তেন্তে সিহঁত বিৰূপ হ'ব। যুগ যুগ ধৰি মানুহৰ শিৰা-উপশিৰাত বহি যোৱা এটা সংস্কাৰক হঠাতে গুচাই পেলাবলৈ গ'লে কৃতকাৰ্য হোৱা নেযায়, বৰং তাত মানুহৰ অপকাৰহে

বেছি হয়। তাৰ বাবে লাগে এই মানুহবোৰৰ মাজত ভাল শিক্ষা, মানৱ জীৱনৰ উদ্দেশ্য ব্যাখ্যা আৰু তোমালোক নাৰী বিলাকৰ মাজত খুব বেছি পৰিমানে আত্মচেতনা, জাগৰণ।

তাই বহুত সময় নিশ্চলভাৱে মোৰ গাতে পৰি থাকিল।

এবাৰ হঠাৎ উঠি, চকু দুটা মোহাৰি মূৰত ওৰণিখন অলপ টানি দি ক'লে, "বলক, ঘৰলৈ যাওঁ।"

তাই খোজ দিলে। মই কলো,

"কিন্তু বৰষুণ যে এতিয়াও সম্পূৰ্ণ এৰাই নাই মণি।"

ইয়াত দিনটো বহি থাকিলেওতো কাম নিদিয়ে।

চেলেংখন ডিঙিত মেৰাই ওলাই পৰিলো, বৰষুণ তেতিয়া পাতল, চিপচিপীয়া, বতাহ একেবাৰে নাই। প্ৰকৃতি গহীন হোৱাৰ চেষ্টাত।

মণিয়ে জোৰেৰে খোজ দিবলৈ ধৰিলে, অনুমান হ'ল তাই যেন মোতকৈ আগবাঢ়ি যাবলৈ চেষ্টা কৰিছে আৰু মুখখন লুকাবলৈ চেষ্টা কৰিছে।

"লাহে লাহে যোৱা মণি, পিচলি পৰিবা।"

"আৰু নিপিচলো, ভূপেনদা।"

নিমাতে খোজ কাটিবলৈ ধৰিলো। ঘোঁৰা-গাড়ীত উঠি তাই যি বাহিৰলৈ চালে ননমালৈকে আৰু মোৰ ফালে নাচালে। মই এবাৰ কলো, "তুমি মোক দুৰ্বল বুলি নেভাবিবা মণি।"

"আপোনাক দুৰ্বল বুলি ভবা মানে যে নিজৰে দুৰ্বলতাটো প্ৰকাশ কৰা হ'ব, সেইটো মোৰ আৰু বুজিবলৈ বাকী নাই, ভূপেনদা।"

পিছদিনা ৰাতিপুৱা যেতিয়া মই ঘৰলৈ বুলি বিদায় ললো, তেতিয়া মণিৰ শান্ত-শিষ্ট গহীন মূৰ্তিটো দেখি মনটো বহুত পাতলিল।

"যাওক ভূপেনদা, কিবা পৰামৰ্শ খুজি পঠালে যেন নিলিখাকৈ নেথাকে।"

"নিশ্চয়, বাক আহোঁ দেই!"

তেতিয়া আৰু ধুমুহা নাছিল, প্ৰকৃতি শান্ত।



ডʼ মহেন্দ্ৰ বৰাই অসম সাহিত্য সভাৰ পাঠশালা অধিবেশনত দিয়া সভাপতিৰ ভাষণৰ এঠাইত প্ৰসঙ্গক্ৰমে লিখিছে ঃ 'যোৱা ৪০ বছৰৰ ভিতৰতে যে অসমীয়া উপন্যাসৰ এই বিপুল বিস্তাৰ ঘটিছে তাৰ অন্তৰালত আছে দুজন ঔপন্যাসিকৰ অনলস প্ৰচেষ্টা। বিপুল জনপ্ৰিয়তাৰ অবিহনে উপন্যাস সাহিত্যৰ এই বিপুল বিস্তাৰণ সম্ভৱ নহলহেঁতেন। মহম্মদ পিয়াৰে এমুঠি সহজবোধ্য উপন্যাস ৰচনা কৰি এইবিধ বিশিষ্ট সাহিত্যৰূপক সাধাৰণ মানুহৰ দুৱাৰ দলিত প্ৰতিষ্ঠা কৰিলেহি। টেক্সি ড্ৰাইভাৰ, পিয়ন-চকীদাৰ আৰু বাছ কণ্ডাক্টৰো উপন্যাসৰ পাঠক হৈ পৰিল।'

মহম্মদ পিয়াৰৰ বিষয়ে ক'বলগীয়া প্ৰায় আটাইখিনি কথা ডʼ মহেন্দ্ৰ বৰাই এই এটি মাত্ৰ পেৰাগ্ৰাফতে কৈ গৈছে। উল্লেখ কৰা দৰকাৰ যে বিশিষ্ট সাহিত্য-সমালোচক ড প্ৰফুল্লদত্ত গোস্বামীয়েও স্থানান্তৰত মহম্মদ পিয়াৰৰ বিষয়ে অনুৰূপ মন্তব্য কৰি গৈছে। পিছলৈ পিয়াৰে গল্প-উপন্যাস লিখিবলৈ একেবাৰে এৰি দিলেও চল্লিশৰ দশকৰ শেষৰ ফালে আৰু পঞ্চাশ দশকৰ আগভাগত পিয়াৰ আছিল অসমৰ আটাইতকৈ জনপ্ৰিয় লেখকসকলৰ ভিতৰত এজন।

মহম্মদ পিয়াৰ

# বলিদান

পাঁচটা বজা ঘণ্টাৰ-শব্দ কেইটা কাণত পৰাৰ লগে লগে ছপা-খানাটোৰ পৰা মানুহবোৰ ওলাই আহে। লগতে মতিন আৰু মাধৱো। দুয়ো একে লগে ছপাখানাতে কাম কৰে। তাহানি স্কুলীয়া জীৱনৰ পৰাই দুয়োৰো বন্ধুত্ব। দুয়ো দুয়োকো দুটা অভিন্ন মানুহ বুলিয়েই ভাবে। তেওঁলোক দুয়ো লাহে লাহে দীঘলীয়া বাটটোৰ মাজেদি আহি থাকে। মতিনে চুৰতটো জ্বলাই ক'লে, "তই হ'বলা নাখাৱ!"—

"নাখাওঁ আৰু।"

"তোৰ মনটো ইমান মৰা কিয় মাধৱ? তই আজিকালি কি বিলাক ভাবি থাক? ঘৰত—কাৰোবাৰ অসুখ নেকি?"

"অসুখ নহয় অ' মতিন। ই যে তাতোকৈ ডাঙৰ, ইয়াৰ যে দৰৱ নাই।"

"কি বোৰ যে বকিছ। তইহে জান। ভালকৈ বুজায়ে কচোন।"

"আজি কলিকতাৰ খবৰটো কাগজত পঢ়িলি?"

"অ' তোৰ কথাটো এতিয়াহে বুজিছোঁ। কথা ডাঙৰেই। তই ভয় কৰিছ আমাৰ ইয়াত ৰায়টিং হ'ব বুলি। হ'লে হ'ব। তাত ভাবিবৰ কি আছে? এদিন জন্ম, এদিন মৃত্যু।"



"তোৰ আৰু কথা বিলাক। তই সদায়ে এইদৰে কৰ। এবাৰ ভাব চোন আমাৰ ইয়াত ৰায়টিং হ'লে অৱস্থাটো কি হ'ব ?"

"অ' তোৰ কথা মোৰ কথা বেলেগ। তই বিয়া কৰোৱা মানুহ। তোৰ চিন্তা হোৱাটো স্বাভাৱিক !"

"বিয়া কৰোৱা বুলি জানো—" কিবা কথা ক'ব খোজোতে পাছ ফালৰ পৰা কোনোবাই মাত দিলে, "অ' জীৱন, কলৈ গৈছিলি ?"

"বজাৰলৈ গৈছিলো মাধৱদা।" তিনিও গৈ আছে কথা বতৰাৰ মাজত।

"অ' মতিন তোক কথা এটা ক বলৈ পাহৰিছিলো। তোক অনিমাই মাতিছে। তই ভালে দিন আমাৰ তালৈ যোৱা নাই।"

"অ' নবৌৱে বোধকৰো গান শুনিবৰ বৃদ্ধি উলিয়াইছে।"

"বাৰু তই যাবি চোন। তোৰ নবৌৱেৰেহে জানে। মই জানো সবৰজান।" হাঁহিমাৰি মাধৱে ক'লে। "বাৰু" বুলি মতিনে ঘৰলৈ খোজ ললে।

তেওঁ ঘৰ সোমায়েই মাত দিলে—"ৰোচন, অ' ৰোচন, ক'লৈ গলি ? সোনকালে চাহৰ যোগাৰ কৰ।" তেওঁ হাত-মুখ ধুই চাহ খাবৰ বাবে বহিল।

"আজি ক'ৰবালৈ যাব নেকি ? দেখোন বৰ লৰালৰি কৰিছে !" ৰোচনে চাহ-জলপান মতিনৰ সন্মুখত থৈ ক'লে। "আজি এফালে যাব লগা আছে। দেৰি হ'লে তই ভাত খাবি। মোৰ বাবে মেজত ভাত থৈ দিবি।" মতিনে চাহৰ কাপটো হাতত তুলি ক'লে।

"বাৰু !" ৰোচনে তামোল আনিবলৈ গ'ল। তামোল এখন মুখত ভৰাই কাপোৰ যোৰ সলাই মতিনে মাধৱৰ ঘৰলৈ খোজ ললে।

তেতিয়া মাধৱে বুলুক লৈ বাহিৰতে বহি আছিল। দূৰতে মতিনক হাঁহি এটা মাৰি মাধৱে ক'লে, "এই আহিলি। মই নাহ বুলিহে ভাবিছিলো।"

মতিনে একো নক লে। বুলুক কোলাতলৈ চুমা এটা খোৱাৰ লগে

লগে উত্তৰ দিলে। "ভয় তোৰহে। মোৰতো ভয় লগা নাই।"

"এৰা।" অনিমাই হাঁহি মাতি পৰ্দা খনৰ ওচৰৰ পৰাই সমৰ্থন কৰিলে।

"অ' নবৌ ?" মতিনে হাঁহে।

"আপোনালোকৰ হ'বলা বৰ ভয় লাগিছে ৰায়টিং হোৱাৰ বাবে? বুলুক দিয়ক। ক'ৰবাত মুতি দিব।" অনিমাই বুলুক লয়। "মইয় নবৌ আপুনি" কিবা এটা মতিনে ক'ব খোজোতে মাধৱে মাত লগালে, "তোমালোকৰ কথা থক। আগেয়ে চাহৰ বন্দবস্ত কৰা।"

"সেই ভাৰ মোৰ ওপৰত। আপুনি ভাবিব নালাগে। আৰু তেখেতেতো খাই আছে। আজি জানিবা নাখালে; তাৰ বাবেতো তেখেতে বেয়া নাপায়।"

"হয় নবৌ। আপুনি আজি চাহ-তাহৰ দিহা নকৰিব।" "আপুনি হব পায় এইবাৰ আমাৰ ৰাহীকৰাত লাগিছে! বুলুক ধৰক। মই চাহ আনোগৈ।" এই বুলি মাধৱক দিলে।

"নবৌ মই চাহ—" মতিনৰ কোনো কথাকে নুশুনি অনিমাই ক'লে —"বাৰু চাহ খাই লওক। তাৰ পাছতো আপোনাৰ চাহ উলিয়াব।" অনিমাই চাহ আনিবলৈ গ'ল।

তিনিও একেলগে মেজত চাহ খাবলৈ বহিল। মতিনে বিস্কুট এখন বুলুৰ হাতত দি কোলাত লব খোজোতে অনিমাই ক'লে, "নালাগে লব, ক'ৰবাত মুতি দিলে অসুবিধা হ'ব ?" "একো নহয়। দিয়ক নবৌ।" এই বুলি তেওঁ বুলুক কোলাত তুলি ললে। চাহ খোৱা হ'লত অনিমাই মাত লগালে, "আপুনি আজি ইয়াতে ভাত পানী খাইহে ঘৰলৈ যাব পাৰিব। মই কোনো আপত্তি নুশুনো। তাতে আজি কেইবা দিনো আপুনি ইয়ালৈ অহা নাই। আমি কিবা দোষ কৰিব পাৰো। সেই বুলি বুলুৱেতো একো কৰা নাই?"—"কিয় যোৱা দেওবাৰে জানো আছি যোৱা নাই।" অনিমাৰ কথাত বাধা দি মতিনে ক'লে। অনিমাই বাকচটোৰ ওপৰৰ পৰা হাৰমনিয়মটো

আনি মতিনৰ সম্মুখত থলেহি। লগে লগে ক'লে—"বুলুক দিয়ক।"

"আপুনি দেখিছো নবৌ মোক সুখেৰে নেৰে। আজি আৰু গান নাগালে নহয় জানো?" মতিনে আপত্তি জনাই ক'লে।

"এইবাৰ নবৌৱেৰাই আদেশ কৰিছে। এটা গান গাওঁক।" লগে লগে মাধৱে মাত লগালে, "কি তোক মযো খোছামদি কৰিব লাগে হ'বলা?" অনিমা আৰু মাধৱ দুয়ো হাঁহে। মতিনে হাৰমনিয়মটো হাতত লৈ ক'লে, "কি গান গাম নবৌ?"—"অ' এতিয়া নজনাই হ'ল হ'বলা। মতিনে গালে—হিন্দু-মুছলমান, হিন্দু-মুছলমান, বৈ যায় সৌ বিজয় ৰথ।" লগে লগে অনিমাৰ মনত পৰিল সৰুতে গোৱা ডক্তৰ ইকবালৰ 'হিন্দুস্থান হামাৰা' গানৰ—'মজহব নহী শিখায়া আপচমে গে'ইৰ ৰাখনা। আৰু কলিকতাত মৰা মানুহবিলাকৰ ছবি খন মনৰ মাজত ভ'াহি উঠিল। অনিমাৰ অজ্ঞাতসাৰেই দুটোপা চকুলো বাগৰি আহে। মতিনে গান বন্ধ কৰি মাত লগালে, "নবৌ আপুনি—"

'নহয়'—খৰধৰকৈ অনিমাই চকুলো দুধাৰি মছে। মতিনৰ মুখত এটা বিষাদৰ ৰেখাই আগুৰি ধৰিলে। তেওঁ ক'লে—"বাৰু নবৌ, ৰায়টিং হ'লে আপোনালোকে মোক পাহৰিব নেকি?"

"কিয় তেনে কথা কয়? মানুহে জানো মানুহক পাহাৰিব পাৰে?" অনিমাই মাধৱৰ কোলাৰ পৰা বুলুক লয়। মাধৱে ক'লে—"বুজিছ মতিন, অনিমা আৰু মই জীৱনত পাহৰিব নোৱাৰো তোক।" মাধৱে লগে লগে মতিনৰ পিঠিত মৰমৰে চপৰিয়ায়। সেই দিনা ভাত-পানী খাই মতিন এঘাৰমান বজাত ঘৰলৈ উভতিল। সেই দীঘলীয়া বাটটোৱে দি আহোতে তেওঁৰ অনিমাৰ কথা, মাধৱৰ কথা আৰু বুলুৰ সেই হাঁহি ভৰা মুখখনলৈ বাৰে বাৰে মনত পৰে।

কেইদিনমানৰ পাছত মাধৱৰ টাইফইড্। অনিমা আৰু মতিনে প্ৰাণ দি শুশ্ৰূষা কৰিবলৈ ধৰিলে। মাধৱৰ বেমাৰৰ কাৰণে অকলশৰীয়া অনিমাই কষ্ট আৰু অসুবিধা অনুভৱ কৰে বুলি মতিনে প্ৰেছৰ পৰা আঁতৰি থাকিয়েই বন্ধুৰ শুশ্ৰূষাত লাগিল। প্ৰায় দহ বাৰ দিনৰ পাছত

মাধৱৰ জ্বৰ এৰিলে। অনিমাৰ সৰল ভাল পোৱা আৰু মতিনৰ অকপট যত্নৰ কাৰণে তেওঁলোক দুয়োৰে মৰমৰ মাজত জীয়াই থাকিল মাধৱ।

সেইদিনা পুৱা—সোমবাৰ। মতিন পুৱাতেই মাধৱৰ ওচৰলৈ গ'ল। কলিকতাৰ ঘটনা বিলাক মানুহে ৰৰকৈ আলোচনা কৰিবলৈ ধৰিছিল। হিন্দু-মুছলমান দুয়ো দলেই পেটে পেটে এটা প্ৰতিশোধৰ ভাৱ পুহিছিল, আৰু তাৰে প্ৰতিক্ৰিয়া ৰূপে সেই ঠাইৰো ঠায়ে ঠায়ে সৰু-সুৰাকৈ ৰায়টিং আৰম্ভ হৈছে। মতিনে দুৱাৰখন খুলি লাহে লাহে ভিতৰলৈ সোমাই যায়। মতিন সোমোৱাৰ লগে লগে অনিমাই ক'লে —"এতিয়া আমাৰ কি হ'ব? অনিমাৰ মুখৰ পৰা এটা তপত হুমুনিয়া ওলাই আহে। মতিন গৈ মাধৱৰ বিছনাখনৰ ওচৰতে বহে। মতিন ওচৰত বহি পৰাৰ লগে লগে মাধৱৰ চকুৰ পৰা দুধাৰি তপত লো বাগৰি পৰে। মতিনৰো চকুৰ কোণত লুকাই থকা চকুলো দুধাৰি বাগৰি আহে। সি অনিমাৰ মুখলৈ চাই কয়, "নবৌ খোদায়ে কৰিলে আপোনাৰ একো অনিষ্ট নহয়। আপোনালোকৰ বাবে লাগিলে মোৰ এই প্ৰাণ উছৰ্গা কৰিম।" মতিনৰ চকুৰ পৰা দুধাৰি চকুলো বাগৰি আহে।

"পিছে এই ঠাইত হিন্দু মানুহৰ ঘৰ নাই। কেৱল আমাৰ ঘৰটোহে কিজানি। কোনোবাই আমাক—"

"আপুনি একো চিন্তা নকৰিব নবৌ, এই ঠাইত থাকিলে আপোনালোকৰ একো অপকাৰ নহয়। মই কুতুবৰ বাপেক-মাকক কৈ থৈছোঁ। আৱশ্যক হ'লে তেওঁলোকেও আপোনালোকক সহায় কৰিব। মানুহ পশুৰ শ্ৰেণীলৈ নামি আহিব পাৰে। সেই বুলি সকলোৱে পশু হোৱা নাই।"

"আপোনাৰ ব্যৱহাৰৰ পৰা এনেহে লাগে যেন আমি দুয়ো কোনো জন্মত ককাই-ভনী আছিলো।"

"এই জন্মতো নবৌ।" মতিনে সংক্ষেপে উত্তৰ দিলে। অনিমাৰ

চকুৰ পৰা দুধাৰি চকুলো বাগৰি পৰে। মতিনে বুলুক চুমা এটা খাই অনিমাৰ হাতত দি গুচি আহে।

পাছ দিনা। তেতিয়া মতিন ছাপাখানাত আছিল, হঠাৎ তেওঁৰ ঘৰৰ ফালে এটা গুণ্ডা দলে ৰায়টিং আৰম্ভ কৰিলে। তেওঁৰ মূৰ ঘূৰাই গ'ল কথাটো শুনি। ছাপাখানাৰ পৰা লৰ মাৰি ওলাই যাব খোজোতে এজনে আগচি ধৰি ক'লে, "আপুনি ক'ত মৰিবলৈ যাব খুজিছে? ৰায়টিংতো আপোনাৰ ঘৰৰ ফালেই লাগিছে। নাযাব।"

"নহয় মই যাবই লাগিব। মই যামেই। নবৌহঁতক ৰক্ষা কৰিব লাগিব।" এই বুলি জোৰ কৰি বলিয়াৰ দৰে অনিমাৰ ওচৰলৈ লৰ দিলে। অনিমাক কুতুবৰ বাপেকে নিজৰ ঘৰলৈ নি লুকুৱাই ৰাখিলে। কুতুবহঁতৰ ঘৰ সোমাব খোজোতে কোনোবাই পাছ ফালৰ পৰা মাধৱৰ মূৰত মাৰ এটা মাৰি দিলে। "উস্।" বুলি মাধৱ মাটিত পৰি গ'ল। লগে লগে ক'লে—"মতিন, মই অনিমাক ৰক্ষা কৰিব নোৱাৰিলো। তুমি কৰিবা।" তেতিয়া মতিনো আহি সেইখিনি পাইছে এনেতে এটা গুণ্ডাৰ দলে তেওঁক আগুৰি ধৰিলেহি। তাৰে এটাই মতিনৰ বুকুত ছুৰি এখন বহুৱাই দিলে। সিহঁতে কিৰিলি পাৰি নাচি উঠিল। মতিনৰ প্ৰাণহীন দেহাটোৰ বুকুৰ পৰা তেজ ওলাই আহি আলিবাটটো ৰঙা কৰি তুলিলে। বাটটোত মাধৱ আৰু মতিনৰ বুকুৰ মিলিত তেজৰ দাগ এটা বৈ গ'ল।





দ্বিতীয় বিশ্বযুদ্ধৰ ৰণ-মঞ্চ ডিব্ৰুগড়লৈকে সম্প্ৰসাৰিত হোৱাৰ সময়ত ডিব্ৰুগড় মহকুমাৰ এখন ভিতৰুৱা গাঁৱত জন্ম গ্ৰহণ কৰা দেবেন্দ্ৰনাথ সোনোৱাল আছিল পঢ়াশালিৰ তলখাপৰ ছাত্ৰ। সেই সময়ত তেওঁ চকুৰে দেখা আৰু কাণেৰে শুনা বহুতো ঘটনাই তেওঁৰ কুমলীয়া মনটোক নিশ্চয় খুব ডাঙৰ জোকাৰণি দিছিল; ডেকা হৈ কটন কলেজত পঢ়িবলৈ আহি সেই সঞ্চিত স্মৃতিকে সম্বল কৰি তেওঁ এটা গল্প লিখিলে। দৃঢ় শৈল্পিক সংগঠনৰ অভাৱত গল্পটো ৰসোত্তীৰ্ণ হোৱা নাই যদিও লেখকৰ বাস্তৱ অভিজ্ঞতাৰ ভিত্তিত অংকিত গল্পৰ মূল চৰিত্ৰ দুটাৰ জীৱনৰ অন্তহীন যন্ত্ৰণা আৰু কৰুণ পৰিণতিয়ে আমাৰ হৃদয় স্পৰ্শ নকৰাকৈ নাথাকে।

দেবেন্দ্ৰনাথ সোণোৱাল

# পৰিৱৰ্তন

ভীষণ ৰ'দ। কেতিয়াবাই মৰি লাগি থকা গছৰ পাতবোৰ মাত্ৰ এখিলা দুখিলাকৈ সৰি পৰিছে। তথাপি সি হাতত কোৰখন লৈ ওলাই যায়। কাম যে কৰিবই লাগিব সেই বুলি নহয়, কাম কৰাটো এটা অভ্যাস হৈ পৰিছে।

সেই ওখ পাহাৰটোৰ নামনিত তাৰ পথাৰখন। সি একেবাৰে অভ্যস্ত হৈ পৰিছে। ঠেক বাটটো, দুয়োফালে কিবাকিবিবোৰ। কাম কৰিবলৈ সি একো বেয়া নাপায়। বহুতদিনৰ কথা,—সি তেতিয়া সৰু, তথাপি তাৰ মনত আছে সিহঁতৰ ভঁৰাল তিনিটা আছিল, তথাপিও পিতাকহঁতে কাম নকৰাকৈ থকা নাছিল। আদিমতাৰ শিক্ষা জীৱন নহ'লেও ব্যস্ততা।

তেতিয়া বেলি পৰে যেতিয়া বগা বগলীবোৰ সেই পাহাৰটোৰ কাষেদি উৰা মাৰি যায়। তাৰ ভাগৰ লাগে, ঘাম ওলায়। নাড়ীৰ তপত শিৰবোৰৰ, তেজবোৰৰ গতি খৰ হৈ পৰে। শৰীৰলৈ তেতিয়াই ক্লান্তি আহে, অৱসাদ আঁতৰি যায়। তথাপিও কিবা এটা নিৰ্জনতাৰ ভাব আহি তাক আগুৰি ধৰে। ওচৰৰ জুৰিটোত সি বহে, তাৰ বৰ ভাল লাগে।

ইজাকৰ পাছত সিজাককৈ বগলীবোৰ ধোঁৱা বৰণীয়া হৈ পৰে।



জুবিটিৰ ওপৰৰ বহল ঠাইডোখৰত বৰ সৰু সৰু হৈ উঠে। তাৰ তেতিয়া মনত পৰে মাণিকীৰ কথা। তাই হৈছে এজনী ছোৱালী—যোৱাবাৰ বানপানী হওঁতে সি তাইক দেখিছিল ভৰাগাঁৱত। সি গৈছিল সহায় কৰিবলৈ, নাও এখনত বস্তু এসোপা বোজাই কৰি। তেতিয়া সি তাইক দেখিছিল। পানীৰ মাজত কৰ্মব্যস্ততাৰ সময়খিনিত মাত্র অলপ সময়ৰ বাবে দেখিছিল। দুয়োৰো চকুদুযুৰিৰ মাজৰ ৰেখাডালৰ মাজেদি বৈছিল,—জীৱনৰ পৰমাণুবোৰৰ প্ৰবাহ। সি সেই মুহূৰ্ত্তত দেখা পাইছিল নতুন এখন পৃথিৱী কিন্তু মনিব নোৱাৰিলে।

আন্ধাৰে পোহৰৰ স্মৃতি লোপ কৰি পেলাব খোজে, তন্দ্ৰামগ্ন অৱস্থাই বাস্তৱক উপেক্ষা কৰে। সি সঁহাৰি পায়। কৰ্মময় জীৱনটোৰ মদিৰতাখিনি সি জিৰণিৰ সময় ডোখৰত ভালদৰেই উপলব্ধি কৰে।

ঘৰলৈ বুলি সি খোজ লয়। এন্ধাৰৰ ক'লা ৰেখাবোৰ বৰ ঘন হৈ পৰে। সি যন্ত্ৰচালিতৰ দৰেই আগবাঢ়ি যায়। ঘনে ঘনে মনত পৰে তাৰ অভাৱৰ কথাখিনি। ৰাতিপুৱাৰ সাজটো কোনোমতে পাৰ হৈ গৈছে। তেতিয়াৰ সাজত চাউল নাই। "ৰঙিলীয়েই বা কি কৰিব!" ৰঙিলী তাৰ ভনীয়েক, সৰু ছোৱালীজনী—দহ-বাৰ বছৰীয়া। তাই ভাত ৰান্ধে।

সি ঘৰ পায়গৈ। ঘৰ মানে তাৰ সেই পজাঁটো,—তথাপি ঘৰ। তাৰ শাৰীৰিক জিৰণিৰ ঘৰ। ক্লান্ত দেহাটোৱে তাৰ তৰণী পায় যেতিয়া ৰঙিলীয়ে চাউল বিচাৰি আনি ৰান্ধি থোৱা ভাত খিনি খাই টোপনি যায়।

বেচ ভালদৰেই সি টোপনি যায়। অভাৱৰ কথা আৰু তাৰ মনত নপৰে—সি একেবাৰে নেভাবে—তাৰ জীৱনটো তেনেকৈয়ে পাৰ হৈ গৈছে। তথাপি সি মাজনিশা সাৰ পায়,—পিৰালিৰ পোকবোৰৰ চিঁ-চিঞনি তাৰ কাণত পৰে। মনত পৰে মাণিকীৰ কথা। ইমান ধুনীয়া ··। বৰ চেষ্টা কৰিও সি টোপনি যাব নোৱাৰে। অন্তৰৰ

খেলিমেলি ভাবধাৰাই বাস্তৱৰ হাত সাৱটিব নোৱাৰে। সি বিচাৰে মাণিকীক—আন নহ'লেও এবাৰ চাবলৈ।

বৰ করুণ সুৰ এটা দূৰৈত মিলি যায়—বাঁহীৰ সুৰ; সি শুনায়। মাজনিশা সাৰ পাই সি বাঁহীত ফু দিয়ে। তাতেই সি শান্তি পায়। সুৰৰ ঢৌবোৰে তাৰ অন্তৰৰ এন্ধাৰবোৰ পাতল কৰি দিয়ে—তাৰ তাতেই শান্তি।

…তথাপি সি উপায় নাপাই নগৰলৈ আহে—কাম বিচাৰি। দুদিন একো নোখোৱাকৈয়ে সি য'তে ত'তে পৰি থাকে। অৱশেষত সি কাম এটা পায়—এটা যন্ত্ৰগৃহত। ৰাতিপুৱাৰ পৰা গধূলিলৈকে সি কাম কৰে, তাৰ বহুত কাম। কিমান যে বোজা কঢ়িয়াব লাগে।

গধূলি সময়ত সি ফুৰিবলৈ ওলাই যায়। দেখে—ৰঙা, নীলা, বিজুলী চাকিবোৰ, তাৰ বৰ ভাল লাগে। সি তাৰ লগৰীয়াবোৰেৰে বৰ ধেমালি কৰে। সৰহ কথা ক'ব জনা হৈ পৰিছে। লগৰীয়াবোৰে তাক সোধে গাঁৱৰ কথা, সি তেতিয়া অকণো খোকোজা নলগাকৈ কৈ যায়—যেনেকৈ নিৰ্বাচনৰ সময়ত নেতাবিলাকে নিজৰ দলৰ পক্ষে প্ৰচাৰ কৰে তাৰ সেয়ে এটা আনন্দ…। কেইবামাহো তাৰ তেনেকৈয়ে পাৰ হৈ যায়। সি কথাছবি চাবলৈ ভাল পোৱা হৈ পৰিছে।

··তাৰ অকলশৰীয়া জীৱনটো যেন তেনেকৈয়ে পাৰ হৈ যাওক তাৰ ইচ্ছা। কথাছবিবোৰত জমিদাৰ, পুলিচ চাহাব, সকলোবোৰৰ মুখৰ 'আধাৰ'বোৰ পৰিচিত হৈ পৰিছে। আনকি বিড়িটো হোপোতে 'প্ৰেমসৌধ' বোলা ছবিখনৰ জমিদাৰৰ পুতেকৰ নিচিনাকৈয়ে মুখত বেঁকাকৈ দি ধোঁৱাবোৰ একাৰৰীয়া কৰি পঠিয়ায়।

সোণালী সপোনৰ ৰঙা-বগা ৰেখাবোৰৰ জিলিঙনি তাৰ চকুত পৰে। …কল্পনাৰ ছবিবোৰত তাৰ জীৱনৰ অবাস্তৱ বোৰ মূৰ্তিমন্ত হৈ উঠে।

তাৰ ঘৰলৈ সি একেবাৰে পাহৰি পেলাইছে আনকি দদায়েকৰ ঘৰত থৈ অহা ভনীয়েকলৈও একেবাৰে পাহৰি গৈছে। ৰাতিপুৱাৰ

পৰা গধূলিলৈকে এই পোহৰৰ সময়খিনি সি অলপো উপভোগ কৰিবলৈ নাপায়। উপেক্ষিত বন্ধুৱা জীৱনত 'অবিচাৰ' আটাইতকৈ সাধাৰণ ঘটনা, ফুলা আৰু মৰহী যোৱা প্ৰকৃতিৰ আঁহে আঁহে সোমাই থকা সজীৱ ঘটনা। তাৰো তেনেকৈয়ে পাৰ হৈ যাব খোজা জীৱনত তাৰ বৰ অনিচ্ছা স্বত্বেও আহি পৰে সমাধান কৰিব নোৱাৰা 'অভাৱৰ ভীষণ সমস্যাটো'···আন্ধাৰত সি চিনাকি বাটবোৰতো পিছল খাই পৰে। কোনে সহায় কৰিব? তাৰ নিচিনাইতো সকলো। সিহঁতৰ যন্ত্ৰ-গৃহত বন্ধুৱাবোৰৰ বাহিৰেতো আন কোনো আত্মীয় নাই। উপায়-হীনতাত তাৰ ধৈৰ্য একেবাৰে শেষ হৈ যায়।

ভাবে—চুৰ কৰিব।

ঠিক······।

তেতিয়া সকলো চুৰমাৰ হৈ যায়, সোণালী সপোন। ৰঙীন··· কল্পনা। বাস্তৱে তেতিয়া তাক কল্পনাৰ মাজৰ পৰা আজুৰি আনে যেতিয়া 'অবিচাৰ'ৰ গৰাহত পৰে সি তাকেই ঠিক কৰে। হাতৰ শিকলিডাল চাই চাই সি সেই মানুহকিটাৰ পাছে পাছে যাব ধৰে। বাটৰ মানুহবোৰে তাক ঘূৰি চায়, তাৰ ইমান যে বেয়া লাগে। ই এটা অস্বাভাৱিক অৱস্থা। সি যদি চুৰ নকৰিলেহেঁতেন! কামই ভালেই হওক বা বেয়াই হওক—সি নিবিচাৰে যে কামৰ ফলখিনিও বেয়া হওক।

কোনেও নিবিচাৰিলেও পৰিৱৰ্তন হোৱাটো স্বাভাবিক। বসন্ত আহে—শৰৎ যায়, ফাগুণ আহে—বহাগ যায়। চাৰিওফালে ওখ দেৱালেৰে ঘেৰা ঘৰটোৰ পৰা ওলায় আহে। তাৰ ইমান বেয়া লাগে! মুখত হাত দি চায় ডাড়িবোৰ বৰ দীঘল হৈছে। ভালেই হৈছে—সি ভাবে।

'ক'লৈ যাওঁ', 'আগৰ কামটোবা পাওঁ নে নেপাওঁ', 'মই এটা চোৰ', 'কিনো হ'ব? নাই কাৰণেহে চুৰ কৰিলো'—শত ভাৱৰ হেন্দোলনীয়ে তাক বিমোৰত পেলাই থৈ যায়।

সি আগৰ যন্ত্ৰগৃহ পায়গৈ। দেখে তাত একো নাই সকলোবোৰ পৰিবৰ্ত্তন হ'বলৈ ধৰিছে। 'তেন্তে মানুহবোৰ নো ক'লৈ গ'ল সি ভাবনাৰ পাৰ নাপায়।···'ভোক যে লাগিছে কি খাওঁ?' ভোকত তত নাপাই সি বাটৰ কাষত বহি পৰে হাত দুখন মেলি। ভিখাৰীৰ সংখ্যা সেই-দৰেই বাঢ়ে।

পেটভৰি সি খাবলৈ পায়। বিস্কুত, কেক, ইস্ খাবই নোৱাৰি। দহ চকীয়া প্ৰকাণ্ড লৰীখনৰ ওপৰত সি বহি যায় সৈন্যবোৰৰ লগত। সিহঁতে কিৰিলি পাৰে লগতে সিও।

'কি হ'ল অ'··· ? এটা চকুমুদি সি হাঁহে। এজনী ছোৱালী বুকুত এটা কেঁচুৱা। 'এই জনী ক'ৰ—?' নিজকে সি সুধি পেলায়।

দুৰন্ত কামনাৰ তৃপ্তিৰ কাৰণে সেই ছোৱালীজনীক খুব সহজে সাৰটি ধৰি লৰীখনত উঠোৱাই লয়—বিদেশী সৈন্যবোৰে। তাইৰ চিঞৰবোৰ আছিল লুইতৰ মাজত পৰি কঁকবকোৱা মানুহৰ দৰে। সৈন্যবোৰে হাঁহিছিল লগতে সিও।

বহুত দিনৰ তাৰো সেই কামনাৰ হেঁপাহ খিনি জঘন্য হৈ উঠে—বৰ দুৰন্ত। সি ৰ'ব পৰা নাছিল,—সি ছোৱালীজনীক সাৰটি বৰ ডাঙৰ চেপা এটা দিছিল। জীৱনত সি প্ৰথমবাৰৰ নিমিত্তে নাৰীৰ কমনীয়তাৰ স্পৰ্শ অনুভৱ কৰিছে। সি আছিল এটা দস্যু। মানুহজনীৰ পৰশ সি পালে, কিন্তু যদি মাইকীমানুহজনী এটা কাঠৰ পুতলা হ'লহেঁতেন সি একে পৰশকেই পালেহেঁতেন। পশুবৃত্তিত কোমলতাৰ ঠাই নাই।

সিহঁত ভাগৰি পৰে—কিন্তু তাৰ আগেয়েই মানুহজনীৰ চেতনা লোপ হৈ গৈছে। নৈ এখনৰ কাষত তাইক সিহঁতে নমাই থৈ যায়। কেঁচুৱাটোৱে কান্দিবলৈ এৰি লাল কাল দিছে।

আৰু সিহঁত······

সিহঁতৰ 'কেম্প' পায়গৈ। সৈন্যবোৰৰ জোতা-মোজা চকাকৰা কামবোৰ সি পায়।

বেচ্, স্বচ্ছল, আড়ম্বৰপূৰ্ণ ভাবেই তাৰ দিন কেইটামান পাৰ হৈ যায়।

সেই বিদেশী সৈন্যবোৰক সি হাঁহি পইচা খোজে। প্ৰায়েই পায়···। ভিক্ষা কৰাটো তাৰ এৰাব নোৱাৰা অভ্যাস হৈ পৰিছে। গধূলি হ'লেই সি লৰীত উঠি হাবিতলীয়া গাঁও বোৰলৈ সোমাই যায়। ৰাতি গাঁওবোৰত সিহঁত সোমায়গৈ। খলা-বমা হাবি-বাটবোৰত লৰীবোৰ জোকাৰ খাই ভীষণ শব্দ কৰি উঠে। সিহঁতে আনন্দ পায়···বন্দুকলৈ যেতিয়া·দুৱাৰ ভাঙি মানুহৰ ঘৰত সোমাই। সিহঁত মত্ত হৈ পৰে,— অলপো শঙ্কা নকৰাকৈ সিহঁতে ছোৱালীবোৰক বলেৰে সাৱটি বাহিৰলৈ উলিয়াই লৈ আনে।

সৈন্যবোৰৰ কামাতুৰ চিঞৰ আৰু ছোৱালীবোৰৰ মৃত্যুকামী যাতনাৰ সুৰবোৰ তাৰ পৰিচিত হৈ পৰিছে ·। তাৰ তেনেকৈয়ে দিন যায় বিনা চৰ্তত পোৱা সহায়বোৰৰ মাজত সি জীয়াই থাকি বৰ্বৰ হৈ পৰিছে।

আৰু এদিন···সিহঁত ক'ব নোৱাৰাকৈয়ে ওলাইগৈ গাঁও এখনত। তেতিয়া ৰাতি ··সোঁমাজ। উজ্জ্বল পোহৰ দিয়া বিজুলী চাকিবোৰ লৈ সিহঁত ঘূৰি ফুৰে···অলপো শঙ্কা নাই—ঠিক বলিয়া কুকুৰ ঘূৰাদি, —'শত্ৰু কোন' বাচ-বিচাৰ নোহোৱাৰ দৰে।

তাই চিঞৰে. সিহঁতে কিৰিলি পাৰে। বৰ্বৰতাৰ শেষ পৰিণামৰ সকলোখিনি সিহঁতে ঢালি দিয়ে তাইৰ গাত। তাইৰ দেহা অৱশ হৈ পৰে। সিও আহে পাৰিপাৰ্শ্বিকতাৰ সকলোখিনি গুণ থুপ খুৱাই কিৰিলি পাৰি তাইৰ ওপৰত জপিয়াই পৰি সি দিয়ে দুৰন্ত কামনাৰ এটা প্ৰচণ্ড চেপা, শেষবাৰৰ কাৰণে তাই চিঞৰি উঠে। অভাৱ আৰু আৰামৰ জীৱন-পথত জীৱনটোৱে পায় ঘিণ লগা স্বভাৱৰ পৰশ।

তাৰ চকু চাঁটমাৰি ধৰে যেতিয়া সিহঁতৰ এটাই তালৈ পোহৰ দিয়ে। এটাক্ষণৰ বাবে সি বৈ যায়—মানসিক অনুভূতিত শৰীৰৰ অনুভূতি অলস হৈ পৰে। তেজৰ বোল আৰু বিকট মুখখন, তাৰ চকুত পৰে সেইজনী মাণিকী—সি চিনি পায়। কিন্তু তেতিয়া সময় নাই,

অলক্ষিতে এটাই তাক ঠেলি তাইৰ প্ৰাণহীন দেহাটোত জপিয়াই পৰে ···যেন পৃথিৱীৰ কামনাখিনি সিয়েই শেষ কৰি পেলাব।

অলপো নোবোৱাকৈ সি ধোঁৱা টিপি দিয়ে, জুই ওলায় নলীয়েদি ;—সৈন্যটো বাগৰি পৰে, লগতে আৰু কেইটামান। তাৰ পৰিৱৰ্ত্তন হৈছিল একেবাৰে, বিপৰীতমুখী অন্তৰৰ পৰিৱৰ্ত্তনে বিভীষিকাময় ভৱিষ্যতকো উপেক্ষা কৰে।

সিও পৰি যায়,···সিও বাগৰি পৰে আত্মাৰ বাতিৰ ডাঠ মনিব নোৱাৰা ক'লাৰেখাবোৰৰ মাজে মাজে দূৰত ঘূৰি ফুৰে—গুকম্ গুকম্···।





কুলনাথ গগৈয়ে কটন কলেজৰ সুকুমাৰ কলা প্ৰতিযোগিতাত কোনোবা এবাৰ গল্পত প্ৰথম পুৰস্কাৰ পাইছিল। পৰীক্ষক ড° প্ৰফুল্ল দত্ত গোস্বামীদেৱে গল্পলেখক হিচাপে কুলনাথ গগৈৰ ভবিষ্যত উজ্জ্বল বুলি বিশ্বাস কৰিছিল। কিন্তু কুলনাথ গগৈয়ে ড° গোস্বামীৰ আশা পূৰণ কৰিব নোৱাৰিলে। কাৰণ তেওঁ কলেজ এৰাৰ পিছতেই গল্প লিখিবলৈকো এৰি দিলে। কিন্তু কুলনাথ গগৈৰ সপক্ষে এটা কথা কোৱাটো বোধহয় উচিত হ'ব যে কলেজৰ ছাত্ৰ হৈ থকা অৱস্থাত বহুতো প্ৰতিভাহীন ডেকা-গাভৰুৱেও যেনেকৈ দুই-এটা গল্প লেখাৰ কছৰৎ কৰে, কুলনাথ গগৈ তেনেকুৱা গল্প লেখক নাছিল। তেওঁৰ ভাষাৰ ওপৰত দখল আছিল ; অনুভূতিৰ তীক্ষ্ণতা আছিল ; গল্প ক'বৰ জোখাৰে কিছু অভিজ্ঞতাও আছিল। নাছিল কেৱল ছুটি গল্পৰ নিচিনা এটা কঠিন কলা-ৰূপ আয়ত্ব কৰাৰ জোখাৰে শ্ৰম-সহিষ্ণুতা। সেই কাৰণেই বোধ হয় তেওঁ গল্প লিখিবলৈ এৰি দিলে। 'প্ৰেম আৰু পৃথিবী' নামৰ গল্পটোত পঞ্চাশৰ দশকৰ আৰম্ভণিৰ সময়ৰ কটনিয়ান সকলৰ অন্তৰ্জীৱনৰ এখন ছবি ফুটি উঠিছে।

কুলনাথ গগৈ

# প্ৰেম আৰু পৃথিৱী

··বহুত কথা ভাবিছিলো।···পুৰণি অতীতৰ কথা।

অতীতৰ কথা, পুৰণি কথাবোৰকে নেভাবিনো ভাবিম কি? স্থিতিশীল বৰ্ত্তমানৰ গতিটো যন্ত্ৰৰ দৰে নিস্পৃহ ব্যস্ততাৰ মাজেদি চলি আছে। ··ভবিষ্যত!

ভবিষ্যতৰ কথা তাহানিখনৰ পৰাই বহুদিন ভাবি আহিছো। বহুত দিন ভবিষ্যতৰ ৰঙীন কল্পনাৰ আৱেশত সুমধুৰ আৰু সৰস হৈ উঠিছিল। অসাধাৰণ আৰু বিখ্যাত হোৱাৰ কল্পনা, ডাঙৰ হোৱাৰ আকাংক্ষাই জীৱনৰ এছোৱা কাল আৱৰি ৰাখিছিল। আগছোৱা কালৰ জীৱনৰ বিভিন্ন ক্ষেত্ৰত বিকাশ পোৱা তাৰেই আগলি বাতৰিয়ে নিজক পাহৰাই থৈছিল।···বহুত দিন···। মোৰ আচল অৱস্থাৰ কথা মই হয়তো তেতিয়া একেবাৰে পাহৰি গৈছিলো। সেই সময়ৰ মই অৰ্জা সন্মান, গৌৰৱত, লগতে ভবিষ্যতৰ নিতউ নতুন আঁচনি কল্পনা কৰি আনন্দত আত্মহাৰা হৈ পৰিছিলো। ··ক'বই নোৱাৰিলো, সেইবোৰ দিন কেনেকৈ পাৰহৈ গ'ল। বহুদিন ভবিষ্যতৰ কথা ভাবি ভাবি আমনি লাগি গৈছিল হ'ব পায়। এতিয়া আৰু ভবিষ্যতৰ ৰঙীন সুমধুৰ কল্পনাই মন থউকি-বাথউ কৰি নোতোলে হয়তো মোৰ ভবিষ্যতটো কোনোবা কাহানিয়ে হেৰাই গৈছিল! মিছায়ে তাক ইমান দিন বিচাৰি ফুৰি-



ছিলো।...হাড়ত বন গজিল।  কি আৰু প্ৰাণ পাব!

আশা নাই। নিৰাশাও নাই। সেই বাবেই আনন্দও নাই- দুখো নাই। শূন্য হিয়াৰে হতাশাৰ এসোপা বোজা মনটোত জাপি লৈ বেজাৰো নকৰো।...

আগৰ দোষ-গুণবোৰৰ ভিতৰত মোৰ এটা হ'লে পূৰা মাত্ৰাই আছে। যাৰে তাৰে লগত মিলি ভাল বেয়া কথা পাতি, হাঁহি-খিকিন্দালি কৰি সময় কটোৱা। এতিয়াও সেই তাকে কৰোঁ। সময় কটাও। ভাল বেয়া কথা পাতো। হাঁহো। আনন্দত নহয়। বেজাৰত নহয়। মাথোন সময় কটাবলৈ।

শূন্য-ভবিষ্যত, স্থিৰতাহীন বৰ্তমান পাৰ হৈ যোৱা অতীত; ভাবিলে কেতিয়াবা বেয়া লাগে। দুখ নকৰো।

হিয়াও কিবা শিল হৈ গ'ল যেন পাওঁ!

বৰ্তমানৰ নিঠৰ বাস্তৱৰ অন্ন চিন্তাৰ, অৰ্থ চিন্তাৰ মাজত পৰি কক্‌বকাব লাগিছো, কল্পনা আৰু সজীৱ হৈ নুঠে।

এসময়ত ভাবিছিলো, ডাঙৰ হ'ম, অসাধাৰণ হ'ম, বিখ্যাত হ'ম। নহ'লে জীয়াই থাকি লাভ কি, বহুত মানুহ জীয়াই আছে পৃথিবীত। জন্ম লৈছে, মৰিছে; কোনে কাৰ ভূ-লৈছে। সেই বিলাকতকৈও বহুত ওপৰত বহুত ডাঙৰ হোৱাৰ কথা ভাবিছিলোঁ। অখ্যাত সাধাৰণৰ দৰে মৰি যোৱাৰ কথা ভাবিলে বেজাৰ লাগিছিল। ডাঙৰ মানুহ হ'বলৈ লক্ষ্য কৰি সাধাৰণ বাস্তৱ জগতখনৰ পৰা আঁতৰি গৈছিলো বুলি ক'ব পাৰি। সেই সকলোবোৰ মনৰপৰা মোচ খাই গ'ল। সময়ে আঁচল পাতি সেইবোৰ ঢাকি ধৰিলে। এতিয়া আৰু সেইবোৰ নেভাবোঁ।

এৰা, সেই অনা ডেলে;—ভাবিলেনো কি হ'ব।...পৃথিবীৰ পৰা আঁতৰি যোৱাৰ কথা হ'লে এতিয়াও ভবা নাই। পৃথিবীখন মোৰ কাৰণে নিঃস্ব হ'লেও বিশ্বৰ পৰা আঁতৰি যোৱাৰ কথা ভাবিবলৈ এতিয়াও টান পাওঁ। ধুনীয়া পৃথিবীখন এতিয়াও ধুনীয়া হৈয়ে আছে।..ফিলছফিৰ

অনাৰ্চ আছিল। পেট্ৰিকৰ থিওৰি অব্‌ বিউটিত পঢ়িছিলো। কান্ট নে কোনে কৈছিল জানো, পাহৰি গ'লো। বিউটি ইজ এ কোৱালিটি অব্‌ অব্‌জেক্টস্‌ নট নিয়েৰলি এ চাব্‌জেকটিভ্‌ টেষ্ট।' পৃথিবীখন সেয়েহে হ'ব পায় আমাৰ চকুত ধুনীয়া নহ'লেও ধুনীয়া বস্তু ধুনীয়া হৈয়ে থাকিব। ··পৃথিবীৰ ভিতৰতে থাকিও বাহিৰৰ এজন হৈ সুন্দৰ পৃথিবী-খনলৈ চকুফুৰাই সেই কাৰণেই ভাল লাগে। জীয়াই থাকিবৰ মন যায়। নিজৰ সুখ-দুখ আশা-আকংক্ষা ডাঙৰ আৰু অসাধাৰণ, বিখ্যাত হোৱাৰ কল্পনা তাতোকৈও ভাল লাগে পৃথিবীখনৰ এজন নীৰৱ দৰ্শক হৈ থাকিবলৈ। প্ৰকৃতি আৰু মানুহ, প্ৰেম আৰু পৃথিৱী, মৰম-চেনেহ, ভাল-বেয়া, ঘাত-প্ৰতিঘাত—সেই কাৰণেই হ'ব পায়পৃথিবীখনত জীয়াই থকাটোও আমাৰ আন এটা লক্ষ্য সম্ভৱ—সেইটোহে আচল।

এৰা, মৰা-জীয়াৰ কথা ভাবিলে বহুতো ভাবিব লাগে। ৰহস্যবাদ, আল্‌টিমেট্‌, ৰিয়েলটী, আইডিয়া অব্‌ গড দৰ্শন, পৰলোকতত্ত্ব—বৰ টান কথা সেইবোৰ, মানে অনাবশ্যক। নীৰৱ এজন দৰ্শক হৈ যিমান দিন পাৰো পৃথিবীত জীয়াই থাকিম, জীয়াই আছো। এয়ে বহুত। কি দৰকাৰ—এসোপা অনাৱশ্যক কথা ভাবি মনটোক গধুৰ কৰি তোলা। · মৰা-জীয়াৰ কথা ভাবিবলৈ সময়ে বা ক'ত। খোৱা-পিন্ধাৰ কথা ভাবোতেই দেহলৈ টান পৰে। ··জীয়াই থাকিব লাগে ; জীয়াই থাকিবলৈ হ'লে খোৱা-পিন্ধাৰ যোগাৰ কৰিব লাগে। অসাধাৰণ মানুহ হোৱাৰ কথা ভাবিলেও দেৱতা নহওঁ। অশৰীৰিও নহয়। তেজ-মঙহৰ শৰীৰ। অসাধাৰণ আৰু বিখ্যাত হ'বলৈ ভাবিছিলো, চেষ্টা কৰিছিলো —সাধাৰণ মানুহৰ লগত সিহঁতৰে এজন হৈ জীয়াই আছো। —মৰম চেনেহ আছে, প্ৰেম আছে, পৃথিবী আছে—ঘাত-প্ৰতিঘাত আছে— মোৰ পৃথিবীৰ ভবিষ্যত নিঃস্ব হৈ গ'লেও মোক মৰম কৰোতা আছে। ভালপোৱা মানুহ আছে। সিহঁতে মোক ভাল পায়। মৰম কৰে। পুতো কৰে।···দেউতা আছে, আই আছে, বাই আছে, ভনী আছে, ভাই আছে, দদাই আছে, খুড়ী আছে, আৰু বহুত আছে, গাঁৱৰ মানুহ

আছে, আত্মীয় কুটুম আৰু কিমান আছে। সিহঁতেও মোক ভাল পায়। মৰম কৰে, গালিও পাৰে। বন্ধু-বান্ধৱ আছে; ক'ৰবাত কাচিত কেতিয়াবা দুই এখন চিঠি-পত্ৰও দিয়ে। সিহঁতেও বোধ কৰো মোক পাহৰি যোৱা নাই। এতিয়াও বোধকৰো আগৰ দৰেই ভাল পায়, দেখিলেই হাঁহি-ধেমালি কৰি আগৰ দৰেই কথা পাতিব।...

সপ্তাহত এবাৰ ঘৰলৈ যাওঁ। ঘৰ বেছি দূৰৈত নহয়। মাত্ৰ আঠ মাইল। আগতে চাইকেল কৰি ঘৰৰ পৰাই অহাযোৱা কৰিছিলো। সেউতাই বহুত দিনৰ আগতে কিনা পুৰণা চাইকেল। কিমান দিন টানিব। চাইকেলখন ভাগিবৰ পৰাহে ইয়াত স্কুল কমিটিয়ে সজাই দিয়া সৰু ঘৰটোত থাকিবলৈ লৈছো। এবা, মই আজি আঠ বছৰে স্কুল মাষ্টৰ। চাৰি বছৰ ঘৰৰ পৰা অহা-যোৱা কৰি আৰু চাৰি বছৰ ইয়াত, স্কুলৰ ওচৰৰ এই সৰু ঘৰটোত থাকি স্কুল মাষ্টৰী কৰিছো। দুকোঠীয়া চাপৰ, খেৰ আৰু টকৌ পাতেৰে চোৱা অকণমান ঘৰটোত থাকি বেচ ভালেই লাগে। 'ষ্টেণ্ডাৰ্ড অব লিভিঙ'ৰ কথা এসময়ত খুব কৈছিলো। কিন্তু এতিয়া আৰু সেইবোৰ একো নেভাবো। এখন চালপীৰাত স্কুলীয়া কালৰে মোৰ সতৰঞ্চিখনৰ ওপৰত কোনো মতে ঢাকিব পৰা মাৰ্কিনৰ বিছনা চাদৰখন। গাতলোৱা কম্বলখন আৰু এখন এড়ী কাপোৰ। ঘৰৰ পৰা পুৰণি টেবুল এখন আনি লৈছো। মাষ্টৰ মানুহ হৈ টেবুল এখনো নেথাকিলে বেয়া দেখি। অৱশেষত মোৰ তাত বিশেষ একো কাম কৰা নহয়। লিখা-পঢ়া কিবা কাম, পেপাৰ চোৱা, প্ৰশ্নকটা আদি বিছনাত বহিয়েই কৰো। তাত ৰজতেই আজিকালি পঢ়ে। কটং টং কৰে টান কাঠৰ বিছনাখনত শুলেও মোৰ গা নিবিষায়। অভ্যাস হৈ গৈছে। শুই ভাল লাগে। আৰাম লাগে। তাতে শুই চিত হৈ মাৰলী লেখো। টেবুলখনৰ লগতে এখন আৰামী চকী আৰু ঘৰৰ হাত এৰাই যোৱা কাঠৰ চকীখনো আনি থৈছো। কেনভাচৰ তেল চিকতী লগা আৰামী চকীখনত বহি ভাল লাগে, আগফালে উলিয়াই লৈ তাতে বাহিৰৰ জগতখন।

ছুকোঠীয়া সৰু ঘৰটোত এইখিনি বস্তুৱেই বহুত ঠাই লৈছে। সম্পত্তিৰ ভিতৰত আৰু আছে এটা টিনৰ ভগা চুটকেচ। বেৰত এডাল ৰচী আঁৰি লৈছো। তাতে কাপোৰ-কানি কেইটা, মানে দুখন নে তিনিখন চুৰিয়া, দুটা কামিজ, এটা পাঞ্জাবী, এখন গামোচা এই বিলাক ওলমাই থওঁ। বাকচটোত তেনে বস্তু বিশেষ একো নাই। টকা থোৱাৰ প্ৰয়োজনেই নাই। দৰমহা যি কেইটা পাওঁ দিওঁতে থওঁতেই শেষ হৈ যায়। ঘৰত দিওঁ। ভাইটোলৈ পঠিয়াওঁ। টকা সচাৰ কথা নেভাবোঁ। পিন্ধা-উৰাৰ কথাও বিশেষ নেভাবো। আজি কিছুদিনৰ পৰা সিটো কোঠাত ৰজত বোলা চিক্সৰ ল'ৰাটি থাকিবলৈ লৈছে। বাঁহৰ চাং এখন সাজি লৈছে। পঢ়া-শুনা, থোৱা-মেলা তাতেই তাৰ হৈ যায়।

"ছিম্পল্ লিভিং এণ্ড হাই থিঙ্কিং।" হাই থিঙ্কিং আৰু আজিকালি নকৰো। আগতে কৰিছিলোঁ। লিভিংটোকে আজিকালি একেবাৰে ছিম্পল্ কৰি পেলালো—লগৰ মাষ্টৰ আৰু ল'ৰাবোৰে কেতিয়াবা কোৱাকুই কৰে।

দত্ত মাষ্টৰে কয়—গগৈ, আপুনি ইমান বিলাসী মানুহজন কেনেকৈ 'ছিম্পল্' হ'লহে। নতুনকৈ অহা শৰ্মাই ডেকা দত্তক কয়—মানুহজন বৰ ছিম্পল্, দাৰ্শনিক ভাবাপন্ন। দত্তই চিনাকি কৰি দিয়ে—গগৈ ফিলছফিৰ ফাষ্ট ক্লাচ অনাৰ্চ।

মানুহৰ মতামত, সদনাম, বদনাম, প্ৰশংসা আৰু বিদ্ৰূপ আদিলৈ আজিকালি কাণ নিদিওঁ। আগতে নিজৰ প্ৰশংসা শুনি বৰ ভাল লাগিছিল, বদনাম বিদ্ৰূপত মন মৰি গৈছিল।

প্ৰশংসাই মানুহক ডাঙৰ নকৰে। বদনামেও বেয়া নকৰে। ল'ৰাবোৰেও কোৱাকুই কৰে, ভয় কৰে, ভাল পায়, হাঁহে।

পৃথিৱীৰ কথা, বাহিৰৰ জগতখনৰ কথা, মানুহবোৰৰ কথা ভাবো। এনেয়ে। আগবেলাৰ টিউচনৰ দিনটোৰ এটা পিৰিয়ডো 'লেজাৰ' নথকা গাঁওলীয়া মফঃচল ঠাইৰ এইডেড হাইস্কুলৰ মাষ্টৰী আৰু গধূলিৰ

বিছনাত চিত হৈ মাৰলী লেখা নানা ৰকম চিন্তা-ভুপইচা পোৱাৰ চিন্তা, ঘৰৰ খেতি-বাতিৰ চিন্তা, সাংসাৰিক চিন্তা। ইয়াৰ মাজতে কেতিয়াবা সময় পালে নিৰিবিলি অলপ ভাবো। আজি আঠ বছৰে নিজৰ বিষয়ে একেবাৰে ভবাই নাই বুলিব পাৰি। ঘৰখনক পোহ্-পাল দিয়াত সহায় কৰিছোঁ। ল'ৰা পঢ়াইছো, ভাইটোক কলেজত পঢ়াইছো। নিজৰ কথা ভাবিবলৈকে সময় নাই, মনো নেযায়। তেওঁ কেতিয়াবা মানুহ-বোৰৰ কথা, পৃথিবীখনৰ, বাহিৰৰ জগতখনৰ কথা ভাবোতে নিজৰ কথাও আহি পৰে—নিজৰ কথাও ভাবো—কেতিয়াবা কাচিত।

আজি শনিবাৰ। ঘৰলৈ যোৱাৰ কথা আছিল। মাতিছিল। আঠমাইল, বাট খোজকাঢ়ি যাবলৈ টান পালো। এলাহ লাগিল। নগ'লো। এৰা আগবেলা টিউচন কৰি আকৌ চাৰিটা পিৰিয়ড ক্লাচ কৰোতেই ভাগৰ লাগি যায়। আন বাৰেতো সাতটা ক্লাচ কৰিব লাগে। তাৰ উপৰিও ড্ৰিল, আউট ডোৰ ওৱৰ্ক। তাহানি কলেজত থাকোতে দুটা পিৰিয়ড একেৰাহে লেকচাৰ শুনিবলৈকে টান লাগিছিল। অনাৰ্চ আৰু পাচ ক্লাচটো মাথোন সদায় কৰিছিলো। বাকীবোৰ—ইংৰাজী, অসমীয়া, ইকনমিক্স সৰহ ভাগ দিন প্ৰক্সিকে দিয়ালো। প্ৰক্সি দিয়াত কিন্তু গোঁহাই ঠিক আছিল।

আনফালে সদায় শনিবাৰে ঘৰলৈ যাওঁ। যাব লাগে। গৈ ভালো লাগে। আজি আৰু নগ'লো। এলাহ লাগিল—বাহিৰত মোৰ মৰমৰ আৰামী চকীখনত বহি ভাবিছোঁ।···কৰিবলৈ এতিয়া একো কামেই নাই। ৰজতে চাহটোপা কৰি দি গ'ল। খাই ভাবিছোঁ। অলপ দোকানকিখনতে আড্ডা-মাৰি আহোঁনেকি।···বুঢ়া মাধ কানীয়াটো থকা হ'লে তাৰ লগতে অলপ স্ফুৰ্তি কৰিব পৰা গ'লহেঁতেন। বেচেৰা বুঢ়া মাধ কানীয়াটো। তালৈ মনত পৰিলে বেয়া লাগে। বৰ ধেমেলীয়া আছিল মানুহটো। ল'ৰা-ছোৱালী কোনো নাছিল। বোলে বিয়াকে কৰা নাছিল। এদিন সুধিছিলো,—ককাই, বিয়াবাক নকৰালি কেলেই। —মুখত তামোলৰ ছোবাখিনি লৈ কুঁজা কঁকালটো পোনাবৰ চেষ্টা কৰি

হে হে কৈ হাঁহি কৈছিল। "এৰা, মাষ্টৰবাবু, ডেকাদিনত কানিখাই থাকোতে সেইবোৰলৈ মনত নপৰিলে।" কোনো নাছিল বেচেৰা বুঢ়াটোৰ। এদিন খুৱাওঁতা নাই, খাবলৈ নাই বুলি দুখ কৰিছিল; চাউল খুজিছিল। বোলে ভতিজাক এটা আছে। মদ কানি খাই সাং কৰিলে। তেনেই ভিকহু। তাকে খুজিমাগি নি খুৱাব লাগেহে। তাৰ পাছত মোৰ তাতে আছিল ভালেমান দিন। মোৰ লগতে ৰজত থকা কোঠাটোতে আছিল—বুঢ়া মানুহ, জাৰত লবলৈ কাপোৰ এখন আৰু মোৰ পুৰণি কামিজ এটা দিছিলো। দুই চাৰিছটা খৰি আনে, ইখন সিখন যি পাৰে কৰে। এবছৰ মানেই থাকিল হ'ব পায়। এদিন মৰি থাকিল। ওপৰ শ্ৰেণীৰ স্কুলীয়া ল'ৰা কেইটিমান লৈ খৰি দি থৈ আহিলো। বেয়া লাগে বেচেৰা বুঢ়াটোলৈ মনত পৰিলে। পৃথিবীত তাৰ চিন—ল'ৰা-ছোৱালী বা আন কিবা একোৱে থাকি নগ'ল। বুঢ়া মানুহ!—মৰম কৰোতাও চাগৈ কোনোৱে নাছিল। মৰিল, ভালেই হ'ল। দুখ কৰিনো কি হ'ব, মৰা মানুহ মৰিবই। মৰম কৰোতা থাকিলেই বা। মানুহৰ প্ৰেম, মৰম ভালপোৱাইতো আৰু মৰি যোৱা মানুহক ধৰি পৃথিবীত জীয়াই ৰাখিব নোৱাৰে। জীয়া মানুহেই কেতিয়াবা প্ৰেম ভালপোৱা মৰম ভৰিৰে ঠেলি দূৰলৈ আঁতৰি যায়। তোমাৰ আমাৰ প্ৰেম আৰু পৃথিবীখনতকৈ বহল পৃথিবী আছে। পোহৰৰ জগত, বাহিৰৰ জগত, আমাৰ এই অকণমান আৰু ঠেক সংসাৰখনতকৈ বহুত বহল-ডাঙৰ।...এসময়ত ময়েইতো এইবোৰ কথা ভাবিছিলো।...বাহিৰৰ বহল জগতখনত নিজকে প্ৰতিষ্ঠা কৰাৰ কথা, অসাধাৰণ হোৱাৰ কথা, বিখ্যাত হোৱাৰ কথা।

প্ৰেম আৰু ভালপোৱা, অন্তৰ আৰু পৃথিৱী, তাৰ বাহিৰেও আৰু বহুত বস্তু জগতত আছে। সেইবিলাক লৈও মানুহ জীয়াই থাকিব পাৰে।

ধন-দৌলত, ঐশ্বৰ্য-বিভূতি, ক্ষমতা, নাম, সুখ্যাতি আৰু কিমান কি! ময়েতো এসময়ত নাম আৰু সুখ্যাতিৰ গৌৰৱত নিজকে পাহৰি

গৈছিলোঁ। ভবিষ্যতে ডাঙৰ হোৱাৰ, বিখ্যাত হোৱাৰ কল্পনা কৰিছিলো, কলেজীয়া জীৱনৰ চাৰি বছৰৰ দিনবোৰৰ কথা কিন্তু এতিয়াও. পাহৰা নাই—কিমান ডাঙৰ হোৱাৰ, প্ৰতিষ্ঠা লাভ কৰাৰ কল্পনা কৰিছিলোঁ তেতিয়া।

—ছয়ফুট দীঘল, সুন্দৰ, সবল সুঠাম এথেলেটৰ চেহেৰা লৈ যিদিনা কলেজৰ ফাৰ্ষ্ট ইয়েৰত নাম লগালো সেই দিনাই বহুতৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিলো। তাৰ পিছত ফুটবল ফিল্ডত চেণ্টাৰ হাফত সুন্দৰ ডিফেন্স খেলি আকৌ বহুতৰে দৃষ্টি আৰু প্ৰশংসা লাভ কৰিলো—গোটেই কলেজীয়া জীৱনটোতে কিমান প্ৰশংসা গৌৰৱ আৰ্জন কৰিলো। কিমান পুৰস্কাৰ পালো। নিজৰ কল্পনাৰ ডাঙৰ হ'ব খোজা ভবিষ্যতটোৰ বিষয়েও আস্থা ৰাখিব আৰু আশা কৰিব পাৰিছিলো—ভাল ফুটবল প্লেয়াৰ. স্পৰ্টচমেন, সাহিত্যিক, চোকা-ল'ৰা. শিল্পী সকলোখিনি গুণেই আছিল—লগৰ ল'ৰাবিলাকে কোৱাকুই কৰিছিল—প্ৰতিভা আছে সময়ত নাম কৰিব পাৰিব। প্ৰফেচৰ সকলৰ ভিতৰতো মোৰ কথা ওলাইছিল. কোৱাকুই কৰিছিল—হি ইজ এ গ্ৰেট্ জেনিয়াচ, হি উইল চাইন্।—কলেজীয়া জীৱনটো বেচ আনন্দত কটাইছিলো। দুটা কথাত মাথোন্ দুখ কৰিছিলোঁ। মিউজিক আৰু ডিবেটিং, কলেজৰ ছ'চিয়েল বিলাকত বক্তৃতা দিব নেজানো। নোৱাৰো।—কিন্তু হাত চাপৰি আৰু বাহ বা ধ্বনিৰ মাজেদি যেতিয়া ফাইন আৰ্টস কম্পিটিচনৰ সৰহ ভাগ ফাৰ্ষ্ট প্ৰাইজ কেইটা লৈ আহো, সেইবোৰ দুখ তল পৰি যায়। এনুৱেল জেনেৰেল্ স্পৰ্টচৰ দিনা গধূলি টেবুল কাপোৰ ওপচাই দিওঁ—সেইবোৰ লৈ ফটো তোলো। গৌৰৱত বুকু ওফন্দি উঠে। 'ফ্ৰেণ্ডচ চাৰ্কোলত' তাকে লৈ বাহাদুৰি কৰো; হাঁহো, নাচো স্ফূৰ্তি কৰোঁ, চিনেমা চাওঁ। চিনেমাৰ পৰ্দাৰ ছবিৰ সুখ-দুখ, অভিনেতা-অভিনেত্ৰীৰ কলা-কৌশল, চিত্ৰতাৰকাৰ নাম-যশৰ মাজত নিজকে বিলাই দিওঁ। পাহৰি যাওঁ। চিনেমাৰ নায়কৰ মাজেদি নিজকে এবাৰ বিচাৰি চাওঁ। চিত্ৰতাৰকাৰ অভিনয় নৈপুণ্য,

কলা-কৌশল, নাম-যশ দেখি সিহঁতৰ প্ৰতিভাৰ ওপৰত শ্ৰদ্ধা ৰাখি নিজেও কেতিয়াবা চিনেমাৰ এক্টৰ হ'বৰ মন যায়।—কল্পনা কৰোঁ। ক্ৰিকেট খেলা, ফুটবল খেলা চাওঁ, বাতৰি পঢ়োঁ।—বিখ্যাত খেলুৱৈ সকলৰ নাম যশৰ মাজেদি নিজকো বিচাৰি চাওঁ। পৃথিবীৰ খেলা জগতত নিজৰ নাম বিয়পি যোৱাৰ কল্পনা কৰো। পাৰ্লবাৰ্ক, চিনক্লেয়াৰ, ডষ্টয়েভস্কি, মুলক্ৰাজ, কিষণচন্দৰ, টলষ্টয়, গেলচওৱাৰ্থি, ইব্‌চেন—কিতাপৰ মাজত নিজকে বুৰাই দিওঁ। কি যে দিন নাছিল সেইবোৰ।

এলিয়ট, হুইটমেন, ইয়েটস, ৰবীন্দ্ৰনাথ!

এৰা, বহুতদিন সেইবোৰ পঢ়াই নাই। পঢ়িবৰ মনো নেযায়। সেইবোৰ পঢ়িনো কি লাভ হয় ভাবি নেপাওঁ। সাময়িক উত্তেজনা ও 'মিয়েৰ চেন্টিমেণ্ট' ভাবপ্ৰৱনতা!

কলেজীয়া দিনবোৰৰ কথা আৰু আজিকালি মনত নপৰে। কেতিয়াবা মনত পৰিলেও বিশেষ বেয়া নেলাগে।—ভাবিছো—সেই দিনবোৰৰ কথাকে। এনেয়ে।

ৰোমান্টিক, ইণ্টেলেক্টচুৱেল, প্ৰোলিটাৰিয়েত লিটাৰেচাৰ লৈ কলেজীয়া দিনত খুব হুলুস্থুল কৰিছিলো। এতিয়া আৰু সেইবোৰ নেভাবো। প্ৰায় পাহৰিয়ে পেলাইছো। কালচাৰো নাই। চচাইটিও নাই। সময়ো নাই।

এৰা, সময় নাই। কালচাৰ নাই, চচাইটি নাই। সেইবোৰ কথা ভাবিলেও আৰু আজিকালি বেয়া নেলাগে। বেজাৰ নকৰো। মাথোন এনেয়ে ভাবো। আজি সাত আঠবছৰৰ আগৰ পুৰণি কথা। ডেকাদিনৰ কথা। এই আঠবছৰতে মই বহুত বুঢ়া হৈ গৈছো। ল'ৰা পঢ়াই ডেকা মন বুঢ়া কৰিলো। অৰ্থচিন্তা, অন্নচিন্তা, অভাৱ-অনাটনত পৰি দেহ চেৰেলা হ'ল। মুখ শুকাই কেহেঁৰাজ বটা যেন হ'ল। নিপোটল পুৰঠ গাল মৰহি কাং ওলাল। চুলিও দুই এডাল পকিছে। এই ছবছৰৰ ভিতৰতে মই বহুত বুঢ়া হৈ গ'লো। উৰ্হ'লি যোৱা চুলি, চেৰেলা দেহ আৰু শুকান মুখ!

তথাপিও দুখ নাই। বেজাৰ নাই···ডেকা দিনৰ কথা; আজি আঠ বছৰৰ আগৰ কলেজীয়া ডেকা দিনবোৰৰ কথা মনত পৰে।

···কলেজীয়া ডেকা তেজৰ বান। ৰূপহীৰ ৰূপৰ জোৱাৰত উটি নগৈ নেথাকে। কলেজীয়া ডেকাৰ গাত বৈ পৰা যৌৱন শ্ৰী। মুখত বাৰ তেৰ বছৰৰ শিক্ষাৰ মাজেদি গঢ়ি উঠা মাৰ্জিত ৰুচিৰ চাপ। অভিজাতৰ অভিমান, ভেম আৰু কলেজীয়া অহঙ্কাৰ, মইমতালি। কলেজীয়া গাভৰুৰ যৌৱনসুলভ কমনীয়তা. ৰূপ নেথাকিলেও ৰূপৰ অহঙ্কাৰ, পোছাক. পৰিচ্ছদ, স্ন' পাউডাৰ আৰু গতি-ভঙ্গীৰে নিজৰ যৌৱন আৰু ৰূপটোক প্ৰকট কৰি তোলাৰ প্ৰচেষ্টা, চকুত লগা কৰি তুলিবৰ যত্ন আৰু হেঁপাহ।······বহুত কথা মনত পৰিছে।

মামৰে সামৰি লোৱা পুৰণি কথা।

··· ··প্ৰতিভাক ভাল পাইছিলো।—

এৰা, এইয়া বহুত দিনৰ পুৰণি কথা। যেন কোনোবা কালতে হেৰাই পোৱা কোনোবা নজনা যাদুৰ দেশৰ ৰূপকুঁৱৰীৰ সাধুকথা। তথাপিও পাহৰি যোৱা নাই। সৰু ল'ৰা-ছোৱালীৰ সাধুকথা মনত থকাৰ দৰেই মনত আছে।—কোনোবা কাহানিৰে কথা —!

—লুইতৰ ৰূপালী পানী, চিক্‌মিকাই থকা বালি, আৰু সেউজীয়া পাহাৰবোৰ; ৰাঙনি বেলিৰ ৰাঙলী ৰ'দটোত আউজি দিগন্তৰ ধূসৰ নেদেখা দূৰণিলৈ চাই প্ৰতিভাই মোক কৈছিল—মই তোমাক ভাল পাওঁ। সন্ধিয়াৰ আকাশৰ অকলশৰীয়া সন্ধ্যাতৰাটোৰ দৰেই সুন্দৰ আৰু কোমল প্ৰথম যৌৱনৰ নিৰ্মল প্ৰেম. মই নাম দিছিলো সন্ধ্যাতৰা, তৰু, প্ৰতিভা—মইও তোমাক ভাল পাওঁ, কিমান, কেনেকৈ, তাক প্ৰকাশ কৰিব নোৱাৰো। প্ৰতিভাশালী শিল্পী, সাহিত্যিকেও তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰে, তুলিকাৰে জীয়াই তুলিব নোৱাৰে। তুমিও নোৱাৰা, মইও নোৱাৰো। ভাষা হেৰাই যায়, তুলিকা নীৰৱ হয়, ৰং নিষ্প্ৰভ হৈ পৰে।—ভাল পোৱাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি।—

প্ৰেম আৰু পৃথিৱী। আদিম, পুৰণি, আও পুৰণি। সভ্য মানুহ আমি, তাক অন্তৰেৰে উপলব্ধি কৰোঁ। সিহঁতৰ নিবিড় সম্বন্ধ আৰু আবেগ। প্ৰকাশ কৰিব নোৱাৰোঁ। প্ৰেম আৰু পৃথিৱীৰ আগত এইখিনিতেই আমি—আদিম মানুহৰ দৰেই অসহায়, নিৰ্বাক— ।

প্ৰতিভাক মই ভাল পাইছিলো। প্ৰতিভাই মোক ভাল পাইছিল। মোক প্ৰতিভাই আদৰ কৰিছিল। শ্ৰদ্ধা কৰিছিল। মোৰ সুন্দৰ দীৰ্ঘ দেহৰ কমনীয়তালৈ অপলক নয়নে চাই চাই মুগ্ধ হৈ গৈছিল। প্ৰতিভাই অকল মোকেই ভাল পোৱা নাছিল। ৰূপৰ পূজাৰী, শিল্পী প্ৰতিভা, বিশ্বপ্ৰেমিক প্ৰতিভা। প্ৰতিভাই ভাল পাইছিল, মানুহৰ প্ৰতিভাক, সুন্দৰক। প্ৰতিভাই মানুহক, মোক মোৰ উকা অন্তৰখন-কেতো ভাল পোৱা নাছিল। আধুনিক জগতৰ অসামান্যা সুন্দৰী প্ৰতিভা! চকুত সৌন্দৰ্যৰ অসীম তৃষ্ণা, বুকুত বিশ্বপ্ৰেমৰ অনন্ত ক্ষুধা, দেহত যৌৱনৰ প্ৰেম আৰু অফুৰন্ত কামনা, হিয়াত অতৃপ্ত হেপাহ। —প্ৰতিভাই অকল মোকেই ভাল পাই থাকিব কিয়।

প্ৰতিভাই ভাল পাইছিল বৰুৱাক। ডেকা বৰুৱাৰ কণ্ঠসুৱদী গানৰ ছন্দে ছন্দে দীপ্ত হৈ উঠা শিল্পীসুলভ চকুৰ জেউতিয়ে তেওঁক মোহিত কৰিছিল, হাজৰিকাৰ আখৈফুটা ইংৰাজী বক্তৃতা শুনি শুনি প্ৰতিভা মুগ্ধ হৈ গৈছিল। ভাল পাইছিল হাজৰিকাৰ বক্তৃতাক। তাৰ লহৰ আৰু ধ্বনিৰ মাজেদি ফুটি উঠা হাজৰিকাৰ পৌৰুষ আৰু যৌৱনক। প্ৰতিভাই ভাল পাইছিল, ধুনীয়া পোছাক, পৰিচ্ছদ, সাজ-সজ্জাৰ মাজেদি আৰু ধুনীয়া হৈ উঠা ধুনীয়া ডেকা প্ৰভূলক, তাৰ মটৰ গাড়ীক, তাৰ টকা, পইচা, ধন-দৌলতক। বিলাই দিছিল নিজক ক্ষন্তেকৰ কাৰণে তাৰেই মাজত। বিশ্বপ্ৰেমী প্ৰতিভা—

প্ৰতিভাই সকলোকে ভাল পাইছিল। সুন্দৰৰ পূজাৰী, সুন্দৰী প্ৰতিভাই সুন্দৰ পৃথিৱীৰ বুকুত আনন্দৰ সঁফুৰা মেলি দিছিল। চিনেমা জগতৰ মাজেদি নিজৰ ৰূপ, যৌৱন, প্ৰতিভা, কলা-কৌশল বিকাশ কৰি চিনেমা প্ৰিয় ক্ষুধিত জগতখনক আনন্দ দিছিল, আকৰ্ষণ কৰিছিল।

চিনেমা জগতৰ নায়িকা, চিনেমা এক্ট্রেছ্ প্রতিভাৰ চিনেমা এক্টৰ, নায়ক-চৌকতৰ লগত বিয়া হৈছিল।

তাৰ পিছত। তাৰ পিছত হয়তো আৰু কোনোবা নতুন এক্টৰ, নায়কৰ লগত অভিনয় জগতৰ মাজেদি প্ৰেমৰ অভিনয়, জীৱনৰ অভিনয় কৰি "খৈয়ামৰ পৃথিৱীত" আনন্দৰ উৎস বিচাৰি লৈছিল। নেজানো। বিশ্বপ্ৰেমী প্ৰতিভাক ভাল লাগে। ভাল পাওঁ। সন্ধ্যা-তৰাই এতিয়াও নিতউ দেখা দিয়ে। অকলশৰীয়াকৈয়ে মহাশূন্যৰ দূৰ নীলিমাত গুৱনী হৈ উঠা সন্ধ্যাতৰাক মই এতিয়াও ভাল পাওঁ। সেউজীয়া পৃথিৱীখনত মোৰ প্ৰথম যৌৱনৰ পবিত্ৰ আৰু নিৰ্মল প্ৰেম। দিগন্তৰ ধূসৰ দূৰণিত মোৰ মনপখী উৰি যায়। মহাশূন্যৰ দূৰ নীলিমৰ ক'ৰবাত মিহলি হয়।

মই আছো, পৃথিৱী আছে, প্ৰেম আছে, মৰম আছে। একোৱেই পৃথিৱীৰ পৰা হেৰাই যোৱা নাই। সকলো আছে। তথাপি যেন পৃথিৱীখন মোৰ কাৰণে একেবাৰে নিঃস্ব হৈ গ'ল। তথাপিও···

···পাছ কৰি ঘৰ পালোহি। আয়ে ক'লে, ভাল ছোৱালী এজনী চাই বিয়া পাত। আইয়ে ভাবে, ডাঙৰ ল'ৰা, ঘৰ-সংসাৰ পাতক, বোৱাৰী বনকৰা খাওঁ, সিহঁতৰ ন-সংসাৰখন চাই চাই চকু জুৰাওঁ। সৃষ্টিৰ বিকাশ হওঁক। সৃষ্টিয়ে ৰূপ ল'ক। মোৰ দুচকুত কিন্তু তেতিয়া সৃষ্টিৰ সপোন জাগি উঠিছে। আদিম সৃষ্টিৰ সংসাৰ বৃদ্ধিৰ প্ৰচেষ্টা নহয়। উচ্চ স্তৰৰ সৃষ্টিৰ, উচ্চ মহান কিবা এটা কৰি, কিবা এটা সৃষ্টি কৰি বিখ্যাত হোৱাৰ, অমৰ হোৱাৰ বাসনা।—

কোনো কালে জ্ঞান-বিদ্যা শিকিবৰ সুযোগ নোপোৱা বাগিছাৰ মহৰীগিৰি কৰা দেউতাই ভাৱে মোৰ ল'ৰাটোৱে যিমান পাৰে পঢ়ক। পঢ়ি-শুনি ডাঙৰ মানুহ হ'ক। দেউতাই ক'লে—এম. এ. পঢ়গৈ যা।—

দেউতা বুঢ়া হৈছে। কিমান কৰিব। ৫০ টকা দৰমহা পোৱা বাগিছাৰ মহৰী। পুতেকক কলেজত পঢ়াওঁতে দিব লাগে এশ টকা। ঘৰ চলাব লাগে, মাটি-বাৰী, সাঁচতীয়া টকা মোক পঢ়াওঁতেই ভলি উঠিল

হৈছিল। আকৌ মই পঢ়িবলৈ গ'লে কি অৱস্থা হ'ব। ক'ৰ পৰা টকা পাব, ঘৰে ঘৰুৱাহে কি খাব। কেনেকৈ চলিব। এই বয়সত পুৱাৰ পৰা গধূলিলৈকে বাগিছাত খটাটোও জানো কম কথা।—তথাপি মোক পঢ়িবলৈ কৈছে।—বাপেকীৰ মৰম। কি স্বাৰ্থ আছে ইয়াত, ভাবি নেপাওঁ। ইমান দিন মোক পঢ়ালে-শুনালে ডাঙৰ কৰিলে, আজি মই ডাঙৰ হোৱাৰ আশাত বিখ্যাত হোৱাৰ আকাংক্ষাত বহল পৃথিবী খনলৈ উৰা মাৰিব খুজিছো।—আতুৰ হোৱা বুঢ়া দেউতা আৰু ঘৰখনক এৰিথৈ।—সিহঁতৰ মৰম পাহৰি। পঢ়ি থকা ভাইটো সিও হয়তো পঢ়িব নোৱাৰিব।—বৰ বেয়া লাগিল। বুঢ়া বয়সত দেউতাইনো বাগিছাত কি মহৰীগিৰি কৰিব। গোটেই জীৱনটোৱে কাম কৰিলে। জিৰণিতো লাগে।··

সেইদিনা এইবোৰ ভাব নেভাবি ক'ৰবালৈ গুচি যোৱা হ'লে আজি হয়তো মোক নিজকে প্ৰকাশ কৰিব পাৰিলোহেঁতেন। নাম কৰিব পাৰিলোহেঁতেন, বিখ্যাত হলোহেঁতেন।—

কেনেকৈ সেইদিনা নিজৰ কৰ্তব্য স্থিৰ কৰিলো ক'ব নোৱাৰো। আজিও কেতিয়াবা তাকে ভাবো মনৰ ইমান দিনৰ আশা-আকাংক্ষা সেইদিনা একেবাৰে দলিয়াই দিছিলো।—

নিজৰ ওপৰতে সেইদিনা ধিক্কাৰ জন্মিছিল। মইও আকৌ মানুহ! ডাঙৰ হোৱাৰ আকাংক্ষাত পঢ়াই-শুনাই ডাঙৰ-দীঘল কৰি তোলা দেউতা আইহঁতক নিষ্ঠুৰ বাস্তৱৰ অভাৱ-অনাটনৰ, আকাল অৰ্থচিন্তা অন্নচিন্তাৰ মাজত এৰি থৈ যাব খোজোঁ। বিখ্যাত হ'বলৈ বিচাৰো! নিজে জ্ঞানৰ পোহৰ বিচাৰি মোৰ ভাইটোক ভনীজনীক এই কুমলীয়া বয়সতে অৰ্থ আৰু অন্নচিন্তা, খোৱা-পিন্ধাৰ বাবে কৰা কঠোৰ জীৱনৰ লগত সাঙুৰি দিব খোজোঁ। সিহঁতৰ শিক্ষাই হয়তো নহ'লহেঁতেন।—

—দেউতা আৰু এতিয়া পুৱাতে উঠি বাগিছালৈ যাব নেলাগে। মাটি কিপুবাবে কেতিয়াবা খাবলৈ জোৰে কেতিয়াবা নাটে। তাকে চাই মই খেতি কৰিবলৈ মানুহ লগোৱাৰ পইচাকেইটা দিওঁ। ভাইটোক

কলেজত পঢ়াৰ খৰচ দিওঁ। ঘৰ চলাওঁ। ভনী জনীকো পঢ়াইছো আইক সন্তোষ দিব পৰা নাই। ঘৰলৈ গ'লেই কয়—"বিয়াখন নেপাতনে" বোপাই।—এৰা বিয়াখনো পাতিব লাগিব। সি পঢ়ি-শুনি ওলাই আছিলেই হয়।

—হয়তো মই ভুলেই কৰিলো। মোৰ প্ৰতিভাই হয়তো দেশৰ মুখ উজ্জ্বল কৰিব পাৰিলেহেঁতেন। মোৰ সৃষ্টিয়ে জগতক আনন্দ দিলেহেঁতেন। প্ৰতিভাৰ দৰেই ময়ো হয়তো পৃথিবীৰ বুকুত আনন্দৰ নিজৰা বোৱাই দিব পাৰিলোহেঁতেন।—দেশমাতৃকাৰ মুখত হাঁহি বিৰিঙাব পাৰিলোহেঁতেন।—বন্ধু-বান্ধৱ, আই-দেউতা সকলোৰে সু-পুত্ৰ, সু-বন্ধুৰ গৌৰৱত বুকু উঠলি উঠিলহেঁতেন।—

তাহানি কলেজত থাকোতে মোৰ ওচৰৰ ৰুমৰ ডিবেটৰ বন্ধু এজনে আমাৰ আগতে পাছ কৰি যোৱা এজন ল'ৰাৰ বিষয়ে মন্তব্য কৰিছিল। ল'ৰাজন কলেজত এসময়ৰ বেচ নাম কৰা ছাত্ৰ। প্ৰতিভাশীল ডেকা আছিল। বন্ধুজনে কৈছিল—হি ইজ্ প্ৰুভিং হিজ্ ওৱৰ্থলেচ্‌নেচ নাও। ইউজলেচ এণ্ড ওৱৰ্থলেচ! অহ! পিটি। হয়তো ল'ৰাটোৱে কোনোবা অখ্যাত ঠাইত নীৰৱ হৈ বহি গৈছিল। ল'ৰাজন এসময়ত কলেজৰ ইউনিয়ন চেক্ৰেটাৰী আছিল। মোৰ বিষয়েও হয়তো আজি কলেজৰ ছাত্ৰসকলৰ মাজত কথোপকথন চলে। সিহঁতৰ ৰঙীন দিনবোৰৰ বিভিন্ন সোঁতৰ কথা-বতৰা মাজেদি হয়তো কাৰোবাৰ মৰিযোৱা পুৰণি প্ৰতিভাৰ কথা ওলাই। হয়তো গালি পাৰে। মোৰ ডিবেটৰ বন্ধুজনৰ দৰেই ওৱৰ্থলেচ বুলি। কোনোবাই হয়তো সহানুভূতি প্ৰকাশ কৰে। মোৰ ভাইটোও সিহঁতৰ মাজত আছেগৈ। ভাল লাগে। সিও তেও যৌৱনৰ ৰঙীন দিনবোৰক অলপ দিনৰ কাৰণে হ'লেও মৰম কৰি লবলৈ পালে।

ইয়াঁত আছো, বেচ আছো। ভালেই লাগিছে। মোৰ দৰেই ভুল কৰা নাই। দেশৰ মানুহে হা ভাত হা কাপোৰ কৰি মৰিব লাগিছে। মোৰ দৰেই কিমান মানুহে পেটৰ চিন্তাৰ বাবে মৰিব

লাগিছে। খোৱাৰ নাটনি, পিন্ধাৰ নাটনি, অভাৱে মানুহক জুৰুলা কৰিছে।

অভাৱ-অনাটনৰ মাজত জুৰুলা হোৱা সেই মানুহবোৰৰ মাজৰে ময়োচোন এজন হওঁ। ডাঙৰ হ'লেনো কি হ'ব। মোৰ ভাইটোৱে ভনীজনীয়ে নপঢ়া-নুশুনা অশিক্ষিত-অজ্ঞান হৈ থাকিব। মইনো পঢ়ি-শুনি ডাঙৰ মানুহ হৈ কি কৰিম।

আজি আৰু প্ৰোলিটাৰিয়েট লিটাৰেচাৰ, প্ৰোলিটাৰিয়েট কালচাৰৰ কথা নকওঁ। সেইবোৰ নেভাবো, নিজেই প্ৰলিটাৰিয়েট হৈ গ'লো। ইণ্টেলেকচুৱেল ডেভেলপ্‌মেণ্টটোকো পিছ পেলাই থলো। নানাৰকম যুক্তিতে নিজকে প্ৰতিষ্ঠা কৰো। বুজনি দিওঁ।—সেই সৰু সৰু মফঃস্বলৰ চহৰৰ ক্ষুদ্ৰ সংস্কৰণ গাঁৱলীয়া হাইস্কুলটো, তাৰ পাৰি-পাৰ্শ্বিক জগতখন, তাতেই আছোঁ। তাকে ভাল পাবলৈ শিকিছো। ভাল পাওঁ। মানুহবোৰ ভাল লাগে।

বুঢ়া আফাজ দৰ্জি, তাৰ ঘৈণীয়েক—সিহঁতক ভাল লাগে। বেচেৰা বুঢ়া দৰ্জিটো—আমি তাহানি খনতে এম. ই. স্কুলত পঢ়ি থকা দিনৰ পৰা আছে। তাৰ ঘৰৰ বালিবগৰীজোপা খাই তেতিয়া খুব ভাল লাগিছিল। বুঢ়া বয়স—চকুৰে নেদেখে। উপাৰ্জনৰ বাট নাই। জীয়েক জনীকো টকা-পইচাৰ অভাৱত দিব নোৱাৰিলে। বাপেকৰ লগতে আছে। হয়তো কোনেও নিনিবও। বাপেক-মাকক তায়ে খুৱা-ইছে। ৰূপহী নহয়। যৌৱনৰ জাগি উঠা উঠন দেহ, নাৰীৰ কমনীয়তা। আকৰ্ষণ কৰিবলৈ শিখাক একো নেলাগে ··মাথোন জ্বলি উঠিলেই হয় —পতঙ্গ আপুনি জাপ দি পৰে। ওচৰৰ ডাকবঙলাত থাকি যোৱা নগৰৰ পৰা অহা বাবু অফিচাৰবোৰৰ পৰা বেচ দুপইচা পায়। এই জকাইচুকীয়া নিজান গাঁৱত সিহঁতৰ কাৰণে সেয়ে ভগৱানৰ কৰুণা।

এৰা ; ভগৱানৰ কৰুণা।

বাপেক নিৰুপায়। দেখিও নিমাত। জানিও নজনা, বুঢ়া দৰ্জিৰ উপাৰ্জনৰ উপায় নাই ; নেখাই মৰিব। মুকলি পাপৰ পথৰ আৰ্জন।

নেথাই মৰিব নোৱাৰি ! জীয়াই থাকিব লাগিব । পাপ পুণ্য খোদাৰ মৰ্জি ।—অভাৱ, অনাটন, ক্ষুধাই মানুহৰ ধৰ্মকো হত্যা কৰিলে ।

ধৰ্ম, নীতি, ভগৱান !—

সিহঁতক মই বেয়া নেপাওঁ । মোৰ চাৰিওফালৰ সমাজখনৰ মাজত বাহিৰৰ বা ভিতৰৰ হৈ সিহঁতো জীয়াই আছে—ভাল লাগে সিহঁতক। ধুনীয়া পৃথিৱীখনত জীয়াই থাকিবলৈ সিহঁতৰ হেপাহ ।

ইমান ধুনীয়া পৃথিবীখন—মইওতো বেয়া নেপাওঁ । মোৰ এই চাৰিওফালৰ ঠেক ক্ষুদ্ৰ জগতখন—সংসাৰখন মই—কিমান ভাল পাওঁ !

আহাৰ মাহৰ চিপচিপীয়া বৰষুণ, ভৰবাৰিষা ভৰ শাওণৰ মানুহৰ ব্যস্ততা, প্ৰকৃতিৰ পৰিৱৰ্তনশীল ধুনীয়া ৰূপটো—নামি অহা সন্ধিয়াৰ এন্ধাৰ—খুব ভাল লাগে ।—কঁকাল পৰা বুঢ়া মাধ কানীয়াৰ কঁকালটো পোনাবলৈ চেষ্টা কৰি হোলা মুখৰে হে হে কৈ হঁহা ৰূপটো—ওচৰৰ দোকান পোহাৰবোৰ—সৰু সৰু তুচলীয়া চালিবোৰ আৰু টিনপাতৰ ডাঙৰ ঘৰ দুটাৰে সৈতে দেওবৰীয়া হাটখোলাখন—অদূৰৰ এফাল টিনৰ এফাল খেৰৰ দীঘলীয়া হাইস্কুলটো আৰু বাগিচাৰ কুলী লাইনৰ দৰে হাইস্কুলৰ ল'ৰাই খেৰ টকৌপাত বাঁহেৰে নিজে সাজি লোৱা ব'ৰ্ডিং ঘৰবোৰ । অলপ দূৰৰ ফৰেষ্ট অফিচ—টোকা ছাইৰ সোণাৰী দোকানত কুলী গাভৰুৰ ভূষণ বেলুয়াৰী চুড়িৰ ঝনঝননি, বেপাৰত লাভ কৰিব নোৱাৰা ছাঁই বুঢ়াৰ গেলামালৰ টোকোনা দোকান—সৰ্বাতেলীৰ কাঁহৰ সাজ-বাচনৰ দোকান—পোৱালীৰ চাহৰ দোকান—দেচুৱালী বেপাৰী মিচিৰিজী । আগতে ফলমূলৰ দোকান দিছিল । আমি সৰুতে তাৰ দোকানত আঙুৰ, বাদাম, আপেল, নাস্পতি আদি খুব খাইছিলো । গমৰ লাড্ডুটো খাই বেছি ভাল লাগিছিল । সিও আছে । এতিয়াও দেখিলে লগ পালে সোধে—'কুলো বাবু কব বৰা হাকিম বনেগা ।' আজিকালি তাৰ ফলমূলৰ দোকান নাই । ফলমূল খাই ভাইটেলিটি গোটাবলৈ মানুহৰ পইচা নাই । মোৰো নাই । ভাতগাল মোকোলাবলৈকে টান । ফলমূল খাবলৈ ক'ৰ পইচা ওলাব । সি আজিকালি

কানিৰ বেপাৰ কৰে। কানীয়াবোৰে জানে, ওচৰচুবুৰীয়া মানুহবোৰে জানে, প্ৰহিবিচন অফিচাৰে জানে, এক্সাইজ পিয়ন, জামাদাৰ, চৱ ইন্সপেক্টৰ আটায়ে জানে। তাৰ বেপাৰো চলি আছে। সিও আছে আমাৰ মাজতে। দেখিলে মাতে, অৱশ্যে আজিকালি মাষ্টৰবাবু বুলি। হাকিম হোৱাৰ কথাও সোধে, মইও মাতো,— মাতিবলৈ বেয়া নেপাওঁ!—ঠাকুৰবাৰী, ডাক বঙলা, তাৰ পুৰণি মৰা চকীদাৰটোৰ ঘৰটোৰ অৱশেষ পুৰণি এম· ই· স্কুলৰ ভেটি—সকলো আছে—এইবোৰ মোৰ আজিৰ চিনাকি নহয়। বহুদিনৰ পুৰণি—ভাল লাগে—সেইবিলাককে চাই ভাল লাগে। চিনেমা নাই, চহৰ নাই, কলেজীয়া জীৱন নাই, প্ৰতিভা নাই, কলেজীয়া ৰূপহী গাভৰু সকল নাই। কল্পনা নাই। ভবিষ্যত নাই।

অভাৱ আছে, অনাটন আছে, কাম আৰু ব্যস্ততা আছে।

তাৰ মাজেদিয়ে চকুফুৰাই চাওঁ—পৃথিৱীখন।

মোৰ ঘৰৰ সম্মুখৰ সূৰ্য গোঁহাইৰ দোকানৰ বাৰান্দাৰ খুটাটোত আউজি বৈ থকা ডাইভৰণীজনীৰ সৰু জীয়েকজনী—কোমল বয়সীয়া পাটগাভৰু ছোৱালী—অসমীয়া গাভৰুজনীৰ দৰেই কলডিলীয়া খোপাটো—লীন মুখখন—মাৰ্কিনৰ মেখেলা আৰু কপাহী ৰিহাখনৰ মাজেদি ফুটি উঠিব খোজা নৱযৌৱনৰ নিপোটল দেহাৰ অবয়বটো। ধুনীয়া মৰম সনা চকু হালেৰে চাই আছে মাষ্টৰবাবুলৈ। পৃথিৱীৰ গোটেই মৰমখিনি যেন কাঢ়ি আনিব চকুৰ চাৱনীয়ে।···ইহঁতৰ মাজতো ইমান ধুনীয়া ছোৱালী জন্মে। অভাৱ, অনাটন, দুৰ্ভিক্ষ তাৰ মাজেদিয়ে ইহঁত ডাঙৰ হৈছে। অভাৱৰ তাড়নাত বা অৰ্থৰ লোভত পৰি মাকে হয়তো নি দিবগৈ—ঠিক তাইৰ বায়েকহঁতক দিয়াৰ দৰেই ওচৰৰ বাগিছাৰ চাহাবৰ ভোগ-লালসাৰ অতৃপ্ত কামনা চৰিতাৰ্থ কৰাৰ সামগ্ৰী হ'বলৈ। দুৰ্বল কানীয়া ককায়েকে হয়তো নীৰৱে অনুমতি দিব। নিদি উপায় নাই। পৃথিৱীৰ মৰম কাঢ়ি আনিব পৰা চকুজুৰিৰ জেউতি,

তাৰ সৌন্দৰ্য হয়তো কামনাৰ বহ্নিত জ'য় পৰি যাব। এৰা, অভাৱ, অনাটন, ভোকে মানুহৰ সৌন্দৰ্যকো ধ্বংস কৰিছে। হত্যা কৰিছে।—

প্ৰতিভা নাই। ইহঁত আছে—প্ৰতিভাই আনন্দ দিছিল। পৃথিবীৰ বুকুত আনন্দৰ সঁফুৰা মেলি বিলাই দিছিল। নিতউ নতুন আনন্দৰ উৎস বিচাৰি নিজকে উটাই দিছিল—আনন্দৰ সাগৰত। প্ৰতিভাই আনন্দ দিছিল, দুখো দিছিল। প্ৰতিভাৰ বেজাৰতবকুৱাৰ সুৰৰ মূৰ্চ্ছনাত ধ্বনিত হ'ল ট্ৰেজেডিৰ সুৰা—বকুৱা নীৰৱহৈ গ'ল। হাজৰিকাই আখৈ ফুটা ইংৰাজী বক্তৃতা—পলিটিক্স ধৰি শ্বিলঙত "লওৱাৰ ডিভিজন এচিষ্টেণ্ট" সোমাল—প্ৰতুলে মদ খাই ব্যভিচাৰী কৰি টকা-পইচা সকলো উৰাই দেৱলীয়া হ'ল—চিনেমা এক্টেস্ প্ৰতিভাৰ বাবে শ শ— চিনেমা প্ৰেমিক তৰুণ বাউল হ'ল। এৰা, প্ৰতিভাই বহুতক দুখো দিলে। মোৰ বিষয়েও বহুতে কয়—ময়ো বোলে প্ৰতিভাক নেপাইহে এনেকুৱা হলো।—হ'ব পাৰে—ক'ব নোৱাৰো।—ইহঁতে হ'লে দুখ নিদিয়ে।—

সংসাৰৰ দুখ-বেজাৰ-কদৰ্যতা, গ্লানি, ব্যৰ্থতা পাপ-পঙ্কিলতা সকলো নিজে চপাই লয়। আনক কামনাৰ ইন্ধন যোগাই বিলাই দিয়ে আনন্দ —সন্তুষ্টি—বহুত কথা ভাবিছোঁ। বহুত কথা মনলৈ আহিছে। ন-পুৰণি জীৱনৰ কথাবোৰে মোৰ মনটো আজি বেবেৰিবাং কৰি থৈ গ'ল। এন্ধাৰ নামি আহিছে। মোৰ চকুৰ আগৰ পৃথিৱীখন—ভাহি উঠা দৃশ্যপটবোৰ লাহে লাহে অস্পষ্ট হৈ আহিছে।

দূৰৰ মদৰ মহলটোত বাবু-কুলি-মহৰী-গাঁৱলীয়া মানুহে মদ খাই কৰা গোলমালবোৰো লাহে লাহে নীৰৱ হৈ আহিছে।

এৰা, এন্ধাৰেই হ'ল।

ৰজতটোৱেও চাকি জ্বলোৱা নাই।—ৰজত। সি থকাৰ পৰা মোৰ বহুত সুবিধা হৈছে। বেচেৰা ল'ৰাটো মই নথকা হ'লে যে তাৰ পঢ়াই নহ'লহেঁতেন। চোকা ল'ৰা, ঘৰত খাবলৈ নাই। স্কুল এৰি যাবলৈ ওলাইছিল। ময়ে ক'লো থাক, পঢ়। মৰম লাগে, সৰু সৰু উঠি আহ

ধুনীয়া একোটিইঁত ল'ৰা এনেয়ে নিস্তানত মৰহি গ'লহেঁতেন। ইইঁতেই দেশৰ ভবিষ্যত। অভাৱ, অনাটন, দৰিদ্ৰতাৰ মাজত ডাঙৰ-দীঘল হৈ ইইঁতেই হয়তো দেশৰ গুৰি ধৰিব লাগিব। ইইঁতকে আমি পঢ়াই মানুহ কৰিছো—মানুহ কৰিব লাগিব—গঢ়ি তুলিব লাগিব। অকালতে হয়তো এনেকৈয়ে কিমান ল'ৰা নষ্ট হৈছে। মৰহি গৈছে। দেশক ভাল পাওঁ। মানুহক ভাল পাওঁ। ভাল পাবলৈ শিকিছো। এই বোৰকে এতিয়া ভাবো।

সৃষ্টিৰ সপোন আৰু নেদেখো। মানুহক ভাল পাবলৈ শিকিছো। সেয়ে বহুত। বাগিছাৰ কুলি বোৰে দেখিলে মাষ্টৰ বাবু বুলি চালাম দিয়ে, মইও চালাম দিওঁ। গাঁৱলীয়া মানুহে মোৰ ওচৰত বুদ্ধি-ভৰষা বিচাৰে। দেখিলেই নমস্কাৰ দিয়ে। মইও নমস্কাৰ দিওঁ। এইবোৰকে লৈয়ে আছো।

এৰা, সৃষ্টিৰ সপোন আৰু নাই। প্ৰেম আৰু পৃথিবী। প্ৰেম আছে; পৃথিবী আছে। মইও আছো। সৃষ্টি-কৰ্তাৰ বিশাল বিশ্বৰ মাজতো মইও হয়তো এক ক্ষুদ্ৰ সৃষ্টি। মইয়ে এক সৃষ্টি। মইয়ে সৃষ্টি। সৃষ্টি আৰু কি কৰিম। বাৰেবিংকৰা কথা মনলৈ আহে।

অকণমান নিৰলে, নীৰৱে বহিলেই বহুতো বাজে কথা, বাৰেবিং-কৰা মামৰে ধৰা কথা ভাবোঁ। কি যে চিন্তাবোৰ মনলৈ আহে। ৰজতটো হয়তো এতিয়াও অহাই নাই।··

"চাৰ, বাহিৰত বহি কি কৰিছে। এন্ধাৰ হ'ল।" ৰজতেই হ'ব পায়।

"এৰা, এন্ধাৰেই হ'ল অ'।"

"চাকি জ্বলালো ভিতৰলৈ আহক চাৰ।"

"গৈছো—তই এই চকীখন লৈ ভিতৰত গৈ পঢ়গৈ। পৰীক্ষালৈ মুঠেই এমাহ আছে। ভাত মযে ৰান্ধিম।"





পঞ্চাশৰ দশকৰ আগভাগত 'কটনিয়ানত' প্ৰকাশ হোৱা গল্প বোৰৰ ভিতৰত মহম্মদ তাহেৰৰ গল্পটোৰ বৈশিষ্ট্য হ'ল এয়েই যে এই গল্পটোত সেই সময়ছোৱাৰ এটা বিশেষ 'মূড' ফুটি উঠিছে— যিটো আন কোনো গল্পতে পাবলৈ নাই। সেই সময়ত কটন কলেজত পঢ়িবলৈ অহা ছাত্ৰ-ছাত্ৰীসকলৰ মনত এফালে যেনেকৈ স্বাধীনতা-আন্দোলনৰ উন্মাদনাময় স্মৃতি সজীৱ হৈ আছে, আনফালে তেনেকৈ স্বাধীনতা-লাভৰ মাত্ৰ চাৰি-পাঁচ বছৰৰ ভিতৰতে মোহভঙ্গৰ বেদনায়ো বহুতকে গ্ৰাস কৰিছে। মহম্মদ তাহেৰে তেওঁৰ গল্পটোত সেই সময়ছোৱাৰ এই বিশেষ 'মূড'টো ধৰি ৰাখিছে। সাহিত্য-চৰ্চাৰে জীৱন আৰম্ভ কৰা মহম্মদ তাহেৰে পিছলৈ জ্ঞান-চৰ্চাৰ মাজত জীৱনৰ সাৰ্থকতা বিচাৰি পালে। তেওঁ সম্প্ৰতি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ প্ৰধান অধ্যাপক।

মহম্মদ তাহেৰ

# পুৰণি পৃথিৱী আৰু নতুন মানুহ

তেওঁলোক এতিয়া দহজন।······

আগতে সাতজন আছিল। নতুনকৈ সোমাইছেহি এলবার্ট, চফিকা আৰু শান্তি।

* * * কোঠাটো সৰু। মাজতে এখন দীঘলীয়া মেজ। তাৰ চাৰিওফালে কেইখনমান টিনৰ চকী। তাতে তেওঁলোক বহে। পোহৰ নোহোৱা, সৰু টেবুল লেম্পটো মেজখনতে জ্বলি থাকে। তেওঁলোকে গভীৰ আলোচনাত মনোযোগ দিয়ে।—কাৰো মুখত হাঁহি নাই। আটাইৰে চকুত, মুখত গাম্ভীর্য। সকলোৱে একান্ত মনে অবিনাশৰ কথাবোৰ শুনি যায়। মাজে মাজে হেমিদে তুষাৰ এবাৰ মাতে।

"দিহিংমুখৰ চাপৰি এটাত সেইফালৰ বহুতো মানুহ গোট খাইছেহি,"—আলোচনা শেষ হ'বৰ সময়ত অবিনাশে নতুন সুৰত আৰম্ভ কৰিলে; "মই কাইলৈ ৰাতিপুৱাই প্রশান্তৰে সৈতে 'চার্জ' কৰিবৰ কাৰণে আৰু চাউলখিনি দিবৰ কাৰণে তালৈকে যাম। ঘাটত চাউলখিনি আজিয়েই থৈ আহিছো। হেমিদে আমাৰ গোহাৰি-কাগজ খিনি আনি গোটেইখনতে বিলাই দিব।···আৰু আপোনালোকে চাউলপাত বিচাৰি কেইজনমান টাউনত থাকিব, আৰু কেইজনমান গাঁৱলৈ যাব।"—অবিনাশে ব্ৰজেন আৰু এলবার্টলৈ চালে।······"বেগম



আৰু বৰুৱা, তোমালোকে ইয়াতে যি পাৰা কাইলৈৰ ভিতৰতে অলপতে পইচা তুলিবা।”—তেওঁ এইবাৰ চফিকা আৰু শান্তিৰ ফালে চালে।—এওঁলোক কলেজৰ ছাত্ৰী।

“ভাল চাৰ”,—তেওঁলোকে সম্মতি জনালে।

…ৰাতি বহুত হৈছিল। তেওঁলোক উঠিল।

…আলি বাটটো প্ৰায় নিজান। দুয়োকাষৰ মানুহবোৰ শুইছে। অবিনাশ, হেমিদ, চফিকা আৰু শান্তি লাহে লাহে গৈ আছে।—তেওঁলোক চাৰিজন অকলে। বাকী কেইজন আন আন বাটেদি গ'ল।

“তোমালোক আমাৰ সংঘত সোমাইছা যেতিয়া সহজতে নিৰাশ হৈ যোৱা বিধৰ হ'লে নচলিব। আমি ওলাইছোঁ মানৱক নতুনত্বৰ সন্ধান দিবৰ কাৰণে,—মানুহৰ মধ্যযুগীয় মনোবৃত্তি নিঃশেষ কৰি, যুগৰ লগত খোজ মিলাই মানৱতা প্ৰতিষ্ঠা কৰিবৰ কাৰণে। হয়তো বিদ্ৰোহ বিপ্লৱো আমি কৰিব লাগিব। সহজেতো কোনো কামতে কৃতকাৰ্য হ'ব নোৱাৰি।”—অবিনাশে চফিকা আৰু শান্তিক ক'লে।

তেওঁলোক দৃঢ়-প্ৰতিজ্ঞা হৈছে হেনো—।—অবিনাশ শুনি সুখী হ'ল।

অলপদূৰ গৈ অবিনাশ আৰু শান্তিৰ পৰা বিদায় লৈ চফিকা আৰু হেমিদ সৰু ঘৰ এটাত সোমাই পৰিল। চফিকা হেমিদৰ ভনীয়েক। অবিনাশৰ ছাত্ৰী।

…শান্তি আৰু অবিনাশ তেতিয়াও গৈ আছে। কাৰো মুখত মাত নাই। সিফালৰ পৰা “ফাৰ্ষ্ট-ক্লাচ” এখন আহে—সিহঁত দুয়োৰে গাত পোহৰ পেলাই পাৰ হৈ যায়।

“ডি. এচ. পি. অজিত দত্ত,”—শান্তিয়ে ক'লে।

“ওঁ—,”—অবিনাশে আৰু একো নক'লে।

“ইমান ৰাতি যে ইহঁত ক'ত ঘূৰি ফুৰে—!”—শান্তিয়ে ক'লে।

“তুমিও জানো ইমান ৰাতি, এইয়া ঘূৰি ফুৰা নাই?” অবিনাশে ইহাৰ নিচিনাকৈ ক'লে।

—তুয়ো মনে মনে থাকিল।

…তাৰ পাছত শান্তি নিজৰ ঘৰত সোমাল।

অবিনাশ আগবাঢ়িল—অকলে। তেওঁৰ চাৰিওফালে গভীৰ নিৰ্জনতা। মাজে মাজে 'ষ্ট্ৰীট-লাইট'বোৰৰ পোহৰ।—আকাশ পৰিষ্কাৰ। তৰাবোৰ বেচ্ জিলিকি আছে। পাছদিনা বৰষুণ দিয়াৰ সম্ভাৱনা নাই।—অকলশৰীয়া হৈ তেওঁৰ ভাল লাগিছিল। বহুত কথা ভাবিবলৈ অৱসৰ পালে।… · মানুহবোৰৰ কথা তেওঁ ভাবিলে—সেই ভুঁইকঁপতবিধ্বস্ত হোৱা আৰু তাৰ পাছত গছৰআগ মান পানীৰ সোঁতত উটি যোৱা গাঁওবোৰৰ আৰু তাৰ মানুহবোৰৰ কথা।—সহায়,—সহায়ৰ কথা তেওঁ ভাবে। কিন্তু তুমোন, চাৰিমোন চাউল দি কিমান সহায় কৰিব পাৰিব—সেই মানুহবোৰক,—যাৰ সৰ্বস্ব উটি গৈছে!—যি মাকৰ কেঁচুৱা উটি গৈছে যি বাপেকৰ কাণসমনীয়া পুতেক উটি গৈছে, যি তিৰোতাৰ স্বামী উটি গৈছে, যি স্বামীৰ তিৰোতা উটি গৈছে,—সেই মানুহবোৰক তেওঁ সহানুভূতি জনাব কেনেকৈ। কিহেৰে!! তেওঁ ভাবে।……

…… ভাবি ভাবি তেওঁ ভাবিব নোৱাৰা হয়।

তেওঁৰ অজ্ঞানিতেই তেওঁ গৈ তেওঁৰ সৰু ঘৰটোৰ বাৰাণ্ডাত উঠেগৈ।—ভিতৰত লেমটো জ্বলি আছে।—'মায়া তেনে শোৱা নাই'। —তেওঁ মনতে ভাবিলে।

"মায়া, অ' মায়া,"—তেওঁ ঘৈণীয়েকক মাতিলে,—"মায়া, দুৱাৰখন খুলি দিয়াচোন।—"

অলপ পৰৰ পাছত মায়াই সশব্দে দুৱাৰখন খুলি দিয়ে আৰু খোলাৰ লগে লগেই বকিবলৈ আৰম্ভ কৰে,—"ইমান ৰাতি ক'তবা ঘূৰি ফুৰেগৈ, ঘৰত যেনিবা কামেই নাই। খালি মেল মাৰি ফুৰিব, মিটিং পাতি ফুৰিব, সংঘ পাতি ফুৰিব ; ইফালে ঘৰখন কেনেকৈ চলিব তাৰ খবৰেই নাই। পইচাৰ ইমান দুখ! পইচা এটা ঘটিবলৈ মন নাই। এই বাহিৰা কামত ঘূৰি ফুৰা সময়খিনিত দুটা 'টিউচন' কৰিলেও দেখোন

চকুবি ৰূপ ওলায়।  প্ৰাইভেট কলেজটোত পোৱা ৰূপ শৰ ওপৰতে ইমানদৰে নিৰ্ভৰ কৰি বহি থাকিলেনো কেনেকৈ হ'ব ?……ভগৱানে মোক মাৰিও নিনিয়ে—।  ইমান দুখ।"……

"নহয় মায়া".—কথা বাঢ়ি যোৱা দেখি তেওঁ কিবা এটা ক'ব খুজিছিল।

"কি নহয়, নহয় কি—?" —খণ্ডত মায়াই জোৰেৰে চিঞৰি উঠিল ; মাতটোত কান্দোন মিহলি।

"ধৎ নকৰিবাচোন, অলপ শান্ত হোৱা."—তেওঁ ক'লে।  মায়া মনে মনে থাকিল।

"মায়া যোৱা ভুইকঁপত আৰু বানত—সেই দিহিংমুখৰ মানুহবোৰৰ অৱস্থা কি হৈছে জানো শুনা নাই ?  মানুহবোৰৰ যে কি দুখকষ্ট হৈছে !—শুনিলে চকুৰ পানী ওলায় !  কিমান যে মানুহ উটি গ'ল ! যিবোৰ বাকী থাকিল—খোৱা বস্তুৰ অভাৱত আৰু বেয়া পানী খোৱাৰ কাৰণে হাইজাত সেইবোৰ ধুমধাম মৰিবলৈ ধৰিছে।—তাকে আমি চেষ্টা কৰিছো,—আমাৰ সংঘৰ পৰা কিবা সহায় কৰিব পৰা যায়নেকি—চাওঁ।—এনেয়ে দুখীয়া কৃষক—তাতে আকৌ ভুইকঁপ, বানপানী, হাইজা—।"  মায়াক সেই অপমৃত্যুৰ কবালগ্ৰাসত সোমাই পৰা দুখীয়া কৃষকবোৰৰ জীৱন্ত অৱস্থাটো উপলব্ধি কৰাবৰ কাৰণে তেওঁ চেষ্টা কৰে।

ক্ষন্তেক দুয়ো নীৰৱ।

"ক'তা মায়া, আমাৰতো, একো দুখ হোৱা নাই," তেওঁ আকৌ আৰম্ভ কৰিলে, "এশ টকাৰে আমাক জেখোন ভালকৈ আঁটিছে। ইয়াতকৈ সৰহ কেলৈ লাগিছে ?  বেছি বেছি টকা হ'লে মনবোৰ বেয়া হয়।…… এতিয়া আমি কাৰো পৰা ধাৰ লোৱা নাই।  কাকো দিয়াও নাই। আনিছো—খাইছো—কাৰো উপকাৰ কৰিব নোৱাৰিলেও কাৰো অপকাৰ কৰা নাই।—ভালেই আছো।……আৰু আমাক কেলৈ ?……খাবলৈয়ো জেখোন আৰু কোনো নাই—।"

অলপ অপ্ৰস্তুত হৈ মায়া শোৱনি কোঠালৈ সোমাই যায়। বহুত পৰ অবিনাশ তাতে বহি থাকে অকলে। তেওঁ মায়াৰ কথা ভাবে।... 'মায়া' কি মানুহজনী পালে তেওঁ! পইচা,—বিলাস,—আৰাম—এইবোৰৰ বাহিৰে জানো মায়াই একো বুজি নেপায়?—মায়াৰ অন্তৰত কি মায়া একেবাৰে নাই?—জগতত ইমানবোৰ মানুহ আছে,—মায়াই কি কাৰোৰে কথা নেভাবে?...বজাৰৰ পৰা বস্তু কিনি আনিব,—খাব, দোকানৰ পৰা কাপোৰ কিনি আনিব,—পিন্ধিব,—নিজক সজাব, বিলাসিতা কৰিব—বচ্। এয়েইনেকি মায়াৰ জীৱন।—আৰু একো নাই—ভাবিবলৈ কি আৰু একো নাই?......জগতত জীয়াই থকাটো জানো ইমান বেপেৰুৱা কথা?—মানুহৰ জীৱনবোৰ জানো ইমান সহজ?...মায়াৰ হিয়া জানো পাথৰৰ,—দয়া নাই, মমতা নাই,—প্ৰাণ নাই, অনুভূতি নাই,—ছিঃ—, তেওঁ আৰু নোৱাৰে।......

মায়াক নমতাকৈয়ে তেওঁ উঠি গৈ টেবুলৰ ওপৰত—কেতিয়াবাই সজাই থোৱা চেঁচা ভাত খিনিৰ দুটামান খাই—শুবলৈ গ'ল। মায়া বেৰৰ ফালে মুখ কৰি শুই আছে। কাপোৰ-কানি সলাই লেম্পটোৰ ফিতাডাল কমাই দি অবিনাশ বিছনাত পৰিল।

.. কোঠাটো গহীন আৰু নীৰৱ হৈ পৰিল। হঠাতে তেওঁ গম পালে মায়াই যেন উচুপিছে।

"মায়া, অ' মায়া,"—তেওঁ মৰমেৰে মাতিলে।

"ওঁ",

"তোমাৰ টোপনি অহা নাই।"

"ওহোঁ—,"

মায়াই আকৌ এবাৰ উচুপা যেন গম পালে। "মায়া তুমি কান্দিছা?" তেওঁ হাতেৰে মায়াক নিজৰ ওচৰলৈ চপাই আনিলে। —"নেকান্দিবাচোন,—" তেওঁ মায়াৰ মুৰত হাত বোলালে,"—কোৱাচোন মায়া, কিয় কান্দিছা—?"—

…অবিনাশ বুকৰ ওচৰ চপাৰ লগে লগে মায়াই তেওঁ মনৰো বহুত ওচৰ চপা যেন অনুভৱ কৰিলে।

“মোক ক্ষমা কৰিব”,—কান্দোনৰ সুৰতেই কৈ কৈ মায়াই তেওঁৰ হাতখন নিজৰ বুকুৰ মাজলৈ চপাই আনিলে।

“মোৰ লগত তুমি বহুত দুখ পাইছা, নহয়নে মায়া? মায়াই তেওঁৰ হাতখন নিজৰ বুকুৰ মাজলৈ চপাই আনিলে।

“মোৰ লগত তুমি বহুত দুখ পাইছা, নহয়নে মায়া? তদুপৰি আজি চাৰি বছৰেও…।” কিবা এটা ক'বলৈ ধৰি তেওঁ ৰৈ গ'ল।

“ছিঃ, সেইবোৰ বাদ দিয়ক।”—মায়াই কলে।

…তেওঁলোক দুয়োৰেই ভাবে—আজি চাৰি বছৰে তেওঁলোকৰ জীৱনৰ মাজ-মজিয়াত কোনেও ভৰি দিয়া নাই।—সন্তান—এটি সন্তানৰ অভাৱ দুয়ো অনুভৱ কৰিছিল। অৱশ্যে সঁচা কথা ক'বলৈ গলে অবিনাশক—নিজক এটি সন্তান দৰকাৰ হয়নে নহয় তেওঁ নেজানে;—কিন্তু এই মায়াজনীৰ কাৰণেই অন্ততঃ, তেওঁ অনুভৱ কৰে—এই অভাৱটো।…“মায়া, তুমি মোৰ ওচৰত ইমান দুখ পাইছা, দেউতাৰাৰ ঘৰলৈ গুছি নোযোৱা কিয়?”—কোঠাটোৰ ভাব-ভৰা মৌনতাখিনি কঁপাই দি তেওঁ কৈ উঠে।—“তুমি যোৱাগৈ, মই অকলে থাকিব পাৰিম। তোমালৈ মাহে ষাঠি টকা পঠাই থাকিম। বাকী চলিশ টকাৰে মোক আঁটিব;—তুমি যোৱাগৈ।”—সহজ সৰল ভাৱেই তেওঁ কথাখিনি ক'লে।

“ছিঃ, আপুনি সৰু ল'ৰাৰ দৰে কিবোৰ যে কৈছে?”—মায়াই অপ্ৰস্তুত হোৱাৰ দৰে কৈ উঠিল।

—অবিনাশেও অলপ লাজ পালে।

—দুয়ো মনে মনে থাকিল।

“মায়া, মোক খুব সোনকালে জগাই দিবা দেই, মই কাইলৈ দিহিং-মুখলৈ যাব লাগে।”—অলপ পৰৰ পাছত তেওঁ ক'লে। “দিহিংমুখলৈ—?—কেলৈ?” “চাৰ্জ্জে কৰিবলৈ,—চাউল বিলাবলৈ।”

…ৰাতিপুৱা অবিনাশৰ লগত দিহিংমুখলৈ মায়াও যাবলৈ ওলাল। অবিনাশে ইমান হাক দিলে ভয় খুৱালে, "দূৰ বাট, তিনি মাইল বোকা-পানী গচকি খোজকাঢ়ি আৰু দহ মাইল নাৱেৰে যাব লাগিব।"

মায়াই কিন্তু নুশুনিলে।

পাছদিনা ৰাতিপুৱা। বোকা-পানীৰে ভৰা তিনি মাইল দীঘল বাটটো পাৰ হৈ ঘাট পাওঁতে তেওঁলোকৰ এঘণ্টামান লাগিছিল।— প্ৰশান্তক ঘাটতে তেওঁলোকে লগ পালে। চাউলখিনি নাৱত বোজাই দি প্ৰশান্ত সাজু হৈ আছিল।

নাও এৰি দিলে। অবিনাশ, মায়া আৰু প্ৰশান্ত। নাওখনত আৰু কোনো নাছিল। নৈখনত আছিল—পুৰণি বালি ঢাকি বৈ যোৱা, নতুন সোঁতটো।—আৰু একো নাই।

প্ৰশান্তই নাও বাইছিল। অবিনাশে গুৰি ধৰিছিল।

দহিঙৰ ভটিয়নী সোঁতত নাওখন বেগাই গৈছিল। বঠাৰ চাবৰ বাহিৰে বহুতপৰ আন একোৰে শব্দ নাছিল। "মায়া" নীৰৱতা ভঙ্গ কৰি অবিনাশে মাত লগালে। "কি কয়?"

"আজি আঠ বছৰৰ আগৰ এটা কথা মনত পৰিছে।"

"আঠ বছৰৰ আগৰ,—মানে ৪২ চনৰ। কওঁকচোন কি কথা?" —মায়া কথাটো শুনিবৰ কাৰণে যেন বৰ উৎসুক হৈ উঠিল।

"আমি তেতিয়া 'থাড ইয়েৰ'ত— তেওঁ আৰম্ভ কৰিলে, "কলেজ বৰ্জন কৰি কিছুদিনৰ কাৰণে আমি সংগঠনত লাগিছিলো। মানুহ-বোৰক স্বাবলম্বী হ'বলৈ—বক্তৃতা দি ফুৰিছিলো; সূতা কাটিবলৈ শিকাইছিলো আৰু 'কেম্প' পাতি পাতি সত্যাগ্ৰহ, শোভাযাত্ৰা ইত্যাদিৰ 'প্ৰগ্ৰেম' তৈয়াৰ কৰিছিলো। উঃ, কি যে তেতিয়া উৎসাহ নাছিল।—আমাক মানুহবোৰে বৰ ভাল পাইছিল। স্বৰাজৰ কথা শুনি সিহঁত বৰ আনন্দিত হৈছিল। 'স্বৰাজ হ'লে আমি আৰু খাজানা দিব নেলাগে নহয়নে বাৰু?'—সিহঁতে তেতিয়া আমাক সুধিছিল।… এই দিহিংমুখৰ চাপৰি এটাতে—য'ত আজি ঘৰ দুৱাৰ, সা-সম্পত্তি,

আত্মীয়-কুটুম্ব হেঁকত্রাই মানুহবোৰ গোট খাইছেহি, তাতে আমাৰ এটা গুপ্ত কেম্প আছিল। ঠিক এনেকুৱা আগষ্ট মাহৰে এদিন মাজনিশা মই দুজন বন্ধুৰে সৈতে, সেই আমি উঠা ঘাটটোতে নাৱত উঠি কেম্পলৈ বুলি নাও এৰি দিছিলো। নৈ খনৰ সোঁতটো ঠিক আজিৰ দৰেই আছিল ধীৰ, গহীন।—সেইদিনা,—ঠিক মোৰ মনত পৰিছে, কৃষ্ণপক্ষৰ অষ্টমী আছিল।—আমি নাও এৰাৰ অলপ পাছতে পূব আকাশত জোনফালি উঠিছিল। ঘিট্‌মিটীয়া আন্ধাৰ আৰু তেতিয়া নাছিল।··· আমি গৈ পাওঁ যে আমাৰ কেম্পত ভোজৰ দিহা হৈছে।—ঠিক ৰাতি দুইমান বজাত আমি খাবলৈ বহিছোঁ। সকলোৰে মনত আনন্দ, হাঁহি, খুচী। এনেতে এদল সহস্ৰ পুলিচে আমাক ঘেৰাও কৰে। আৰু পাতৰ ভাত থান্ বানকৈ পেলাই দি আমাক এৰেষ্ট কৰি লৈ আহে।”—অবিনাশ ইয়াতে অলপ ৰয় আৰু নাটকীয় সুৰত পুনৰ আৰম্ভ কৰে, —“সেই ৰাতিটোৰ কথা, উঃ, ভাবিলে হৰ্ষ-বিষাদত আজিও মোৰ মনটো থৌকি বাথৌ লাগে। আমি দেশক স্বাধীন কৰিবলৈ বিপ্লৱৰ গুপুত কেম্পলৈ গৈছো মাজনিশা–নাও বাই আৰু সেই একেটা ঘাটেৰে আমাক বন্দী কৰি লৈ আহিছে। কিমান যে দুখ আমাৰ পিঠিয়েদি বাগৰি গ'ল—কিন্তু,···” কিবা এটা ক'বলৈ ধৰি তেওঁ যেন ৰৈ গ'ল।

“কিন্তু কি, কওক—.” প্ৰশান্তই এইবাৰ মাত লগালে।

“কিন্তু ইমানৰ পাছতো যেন··.” অবিনাশ আকৌ ৰৈ গ'ল।

“ইমানৰ পাছতো যেন দেশ স্বাধীন হ'লেও, দেশবাসী স্বাধীন হ'ব নোৱাৰিলে—,” টপৰাই মায়াই মাত লগালে।

* * * শেষত তেওঁলোক চাপৰিটো পালেগৈ। দেখি আচৰিত হ'ল, উলুবনি আৰু বিৰিণাৰ ওপৰতে খালি গাৰে কিছুমান মানুহ শুই আছে, কিছুমান বহি আছে। তেওঁলোকক যোৱা দেখি চাৰিওফালৰ পৰা মানুহবোৰ তেওঁলোকৰ ওচৰলৈ চাপ খাই আহিল।

“আমাক খাবলৈ দিয়া, আমাক খাবলৈ দিয়া,” সিহঁতে চিঞৰিলে।

মাতবোৰ ক্ষীণ কিন্তু মৰ্মস্পৰ্শী। চাৰিশ মান মানুহ তেওঁলোকক বেৰি ঠিয় হ'ল।

"আমাক খাবলৈ দিয়া"—সিহঁতে আকৌ চিঞৰিলে।·· অবিনাশ, মায়া আৰু প্ৰশান্ত তিনিও আচৰিত।—লগত অনা চাউলখিনিয়ে কিজানি ইমানবোৰ মানুহৰ মাজত মুঠেই এপোৱা মানকৈহে পৰিব—।"

"ৰাইজ, বহক বহক" অবিনাশে হাত দুখন জোকাৰি বহিবলৈ ক'লে।

"আমাক খাবলৈ দিয়া—।" সিহঁতৰ দুটা এটাৰ বাহিৰে সকলো বহিল।

মানুহ বোৰলৈ মায়াই চালে। ক্ষুধাত মানুহবোৰ একপ্ৰকাৰ জ্ঞান-হীন হৈ পৰিছে।—পিন্ধা কাপোৰ-কানি একেবাৰে অসংযত। আটাইবোৰ ক্ষীণাই কিবা হৈ পৰিছে,—যেন মানুহেই নহয়। ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, পুৰুষ-তিৰোতা কাৰো একো পাৰ্থক্য নোহোৱা হৈ গৈছে!—উহ্।

"প্ৰশান্ত, আমি চাউলখিনিকে ভগাই দিওঁ আহা "

"ৰাইজ," মানুহবোৰৰ ফালে চাই অবিনাশে কৈ গ'ল, "আমি লগত অনা চাউল কেইমোনকে এমুঠি, আধামুঠি যি পাৰো আপোনা-লোকক দিম। আপোনালোকৰ এজনে যেন দুবাৰ নলয়"—

"আমি তেনেকুৱা নহয় অ' ককাই। আমি মিৰি মানুহ। তহঁতৰ মানুহৰ নিচিনা বেয়া নহয়।" মানুহবোৰৰ দুটা এটাই ক'লে।

"প্ৰশান্ত মানুহবোৰক এটা এটাকৈ আহিবলৈ কোৱা, আৰু মায়া তুমিও বহি থাকিব নেলাগে; তুমি মোৰ সেই 'চাৰ্ভে'ৰ বহীখন লৈ লিখি যোৱা—মানুহবোৰৰ নাম, পিতাকহঁতৰ নাম উটি যোৱা মানুহ আৰু সম্পত্তিৰ বিৱৰণ।"

অবিনাশে গাইপতি এপোৱাকৈ চাউল দি গ'ল। কিন্তু তেওঁলোকে দেখি আচৰিত হ'ল -মানুহবোৰে দেখোন চাউল পোৱা মাত্ৰে গলিয়াবলৈ ধৰিছে।

"ৰান্ধি খোৱাগৈ, ৰান্ধি খোৱাগৈ"-- অবিনাশে চিঞৰিলে।

"এইকিটা চাউল কিনো ৰান্ধি খাবি ককাই, বৰ ভোক লাগিছে"— সিহঁতে গলিয়াই থাকিল।

অবিনাশ মনে মনে থাকিল আৰু যিমানবোৰ মানুহ আছিল সকলোকে সেই এপোৱা ধৰা টিনটোৰে এটিন এটিন চাউল দি গ'ল।

—চাউল গলিয়াই গলিয়াই মানুহবোৰ অ'ত ত'ত বহি পৰিছে। চাউল লোৱা মানুহৰ ভিৰ অলপ কমিছে।- এটা বুঢ়া আছিল। চুলিবোৰ তেনেই পকা। অলপ কুঁজা। মুখ খনত কিন্তু জেউতি আছে।—

"তহঁতি চৰকাৰী মানুহ নেকি অ' ককাই ?"—বুঢ়াটোৱে সুধিলে

"ওঁহো নহয়, আমি ৰাইজৰ মানুহহে।" অবিনাশে হাঁহি ক'লে

"কেলে চৰকাৰে আমি উটি যোৱা ক'ব নোৱাৰেনেকি ?"

"পাৰে।"

"তেনেহ'লে চৰকাৰী মানুহ নাহে কেলে, আমাক চাবলৈ,— আমাক সহায় কৰিবলৈ ?" বুঢ়াটোৱে কথা পতা দেখি, বহুত মানুহ চাপ খাই আছিল।

"চৰকাৰী মানুহ পালে আমি কাটিম,—গান্ধীৰজাই আমাক ঠগিলে,"– বহুত মানুহে এ কেলগে চিঞৰি উঠিল।

"তেনেকৈ ক'ব নেপায় নহয়,"—অবিনাশে কোমলাই কৈ গ'ল,— "গান্ধীৰজাই একো কৰা নাই। তেওঁ মহাত্মা, তেওঁ দেৱতা। তেওঁৰ মতে চৰকাৰ চলাহেঁতেন ৰাইজৰ মুঠেই দুখ নহ'লহেঁতেন। কিন্তু আমাৰ আমোলাবোৰ বেয়া, গান্ধীৰজাৰ মতে নচলে।"—

"বাৰু বাৰু আমোলা বোৰ বেয়া দেকিম ৰহ। 'ইচৰা'ই জীয়াই ৰাখিলে দেকিম। তয়ো দেকিবি।" বুঢ়াই কৈ গ'ল,—"মোৰ দুটা ল'ৰা, তিনিটা নাতি উটি গ'ল। ভঁৰালটো ভাগি গ'ল, ঘৰবোৰ, গৰুবোৰ উটি— গ'ল।আজি সপ্তাহ দিন হ'ল। চৰকাৰে খবৰ নকৰিলে,—

বাৰু বহ! মই গাৱৰ 'গাংবুৰা' আছিলো,—বুজিলি ককাই।" বুঢ়াৰ চকুত পানী। কথবোৰ থোকা-থুকি।

মায়ায়ো মনে মনে চকুৰ কোণ দুটা আঙুলি এটাৰে হেপিয়াই চালে, তিতা যেন লাগিল।

—আকৌ পাছদিনা আহিম বুলি কৈ তেওঁলোক নাৱত উঠিল। মানুহবোৰেৰে নৈৰ পাৰটো ভৰি পৰিল।–দুজনী তিৰোতাই বুকুত দুটা কেঁচুৱা লৈ নাৱৰ ওচৰলৈ আহি কান্দি কান্দি ক'লে,—"আমি চাউল নেপালো।"

"চাউল নেপালা?—চাউল যে আমাৰ হাততো এটাও নাই।"—অবিনাশ অলপ অপ্ৰস্তুত হ'ল। তেওঁলোক তিনিওজনে ইজনে সিজনৰ মুখলৈ চোৱা-চুই কৰিলে।

"মই কেইখন মান লুচি আনিছিলো তাৰে দুখন মান ৰাখি দুখন মান দিওঁনে?" মায়াই অবিনাশৰ ফালে চালে।

"ওহো ৰাখিব নেলাগে। দুয়োজনীকে কেওখন ভগাই দিয়া,"—অবিনাশে উত্তৰ দিলে। মায়াই সিহঁত দুয়োজনীকে লুচি আৰু ভাজিখিনি দুভাগ কৰি দি দিলে।

পাৰৰ মানুহবোৰে চিঞৰি উঠিল,—"আমাকো দিয়া, আমাকো দিয়া।" মায়াই হাত দুখনেৰে দেখুৱালে,—আৰু নাই—এখনো নাই।—

—তেওঁলোক গলগৈ। পাৰৰ মানুহবোৰে তেওঁলোক যোৱাৰ ফালে চাই থাকিল- নিৰ্বাক—নিস্পন্দ হৈ। নৈৰ অকোঁৱা-পকোঁৱা গতিটোত তেওঁলোক নোহোৱা হৈ পৰিল।—

—বেলি পৰিবলৈ আৰু বেছি সময় নাই।—

"প্ৰশান্ত" অবিনাশে মাতিলে।

"কি কয়?"

"ভোক লগা নাই জানো?"

"লাগিছে, কিন্তু সেই মানুহবোৰতকৈ বহুত কম।"—প্ৰশান্তই ক'লে।—

তাৰ পাছত বহুত সময়, কেওজন নীৰৱ। তেওঁলোকৰ ভাগৰ লাগিছিল ; তাতে নাও বাইছে উজান মুখে। ভোকো লাগিছিল অবিনাশৰ বৰ বেছি। তেওঁৰ বঠাপাত হাতৰ পৰা সৰি পৰো যেন হৈছিল, কিন্তু মনত তৃপ্তি আৰু বল আছিল।—

তেওঁলোক যেতিয়া ঘৰ পাইগৈ, ৰাতি আঠ বাজিছে।—নগৰৰ বিজুলি বাতিবোৰ ঠিক আগৰদৰেই জ্বলি আছে।—মানুহবোৰে আগৰ দৰেই অহা-যোৱা কৰিছে। 'চিনেমা হল'ত আগৰ দৰেই চিনেমা চলি আছে—কিন্তু অবিনাশৰ মনত লাগিল—তেওঁ যেন আন এখন পৃথিৱীৰ পৰা ইয়ালৈ অহিছে।—এইখন যেন বেলেগ পৃথিৱীৰ বেলেগ নগৰ। ভূমিকম্পত ভগা ঘৰবোৰ ধনৰ বলত আকৌ আগৰ দৰেই ঠিয় হৈ উঠিল—ইমান কম সময়তে।

চাহটোপা লৰালৰিকৈ খাই তেওঁ সংঘৰ অফিচলৈ গ'ল—

"আমি মুঠেই তেসত্তৰ টকা তিনি অনাহে উঠাব পাৰিলো চাৰ"—অফিচত হিচাপ খোজোতে চফিকা আৰু শান্তিয়ে ক'লে। "মানুহবোৰে পইচা দিবলৈকে মন নকৰে। চৰকাৰী অফিচাৰ সকলে কয় বোলে, তেওঁলোকে গৱৰ্ণ- মেণ্ট অফিচাৰ' সমূহৰ এটা 'ৰিলিফ-ফাণ্ড' খুলিছে—তাতহে যি দিব লাগে দিছে বা দিব ; গতিকে আমাক দিব নোৱাৰে।" —চফিকাইক'লে।

সকলো হিচাপ-পত্ৰ শেষ হোৱাৰ পাছত, পাছদিনা তেওঁলোকৰ সংঘৰ কেওজন দিহিংমুখলৈ যাবলৈ ঠিক কৰি সকলো উঠিল।

বাটটো নিজান। সংঘৰ অফিচৰ পৰা বাহিৰ ওলাই তেওঁ বাটটোত উঠি পৰিল। অফিচতে তেওঁ পাছ পৰিল—আৰু কোনো নাই। দুয়ো ফালে ওখ ওখ পকী দালানবোৰ। বাটটোৰ একো চমকা 'ষ্ট্ৰীট' লাইটে পোহৰ কৰিছে। অবিনাশ লাহে লাহে আগবাঢ়িল। দুয়ো কাষৰ মানুহবোৰ শুইছে। তেওঁ ঘৰৰ কথা ভাবিলে। আগনিশা ৰাতি বেছি হোৱাৰ কাৰণে মায়াই তেওঁক যেনে ব্যৱহাৰ কৰিছিল,—আজি হয়তো তাৰ ঠিক বিপৰীত ব্যৱহাৰ কৰিব। —মায়া

এৰা, মায়াজনীৰ কথা তেওঁ ভাবে। ভাবিবলৈ বাধ্য হয় ! মায়াজনী যে আচৰিত ৰকমে পৰিৱৰ্তন হৈ গ'ল। মানুহৰ মন যে ইমান সোনকালে পৰিৱৰ্তন হৈ যাব পাৰে, তেওঁ ভাবিবই পৰা নাছিল। —আজি চাৰি বছৰ হ'ল তেওঁ মায়াক বিয়া কৰাইছে। ইমান দিনে তেওঁলোকৰ এটিও সন্তান হোৱা নাই! সন্তান নোহোৱাৰ কাৰণে তেওঁৰ মনত বিশেষ বেজাৰ নাই। কিন্তু মায়াৰ মনতহে অশান্তি। মায়াই তেওঁক সন্দেহ কৰে, কি জানি মাতৃ হ'ব নোৱাৰাৰ কাৰণে অবিনাশে মায়াক বেয়া পাইছে। সঁচা কথা ক'বলৈ গ'লে, অবিনাশে কিন্তু মায়াক একো বেয়া পোৱা নাই। 'সন্তান এটা নহ'ল, নাই; ঈশ্বৰে নিদিয়ে, সৃষ্টিয়ে ৰূপ লবলৈ নিবিচাৰে। মায়াইনো কি কৰিব? মই মায়াক বেয়া পালেনো কি হ'ব?'

এহ, কি কথাবোৰ যে ভাবিছো! অ,' কি ভাবিছিলো! মায়াৰ পৰিৱৰ্তন। এৰা, এৰাতিৰ ভিতৰতে, নহয়—ক্ষন্তেকৰ ভিতৰতে মায়াৰ পৰিৱৰ্তন হৈ গ'ল। —তাইৰ অন্তৰৰ মানুহজনী জাগি উঠি মহা মানৱতাক সাৱটি ধৰিবৰ কাৰণে দুয়ো বাহু মেলি মোৰ লগত আগবাঢ়ি যাবলৈ সাজু হ'ল।" বহুত কথা তেওঁ ভাবিলে।

গৈ গৈ তেওঁ হেমিদহঁত পত্নুলিমুখত দেখে—হেমিদ, চফিকা আৰু শান্তিয়ে কথা পাতি আছে।

"মই আপোনাৰ কাৰণে বৈ আছো, চাৰ: যাবলৈ কোনো লগ নাই।'—শান্তিয়ে ক'লে।

"অ', বলা,"—অবিনাশে ক'লে।

"হেমিদ, কাইলৈ সোনকালে ওলাবা দেই।" অবিনাশ নৰ'ল, —গৈ থাকিল।

ঠিক আগবাতি লগ পোৱা ঠাইতে অবিনাশ আৰু শান্তিয়ে ডি. এচ. পি. অজিত দত্তক লগ পালে। সেইদিনা অৱশ্যে শান্তিয়ে একো মন্তব্য প্ৰকাশ নকৰিলে। কৰিবলৈয়ে হয়তো একো নাছিল। —শান্তি ঘৰত সোমাল। অবিনাশ গৈ থাকিল নীৰৱে, নিবলে। মায়াৰ

কথাই, মায়াৰ ভাবে তেওঁক আকৌ জুমুৰি দি ধৰিলে !—মায়াৰ মনটো যে ইমান সহজে পৰিৱৰ্তন হৈ যাব, তাক তেওঁ সপোনতো ভাবিব পৰা নাছিল।...আজি চাৰি বছৰত তেওঁ তেনে মায়াক বুজি উঠা নাই।—এৰা মানুহ বুজা বৰ টান। মায়া—গোটেই মানুহজনী তেওঁৰ আগত মূৰ্তিমান হৈ উঠে।—তেওঁ ৰিজায়—চাৰি বছৰৰ আগৰ মায়া,—আৰু আজিৰ মায়া। তেওঁৰ হাতত দেখোন মায়া খীণাই-শুকাই কিবা জনী হৈ পৰিল। আগৰ মায়া যেন আৰু নাই !—আগৰ মায়াৰ কথা মনত পৰোতে তেওঁৰ নিজৰ জীৱনৰো আগৰ কথা মনত পৰিল।—কলেজীয়া কালৰ কথা। তেওঁ কিমান ভাল ছাত্ৰ আছিল ! 'ফিলচফীৰ' অনাৰ্চত ফাৰ্ষ্ট ক্লাছ পাই তেওঁ যেতিয়া বি. এ. পাছ কৰে,—তেওঁলোকৰ অধ্যাপক জ্ঞান বৰুৱাই জীয়েক মায়াক তেওঁলৈ বিয়া দিবলৈ প্ৰস্তাৱ কৰে।—তাৰ পাছত তেওঁ এম. এ. পাছ কৰিলে। বিয়া কৰিলে।—আজি চাৰিটা বছৰ বাগৰি গ'ল।—মায়াৰো চাৰিটা বছৰতে ৰূপ যৌৱন এক প্ৰকাৰ নাইকিয়া হ'ল। কিয়—, কিয় এনেকুৱা হ'ল বাৰু ? —তেওঁ ভাবে।—'মায়া অভাৱত পৰিছে।—মায়া অকল টকা-পইচাৰ অভাৱতেই পৰা নাই,—মৰম-চেনেহৰো অভাৱত পৰিছে। এৰা, মায়া মায়াৰ অভাৱত পৰিছে !—আজি,চাৰি বছৰে তেওঁ মায়াক কিমান মৰম দেখুৱাইছে ? ক'তা তেওঁৰ দেখোন মায়াক, নিজৰ বুলি উপলব্ধি কৰিবৰ চেষ্টা আজি চাৰি বছৰে এদিনো কৰা মনত নপৰে।—আনহাতে বাহিৰৰ জগতখনত—হিউমেনিটি, হিউমেনিটি,—মানৱতা, মানৱতা কৰি মানৱতাৰ দাবী প্ৰতিস্থা কৰিবলৈ অহোপুৰুষাৰ্থ কৰি ফুৰিছে।—মায়াৰ অন্তৰতো জানো সেই একে মানৱতাই নাই ?—এৰা মায়াকো মই মৰম কৰিব লাগিব,—অকল পত্নী বুলিয়েই নহয়,—মানুহ বুলিও।—

তেওঁ যেতিয়া ঘৰ পায়গৈ মায়া ভাত খাবৰ কাৰণে তেওঁলৈ বৈ আছিল।—

ভাত খাই দুয়ো শুবলৈ গ'ল।—

"মায়া, চাৰ্ভেৰ বহীখন আনাচোন, কি লিখিলা চাওঁ"—বিছনাখনতে

বহি অবিনাশে ক'লে। মায়াই বহীখন আনিলে। তেওঁ মায়াকে পঢ়ি যাবলৈ ক'লে —।

মায়াই পঢ়ি গ'ল,—"১নং –

(ক) নাম—শ্ৰীতুলাই দলে, বয়স প্ৰায় ৩৭ বছৰ।

(খ) পিতা—মৃত হৰি।

(গ) নিবাস—মেদক গাঁও।

(ঘ) পানীত উটি গৈছে—ঘৈণীয়েক গঙ্গী, ছুটা পুতেক।

(ঙ) সম্পত্তি গৈছে–সকলো। অনুমানিক, ১৮০০ টকাৰ
( গৰু, ম'হ আৰু গুটি ধান ধৰি )
[ কোনো সহায় পোৱা নাই। ]

২নং—(ক) নাম—শ্ৰীকেৰু মিৰিয়নী, বয়স প্ৰায় ২৫ বছৰ।

(খ) স্বামী—বগীয়া মিৰি।

(গ) নিবাস—দিহিং-চাপৰি।

(ঘ) পানীত উটি গৈছে–সকলো।
প্ৰায় ১১০০ মান টকাৰ আৰু এটা হাতী
[ সহায় পোৱা নাই। ]

৩নং—(ক) নাম—শ্ৰীমনিৰাম দলে,
বয়স—৭০ বছৰ পকাচুলীয়া বুঢ়া—"

"বাৰু হৈছে হৈছে",—বাধা দি অবিনাশে কৈ উঠিল। বাঃ, তুমিতো বঢ়িয়া পিয়ল কৰিলা।"—তেওঁ হাঁহিলে।

"মই আৰু এনেয়ে আই. এ. পাছ কৰিলোনে?" মায়াই হাঁহি ক'লে।

"বাৰু বহীখন মোক দিয়াচোন," তেওঁ বহীখন লৈ পাতবোৰ ছুখিলা এখিলাকৈ লুটিয়াই গ'ল। মাজে মাজে ছুখন এখন পঢ়িলে। বহীখন শেষকৰি হাতেত লৈ তেওঁ বহুত পৰ কিবা এটা ভাবিলে—বেচ গম্ভীৰ হৈ।—তাৰ পাছত বিছনাত দীঘল দি পৰিল।–

"মায়া লেমটো একেবাৰে মুমোৱাই দিয়া,—পোহৰ মোৰ মুঠেই ভাল লগা নাই।" গম্ভীৰ স্বৰতেই তেওঁ ক'লে।

—লেমটো মুমোৱাই মায়া তেওঁৰ নিচেই কাষতে শুই থাকিল।

…বহুত পৰলৈকে অবিনাশৰ টোপনি নাহিল। তেওঁলোকক দেখি মানুহবোৰে চিঞৰা সেই দিনৰ কথাবোৰ মনত পৰিল।… "আমাক খাবলৈ দিয়া …।" —তেওঁৰ কাণত সেই একেটা কথাই ধ্বনিত-প্ৰতিধ্বনিত হ'বলৈ ধৰিলে।…"আমাক খাবলৈ দিয়া… ।" —তেওঁৰ চকুৰ আগত সেই বুভুক্ষিত মানুহবোৰ ভাহি উঠিল। খাবলৈ নাপাই দুৰ্বল হোৱা, সবল মিৰি মানুহবোৰ।—তেওঁৰ চাৰিওফালে যেন, আন্ধাৰতে সিহঁত ঠিয় হৈ—সেই একেটা দাবীকেই কৰিছে। দাবী, —সঁচাকৈয়ে সেইটো সিহঁতৰ দাবী।…সিহঁতে খাবলৈ পোৱা নাই,— আমি খাবলৈ দিব লাগে; পিন্ধিবলৈ পোৱা নাই,—পিন্ধিবলৈ দিব লাগে; সিহঁত বেমাৰত ভুগিছে,—আমি দৰব দিব লাগে; সৰ্বস্ব হেৰুৱাই সিহঁতে কান্দিছে,—আমি মৰম কৰিব লাগে,—সহানুভূতি জনাব লাগে।…সিহঁত মৰিবলৈ ওলাইছে, আমি জীয়াই ৰাখিব লাগে। জীয়াই থকাৰ আৱশ্যকতাটো সিহঁতক শিকোৱা নিতান্ত দৰকাৰ। —পৃথিৱীৰ সেউজীয়া মোহটো সিহঁতে এৰিব কিয়? ··কোনো কাৰণ নাই। আত্মীয়বোৰ উটি গ'ল বুলি, সা-সম্পত্তিবোৰ উটি গ'ল বুলি, —সিহঁতো মৰি যোৱাৰ বা সিহঁতকো মৰিবলৈ এৰি দিয়াৰ কি যুক্তি আছে?—কোনো কাৰো কাৰণে মৰিবৰ স্বত্ব নাই। আত্মীয়বোৰ উটি গ'ল,—যাওক। সম্পত্তি?—সি এটা সাধাৰণ বস্তু—'হাতৰ মলি'। সকলো যোৱাৰ পাছত যিবোৰ বৈ গ'ল,—সিহঁতক ৰাখিব লাগে। —বহল পৃথিৱীখনত ইমানবোৰ মানুহ থকা স্বত্বেও, মানুহবোৰ ইমান সভ্য, ইমান "কাল্‌চাৰদ্" হোৱাৰ পাছতো ইহঁতক এনেকৈ অভাৱ-অনাটনত, হাইজা-মহামাৰীত গৰু-পশুৰ দৰে মৰিবলৈ এৰি দিব নোৱাৰি।…সিহঁতক এমুঠি ভাত, এখাৰি মাত আৰু এডুখৰি কাপোৰ— ইমানখিনি,—জীয়াই থাকিবলৈ ইমানখিনি সম্বলতো আমি যোগাৰ

কৰি দিব পাৰে’। —আমাৰ পৰা সিমানখিনি গোৰাটো সিহঁতৰ দাবী।···

বহুত ৰাতি হ’ল।—তেওঁ শুবৰ চেষ্টা কৰে।—‘মায়া জনীৰ কেতিয়া-বাই টোপনি আহিল কিজানি।’···

···পাছদিনা ৰাতিপুৱা—অবিনাশ সংঘৰ আন আন সভ্য সকলৰে সৈতে দিহিংমুখলৈ গ’ল। দুই-তিন দিনৰ পাছতে কলেজ খুলিব। —কাম অলপ—বেগাই কৰিব লাগে।—মায়া সেইদিনা নগ’ল। অকলে ঘৰতে থাকিল।—

···দুপৰীয়া ‘ফাষ্ট’ক্লাচথ’ন লৈ ডি. এচ. পি. অজিত দত্ত আহিল। অবিনাশহঁতৰ পদূলিতে গাড়ীখন ৰখাই তেওঁ নামি আহিল।

“অবিনাশ,”—দত্তই বাহিৰৰ পৰা মাতিলে।

“নাই,”—মায়াই ভিতৰৰ পৰা ক’লে।

“এহ, তেওঁৰ লগত কথা এটা আছিল।”—গুছি নগৈ দত্ত ভিতৰলৈ সোমাই আহি চকী এখনত বহিল। বাধ্য হৈ, মায়া সিটো কোঠাৰ পৰা ওলাই আহিল।

দত্ত, অবিনাশৰ কলেজীয়া কালৰ বন্ধু। আজি তিনিমাহ মান হ’ল, তেওঁলোকৰ নগৰলৈ ডি. এচ. পি. হৈ ক’ৰবাৰ পৰা বদলি হৈ আহিছে। প্ৰথমতে অবিনাশৰ লগত তেওঁলোকৰ ঘৰলৈ আহিছিল। অবিনাশে মায়াক কৈছিল,—“কলেজত পঢ়োতে, হ’ষ্টেলত এওঁ মোৰ ৰুমমেট আছিল। এওঁৰ আগত একো লাজ নকৰিবা।”

···দত্তই মায়াৰ লগত বহুত কথা পাতিলে। মায়াই অলপ আমনি পাইছিল। প্ৰায়ে অবিনাশৰ অনুপস্থিতিত দত্তটো আহে আৰু বহুত বাহিৰা কথা উলিয়ায়।—কেতিয়াবা কয়,—“অবিনাশে সংঘ-তংঘ পাতি বৰ ভাল কৰা নাই। গৱৰ্ণমেণ্টৰ তেওঁৰ ওপৰত চকু পৰিছে।” —মায়াৰ মুঠেই ভাল নেলাগে।—দত্তটোৱে তেওঁলৈ কেনেকৈ চায়। —কিযে মানুহবোৰ।···

"মায়া,"—বহুত বাহিৰা কথা পতাৰ পাছত দত্তই এবাৰ মাত লগালে।

"কি কয়?"

"অবিনাশে আজিকালি ৰাতি ৰাতি সেই শান্তি নামৰ কলেজৰ ছোৱালীজনী লৈ ক'ত ঘুৰে?"—চকুৰ কোণত দুষ্টামিৰ হাঁহি লুকুৱাই, দত্তই উত্তৰৰ আশাৰে মায়ালৈ চালে।

"জানো, মই কেনেকৈ কম?"—কৃত্ৰিম খঙ দেখুৱাই মায়াই উত্তৰ দিলে।

"এৰা, নিজকে আজিকালি বিশ্বাস কৰা টান হৈ পৰিছে।"—দত্তই মন্তব্য প্ৰকাশ কৰিলে।

"বাৰু, অবিনাশে পোৱা এশ টকাৰে তোমালোক কেনেকৈ চলা মায়া?"—সুৰ বদলাই দত্তই আৰম্ভ কৰিলে। "—মই দেখোন "বেচেলৰ" হৈয়ো ৩০০ চলিব নোৱাৰোঁ!"...

"কিয়?—এশ টকাৰেই দেখোন আমাৰ চেৰ হয়।"—মায়াই ক'লে।

...বহুত পৰৰ পাছত দত্ত উঠি গ'ল। মায়াই স্বস্তিৰ নিশ্বাস পেলালে।

...ৰাতি আঠমান বজাত অবিনাশ আহিল। চাহটোপা খাই আকৌ সংঘৰ অফিচলৈ গ'ল।—

।—বৰ ভাগৰ লগাৰ কাৰণে তেওঁ সোনকালে অফিচৰ পৰা গুচি আহিল।—

বতৰটো গোমা। আকাশখন ডাৱৰে ভৰা। অবিনাশে ঘৰৰ ফালে বেগাই খোজ দিলে।—'আজি কিজানি সোনকালে ঘূৰা দেখি, মায়া আচৰিত হ'ব।'—তেওঁ মনতে ভাবিলে...আকৌ মায়াৰ কথা মনত পৰিল।—এৰা, এই কেইদিন তেওঁ মায়াৰ কথা ভাবিছে।—আজি চাৰি বছৰে যেন, তেওঁ মায়াৰ কথা নাভাবি, মায়াক মৰম নকৰি পাপেই কৰিছে।—আজি তিনি দিন,—মুঠেই তিনি দিন—তেওঁ মায়াৰ কথা ভাবিছে।—চাৰি বছৰত—তিনি দিন।—তেওঁৰ নিজেৰেই বেয়া লাগিল।

—মায়াক কেন্দ্ৰ কৰি— তেওঁ আৰু বহুত কথা ভাবি গ'ল। মায়াক এনেয়ে তেওঁৰ খুব ভাল লাগি উঠিল।

···বাৰাণ্ডাত উঠি অবিনাশে দেখে, দুৱাৰখন আধা মেলখাই আছে আৰু ভিতৰত মায়াই দুৱাৰ খনৰ ফালে পিঠি দি একান্তমনে, কিবা এটা লিখি আছে। এনেয়ে তেওঁৰ মায়াৰ লগত ধেমালি কৰিবৰ মন গ'ল! ···হাতত সাৰে ভৰিত সাৰে, তেওঁ ভিতৰ সোমাই মায়াৰ পাছফালে ঠিয় হৈ, তেওঁৰ সোঁহাতৰ আঙুলি কেইটা, মায়াৰ হেণ্ডেলটো ধৰি থকা আঙুলি কেইটাৰ ওপৰত দিয়াৰ লগে লগেই কৈ উঠিল,—"মই তোমাক সহায় কৰোঁ দেই—।" তাৰ পাছত তেওঁ খিল্‌খিলকৈ হাঁহি দিলে।

মায়া উচাপ খাই উঠিল। মুখৰ বৰণ কিজানি নিশ্চয় মলিন হৈছিল। লেম্পটোৰ খীণ পোহৰত অৱশ্যে সেইবোৰ নেদেখি।—

"কি লিখিছা—মায়া?" —তেওঁ হাঁহি হাঁহি কাগজ খন তুলি ললে।

—মায়া নিৰ্বাক, নিস্পন্দ হৈ গ'ল।

অবিনাশে কাগজখন পঢ়িলে,—

"শ্ৰদ্ধেয় দত্ত,

মোৰ স্বামীৰ অনুপস্থিতিত আপুনি আহি মোৰ লগত এনে ধৰণেৰে বাহিৰা কথাৰ মেল মাৰিবলৈ চেষ্টা কৰাটো, মই মুঠেই ভাল নাপাওঁ। ময়েই কিয়—জগতৰ কোনেও ভাল নাপাব।—আপুনি কৈছে,—মোৰ স্বামীয়ে শাস্তিৰ লগত বাতি কৰ'বাত ঘূৰে। কিন্তু আপুনি জানো মোৰ স্বামীক মোতকৈ বেছি জানে? অনুৰোধ কৰিছোঁ ভবিষ্যতে যেন আপুনি স্বামীৰ অনুপস্থিতিত নাহে। নতুবা মই স্বামীৰ···

"মায়া,—এইখন কালৈ লিখিছা, অজিতলৈ।" তেওঁ মায়াৰ ফালে চালে।···

মায়া নিৰ্বাক, নিস্পন্দ।

অবিনাশ ওচৰৰ চকীখনত বহি পৰিল। মায়া বান্ধনি ঘৰলৈ উঠি গ'ল।

সাধাৰণ চিঠিখনেই কিয় জানো, অবিনাশৰ চকুৰ আগলৈ গোটেই

অতীতটো লৈ আছিল। তেওঁৰ তাহানিৰ ৰুম-মেট অজিত দত্ত,—সেই লম্পত অজিতটো আজিও পৰিৱৰ্তন হোৱা নাই। অজিতআৰু অবিনাশ, দুয়ো কলেজত একেলগে পঢ়িছিল দুবছৰ। তাৰ পাছত অবিনাশে যেতিয়া ফাৰ্ষ্ট ক্লাচ লৈ এম. এ. পাছ কৰে, তাৰ এবছৰৰ পাছতহে অজিতে বি.এ. পাছ কৰিছিল। চৰকাৰে যাচি দিয়া কেবাটাও চাকৰি অবিনাশে প্ৰত্যাখ্যান কৰি বাচি ললে প্ৰাইভেট কলেজৰ অধ্যাপনা—এশ টকা দৰমহা। আৰু অজিত? ডি. এচ পি: বহুত দৰমহা পায়। এবা জগতত, বহুত মানুহ আছে,—বেলেগ মনৰ,—বেলেগ ভাবৰ।—বহুত কিবা কিবি ভাব তেওঁৰ মনলৈ আহিল। আজিৰ দিনৰ দিহিংমুখৰ মানুহবোৰৰ কথা,...লম্পত অজিত দত্তৰ কথা—আৰু সিহঁতৰ বাটি অহা সংঘটোৰ কথা ভাৱবোৰ খেলিমেলি হৈ পৰিল।...এবাৰ ভাবিলে 'মানুহবোৰ মৰি শেষ হোৱাই ভাল।'—কিন্তু আকৌ ভাবিলে, "এটা অজিত বেয়া হ'ল বুলিয়েই,—গোটেই জগতখন জানো বেয়া?...ছিঃ, কি কথা বোৰ যে ভাবিছোঁ,—জগতখন ইমান ভাল!—মই আছো, —মায়া আছে—; আমাৰ সংঘটো আছে। এবা, মোৰ কাৰণে জগতখন ভালেই।.. পুৰণি পৃথিবী সদায় ভাল।—সেউজীয়া ধৰণী সদায় শুৱনি।– আমি নতুন মানুহ। যুগৰ গৰ্ভত নতুনৰ অঙ্কুৰ। পৃথিবী খনক, জীৱনটোক তেওঁৰ বৰ ভাল লাগিল। ভৰিৰতলৰ সেউজীয়া ধৰণীখনলৈ তেওঁৰ মোহটো বাঢ়ি গ'ল।

'আজি কেইদিন মান মই বৰ 'চেন্টিমেন্টেল' হৈ পৰিছোঁ'—নিজে নিজকে কৈ তেওঁ ঠিয় হ'ল।—

"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে
মানবেৰ মাজে আমি বাচিবাৰে চায়"—
তেওঁ গুণ গুণালে—এনেয়ে।

"ভাত খাওকহি আহক"—মায়াই ভিতৰত পৰা মাত লগালে।—

"মায়া, তোমাক আমাৰ সংঘত ভৰ্ত্তি কৰি লম দেই,"—তেওঁ বান্ধনি ঘৰলৈ সোমাই গ'ল।—

...তাৰ পাছৰ পৰা তেওঁলোক এযাৰজন!......



হোমেন বৰগোহাঞিয়ে নিজে নিজৰ গল্পৰ বিষয়ে লিখিছে : 'হোমেন বৰগোহাঞিৰ পঞ্চাশৰ দশকত ৰচিত গল্পবোৰৰ বেছিভাগ চৰিত্ৰই হ'ল ছাৰ্ত্ৰে কথিত men of bad faith। তেওঁৰ গল্পত অস্তিত্ববাদৰ শিক্ষা বিকৃত ৰূপত প্ৰকাশ পাইছে। শৈল্পিক দৃঢ় সংগঠনৰ অভাৱত গল্পবোৰো ৰসোত্তীৰ্ণ হোৱা নাই। তথাপি পঞ্চাশৰ দশকত অসমীয়া কাহিনী-সাহিত্যত প্ৰথমবাৰৰ কাৰণে মানুহৰ মনোজগতলৈ যি অন্তৰ্মুখী যাত্ৰা আৰম্ভ হৈছিল, হোমেন বৰগোহাঞি আছিল তাৰ অন্যতম পথিকৃৎ।'

হোমেন বৰগোহাঞি

# 'আবেলিৰ আলিবাটৰ' গল্প

মানুহবোৰে হয়তো ভাবে, দুৰ্গাৰ দোকানত সদায় ধাৰলৈ চাহ খাবলৈ পাওঁ বুলিয়েই, গোটেই আবেলিটো মই ইয়াত বহি বহি আড্ডা মাৰোহি। কিন্তু আচল কথা সেইটো নহয়। তাৰ হোটেলখনলৈ মোৰ অস্বাভাবিক আকৰ্ষণৰ ঘাইকৈ দুটা কাৰণ আছিল। প্ৰথম আৰু সাধাৰণ কাৰণতো হ'ল—হোটেলখনৰ নাম 'কাফে ইণ্টাৰনেশ্যনাল'—যি নামটোৱে মোৰ মনত, ৰেমাৰ্কৰ 'থ্ৰী কমৰেডচ' উপন্যাস খনৰ ৰহস্যময় পটভূমিটোৰ কথা জগাই তোলে। দ্বিতীয় বা ঘাই কাৰণটোৰ কথা ভালকৈ বুজাই ক'বলৈ মই অক্ষম। তথাপিও, থোৰতে ক'বলৈ গ'লে, যি উদ্দেশ্য লৈ আপোনাসকলে চিনেমা চাবলৈ যায়, সেই একে উদ্দেশ্যকে লৈ মই ঘণ্টাৰ পাছত ঘণ্টা বহি থাকোঁ, 'কাফে ইণ্টাৰনেশ্যনাল'ৰ মুকলি বাৰাণ্ডাটোত।

মোৰ দৃষ্টিৰ লক্ষ্য হ'ল, আবেলিৰ জনময় আলিবাটটো।

দুকাপ চাহ—আৰু দুটা কচুৰি।.......

কচুৰিৰ লুণীয়া সোৱাদটো প্ৰভাতৰ বোলে বৰ ভাল লাগে। মই কিন্তু ভাল পাওঁ বুনিয়া আৰু জেলেপিহে। আমি জীৱনত পাবলগীয়া সোৱাদবোৰো, ইমানেই সাধাৰণ আৰু সস্তা। কিন্তু তাকে জানো



পাওঁ ? প্ৰভাতে এইবোৰ কথা নেভাবে। হয়তো নুবুজেও। মই ভাবোঁ।

আলিবাটত মানুহ লাহে লাহে বেছি হৈ আহিছে। আবেলি সদায় এনেকুৱা হয়। তাতে, ৰাস্তাটোৰ সেই অংশত, ব্যস্ততাৰ মাত্ৰা আন ঠাইতকৈ বেছি। 'কাফে ইন্টাৰনেশ্যনাল'ৰ মুখামুখিকৈ দুটা চিনেমা 'হল'। 'ড্ৰিমলেণ্ড' আৰু 'উৰ্বশী'। তাৰ কাষতে চহৰৰ আটাইতকৈ ডাঙৰ হোটেলখন। হুড্‌ওৱে। চাৰিআলিটোৰ মূৰতে বাছষ্টেণ্ড্। তাৰ আশেপাশে ৰিক্সা, ঘোঁৰাগাড়ী আৰু মুটিয়াৰ ভীৰ। হেঁচা-ঠেলা— চিঞৰ-বাখৰ—এক্সিডেণ্ট্।

আৰু এঘণ্টামান পাছতে বেলি মাৰ যাব। বিজুলী বাতিৰ মলিন হালধীয়া পোহৰত, গধূলিৰ ধূসৰ এন্ধাৰখিনি হয়তো করুণ আৰু বেদনাময় যেন দেখাব। আৰু সৌ মানুহবোৰ—যাক আমি আদৰ কৰি মাতো Men in the street—সিহঁতৰ গভীৰ নিশ্বাসে ৰাতিৰ বতাহখিনি সেমেকাই তুলিব।

বহি আছিলোঁ কিবা কিবি বোৰ ভাবি ভাবি। মোৰ কেওকাষ ঘেৰি, এখন শব্দ-সমুদ্ৰ। ঘৰ্ঘৰণি শব্দ তুলি, লৰী-মটৰ বোৰ আহে আৰু যায়। চিনেমা হলৰ 'বুকিং উইণ্ড'ত, টিকেট কৰিব নোৱাৰা মানুহবোৰে বিকট চিঞৰমাৰি উঠে। ৰাস্তাত ফেৰীৱালাবোৰে সুৰ লগাই লগাই গাই যায়—'চীনাবাদাম—চীনাবাদাম ভজা'।···· ওচৰৰে পানৱালাটোৰ দোকানৰ 'ফিলিপচ্' ৰেডিঅ'টোত ঘৰ্ঘৰাই বাজি থাকে, এটা বীভৎস হিন্দী কোৰাছ্।

ইমান কোলাহলৰ মাজতো, মই বহি থাকোঁ তন্ময় হৈ।

হঠাতে প্ৰভাতটোৱে বলিয়াৰ দৰে চিঞৰি উঠিল—"ঐ, চাচোন, চা —সৌখন—।"

সি আঙুলিয়াই দিলে চিনেমাৰ প'ষ্টাৰ এখনলৈ। All this and Heaven too। বেটি ডেভিছৰ শান্ত করুণ মুখখন দেখি, তাৰ মনত কি ভাব হৈছিল, ক'ব নোৱাৰোঁ, মই নিজে কিন্তু ক্ষন্তেকৰ কাৰণে

অভিভূত হৈ পৰিলোঁ। গধূলিৰ ধূসৰ পটভূমিত শিল্পী মুখ এখনৰ বেদনাৰ অভিব্যক্তি—মোক উন্মনা কৰি তুলিবলৈ যথেষ্ট। ইয়াৰ পাছতো, ৰাস্তাৰ প্ৰত্যেকটো দৃশ্যই মোৰ মনত গভীৰ ৰেখাপাত কৰিব—সেই কথা মই জানো।—"এই, পইছা আছে ?"

—"পইছা কেলৈ ? ছিগাৰেট খাবা ?"

—"ধেৎ। তই মোক ছিগাৰেট খোৱা কেতিয়া দেখিছিলি ? চিনেমা চাওঁ।"

জেপত হাত দি চালোঁ, পইছা মুঠেই ছটা আছে। বেচেৰা হতাশ হ'ল। সি চিনেমা চায়, ধুনীয়া ছোৱালীৰ দেহৰ লাস্য, চকুৰ কামার্ত আহ্বান আৰু মুখৰ মিচিকিয়া হাঁহি চাবলৈ। মহানগৰীৰ জনময় ৰাজপথৰ এই অসীম বৈচিত্ৰ্য—তাৰ কাৰণে তেনেই নিৰৰ্থক।

বেটি ডেভিছৰ প্ৰকাণ্ড ছবিখনলৈ চাই চাই, সি বেজাৰ মনেৰে বহি ৰ'ল।

ধুনীয়া 'প্লাইমাউথ্' গাড়ী এখন বিশ্বাশবদে থপলিয়াই আহি, সশব্দে আমাৰ আগতে 'খাৰা' হ'লহি। ৰাজখোৱাৰ ঘৰৰ গোটেই মখা আহিছে 'All this and Heaven too' চাবলৈ। গাড়ীৰ পৰা নামিয়েই, আমাৰ আগত চেও ধৰি থিয় হ'ল এগৰাকী আধুনিকা গাভৰু ; তেওঁৰ গভীৰ ক'লা চকুহালৰ একোণত, আমাৰ প্ৰতি অসীম অৱজ্ঞা আৰু অনুকম্পা।

মেঘালী ৰাজখোৱা। কলেজৰ মিউজিক চেক্ৰেটাৰী।

মেঘালীক দেখিয়ে, প্ৰভাতৰ চেতনা বিলুপ্ত প্ৰায়। ছোৱালীৰ প্ৰতি তাৰ অস্বাভাৱিক অনুৰাগৰ কথা মই জানো। বাটত ধুনীয়া ছোৱালী এজনী দেখিলেই সি মোক কয়—"এই, চাই থাকিবি, মই যদি প্ৰভাত হওঁ, তেন্তে এইক বিয়া কৰিহে এৰিম।" মই কিন্তু ভাবিছিলোঁ মেঘালীৰ মাকৰ কথাহে। ৰাজখোৱাৰ মৃত্যু হোৱা আজি এবছৰো পাৰ হোৱা নাই। ধুমোনীয়া গাটো জোকাৰি জোকাৰি মুখত তামোলৰ সেলেঙী লগাই, তেওঁ আহিছে চিনেমা চাবলৈ। তেওঁ জানো পঢ়িব

পাৰিব চাৰ্লচ, বয়াৰৰ সেই ভয়াবহ কৰুণ হাঁহিটো—য'ত ফুটি উঠিছে জীৱন আৰু জগতৰ প্ৰতি নিৰ্মম অনুকম্পা ?

পাহৰি গৈছিলোঁ। পাহৰি গৈছিলোঁ যে ৰাজখোৱানী চ'চাইটি লেডী !

প্ৰভাতে নেজানে, জীৱনৰ প্ৰকৃত ৰূপটো কি। আমি কলেজত পঢ়ি থকা দিনৰে কথা। মেঘালীৰ বায়েক দীপালীও আছিল কলেজৰ মিউজিক চেক্ৰেটাৰী। তাইৰ কথা ভাবিলেই, মোৰ মনত পৰে মুল্কৰাজ আনন্দৰ 'কুলী' উপন্যাসৰ মিচেছ মেনিঙৰ কথা। আধুনিক ভদ্ৰসমাজত এই মিচেছ মেনিঙ্হঁতৰ সংখ্যা বৰ কম নহয়; বৰং দিনে দিনে বাঢ়িহে আহিছে। ইনটেলেকচুৱাল বুলি খ্যাতি থকা যি কোনো মানুহেই—তেহে'ল লাগে সেই ইন্‌টেলেক্ট্ যিমানেই ভেঁজাল বা কৃত্ৰিম নহওক—সিহঁতক সান্ধ্য-ভ্ৰমণ বা নৈশ-বিহাৰৰ সংগিনী হিচাপে পাব পাৰে। দীপালীৰ লগত মোৰ পৰিচয়, তেনে এটা চেলু লৈয়ে। কলেজৰ সঙ্গীত সন্মিলনত, মোৰ মুখত 'চীজাৰ এণ্ড ক্লিঅ'পেত্ৰা'ৰ চীজাৰৰ আবৃত্তি আৰু 'হেমন্ত মুখাৰ্জী মাৰ্কা' আধুনিক গান শুনি বেচেৰী মোৰ কাৰণে তেনেই পাগলী হ'ল। ঘৰ'লৈ গৈয়ে চাকৰটোৰ হাতত পঠাই দিলে সন্তীয়া এখন প্ৰেম-পত্ৰ। ময়ো বিশেষ নভবাকৈয়ে উত্তৰ দি দিলোঁ—

মৰমৰ দীপালী ৰাজখোৱা,

প্ৰেম কি বস্তু, মই ভাল'কৈ চিনি নেপাওঁ। ছোৱালী বিয়া কৰিম বুলি প্ৰতিশ্ৰুতি দি লোকৰ টকাৰে কলেজ ঘেলাইছোঁহি। প্ৰেম, উচ্চাকাংক্ষা, কোমলতা—হৃদয়ৰ সকলো সম্পদ—কেইটামান টকাৰ বিনিময়ত লোকৰ ওচৰত বন্ধক দি থৈছোঁ। মোৰ ইন্‌টেলেকটৰ নামত, আপোনাৰ কুমাৰী অন্তৰৰ যি মোহ আৰু কামনা আজি উজ্জ্বল হৈ উঠিছে—তাৰ বাবে ধন্যবাদ। এটা প্ৰশ্ন কৰোঁ—উত্তৰ দিবৰ সৎ সাহস আপোনাৰ হ'বনে ? যদি কওঁ, মই sexually impotent—তেতিয়াও মোৰ প্ৰতি আপোনাৰ প্ৰেম অক্ষুণ্ণ থাকিবনে ? যদি থাকে জনাব। আপোনাৰ আবেদন বিবেচনা কৰি চাম। ইতি—

মোৰ উত্তৰ পাই দীপালী ৰাজখোৱা মূৰ্চ্ছা গৈছিলনে নাই ক'ব নোৱাৰোঁ। কিন্তু এটা কথা ভাবি মোৰ গৰ্ব হয় যে—প্ৰেমৰ চিঠিৰ এনেকুৱা উত্তৰ মোৰ বাহিৰে আৰু কোনেও দিয়া নাই। জীৱনৰ নগ্ন বাস্তৱ বোৰক অস্বীকাৰ কৰি লাভ নাই,—সিহঁতৰ মুখামুখি হ'বৰ দিন আহিছে—এয়ে মোৰ বিশ্বাস॥

প্ৰভাতে হয়তো মনে মনে আঘাত পালে। সৰুৰে পৰাই সি শুনি আহিছে—'সদায় সঁচা কথা ক'বা', 'তৃতীয়াক পুতৌ কৰিবা', 'প্ৰেম স্বৰ্গীয় 'বস্তু'—আৰু ক'ত কি। জীৱনৰ নিৰাভৰণ বাস্তৱ ৰূপটো এতিয়াও তাৰ চকুত পৰা নাই। মোৰ কথাবোৰ শুনি শুনি, তাৰ মুখত চিন্তাৰ চাপ ফুটি উঠিল। সেই সুযোগতে, মই তাৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ আবেলিৰ আলিবাটটোলে—য'ৰ প্ৰতিটুকুৰা শিলৰ বুকুত লুকাই আছে হেজাৰ দিনৰ হেজাৰ মানুহৰ অকথিত গল্প।...... ...

সেই বুঢ়া চীনাটোক মই চিনি পাওঁ বহুত দিনৰ পৰাই। বজাৰ কৰি সি ঘৰ'ল ঘূৰি আহিছিল॥ এহাতে এটা চীনাহাঁহ—আনহাতে এটা প্ৰকাণ্ড বন্ধা কবি। কণ কণ চকুহালত জীৱনটো বুজি নোপোৱাৰ অৰ্থহীন কৰুণ হাঁহি। মোক দেখিয়েই সি দূৰতে খেক্‌খেকাই হাঁহিবলৈ ধৰিলে।

"গুড্ ইভ্নিং !"

এই আৰম্ভ হ'ল প্ৰভাতৰ প্ৰশ্ন। একো কথাকেই সি সুধিবলৈ বাকী নেৰাখে। "তই তাক চিনি পালি কেনেকৈ ?"

তাৰ সোধাৰ ধৰণ দেখিয়েই বুজিলো বহুত কথাই আজি ক'ব লাগিব তাক। যি বোৰ স্মৃতি আছিল মোৰ জীৱনৰ বেদনাময় সঞ্চয়—অবাঞ্ছনীয় অভিজ্ঞতা—সেইবোৰো অনেক প্ৰকাশ কৰিব লাগিব তাৰ আগত।

ডাঙৰ নগৰত ভাৰা ঘৰ বিচাৰি পোৱা কিমান টান, সেই কথা একমাত্ৰ ভুক্তভোগীয়েহে বুজে। তেনে এটা অৱস্থাত পৰিয়ে, এবাৰ মই থাকিবলৈ বাধ্য হৈছিলোঁ এনে এখনা ঠাইত, য'লৈ দিনৰ পোহৰত যাবলৈ মানুহে

সংকোচ কৰে। এটা দীঘলীয়া ঘৰ। বাৰটা কম। আটাইবোৰ ভাৰালৈ দিয়া হয়। মই থাকিবলৈ লৈছিলোঁ একেবাৰে মূৰৰ কমটোতে।

সেই বুঢ়া চীনাটো আছিল মোৰ ওচৰৰ কমটোতে। লগত তাৰ ঘৈণীয়েক আৰু বাৰ তেৰ বছৰীয়া ল'ৰা এটা। সি নিজে কাৰখানাত মিস্ত্ৰী কাম কৰে। বেচেৰা বৰ ভাল মানুহ। তাৰ মন ভালে থাকিলে—টকা-পইছাৰ চিন্তাই মূৰ গৰম কৰি নাৰাখিলে—সি মাজে-মাজে মোৰ ওচৰলৈ আহে। কথাবাৰ্তা পাতে নানা ধৰণৰ। সি যেতিয়া চকু কেইটা মুদি মুদি, মুখখনত এটা কৰুণ হাঁহি ফুটাই, শূইনলৈ চাই চাই, জীৱন সম্বন্ধে তাৰ ধাৰণা, তাৰ ফিলচফি ক'বলৈ আৰম্ভ কৰে, মই তাক ভুল কৰি পেলাওঁ। ভাবোঁ, ই নিশ্চয় 'কনফিউছিয়াচ' বা 'লাউ-ছেৰ' দ্বিতীয় অৱতাৰ।

জীৱনক জানিবৰ এটা ব্যগ্ৰ প্ৰেৰণাই, লাহে-লাহে মোক তাৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আনি দিছিল। নানা বিচিত্ৰ অভিজ্ঞতাৰে ভৰা তাৰ জীৱনটো। তাৰ ভিতৰত তিৰোতা সম্বন্ধে অভিজ্ঞতাই যেন আটাইতকৈ বেছি। জীৱনৰ কোনো অৱস্থাতেই সি সুখী হোৱা নাই, সন্তুষ্ট হোৱা নাই। তাৰ জীৱনটো যেন এটা আকাশমুখী প্ৰশ্ন।—এটা বোবা অভিযোগ। তিৰোতাক লৈয়ে সি জীৱনৰ বেছি ভাগ খেলা খেলিলে; কিন্তু কোনো তিৰোতাই তাক তৃপ্তি দিব নোৱাৰিলে। তাৰ মতে 'তিৰোতাৰ পত্নীত্ব'ৰ কোনো অৰ্থ ই নাই।

শিল্পী গঁগাৰ দৰেই সিও বিশ্বাস কৰে, "কেই অনা মান পইছা দিলেই তিৰোতাৰ কোমল মাংস পোৱা যায়, কিন্তু আত্মাৰ শান্তি অক্ষুণ্ণ থাকে।"

তাৰ এই মাৰাত্মক ফিলচফি শুনি মই ভয়ত শিহৰি উঠিলোঁ। এই হেন দাৰ্শনিকৰো এটি সহজ বদনাম আছিল এই যে, সি মদ খায়। আৰু খায় অলপ বেছিকৈয়ে। যিদিনা মাত্ৰা বেছি হয় সেইদিনা ঘৈণীয়েক আৰু পুতেকক আধামৰা নকৰালৈকে তাৰ শান্তি নেথাকে। মানুহটোৰ ইমানবোৰ ভয়াবহতা স্বত্বেও মই তাক ভাল পাইছিলোঁ। কাৰণ—

তাৰ এই 'চিনিচিজিম'ৰ গুৰি ক'ত মই জনো। মই জানো সি কিন্তু তাৰ নিজৰ মাইকীক, নিজৰ পুতেকক অত্যাচাৰ কৰে অমানুষিকভাৱে। তাৰ কাৰণ বিচাৰিলে হয়তো পোৱা যাব, এটা পঙ্কিল সমাজ ব্যৱস্থাত গঢ় লৈ উঠা তাৰ মানসিক বিৱৰ্তনত। নীতিশাস্ত্ৰৰ দোহাই দি তাক ঘিণ কৰা মানে, নিজকে ফাঁকি দিয়া। ...........

এদিন হঠাতে আৱিষ্কাৰ কৰিলোঁ তাৰ ঘৈণীয়েক চীনা নহয়। তাই অসমীয়া। যুদ্ধৰ দিনত মিলিটাৰী চিপাহীৰ দাৰা ধৰ্ষিতা হৈ, তাই সমাজৰ পেলনি যোৱা আৱৰ্জনাত পৰিণত হৈছিল। বুঢ়া চীনাটোৱে পুতৌ কৰি বুটলি আনি, তাইক তাৰ সহধৰ্মিণীৰ আসনত বহুৱালেহি। ভাবিলোঁ ভালেই হ'ল তাইৰ পক্ষে। কিন্তু নহয়। তাতোকৈ বিস্ময়কৰ সংবাদ অপেক্ষা কৰি আছিল মোৰ কাৰণে। গম পালোঁ, কেইদিনমানৰ পাছত।

বুঢ়াৰ চাকৰিৰ টকাৰে মদ আৰু অন্ন-সংস্থান দুয়োটা জোৰা নমৰা হৈ আহিল। তাতোকৈ ডাঙৰ কথা সি দিনে দিনে বুঢ়া (!) হৈ আহিল। বাস্তৱ দৃষ্টিভংগীৰ পৰা, স্ত্ৰীৰ সতীত্বৰ মূল্য তাৰ ওচৰত স্বাভাৱিকতে কমি আহিল। অৱশেষত, এবটল মদ আৰু আধাসেৰ চাউলৰ কাৰণে সি ঘৈণীয়েকক বাধ্য কৰিলে ৰাজপথত ৰাতিৰ এন্ধাৰত থিয় হৈ থাকিবলৈ!

ৰাজপথত নেনামিলেও চলে! কিন্তু ঘৰত পুতেকটো আছে। সি বৰ দুৰ্দান্ত।

বহুত দিনৰ আগেয়ে বিশ্বাস কৰিছিলোঁ—জীৱন বাৰ্ণাৰ্ডশ্বৰ বক্তৃতা নহয়, বাট্ৰাণ্ড ৰাছেলৰ দৰ্শন নহয়, জীৱন হ'ল গ'কীৰ গল্প। কিন্তু এই মানুহজনীৰ নিচিনা চৰিত্ৰ মই গ'কীৰ গল্পতো পোৱা নাই। তাই অকল মোৰেই আৱিষ্কাৰ। মোৰেই সুলভ পৰিচয়। তাই একেধাৰে মাতৃ, বৈৰী আৰু বেশ্যা।

গধূলি হৈ আহিল।

ৰাস্তাটো লাহে লাহে নিজান হৈ আহিছে। চিটিবাছ খনৰ কণ্ডাক্টৰটোৱে চিঞৰ লগাইছে—"নালীয়াপুল—জানেৰালা।" বাছ-ষ্টেণ্ডটোৰ মূৰলৈ মাটিতে লেপেটা কাঢ়ি বহি ৰিক্সাৱালা কেইটামান জুৱাখেলত মগ্ন। চাৰি আলিটোৰ চুকত ডাষ্টবিনটোৰ কাষতে অকলশৰে থিয় হৈ আছে এজনী বুঢ়ী ভিক্ষাৰিণী। ঘৰলৈ ঘুৰি যোৱাৰ আগ মুহূৰ্তত ভাগৰত হয়তো অকণমান জিৰাইছে। তাইৰ মূৰৰ ওপৰত চিনেমাৰ সেই প'ষ্টাৰখন। বেটি ডেভিছ।

All this and Heaven too !

ৰাস্তাৰ অ'ত ত'ত খণ্ড, বিক্ষিপ্ত টুকুৰাটুকুৰ জীৱন।

আমাৰ ঘৰৰ ওচৰেৰে বুঢ়া কেৰাণীজন ঘুৰি আহিছে এতিয়াহে। শুকান, অস্থিচৰ্মসাৰ দেহা। অফিচ যদিও তিনি বজাতে ছুটী হয়, তেওঁ ঘুৰি আহিব পাৰে পাঁচটাতহে। আহোঁতে একেবাৰে বজাৰ কৰি আহে। কুঁজৰ, কুঁজৰকৈ কাঁহি, চকু মুদি মুদি খোজকাঢ়ে বেচেৰাই।

প্ৰতি দিন অফিচলৈ যোৱা আৰু ঘৰলৈ ঘুৰি অহা, বজাৰ কৰা আৰু ভাত খোৱা, শোৱা আৰু সন্তান জনম দিয়া ; বছৰৰ পাছত বছৰ পুৰুষৰ পাছত পুৰুষ, এইবোৰ মানুহৰ জীৱন চলি যায় এইদৰেই। নিতান্ত গতানুগতিক ভাৱে। সিহঁতৰ জীৱনত কোনো গল্প নাই, বৈচিত্ৰ নাই। Birth Copulation and Death : Thats all, thats all, thats all !

ৰাতি যথেষ্ট হ'ল। এখোজ দুখোজকৈ ঘৰলৈ আগবাঢ়িলোঁ। লাইটপ'ষ্ট এটাতে আউজি থিয় হৈ আছিল এজনী পাগলী ভিখাৰিণী। আমাক দেখিয়েই উচ্ছসিত হাঁহিৰ খলকনি এটা তুলি তাই আমাৰ ওচৰলৈ আগবাঢ়ি আহিল।

—"বাবু, তিনিদিন চাহ খোৱা নাই—বাবু। ভাত খুব খাইছো ; কিন্তু চাহ···হিঃ হিঃ হিঃ।"

তাইৰ চেহেৰা আৰু পোছাক-পৰিচ্ছদ দেখি, অকল ঘিণ লাগে বুলি ক'লে ভুল কৰা হ'ব। বদান্যতা দেখুৱাবৰ জোখাৰে আমাৰ জেপ গধুৰ নাছিল। কোনোমতে নাকত সোপা দি আঁতৰি আহিলোঁ। যথেষ্ট দূৰ অহাৰ পাছত প্ৰভাতে মাত লগালে—

—"আচ্ছা, তাইতো ভাত খুব খাইছে, কিন্তু চাহ খাবলৈ নেপায় কিয় ?"

পথৰ এই সৰ্বহাৰা ভিখাৰীবোৰে কুকুৰ-মেকুৰীৰ দৰে কেনেকৈ ভাত সংগ্ৰহ কৰে, সেই কথা প্ৰভাতে হয়তো নেজানে। মই তাৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি মনে মনে থাকিলোঁ।

ফৰাচী-বিপ্লৱৰ যুগৰ কথা। ফ্ৰান্সৰ ৰাণী আছিল আঁৰিয়েটা। এদিন ফুৰিবলৈ গৈ তেওঁ দেখিলে, মহানগৰীৰ বাটে-পথে কংকালসাৰ ভিখাৰীৰ মিছিল। সিহঁতৰ সকলোৰে মুখত এটা মাত্ৰ প্ৰাৰ্থনা, 'ৰুটি লাগে।' কাণ্ড দেখি ৰাণীৰ আৰু বিস্ময়ৰ পৰিসীমা নাই। আচ্ছা, সিহঁতে যদি ৰুটি খাবলৈ নেপায়, তেন্তে কেক্ নেখায় কিয় ?

ঘৰলৈ গৈয়ো সুখ নাই। সত্তে মোক আহ্বান কৰে আবেলিৰ আলিবাটটোৱে। তাৰ সকলো বৈচিত্ৰ্য আৰু ম্লানতাৰে।

ভাবিবৰ চেষ্টা কৰোঁ সিহঁতৰ কথা। ৰাস্তাৰ সেই মানুহবোৰৰ কথা। সিহঁতৰ জীৱনত কোনো গল্প নাই। আছে যদিও সি সেই সাধুকথাৰ গল্পৰ দৰেহে ; এজন মানুহৰ এটা ধানৰ ভঁৰাল আছিল। ভঁৰালৰ বেৰত এটা মাত্ৰ বিন্ধা আছিল। সেই বিন্ধাইদি এটা ঘনচিৰিকা সোমাল আৰু, ধান এটা লৈ উৰি গুছি গ'ল। তাৰ পাছত আৰু এটা ঘনচিৰিকা সোমাল, সিও ধান এটা লৈ উৰি গুছি গ'ল। তাৰ পাছত ? আৰু এটা ঘনচিৰিকা আহিল ... ...ইত্যাদি।

প্ৰভাতটো শুই পৰিছে। ৰাতি কিজানি বহুত হ'ল। ওচৰৰ বৰুৱাহঁতৰ ঘৰৰ পৰা কেঁচুৱা ল'ৰাৰ নেৰা-নেপেৰা কান্দোনৰ শব্দ—ক্ৰন্দাহত উটি আহিছে। এই নিস্তব্ধ গহীন ৰাতি—অকলশৰে বহি বহি কি

কথা ভাবিবৰ মন যায় বাৰু? খিৰিকি খনেদি দেখি থাকোঁ—কান্দি থকা কেঁচুৱাটোক নিচুকাবলৈ বৰুৱানীৰ আপ্ৰাণ চেষ্টা। অলপ দূৰতে, বৰুৱাই নিশ্চিন্ত মনে বিছনাত শুই থাকে। মাজে মাজে গৰ্জি উঠে ঘৈণীয়েকৰ ওপৰত। যেন কেঁচুৱাটিৰ সকলো দায়িত্ব অকল ঘৈণীয়েকৰেই। তেওঁৰ তাত একো নাই!

ভাবিবৰ মন যায় এটা কথা। এই ঘৰত এজনী মাইকী মানুহ থকা হ'লে কেনে হ'লহেঁতেন। মোৰ মাইকী! আঠাইছ পাৰ হৈ, মোৰ বয়স এইবাৰ উনত্ৰিশত সোমাল। বিয়া কৰিবৰ বয়স দেখোন কাহানিবাই হৈ গ'ল। এজনী মাইকী থকা হ'লে! অনুভৱ কৰিবলৈ পোৱা হ'লে, দুখন শুশ্ৰূষাৰত চেনেহী হাতৰ করুণ কোমল স্পৰ্শ! এই সৰু ঘৰখন তাই সজাই ৰাখিলেহেঁতেন আটোমটোকাৰিকৈ। মোৰ কেওকায় ঘেৰি সৃষ্টি কৰিলেহেঁতেন মোহ আৰু মৰমৰ এটি আৱেষ্টনী। মোৰ নিঃসঙ্গ ৰাতিবোৰ মধুৰ কৰি তুলিলেহেঁতেন তাইৰ কোমল সাহচৰ্যৰে।

কিন্তু তাইৰোতো এদিন সন্তান হ'ব?

অৰ্ধভুক্ত অৰ্ধনগ্ন হৈ সিহঁত ডাঙৰ হ'ব, সিহঁতে মাত্ৰ, বৃদ্ধি কৰিব আলিবাটৰ 'জানোৱাৰ'ৰ সংখ্যা। মোৰ চকুৰ আগতে ভাঁহি উঠে হেজাৰ চিনাকি-অচিনাকি মুখ। সেই কংকালসাৰ বুঢ়া কেৰাণীটো, জীৱন বিদ্বেষী চীনা মিস্ত্ৰীটো, সেই পাগলী ভিক্ষাৰিণীজনী। নাই, নাই মই সেইটো কেতিয়াও হ'বলৈ নিদিওঁ। মোৰ সৰ্বাঙ্গ কঁপি উঠিল সেই কুৎসিৎ সম্ভাৱনাত।

কালিলৈ দেওবাৰ। দেৰিকৈ শুই উঠিলেও চলিব। পঢ়িম বুলি উলিয়াই ললো ইলিয়টৰ কাব্য-গ্ৰন্থ এখন। **Birth, Copulation and Death, Thats all, thats all, thats all.**

........তেতিয়াও শেষ হোৱা নাই বৰুৱানীৰ কেঁচুৱা ল'ৰাটোৰ বিৰক্তিকৰ কান্দোন।



বণ্ডা মেঘৰ এচপৰা! একো অসাধাৰণ গল্প নহয়। শৰতৰ প্ৰথম কুঁৱলীখিনি যিমান সাধাৰণ, ৰাতি তামোল গছৰ পাতৰ পৰা টপৰ টপৰ শব্দ কৰি নিয়ৰ পৰা যিমান সাধাৰণ, ফেচু চৰায়ে পথাৰৰ মাজেৰে বুঢ়া এজাৰ গছৰ পৰা বতাহে উৰাই অনা ছাইবোৰ থপিয়াই খোৱা যিমান সাধাৰণ—ঠিক সিমানেই সাধাৰণ দ্বিজেন্দ্ৰনাথ শৰ্মাৰ গল্প 'বণ্ডা মেঘৰ এচপৰা'। কিন্তু লেখকৰ স্নিগ্ধ ভাষা, সূক্ষ্ম পৰ্যবেক্ষণ আৰু গল্পৰ পটভূমি আৰু চৰিত্ৰৰ লগত একাত্মতাই এনে এটা পৰিবেশ সৃষ্টি কৰিছে. যে গল্পটো পঢ়ি শেষ কৰাৰ পিছত আমি এটা কবিতা পঢ়াৰ নিচিনা বেদনা অনুভৱ কৰোঁ।

দ্বিজেন্দ্ৰনাথ শৰ্মা

# ৰঙা মেঘৰ এচপৰা

আবেলি তিনি বজাত গুৱাহাটীৰ পৰা আহি যোৰহাট নগৰ পালোহি। ওৱে বাটত মানুহৰ ঠেলাহেঁচা আৰু নিশা উজাগৰে কটাই মনত বৰ বিৰক্তি লাগিছিল। নগৰৰ পৰা তিনি মাইল দূৰৰ বালি গাঁৱতে মোমাইদেউইঁতৰ ঘৰ। আলিবাটেৰে গ'লে তিনি মাইল হয়, পোনাই গ'লে মুঠেই দুই মাইলমান হ'ব। বাটতে দিচৈ খন পাৰ হৈ যাব লাগে। বাঁহৰ দলং দিয়া থাকে।

যোৰহাট নগৰত আপোন মানুহ মোৰ ভালেখিনি আছে। তথাপি মই মোমাইদেউইঁতৰ ঘৰত থাকিহে ভাল পাওঁ। আইতা আৰু মামীইঁতৰ পৰা বেছি মৰম চেনেহ পাওঁ গুণেই হ'বলা। মোমাইদেউইঁতে আকৌ পোনে পোনে তেওঁলোকৰ ঘৰলৈ নগ'লে বেয়া পায়। সেই কাৰণে মই মৰিয়নীৰ বাচৰ পৰা নামিয়েই মোমাইদেউইঁতৰ ঘৰলৈ পথৰুৱা বাটেদি খোজ ললোঁ।

বাটতে মালৌ পথাৰ।

মাঘমহীয়া আবেলিৰ ৰঙা বেলিটো বহল পথাৰ খনৰ সিমূৰেদি ডুব গৈছে। পথাৰৰ শুকান নৰাবোৰ সোণ-হালধীয়া বৰণেৰে তিৰ্‌বিৰাই উঠিছে। দূৰৈত কোনোবা ল'ৰাই নৰাণিত জুই লগাই দিছে। ধোঁৱাবোৰ আবেলিৰ সেমেকা বতাহৰ মাজেদি পাক ঘূৰণি খাই খাই



ওপৰলৈ উঠি গৈছে। দুটি এটি ফেচু চৰায়ে পথাৰৰ মাজেৰে বুঢ়া এজ'ৰ জোপাৰ পৰা বতাহে অনা ছাইবোৰ থপিয়াই ধৰিছেহি।

লাহে লাহে শিৱ্‌শিৱকৈ জাৰ লাগিবলৈ ধৰিলে। বেলিটোৰ খীণ উমকণে খুব কম পৰিমাণেহে জাৰ কমাব পাৰিছিল। দূৰণিত গাঁৱৰ কাষৰ পথাৰৰ ওপৰত ধোঁৱাবোৰ সেৰা পাতি ওপঙি ফুৰিছে। তাহানিখন এই ধোঁৱাৰেই আমাক সন্ধিয়াৰ আগজাননী দিয়ে। পথাৰৰ নৰা পুৰি টকলা কৰি, তাত টেঙা খেলিবলৈ তেতিয়া এৰি নাইবা হাঁতোৰা লৈ পথাৰত চেঁচোৰ খানিবলৈ তেতিয়া এৰি ঘৰমুৱা হৈছিলোঁ। কিয়নো ঘৰত সন্ধিয়া লগাৰ আগতে খিড়িকিবোৰ জপাব লাগে আৰু গোঁসাই ঘৰত চাকি দিওঁতে ডবা শঙ্খ বজাব লাগে। মোমাইদেউহঁতে মৰম কৰে যদিও সময়ত এই দুটা কাম নকৰিলে খং কৰিছিল।

কয়লাৰ ধোঁৱাৰে ক'লীয়া হোৱা এড়ি কাপোৰখন গাত মেৰাই লৈ খোজ দিলোঁ। গৰখীয়া দ'লৰ বাঁহনিৰ তলে তলে বালিবাটটো। কিমান বাৰ সৰুতে নগৰৰ স্কুলত পঢ়োঁতে এই বাটেদি অহা-যোৱা কৰিছোঁ, কিন্তু আজিও সেই সকলোবোৰ পুৰণি কথা মোৰ স্পষ্টকৈ নতুনকৈ মনত পৰে। এই গৰখীয়া দ'ল — আজিও ইয়াত গৰখীয়া ল'ৰা আছে। এতিয়াও ইয়াৰ চেমনীয়া ল'ৰাই আঁঠুমূৰীয়া কানি এডোখৰ পিন্ধি হাতত এডাল এচাৰি লৈ পথাৰত গৰু চৰায়। আজিও ইয়াৰ গৰখীয়া ল'ৰাই হাতত ককায়েক বা বাপেকহঁতৰ ম'হৰ শিঙৰ পেঁপা লৈ নতুবা কুমলীয়া নৰাৰ পেঁপা বজাই গৰু চৰায়। এৰাবাৰীৰ পকা কোটকোৰা টেঙা গছত খুচি শুকাই খায়।

এনেকুৱা গৰখীয়া-ল'ৰাই হেনো এসময়ত ফৰিং বলি দি পূজা কৰিছিল। পিচে এদিন এটা গৰখীয়াই তাৰ পালত ফৰিং বিচাৰি আনিব নোৱাৰাৰ বাবে আনবোৰে তাকে বিৰিণা পাতেৰে বলি দিলে। তেতিয়াৰ পৰাই এই ঠাইছোৱাৰ নাম গৰখীয়া দ'ল।

মনত সৰু কালৰ বহুতো ঘটনাই লাহে লাহে ভুমুকি মাৰিবলৈ ধৰিলে। আগবাঢ়ো মানে আগেয়ে চিনি পোৱা বস্তুবোৰ আধা-মঁচ

খোৱা ছবিৰ নিচিনাকৈ দেখা দিবলৈ ধৰিলে। মকাল বাঁহ জোপাৰ তলৰ শিয়ালৰ গাঁত দুটা এতিয়াও আছে আৰু কোনো গৰখীয়াই মৰা নাই যদি শিয়াল-শিয়ালী হালো হয়তো তাত আছে।

বালি বাটটো উত্তৰাজানৰ কাষেদি গৈছে। উত্তৰাজানখন এখন শ্মশান। সেই বুঢ়া মদাৰ জোপাৰ দুটা এটা ৰঙা ফুল ফুলিছে। তাৰ তলতে মোৰ চেনেহৰ ককাদেউতাক এদিন খৰি দিছিলোঁ। মদাৰ জোপাৰ ফুলবোৰ যেন তাত খৰি দিয়া মানুহবোৰৰ তেজেৰে ৰঙা হৈ উঠিছে। সেই বুঢ়া মদাৰৰ তলতে আজিও পুৰা চাগৈ আৰু কোনোবা এজনক থলেহি। ভেটিটোৰ পৰা এতিয়াও ধোঁৱা বলি আছে। মাটিৰ কলহটো ইতিমধ্যে কোনোবাই দলিয়াই ভাঙি থৈ গৈছে। তাৰ সমাধিৰ পাৰ্থিব শেষ সম্বল মাটিৰ ঘৰটো কোনোবাই ভাঙি থৈ যায়। কাউৰী-জনীয়েনো সেইখিনিত কি বিচাৰিছে বাৰু? অলপ ভয়ো লাগিছে। মোৰতো ভালেখিনি আপোন মানুহেই ইয়াতে উপনিবেশ পাতিলেহি।

পশ্চিমৰ দিগন্তত তেতিয়া হেঙুলীয়া আভা এটাৰ বাহিৰে আন একো নাছিল। আৰু তাৰেই খীণ পোহৰত মই মোমাইদেউহঁতৰ গাঁৱৰ আলিয়েদি আগবাঢ়িলো।

গোপীৰাম কাইৰ ঘৰৰ আগৰ মাটিমিঠা আম জোপা মৰিল। শুকান আম জোপা গীৰ্জাৰ আগৰ যীশুখ্ৰীষ্টৰ মূৰ্তিৰ নিচিনাকৈ পদূলিৰ মূৰত ঠিয় হৈ আছে। তাহানিখন সকতে আমি দিনৰ দিনটো এই আম জোপাৰ তলতে থাকোঁ। আম খাওঁ আৰু আলিবাটৰ ওপৰতে টাং-গুটি খেলো। আমি খেলা ঠাই ডোখৰতে টাং-গুটিৰ গাঁত সোৱা আছে। এতিয়াও ইয়াৰ ল'ৰাই চাগৈ টাং-গুটি খেলে। কিন্তু আমজোপা মৰিছে।

চোতালত এমূৰে সোটো গোপীৰাম কাই। মূৰৰ ধোঁৱা বৰণীয়া চুলিবোৰ সৰিবলৈ আৰম্ভ কৰিছে। ধানখেৰৰ জুইৰে উধাণৰ ওপৰৰ জকাত হয়তো সেয়া কোমল ধান সিজাইছে। ধানখেৰৰ জুইৰ পোহৰত তেওঁৰ সোতোৰা মুখৰ আঁচকিভাল চকুৰ কোণৰ পানীকিটোপাৰে জিলিকি উঠে। এই গোপীৰাম কায়েই আগেয়ে যি একোটাহে শৰণ

খেৰৰ মুঠা কান্ধেৰে চাপৰিৰ পৰা ভাব বৈ আনে! গোণাম'হটোৱে ঘূৰাব পৰা কুঁহিয়াৰ শালখন অকলেই ঘূৰাব পাৰে। এতিয়া সৌটো খান খেৰৰ জুই বঢ়াই কাঁহি কাঁহি বহি আছে। মাজে মাজে কফবোৰ জুইৰ ছাইতে পুতিছে।

বাটৰ কাষৰে নামঘৰটোত ডবা-শঙ্খ বাজি উঠে। বহুত দিনৰ মূৰত নিজৰ অজ্ঞাতসাৰেই হাত দুখন কপাললৈ উঠে। সকতে আয়ে সন্ধিয়া ডবা বজালে আৰু ন-জোন ওলালে সেৱা কৰিবলৈ শিকোৱা কথা মনত পৰে। পশ্চিমৰ আকাশত দ্বিতীয়াৰ জোনটো দেখা পাওঁ। ন-জোন দেখিলে গোৱা মন্ত্রটো মনে মনে আওৰাওঁ। নামঘৰটোৰ কাষ পাওঁহি। মনিকূটটোৰ পৰা চাকিৰ পোহৰ আহি জয় বিজয়ৰ মূৰ্তি কেইটাৰ ওপৰত পৰিছেহি। নামঘৰটো এতিয়াও একেদৰে আছে। চালত টিংপাত দুখনমান লগাবলৈ বহুত দিনৰ আগতে পঁচা তোলাৰ কথা জানো। কিন্তু আজিও চালখন বগা কৰিব নোৱাৰিলে। অৱশ্যে নিচেই সাধাৰণ ঘটনা।

পিকৌ কাইহঁতৰ ঘৰৰ পদূলি মূৰত ছেৱা গছৰ টুকুৰা কেইটামান মাটিত আধা পোত খাই আছে। বাৰিষা এই ডোখৰত বৰ বোকা হয় গুণে ইয়াত ছেৱা গছৰ টুকুৰা পেলাই দিয়ে—মানুহ অহা-যোৱা কৰিবলৈ। এইটো আগেয়েও কৰে। এইবাৰো কৰিছিল। মাজতে গাঁৱৰ ডেকামখাই গোট খাই নিজেই ভালকৈ বাট পদূলি বান্ধিবলৈ লৈছিল। পিছে সদায় গৰু-ম'হৰ খচকনি পৰা আৰু গৰু গাড়ীৰ চকাই খনা আলি কেনেকৈনো ভাল হ'ব?

ডিম্বৰ দোকান পাওঁহি। নিচেই সৰুৰে পৰা ডিম্ব দোকানীক চিনি পাওঁ। ডিম্ব কাইদেউ বুলি মাতোঁ। গেলামালৰ দোকান এখন। সৰুতে খুব বাদাম আৰু নেমু মিঠাই খাওঁ। তেতিয়া লজেন্স বুলিলে আকৌ চিনি নাপাওঁ। মানুহৰ আগত ডিম্বৰ দোকান বুলি নকৈ ডিম্ব কোম্পানী বুলি কওঁ। গাঁৱৰ দুখীয়া মানুহবোৰক ঠগি সি দোকান চলায়। যদি নগৰত কোনো বস্তুৰ দাম কমে, তেন্তে আগেয়ে বেছি দামত কিনা বস্তু,

সি নগৰৰ কম দামত দিব নোৱাৰে। আকৌ নগৰত বস্তুৰ দাম বাঢ়ি উঠে তেন্তে তাৰ আগতে কম দামত কিনা বস্তুবো দাম উঠে। তাৰ এই ঠগবাজীত কোনেও বাধা নিদিয়ে কিয়নো মানুহে মিঠা তেল পাঁচ তোলা, গুৰ আধাপোৱাৰ নিচিনা বস্তুহে তাৰ দোকানৰ পৰা কিনে। তাকে কেতিয়াবা কালিয়নে পায়—তাৰ লগত ভালে থাকিলে। আৰু আৰু-কালি গধূলি তাৰ দোকানত তাচত বহি কাড়া মলাধপাত ছুচিলিমমানো ছিণ্ডিব পাৰে।

মোমাইদেউহঁতৰ পদূলি মূৰত বুঢ়া আমলখী আৰু বকুলজোপা এতিয়াও আছে। ককাদেউতায়ে ৰোৱা। কেঁচা আমলখীত লোণ সানি খায় আৰু বকুলৰ মালা গঁথা নিচেই সৰু কালৰ ছবি এখন চকুৰ আগত ভাঁহি উঠে। আইতাই কয় বকুল ফুলৰ গোন্ধ পালে চেলা নাহে। বিছনাৰ আঁঠুৱা অঁৰা খুটিত বকুলৰ মালা আঁৰি থওঁ। আৰু শ্ৰীকৃষ্ণৰ ছবিকিখনতো পিন্ধাওঁ। এতিয়াও মোৰ সৰু ভাই কিটাই মালা গাঁথে। সিহঁতে কিন্তু গান্ধীজীৰ আৰু জৱাহৰলালৰ ফটোতহে মালা আঁৰে।

তেতিয়া সন্ধিয়া লাগি ভাগিছে। দ্বিতীয়াৰ ন-জোনটো ডুবিছে।

মোমাইদেউহঁতৰ চ'ৰা ঘৰটোৰ কাষতে ন-ধানৰ ডাঙৰীবোৰ চালি এখনৰ তলত থৈছে। ভিতৰ ফালৰ চোতালত মৰণা ফুৰোৱা গম পাওঁ। মই গৈ পালত মোমাইদেউহঁত বৰ ব্যস্ত হৈ উঠে। তেওঁলোকৰ ব্যস্ততাত আচৰিত হোৱা নাছিলোঁ—তেওঁলোকৰ মৰমৰ কথা মই জানো। মাজু মামাই মুখেৰে খং কৰি কয়, "তোৰ কাণ চিণ্ডিম ৰ।" "বাহিৰ ওলালেই চিঠি-পত্ৰ দিবলৈ পাহৰি যাৱ।" এইবোৰ ডাবি ধমকিৰ উত্তৰ হাঁহি এটাৰ বাহিৰে দিবলৈ নাই। দোষৰ পৰা হাত এৰাবৰ উপায় নাই, গালি শপনিৰ পৰা সাৰিবৰ উপায়ো নাই।

মামীহঁত বৰ ব্যস্ত হৈ পৰে। সকবে পৰা পোৱা ডাঙৰ মামী হুজনীয়ে নিজৰ ল'ৰা-ছোৱালীৰ নিচিনাকৈ, সৰু ল'ৰাৰ নিচিনাকৈ মৰম কৰে। বিহু পাৰ হৈ যোৱা দিন চেৰেক হ'লেও মামীহঁতৰ আখলত পিঠাপনা আছিল। আইদেউতাই ক'ৰবাৰ পৰা পিঠা গুড়িৰ ঘট এটাৰ

মাজৰ পৰা পকা মিঠৈ কেইটামান আনি দি কয়, "তই আহিবি বুলিয়েই এই কেইটা আঁতৰাই থৈছিলো।"

বিহুৰে পূজাই মই মোমাইদেউহঁতৰ ঘৰলৈ প্ৰায়েই আহোঁ। মোমাইদেউ মৰণা ফুৰোৱাৰ ওচৰত আছিল। কণ ককায়ে ওখোন দিছিল। মোমাইদেৱে ধান সৰিলেনে নাই চাইছিল।

এইখন চোতালতে তাহানিখন মই সকতে, মৰণা মাৰো। মৰণা ফুৰোৱাটো মোৰ কাৰণে এটা চখৰ কাম আছিল। অলপ সুযোগ পালেই ময়ো এচাৰিডাল লৈ গৰু খেদাবলৈ লাগি যাওঁ। মৰণাৰ কাষতে ধপাত খাই বহি থকা ককাদেউতাই বাধা দিয়ে, ক'ৰবাত গৰুৱে লাথি মাৰে বুলি বা মূৰ ঘূৰাই বুলি। আইতাই দেখিলে চেক্‌চেকাই উঠে—ক'ৰবাত খেৰে ভৰি কাটি ঘা লগাই বুলি। মোমাইদেউহঁতে পিচে হাক নিদিয়ে-- কয় ল'ৰাই সকলো কামকে কৰিবলৈ শিকিব লাগে।

মনটো কিবা ভাল নালাগে। অকণমান ওলাই যাওঁ বুলি অখিলহঁতৰ ঘৰলৈ ওলাই গ'লো। অখিল মোৰ পঢ়াশলীয়া জীৱনৰ বন্ধুৱেই অকল নহয়—পাঠশালা স্কুলত পঢ়াৰ পৰা কলেজলৈকে একেলগে পঢ়াৰ পাছত বৰ্তমান কৰ্তব্যৰ দায়ত লগ এৰাএৰি হ'লেও মৰমৰ এঠা এৰোৱা নাই। সেই কাৰণে আহি পায়েই তাৰ ওচৰলৈকে ওলালোঁ। ভিম্বৰ দোকানত তেতিয়া তাচৰ আড্ডা বহিছিল।

মোৰ আগে আগে কোনোবা এটাই বিড়ি এটা হুপি হুপি গৈ আছে। ফালৰি কাটি আগবাঢ়ি যাওঁতেই মাত লগালে, "কোন সেয়া আলোক মইনা নে কি? কেতিয়া আহিলা? কেনিনো ওলালা এতিয়া?" চিনি পালো, খেতেক ককাইদেউ। কলোঁ, "আজিয়েই আহিলো, এই অখিলৰ ওচৰৰ পৰা আহোগৈ।" তাৰ পাছত দুআষাৰ ভাল বেয়া কথা।

অখিলৈ তাৰ কোঠাত ভতিজাকক নেওঁতা পঢ়ুৱাই আছিল। মোক দেখি সি অলপ আচৰিত হোৱা যেনেই লাগিল। শালমইনাৰ দাগেৰে ভৰা তাৰ মুখখন বহুত খীণালে—হন্নু ওলাই পৰিছে। প্ৰাণহীন হাঁহি

এটাৰে সি মোক বহিবলৈ ক'লে—ওচৰৰে টিনৰ চকীখনত। বৰ চেঁচা লাগিছিল। ভতিজাক নিখিলে মাক আৰু বুঢ়ীমাকৰ আগত মোৰ কথা ক'বলৈ উঠি গ'ল। তাৰ কথা সুধিবলৈ মোৰ সাহ নহ'ল। মোৰ খবৰ-বাতৰি সোধাৰ পাছত সি নিজে আৰম্ভ কৰিলে তাৰ দিনবোৰৰ কথা। মাজে মাজে তাৰ সেই বেদনাকাতৰ হাঁহিকিটা।

কলেজৰ পৰা আহি বেকাৰ হৈ বহি থকা কথা জানোৱেই। পিছলৈ ওচৰৰে মাইনৰ স্কুলখনত মাষ্টৰী কৰিবলৈ ল'লে—পঞ্চাশ টকা দৰমহাত। নগৰৰ মানুহ হ'লে একোৱেই নহয়, পঞ্চাশ টকাৰে। গাঁৱত সিহঁতৰ খেতি-বাতি আছিল কাৰণে আৰু ককায়েকে জাহাজঘাটত কেৰাণীৰ কাম কৰে বুলিয়েই মূৰৰ বিষটো নোহোৱাকৈ খাই থাকিব পাৰিছিল। ককায়েকে পিছে তাক পঢ়ুৱাওঁতে কৰা ধাৰখিনি মাৰিবকে নোৱাৰা হ'ল। বেচেৰা ককায়েকটোৱে ভাবিছিল ভায়েকে কলেজীয়া পঢ়া শেষ কৰি আহি কাম বন কৰি ধাৰ কেইশ মাৰিব। পিছত যেতিয়া ভায়েকৰ বিদ্যা বুদ্ধিৰে নিজৰ ভাত মুঠিকে মোকোলাব নোৱাৰা দেখিলে তেতিয়া অৱশ্যে তেওঁ হতাশ হৈ'ছল। তাৰ পিছত যেতিয়া একে মাহৰ ভিতৰতে মাক-বাপেক দুয়ো অগাপিচাকৈ ঢুকাল, তেওঁলোকৰ মুখৰ ছাই গুচাওঁতে হোৱা ধাৰে সিহঁতক বিপদৰ আঠাই সাগৰত পেলালে।

নিৰুপায় হৈ অখিলে সিহঁতৰ গাঁৱৰে ক'অপাৰেটিভ ষ্টোৰৰ মেনেজাৰৰ কামত সোমাল। কেইটকামান ৰূপ অন্ততঃ সৰহকৈ পোৱাৰ আশাত। দুৰ্ভাগ্যক্ৰমে এদিন ৰাতি চোৰ সোমাই বস্তুৰে-বেহানিয়ে-টকাই-সিকাই সোপাকে নিলে। দোষ পৰিলেগৈ অখিলৰ ওপৰত। মোকৰ্দমাত হোৱা খৰচে জুকলা ঘৰখনৰ অৱস্থা আৰু শোচনীয় কৰি তুলিলে। সি মোলৈ এইবোৰ কথা লিখা নাছিল।

*           *           *

"আত্মহত্যা ক'ৰিব পৰা নাই যদিও আধা পগলাই হৈছো।" সেই হাঁহিটোৰে সি ক'লে। তাৰ চকুৰ কোণ কেইটা লেমৰ অস্পষ্ট পোহৰতো

সেমেকি উঠা দেখিছিলো। বুকুখন বৰ গধুৰ যেন লাগিছিল। ওলাই আহিব খোজা হুমুনিয়াটোক বাধা দিব নোৱাৰিলো।

অখিলৰ মাক আৰু নবৌয়েকক মাত লগাবলৈ বান্ধনি ঘৰলৈ সোমাই যাওঁ। নিখিলে তেতিয়া জুহালৰ কাষত পীৰা এখন পাৰি শুই পৰিছে।

বাহিৰলৈ ওলাওঁতে নিশা ভালেখিনি হৈছিল।

ভাত খাই উঠি জুহালৰ ওচৰত মোমাইদেউহঁতৰ লগত অলপ কথা পাতি ভাগৰ লাগিছে বুলি শুবলৈ গ'লো। ভাগৰ খুব লাগিছিল সঁচা। পিচে পাটীত পৰিলতে ল'ৰালি কালৰ পৰা আদি কৰি লেথেৰি নিছিগা ভাবৰোৰে জুমুৰি দি ধৰিলে। টোপনি কেনিবা গ'ল।

আইনাৰ খিড়িকি খনেদি তামোল গছৰ ফাকে ফাকে দূৰৈৰ আকাশ খন তৰাবোৰেৰে সৈতে দেখো। ওচৰতে চালিখনৰ তলত ন-ধানৰ ডাঙৰীবোৰ। আধা কেঁচা মুঠিবোৰৰ পৰা কিবা এটা পুৰণি চিনাকি গোন্ধে মনটো মোৰ উম্মনা কৰি তোলে। এই কোঠাটোতে মই আগেয়ে থাকো। প্ৰতিটো মাৰলি, খুটা আৰু খুটাত থকা গজাল মোৰ চিনাকি। সেই ধানৰ গোন্ধটোও মোৰ চিনাকি! আগেয়ে কেতিয়াবা মোমাইদেউহঁত ঘৰত নাথাকিলে ময়ে পথাৰত ডাঙৰী লবলৈ যাওঁ। লগতে অখিলক লৈ যাওঁ—সদায়েই। পথাৰৰ কাষৰে কঠিয়াতলীত বোৱা মাটিমাহ একোচা তুলি লৈ কেঁচা মাহৰ চিৰা চোবাই চোবাই তুপৰীয়া ৰ'দত বহি থাকো— দুয়োটাই কিবাকিবি লাগবান্ধ নোহোৱা কথা কিছুমান পাতি। কাষতে দাৱনী কিজনীয়ে ৰ'দত ৰঙা পৰি কুজা হৈ ধান দাই থাকে। গাভৰু দাৱনী থাকিলে আমাৰ পিনে কেৰেহা-কেৰেহিকৈ চায়। মনটো ভাল লাগে—সিহঁতৰ ৰঙা মুখকিখন আৰু বেকা চাৱনিকিটা মোহনীয়া। সিহঁতে চাগৈ আমাকে বহুত জনা শুনা মানুহ বুলি ভাবে নহয়।

অখিলটোৰ কথা মনত পৰে। ইমান বছৰ একেলগে থাকিলো তথাপি তাৰ ধাতু মই বুজিব নোৱাৰিলো। স্কুলত পঢ়াৰে পৰা সি কিবা এক প্ৰকাৰ—ভীষণ বাস্তৱবাদী। কিন্তু আদৰ্শবাদীও। আদৰ্শৰ সপোন সি নেদেখে। বাস্তৱৰ ভেটিত তাৰ আদৰ্শ প্ৰতিষ্ঠিত কৰিব খোজে সি।

আনকি গল্প উপন্যাসতো অস্বাভাৱিক কিবা ঘটনা পালে ভাল নাপায়। কোনোবাই বৰ বৰ আদর্শমূলক, উপদেশমূলক বক্তৃতা জাবিলে সি প্রতিবাদেই কৰে। মেধাৱী ছাত্রই সি আছিল। কলেজত পঢ়িবলৈ বুলি গুৱাহাটীলৈ গৈ সি তাৰ প্রতিভা বিকাশৰ বাবে এখন উপযোগী সমাজ পাইছিল। সকৰে পৰা কষ্টত উঠা ল'ৰা সি। মানুহৰ জীৱনৰ সুঁতি বদলাব পৰা প্রায় সকলোবোৰ ঘটনাৰ বিষয়ে সি সজাগ আছিল। তাৰ 'ৰুমমেট' হৈ মই তাৰ কিছুমান স্বভাৱৰ বিষয়ে জানিবলৈ সুবিধা পাইছিলোঁ। তথাপি মই যেন আজিও তাক চিনিব নোৱাৰিলো।

কলেজৰ সকলোবোৰ অনুষ্ঠানতে সি আগভাগ লয়। পৰীক্ষাত একৰকম ভালেই কৰে। সি কয় পৰীক্ষাত পাছ কৰাৰ বাহিৰেও তাৰ কৰিবলগীয়া কাম আৰু আছে। কিছুমানে আকৌ তাৰ সেই কথাবাৰ শুনিলে ফিচিঙা ফিচিঙ্ কৰে। সিহঁতে ভাবে অখিলে বাম পঢ়ন দিলেও একো কৰিব নোৱাৰে। আমাৰ কেইটাৰ বিশ্বাস আছিল সি অলপ পঢ়িলেই ভাল কৰিব পাৰিব। পিচে সি নপঢ়ে। সি অলপ বেছিকৈ ভাৱ-প্রৱণ আছিল।

সি বিজ্ঞানৰ ছাত্র আছিল। তাৰ লগত ফুৰিলে আন কথাৰ মাজতে সি চকুৰ আগত দেখা সাধাৰণ ঘটনাবোৰো বৈজ্ঞানিক যুক্তিৰে বুজায়। ভাল লাগে—আমনিও লাগে কেতিয়াবা তাৰ সেই কথাবোৰ শুনি। ৰাটাৰ ৰাৰ্কসৰ পৰা কোনোবা সন্ধিয়া পাণ্ডুৰ ব্ৰেটত টিমিক ঢামাককৈ জ্বলা লাইটবোৰ দেখি সি পোহৰৰ প্রতিসৰণৰ বিষয়ে ক'বলৈ লাগি যাব— কেনেকৈ সুকীয়া ঘনত্বৰ বায়ুস্তৰৰ মাধ্যমেদি অহা কাৰণে পোহৰটো এঁকা বেকা হৈ আমাৰ চকুত পৰি টিমিক্ ঢামাক্ কৰি থকা যেন লাগে। আকৌ হয়তো কোনোবাদিনা ৰাতিপুৱা ফুৰিবলৈ যাওঁতে নৱগ্রহৰ পাহাৰটোৰ সিমূৰে আকাশখন ৰঙা হৈ উঠা দেখিলে সি সুধিব—"বাৰু ক' চোন পোহৰতো ৰঙা নহয়, আকাশখন ৰঙা হৈছে কিয়?" খং উঠি যায়। কওঁ, "এই ধুনীয়া পুৱাটোৰ আকাশখনত ৰঙা মেঘৰ চপৰাবোৰৰ লৰা-ধপৰাবোৰ মই কেঁচুৱা ল'ৰাই ৰঙাফুল চোৱাদিয়ে চাব খোজো। তই

তাৰ সৌন্দৰ্যখিনি নষ্ট কৰিব নালাগে।" সি তেতিয়া মোৰ কথালৈ কাণ নকৰিয়েই কৈ যায়—ৰাতিপুৱাৰ বেলিটোৰ পোহৰখিনি কেনেকৈ বায়ুস্তৰৰ মাজেদি হেলনীয়াকৈ আহোঁতে তাত থকা, পোহৰৰ সৰু ডাঙৰ ঢৌবোৰৰ বাবে ৰঙা হৈ উঠে, ইত্যাদি। সকলোবোৰ বুজি নাপাওঁ কিন্তু শলাগ লৈ যাওঁ। কিবা এটা বুজি নোপোৱা যেন পালেই সি উৎসাহেৰে বুজাবলৈ লাগি যায়। সেই কাৰণে মই সকলোবোৰেই বুজোঁ। সি বুজাই থাকোঁতেই ৰঙামেঘখিনি কেনিবা লুকায়।

তাৰ পাছত জীৱনৰ সেই ঘটনাটো। মই অৱশ্যে সেইটো এটা সাধাৰণ ঘটনা বুলিয়েই বুজাব খুজিছিলো। সি নুবুজিলে। তাৰ জীৱনৰ প্ৰকট ব্যৰ্থতা বুলিয়েই সেই ঘটনাটোক অভিহিত কৰিছিল সি। বেয়াও লাগে তাৰ কথাবাৰ্তাবোৰ দেখি।

আমি সেই সময়ত মানে সি আৰু মই, তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়োতে। তেতিয়াই সেই ঘটনাটো ঘটিছিল। সি মোক এদিন সন্ধিয়া ৰাটাৰ বাঁৰ্কসৰ তলৰ শিলত বহি ঘটনাটো কৈছিল। আজিও মনত পৰে সেই কথাখিনি—অখিলৰ কথা মনলৈ আহিলে। সমুখত ব্ৰহ্মপুত্ৰ। তাৰ সিপাৰে পাহাৰকেইটা, সন্ধিয়াৰ পাতল কুঁৱলী আৰু ম্লান পোহৰত ধূসৰ দেখা গৈছিল। আৰু তাৰেই কাষত সেইখন শৰাইঘাট। বহুত নজনা বীৰৰ হাড় তাৰ মাটিত লীন হৈ আছে—অখিলৰ বুকত গুমৰি থকা অপ্ৰকাশিত বেদনাখিনিৰ দৰেই। মাজে মাজে একোটা হুমুনিয়া এৰি সি কৈছিল। ডিচেম্বৰৰ কোনোবা এটা তাৰিখে—তাৰিখটো তাৰ মনত আছে। বে'ল পৰাৰ পিছত প্ৰিন্সিপেলৰ ৰুমৰ কাষত বৰ ঠেলা হেঁচা হৈছিল। সি একাষৰীয়া হৈ প্ৰথম বাৰ্ষিকৰ ল'ৰাবোৰৰ ঠেলা-হেঁচা খিনি চাই আছিল। হঠাতে চকু ঘূৰাই সি দেখিলে সেই ছোৱালীজনী —নীলা ব্লাউজটোৰে। তাৰ পিনেই চাই আছিল। তৎক্ষণাৎ সি চকু ঘূৰাই ল'লে। সেই ছোৱালীজনীৰ চাৱনিটো তাৰ খুব ভাল লাগিছিল। তাইক দেখিলে তাৰ ভাল লাগিছিল। তায়ো হেনো তাৰ পিনে চায়,

চুৰকৈ। আৰু তৎক্ষণাত চকু আঁতৰাই নিয়ে। ছোৱালীজনীৰ নাম শিখা কাকতি, প্ৰথম বাৰ্ষিকৰ ছাত্ৰী।

তাৰ অন্তৰত বা-মাৰলী উঠিল। সি প্ৰথম দৰ্শনত প্ৰণয়, ভাল-পোৱাৰ বাবেই ভালপোৱা ইত্যাদি কথাবোৰত বিশ্বাস কৰিছিল। সেইদিনা বুজিলো সি সঁচাকৈয়ে ভাল প্ৰেৰণ।

তাৰ পাছত সি আৰু এখোজ আগবাঢ়িল। সি এখন চিঠি দিলে নাম নিদিয়াকৈ। সি বিশেষ একো কথা হেনো লিখা নাছিল। মাথোন সি লিখিছিল যদি মানুহৰ ভালপোৱা বিফলে নাযায় বোলা কথাষাৰ সত্য, তেন্তে তাৰ ভালপোৱাৰো নিশ্চয় মূল্য আছে। আৰু যদি জগতত পৰাণে পৰাণৰ মোল বুজে তেন্তে তেওঁৰো প্ৰাণে তাৰ প্ৰাণৰ কাৰণে আকুলি বিকুলি কান্দিব। সি হেনো আৰু লিখিছিল যে জীৱনত মানুহে ভুলৰ পিৰামিডকেই সাজে। সি তাৰ অন্তৰৰ কথাখিনি প্ৰকাশ নকৰিলে ভুল হ'ব বুলি ভাবিয়েই চিঠিখন লিখিলে। কিন্তু সি হেনো নিজেই নাজানে যদি সি সেই ভুল শুধৰাবলৈ বুলি চিঠিখন লিখি এটা আৰু ডাঙৰ ভুল কামেই কৰিছিল। সি সেই নীলা ব্লাউজটোৱে তাইক ধুনীয়া দেখাৰ কথাও লিখিলে।

তাৰ পাছত একো নাই। পিচে তাৰ সেই নীৰৱ ভালপোৱাৰ কথা লগৰ ছোৱালীবোৰে কেনেবাকৈ জানিলে। মই অনুমান কৰিছিলোঁ যে তাৰ সেই চাৰনিবোৰৰ পৰাই সিহঁতে কথাটো ধৰিব পাৰিছিল।

এদিন আবেলি ফুৰোঁতে দীঘলীপুখুৰীৰ পাৰতে শিখাই তাক লগ পাই চিঠিখনৰ কথা সুধিলে। সি স্বীকাৰ কৰিলে—দিয়া বুলি। প্ৰথমতে সি ভাবিছিল যে তাৰ আন্তৰিক ভালপোৱাৰ পৰিণাম স্বৰূপেই হয়তো শিখাৰ অন্তৰতো আলোড়নৰ সৃষ্টি হৈছিল। আৰু সেই কাৰণেই শিখাই আগবাঢ়ি তাৰ লগত চিনাকি হৈছে বুলি সি ধৰিছিল। পিছত যেতিয়া শিখাই তাক ভুল বুজি কটু কথা শুনাবলৈ লাগিল তেতিয়া তাৰ ভৰিৰ তলৰ পৰা পৃথিৱীখন বহুত দূৰলৈ আতৰি যোৱা যেন লাগিল। তাৰ মনৰ কথাবোৰো ফুটাই বুজাই ক'ব নোৱাৰিলে।

তাক সান্ত্বনা দিবলৈ মোৰ ভাষা নাছিল। হুমুনিয়া এটা এৰি দি সি কয়,—"বুজিছ আলোক, মোৰ জীৱনৰ বসন্ত কালত কোনোবা এটা মনোৰম পুৱাত ধুনীয়া পখিলা এজনী মোৰ কাষে কাষে উৰিছিল। খুব ভাল লাগিছিল অলপ পৰ সঙ্গ ল'বাৰ দৰে পাছে পাছে লৰিছিলো। পিছে সেই মৰমৰ পখিলা জনী মোৰ কাষৰ পৰা কেনিবা আঁতৰি উৰি গুচি গ'ল। আজিও মনত পৰে। পখিলাজনী মোৰ কাষলৈ আৰু উৰি নাচি নাচি নাহিল।"

মই বুজিছিলো তাৰ ভালপোৱা কিমান গভীৰ আছিল। তেতিয়া আন্ধাৰ হৈছিল। নৈৰ পানীখিনিৰ কলীয়া সোঁতটোত আকাশী তৰাৰ জিলিমিলনি উঠিছিল।

তাৰ পিছত পৰীক্ষা দি ঘৰলৈ উভটিলোঁ। সি নাম কৰিয়েই বি. এচ. চি. পাছ কৰিলে। তাৰ সেই কৃতকাৰ্যতা আৰু জ্ঞানৰ মূল্য নিৰূপিত হ'ল— ক'অপাৰেটিভ ষ্টোৰ্চৰ মেনেজাৰৰ সত্তৰ টকা ৰূপেৰে।

তাৰ পিছতো কেইবা বছৰ বাগৰি গৈছে। মোৰ ভাইটোৱে অনা 'কটনিয়ান' খনত এদিন দেখিলো—শিখা কাকতিৰ এটা গল্প। সুকুমাৰ কলা প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পাইছে। গল্পটো অখিল আৰু তাইক নিজকে লৈ লিখিছে। অখিলক ছুআবাৰ শুনোৱাৰ কথা লিখি গৌৰৱো কৰিছে। খং উঠিছিলনে তাইলৈ পুতৌ লাগিছিল ঠিক অনুমান কৰিব নোৱাৰিলোঁ। কিন্তু অখিলটোলৈ মনত পৰি বেজাৰ লাগিছিল। শিখাজনীৰ কথা অখিলে আজিও ভাবে। আৰু শিখাই অখিলৰ ব্যৰ্থতাৰ কাহিনী লিখি প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পায়। শিখাই নিজৰ কথাৰেই কিয় গল্পটো লিখিলে বুজি নাপালো। কোনোবা এজনে লিখিছিল বোলে নিজৰ কথাবোৰ আনৰ বুলি আৰু নিজৰ ঘটনাবোৰকে আনৰ জীৱনত ঘটা বুলি লিখি দিলেই গল্প হয়। শিখাই বোধহয় তাকেই কৰিলে। অখিলে শিখাক এতিয়াও ভাল পায়।

* * *

সি মোলৈ লিখিছিল :

"মৰমৰ আলোক,

বহুত দিনৰ মূৰত চিঠিখন পাই চাগৈ মৰা নাই বুলি জানিছ। পুৰণা কথাবোৰ ভাবিবলৈ বৰ কম সময়হে পাওঁ আজিকালি। পুৰণা বন্ধুবোৰৰ কথা তাহানিখন কেমিষ্ট্ৰিৰ ফৰমুলাবোৰ পাহৰাদিয়েই পাহৰি গৈছো। কিন্তু তোৰ কথাটো চালফিউৰিক এচিডৰ ফৰমুলাটোৰ দৰেই মনত থাকে আৰু থাকিব। কাৰণ কেমিষ্ট্ৰিৰ চালফিউৰিক এচিডৰ দৰেই তই মোৰ জীৱনৰ এটা অপৰিহাৰ্য অংশ। মোৰ বহুত কথাইতো তই জান।

নবৌৱে বিয়া কৰাবলৈ ধৰিছে। অকলেই থাকি আৰু কাম কৰি হেনো বৰ টান পাইছে। তইতো জানই এটা পেটৰ কথা ভাবোঁতেই তপা হৈছোঁ আৰু দুটা পেটৰ কথা। মাইকী মানুহবোৰে বৰ ওপৰে ওপৰে চায়।

অলে অলে হেনো নবৌৱে ছোৱালীও চাই থৈছে। মোক কৈছিল। ছোৱালীজনী মই অৱশ্যে আগতে দেখিছিলোঁ। দেখাই শুনাই ভাল, বোৱাকটাতো আছে। বিয়া কৰোৱা হয়তো মানুহৰ প্ৰয়োজনীয়। পিছে প্ৰয়োজনৰ খাতিৰত মোৰ সুমথিৰা টেঙাৰ 'চি ভিটামিন টেবলেট্' খোৱাটো স্বভাৱ বিৰুদ্ধ। আৰু সেই কাৰণেই স্পষ্টকৈ কৈ দিছো—বিয়া নকৰাওঁ বুলি।

ককাইদেউৰ কথা নাজানো—নবৌজনীয়ে কিন্তু ভবা নাছিল মই তেওঁৰ ইমান অবাধ্য হ'ম বুলি। মোক বৰ বেয়া পাইছে। ময়ো বেজাৰ পাইছোঁ। কিনো কৰিম বাৰু। মৰম লবি। ভালেই আছ নিশ্চয়। উত্তৰ দিবি। তোৰ পৰামৰ্শও লাগে!"

তোৰ—
অখিল
দিচৈৰ কাষ
১৭।৫।৪৪

তাৰ পিছত আজিলৈকে সি বিয়া কৰোৱা নাই। নকৰাৰ বোধহয়। টোপনি আৰু নহা হ'ল। কোনোবা এটাই বহুত পৰৰ আগতে মইৰ শিশুৰ পেঁপা এটা বজাইছিল। এতিয়া মানে চাগে শুই নিঃপালি দিছে। মাথোন মই মোৰ ভাববোৰ, আৰু খিড়িকিৰ আইনাইদি দেখা সেই ভৰা কেইটি ঢিমিক-ঢামাককৈ জিলিকি আছে। পোহৰৰ প্ৰতিসৰণ?

ওচৰৰ ঠেৰেজু জোপাৰ পৰা নিয়ঁৰৰ টোপালবোৰ টপ-টপকৈ মাটিত সৰি পৰে। চোতালৰ মূৰৰ পাৰৰ বাহকেইটাত পাৰই কণ দিয়ে। ধানৰ ডাঙৰীৰ কেঁচা মুঠিবোৰৰ পৰা তেতিয়াও গোন্ধটো আহি আছিল।





অসমৰ বিভিন্ন ঠাইৰ পৰা যিবোৰ ল'ৰা-ছোৱালী কটন কলেজত পঢ়িবলৈ আহে তেওঁলোকে বিচিত্ৰ স্থানীয় অভিজ্ঞতাৰ স্মৃতি বহন কৰি আনে। চাহৰ দেশ অসমত আটাইতকৈ বেছি চাহ-বাগিছা আছে ডিব্ৰুগড় জিলাত। গতিকে এই কথা একো আচৰিত নহয় যে ডিব্ৰুগড়ৰ ল'ৰা হৰেণ ৰাজকোঁৱৰে চাহ-বাগিছাৰ পটভূমিত গল্প লিখিব। কিন্তু তেওঁ কেৱল দূৰৰ পৰা বা ওপৰে ওপৰে চাই চাহ-বাগিছাৰ বনুৱাৰ জীৱনৰ বিষয়ে গল্প লেখা নাই। চাহ-বাগিছাৰ মানুহ, প্ৰকৃতি আৰু জীৱন-ধাৰাৰ লগত যে তেওঁৰ নিবিড় পৰিচয় আছে, গল্পটোৰ খুটিনাটি বৰ্ণনা আৰু চৰিত্ৰ-চিত্ৰনেই সেই কথা প্ৰমাণ কৰে।

হৰেণ ৰাজকোঁৱৰ

# চাহনিৰ স্মৃতি

……কলঘৰত সাতবজাৰ উকি পৰে। একমুহূৰ্তও পলম নকৰি বলোৰাম চকীদাৰে পাতঘৰটোৰ ওপৰ তলালৈ গৈ তাৰ সেই চিৰ পৰিচিত কাঁহখনত কোব দিয়ে। মূৰত পাগুৰি মাৰি হাতত বেতডাল লৈ জুপুৰিটোৰ পৰা বুঢ়া চৰ্দাৰটো ওলাই আহে। বস্তিৰ ফালে মুখখন কৰি ডাঙৰকৈ চিঞৰ এটা মাৰি পঠিয়ায়। কাষৰ বাঁহনিখনত ঠেকা খাই মাতটো উলটি আহে। গাঁওখন ৰজনজনাই যায়।

মুহূৰ্তৰ ভিতৰতে বাগানত ব্যস্ততা আহি পৰে। শুকান পৃথিৱীত খন্তেকৰ বাবে হ'লেও শান্তিৰ পৰশ পোৱা মানুহবোৰৰ উম ভাগে। কাঁহৰ শব্দই, চৰ্দাৰৰ চিঞৰে সিহঁতৰ বৃত্তিটোৰ কথা সোঁৱৰাই দিয়ে। প্ৰত্যেকেই নিজৰ সঁজুলি লৈ ওলাই আহে—দিনটোৰ হাড়ভগা খাটনিৰ বাবে।

সূৰ্যৰ কোমল আভাত পুব আকাশখন ধুনীয়া হৈ উঠে। "এৰা, আজি পাত তোলাৰেই বতৰ।" সিহঁতৰ মাজত কোনোবাই কোৱামেলা কৰে। শাৰীপাতি বস্তিৰ পৰা মানুহবোৰ ওলাই আহে—ল'ৰা, বুঢ়া, ডেকা, জীয়ৰী সকলোবোৰ। ভমকাফুলীয়া দীঘল পতাৰ শাৰী পিন্ধি গা-নচুৱাই অহা জীয়ৰীবোৰ—উন্মাদ বাসনা সিহঁতৰ অন্তৰত। ভাল



চোলা পিন্ধি মূৰত গামোচা মাৰি, ধুনীয়াকৈ সেউতা ফালি, কিবিলি পাৰি অহা ডেকাবোৰ। ভৰিত পিতলৰ গধুৰ অলঙ্কাৰ, ককালত ক'লা মাকিনৰ মেখেলা, গাত সস্তীয়া চোলা পিন্ধি গাল-মুখ সোমোৱা শুকান দেহাৰে যাওঁ নাযাওঁকৈ অহা বুঢ়ীবোৰ...যৌৱনে গচকি যোৱা সিহঁতৰ দেহা। · মূৰত পাগুৰি মাৰি, গাত নিলামী কোট পিন্ধি, মুখত তামোল এমোকোৰা চোবাই অহা আদহীয়া আৰু বুঢ়াবোৰ...। জীৱনৰ লগত যুঁজ কৰি অহা মানুহ সিহঁত। শাৰী-পাতি ধুনীয়া চাহনিখনৰ মাজলৈ গৈ থাকে।...ল'ৰা, বুঢ়া, ডেকা, জীয়ৰী, সকলোবোৰ। কৰ্তব্যৰ আহ্বান। মূৰত টুকুৰি, হাতত কোৰ কটাৰী সিহঁতৰ জীৱনৰ সঁজুলিবোৰ। সিহঁত গৈ থাকে।

লাইনৰ কাষতে মেনেজাৰৰ ওখ ধুনীয়া বঙলাটো। কাষেদি চাহনিৰ মাজেদি যোৱা ঠেক আলিটো ষ্টেচনটোৰ ওচৰত শেষ হৈছেগৈ। ৰব বেছি দীঘল নহয়; · বঙলাৰ পৰা আলিটোৰ শেষ সীমালৈকে মনিব পাৰি। ইজি চেয়াৰখনত বহি মেনেজাৰে বনুৱাৰ শাৰীটোলৈ চাই পঠিয়ায়।...ধুনীয়া বাগিছাখন আৰু এই মানুহবোৰ; তাৰেই তেওঁ মেনেজাৰ। চিগাৰেটৰ ধোঁৱাখিনি এৰি দি মেনেজাৰে হয়তো ভাবে। মেনেজাৰৰ গৰ্ব হয়। ধুনীয়া চাহনিৰ মাজলৈ সিহঁত গৈ থাকে। .....

বস্তিৰ ২০ নম্বৰৰ ঘৰটোৰপৰা যমুনা আৰু কান্দু ওলাই আহে। সন্মুখত মুকলি আকাশখন।

বহুতো কথাই কান্দুৰ মনলৈ আহে। যমুনাক এবাৰ সি ভালদৰে চাই লয়। এইজনীয়েই তাৰ তিৰোতা। মূৰত টুকুৰি লৈ গহীন গম্ভীৰ হৈ গৈ আছে। শান্ত-মূৰ্তিৰ মানুহজনী। কোমল চুলিটাৰি, মৰমলগা মুখখন, নিপোটল হাতভৰিবোৰ। তাইৰ সেই উঠঙ্গা বুকুখন ঢাকি ৰখা চোলাটোৱে যেন তাইৰ দেহৰ সৌন্দৰ্য আৰু বঢ়াইছে। সঁচাকৈয়ে তাৰ মানুহজনী ধুনীয়া। সি তাৰ বস্তিত এইবাৰ বিয়া কৰি অনা বহুতো তিৰোতা দেখিছে। কিন্তু কোনোজনীয়েইতো যমুনাৰ সমান ধুনীয়া নহয়? তাৰোপৰি যমুনাই সকলো কামকে জানে। তাই বোৱা তোলা

কৰিব পাৰে, ধান কাটিব পাৰে আৰু লাওপানী কৰিবও জানে। এদিন আকৌ তাই, কান্দুক কৈছিল তাই হেনো ঝুমুৰ নাচো দিব পাৰে। সঁচাকৈয়ে যমুনা কামিলা তিৰোতা। তেনেহ'লে সি এজনী ধুনীয়া তিৰোতাৰ গিৰিয়েক—ভাবি ভাবি তাৰ ভাল লাগে। ধুনীয়া চাহনিখনৰ মাজলৈ সিহঁত গৈ থাকে।

গৈ গৈ সি অফিচৰ সন্মুখ পায়গে। বাগানৰ ব্যস্ততা আহি পৰে। কলঘৰত ঘৰং ঘৰং শব্দ হয়। অফিচৰ মহৰি কেৰেণীৰ কলম চলে। পাতঘৰত শুকান পাতৰ শব্দ উঠে।—কামজাৰি বাবুটো সিহঁতৰ আগেদিয়েই পাৰ হৈ যায়। কামজাৰি বাবুক সি ভালদৰে চিনি পায়। ডেকা মানুহ—চাৰি পাঁচ বছৰ হৈছে কাম কৰা। আগতে সি বাগানৰে স্কুলখনৰ মাষ্টৰ আছিল। এতিয়া কামজাৰিৰ বাবু হৈছে। বাগানৰ বাবু কেইটাৰ ভিতৰত সিয়েই আটাইতকৈ ভাল বাবু। তাহাঁতৰ লগত কেতিয়াবা ধেমালি কৰে। বৰবাবু সিটো বৰ কাঢ়া। অলপ কথা পাতিলেই বৰ বাগ কৰে। সৰু সৰু 'চোকোৰা'-বোৰক কেতিয়াবা টিক্‌টিকি দিয়ে। মাইকী বাবুটোৰো ঠিক নহয়—'তলপ'ৰ দিনা দিগ্‌দাৰি কৰে। ডাক্তৰ বাবুতো একেবাৰেই খাবাপ। বেমাৰ বুলিলে খুব গালি পাৰে। বেমাৰীবোৰো ভালদৰে নাচায়, খুব পইচা খায়। কলিং বাবুৱে আকৌ গাভৰু ছোৱালীবোৰৰ লগত চুপতি মাৰে। কামজাৰি বাবুটোৱেই আটাইতকৈ ভাল, দিগ্‌দাৰি নকৰে।···জীৱনৰ লগত পৰিচয় থকা বাগানৰ বাবু· কেইটাৰ আচাৰ-ব্যৱহাৰ খন্তেকৰ বাবে হ'লেও তাৰ চকুৰ আগত ভাঁহি উঠে। সিহঁতে আঠ নম্বৰ লাইন পায়হি। ···তাতে মানুহবোৰ দুভাগ হৈ গৈছে। মাইকীবোৰ আঠ নম্বৰলৈ, মতাবোৰ বাৰ নম্বৰলৈ।

ধুনীয়া চাহনিৰ মাজত সিহঁত সোমাই পৰে। চাহগছৰ গুৰি চিকুণাই চিকুণাই কান্দুৱে যমুনাজনীৰ কথাকে ভাবে। তাৰ মানুহজনী সঁচাকৈয়ে ধুনীয়া। তাই আকৌ ঝুমুৰ নাচো দিব পাৰে। এইবাৰ পৰবত ভাল হ'ব। তাই ভালদৰে নাচিলে মানুহবোৰে তাক ভাল

পাৰ, যমুনাকো প্ৰশংসা কৰিব। এৰা, এইবাৰ পৰবৰ আগতে তাৰ ঘৰটোও ভাল কৰিব লাগিব। অলপতে তাৰ শহুৰ-শাহুও আহিব। 'শালা' কেইটাও আহিব নহয়? কেইকলহমান লাওপানী থব লাগিব। নতুন মিত্ৰিৰ কথা। দুই এটা অইন মানুহো আহিব পাৰে,—"চল তোৰ নতুন জামাইৰ ঘৰে",—চৰ্দাৰ মানুহৰ কথা, অইন মানুহো আহিব পাৰে।

"এই কান্দু, তোৰ মাইকীটা কি ৰকম পাইছ?" ওচৰতে কাম কৰি থকা বাদলে সোধে। বাদল তাৰ লগৰীয়া; এতিয়াও বিয়া কৰোৱা নাই। "ওৱাবটা ঠিকেই আছে। মাইকীটাকে পাই আমাৰ সঙ্গে নাহেই।" কান্দুৱে বাদলৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতেই সিহঁতৰ কোনোবা এটাই উত্তৰ দিয়ে। কান্দুৱে হাঁহি থাকে—সি একো নকয়। "বাদল! কাম নাই কৰি খুব কথা পাতিছ নাই?" হঠাতে বতাহৰ দৰে ক'ৰবাৰ পৰা কামজাৰি-বাবুটো আহি সিহঁতৰ কথা-বতৰা শুনি সোধে। "নাই বাবু! অই কান্দুৰ মাইকীটাৰ কথা বলিচু। ভাল মাইকী আছে।" মিচিকিয়া হাঁহি মাৰি কামজাৰ বাবু যায়গৈ। জোৱান মানুহ—প্ৰেম আছে তেওঁৰ অন্তৰতো……। সিহঁত আকৌ কামত লাগে।

* * *

কান্দুৱে হাফলং বাগিছাত কাম কৰে। সেইখন বাগানতে সি উপজিছে, ডাঙৰ-দীঘল হৈছে, কাম কৰিব পৰা দিনৰে পৰা সি সেইখন বাগানতে কাম কৰি আহিছে। তাৰ জীৱনটো যেন সেই বাগিছাখনৰ লগত বান্ধ খাই আছে। ধুনীয়া বাগিছাখন।………সৰুতে সি ইয়াতে চাহাবৰ গৰু ৰাখিছিল, তাৰ পাছত সি হাবি কাটিছিল। তেতিয়া সি কেইদিনমান স্কুললৈকো গৈছিল, কিন্তু মাষ্টৰ বাবুৰ টিকটিকি পাই সি স্কুল এৰি দিলে—লগৰ বাদল, বিজয়, মঙ্গলুঁহঁতেও। তাৰ পাছত সি বাগানৰ অইন কাম কৰে। চাহগছৰ ডালি চিকপুৱা, পাত তোলা, কলম দিয়া ইত্যাদি। তাৰ পাছত ডেকা হ'ল। বিয়া কৰালে।

তাৰ মাক-বাপেক সকতে মৰিল। বাপেক হেনো চৰ্দাৰ আছিল। "বৰ ভাল আছিল মানুহটো",—মানুহবোৰৰ মুখত তাৰ বাপেকৰ প্ৰশংসা সি এতিয়াও শুনে। চাহাবেও হেনো বৰ ভাল পাইছিল। পিছে বৰ লাওপানী খাইছিল আৰু তাকে খাই কাজিয়া কৰিয়েই হেনো মৰিল। এৰা, সিহঁতৰ জাতটোৱেই হেনো এনেকুৱা। তাৰ ককায়েকটোৱেও জানো কম মদ খায়? 'বাপ চাই বেটা'। তাৰ কেইবছৰমানৰ পাছতে তাৰ মাকজনীও মৰিল। বুঢ়ী মানুহ বাগানৰ খাটনিত কিমান দিন টিকিব? তেতিয়া সি ককায়েকৰ লগত থাকিবলৈ ল'লে। কিন্তু বেছি দিন থাকিব নোৱাৰিলে। অতিপাত লাওপানী খাই ককায়েকে মাইকীজনীৰ লগত কাজিয়া কৰে। মেজাজ ঠিক নাই। এদিন কিবা কথা এটাত কাজিয়া লাগি ককায়েকৰ ঘৰৰপৰা সি ওলাই আহিল আৰু নিজেই বস্তিতে ঘৰ সাজি অকলে অকলে থাকিবলৈ ল'লে। সেইদিনাৰপৰা সি অকলশৰীয়া। কেতিয়াবা কেতিয়াবা বস্তিৰ ডেকাবোৰ তাৰ ঘৰলৈ আহে; বাদল, মঙ্গু, ফুলু আদি বহুতো। তাৰ ঘৰত সিহঁতে তাচ খেলে, বিড়ি খায় আৰু কেতিয়াবা 'জোৱান ছুকুৰী'বোৰৰ কথা পাতে। বস্তিৰ গাওঁবুঢ়াটোৱে তাৰ দুখ দেখি এদিন ঘৰতে আহি ক'লেছি, "এই কান্সু। তই এই ৰকম কিমান দিন থাকিবি? মই তোক এটা ভাল মাইকী যোগাৰ কৰি দিম; তই চাদি কৰিবি?" কান্সুৱে সেই সময়ত উত্তৰ দিব নোৱাৰিছিল। কি কম কি নকম ভাবি নোপোৱা অৱস্থাত সি পৰিছিল। কৃতজ্ঞতাত সি মাত্ৰ মূৰ দুপিয়ালে। কিমান ভাল আছিল সেই গাওঁবুঢ়াটো। সেইদিনা গাওঁবুঢ়ালৈ তাৰ ভক্তি উপজিছিল আৰু কৃতজ্ঞতাত সি গাওঁবুঢ়াৰ ভৰিত পৰি কৈছিল, "তুমি মোৰ বাপ।"

তাৰ পাছত গাওঁবুঢ়াই তাক এদিন বিজুৰৰ বাগানলৈ লৈ গৈছিল— হুকুম চৰ্দাৰৰ ঘৰলৈ।

সেইদিনা সি প্ৰথমে চৰ্দাৰৰ জীয়েক যমুনাক দেখিছিল। এইজনী ছোৱালীৰ কথাই গাওঁবুঢ়াই তাক কৈছিল। আবেলি মূৰত টুকুৰি লৈ তাই পোনে পোনেই ঘৰলৈ আহিছিল। আবেলিৰ বঙা পোহৰত তাইৰ

গাল দুখন বঙা হৈ উঠিছিল। গহীন খোজ, ধুনীয়া মুখখন, কোমল হাতভৰিবোৰ দেখি সেইদিনাই তাৰ মনটো যমুনাৰ কাৰণে বলিয়া হৈ উঠিছিল। 'এইজনীয়েই তাৰ মাইকী হ'ব', এই ভাবটোৱে তাক আমনি দিছিলহি। আগচোতালত আলহী বহি থকা দেখি যমুনাই পিছফালেদি ঘৰ সোমাইছিল। কান্দুক দেখি তাই হয়তো ভাবিছিল, 'এই অচিনাকি মানুহ এটাৰ লগতে তাইৰ 'চাদি' হ'ব কিজানি।'

চৰ্দাৰে গাওঁবুঢ়াক কান্দুৰ বিষয়ে বহুতো কথাই সুধিছিল আৰু মাক-বাপেক নোহোৱাত ছোৱালী দিবলৈ আপত্তিও কৰিছিল। কিন্তু গাওঁবুঢ়াৰ চোকা মুখৰ আগত সকলো কথা তল পৰিল। কান্দুৰ বিষয়ে গাওঁবুঢ়াই বহুতো কথাই ক'লে—তাৰ স্বভাব-চৰিত্ৰ, কাম-কাজ আদি সকলো বিষয়ৰে। "মাই-বাপ নাই হ'লে কি হ'ব; সিওটো এক্টা জোৱান চোকোৰা। নিজে কামাই কৰিব পাৰে। তোমাৰ ভাল জামাই হব। বেটিটাৰ লগত বেচ মিলিব।" গাওঁবুঢ়াৰ কথাত চৰ্দাৰ সন্মত হ'ল। "জোৱান চুকুৰী এটা বেছি দিন ঘৰত ৰাখি কি লাভ? চাদিতো দিবই লাগিব। মানুহটো ভাল হ'লেই হয়"—চৰ্দাৰে কৈছিল। সিহঁতৰ বিয়াৰ দিন ঠিক হ'ল—বহাগৰ ২২ তাৰিখে···। এইবোৰ সকলো ঠিকঠাক্ হৈ যোৱাৰ পাছত আহিবৰ সময়ত গাওঁবুঢ়াই কৈছিল—"শহুৰটাকে একবাৰ সেৱা কৰ। সি তেতিয়া চৰ্দাৰৰ ভৰিত পৰি সেৱা জনালে। চৰ্দাৰেও মুখেৰে গুণগুণাই তাক আশীৰ্বাদ কৰিলে।

তাৰপৰা আহি সি গাওঁবুঢ়াৰ কথামতে কেইকলহ মান লাওপানী, গাখীৰ, আৰু অলপ কোমল-চাউলৰ যোগাৰ কৰিছিল। বিয়াৰ দিনা সি হালধীয়া কাপোৰ পিন্ধি ৰভাৰ তলত বহিছিল, গাঁৱৰ ছোৱালীবোৰে উৰুলি দিছিল। পিছদিনা ছোৱালী আনিবলৈ বুলি গাড়ীত হুকুম চৰ্দাৰৰ ঘৰলৈ গৈছিল। লগত তাৰ সমনীয়াবোৰ আৰু গাওঁবুঢ়াও গৈছিল। সেই দিনাই সি যমুনাক তাৰ তিৰোতা কৰি লৈ আনিছিল। সেইদিনাৰ পৰা সি অকলশৰীয়া নহয়। যমুনাক সি লগৰী পালে। সেইদিনাৰ পৰা সি আৰু যমুনা একেলগেই আছে; একেলগেই খাইছে,

কাম কৰিছে ; জীৱনৰ সকলো সুখ, আশা আনন্দ তাইৰ গাতে ঢালি দিছে। সেইদিনাৰ পৰা যমুনা আৰু তাৰ প্ৰাণ একেটাই। যমুনা আৰু সি—পৃথিৱীৰ দুটি শান্ত প্ৰাণী। স্বামী আৰু স্ত্ৰী।......

"এই কান্দু, তোৰ মাইকীটাকে এইবাৰ পৰবত নচাবি ; কি ৰকম আমি দেখিম"—ঝুমুৰ নাচৰ আখৰা কৰি থাকোঁতে লগৰ ডেকা কেইটাই তাক কয়। কান্দুৱে একো নকয় সি মাদুলী বজায়েই থাকে। কথাবাৰ শুনি তাৰ ভাল লাগে। অহা পৰবত সি মাদুলী বজাব—যমুনাই নাচিব। মতা-মাইকী দুয়োটাই ঝুমুৰ দিব। আহিন মাহৰ ৰাতি।·· মাদুলী আৰু বাঁহীৰ শব্দত বস্তিৰ আটাইৰে মনপ্ৰাণ নাচি উঠে। সিহঁতৰ পৰব আহিছে আহিনৰ ২০ তাৰিখে। মনবোৰ ভাল লাগে, পৰব সিহঁতৰ···।

আহিনৰ ২০ তাৰিখ আহি পৰে। বাগানৰ মানুহ বোৰৰ গালৈ আনন্দৰ ঢল আহে। নতুন কাপোৰ-কানি পিন্ধি সিহঁতে ইঘৰ সিঘৰ ফুৰে, লাওপানী খায়, স্ফুৰ্তি কৰে। মূৰত গামোচা মাৰি মতাবোৰে মাদুলী বজায়, বাঁহী বজায়। মাদুলী আৰু বাঁহীৰ ছেৱে ছেৱে তিৰোতাবোৰে নাচ দিয়ে। দীঘল নিশাটোত সিহঁতৰ টোপনি নাই, ভাগৰ নাই— সিহঁতৰ পৰব। কান্দু আৰু যমুনাৰ গাতো পৰব লাগে। সিহঁতেও যায় ঝুমুৰ দিবলৈ। কান্দুৱে মাদুলী বজালে, নন্দই বাঁহী বজালে— পদুমী আৰু যমুনাই হাতত ধৰাধৰি কৰি ঝুমুৰ নাচ দিলে। মানুহবোৰে ভাল পালে। "কান্দুৰ মাইকীটাই ভাল নাচিব পাৰে"—সিহঁতৰ মাজত কোনোবাই কোৱামেলা কৰিলে। পৰব গ'ল ;—ধুমুহাৰ দৰে আহি ধুমুহাৰ দৰে গ'লগৈ।......

কাৰো দিন সদায় সমানে নেযায়।

··· ··কান্দুহঁতৰ দুখৰ দিনবোৰ আগবাঢ়ি আহে।·····লাহে-লাহে সিহঁতৰ বাগানৰ অৱস্থা বেয়া হৈ আহে। বছৰে বছৰে হেনো কোম্পানীৰ লোকচান হ'বলৈ ধৰে। সেইকাৰণে বাগানখন বিক্ৰী কৰি দিয়ে মাৰোৱাৰী কোম্পানী এটাৰ হাতত। এতিয়া আৰু সিহঁতৰ আগৰ বাগান নাই, আগৰ মেনেজাৰো নাই, আগৰ বাবুও নাই। গোটেই

বাগানখনতেই কিবা এটা পৰিবৰ্তন আহি পৰিল। এতিয়া আৰু বাগানৰ কাণ্ড-কাৰখানা সম্পূৰ্ণই বেলেগ। নতুন মেনেজাৰ, নতুন আইন। আজিকালি সিহঁতে খুব পুৱাতেই যাব লাগে বাগানলৈ, দিনভৰ খাটিব লাগে। হাজিৰাও বেছি নহয়। আগতে সিহঁতে সস্তা দামত ৰেশ্যন পাইছিল—চাউল, দাইল, আটা আদি খোৱাৰ সামগ্ৰীবোৰ। কিন্তু নতুন মেনেজাৰে সকলো বন্ধ কৰি দিছে—কোম্পানীৰ হেনো বহুত লোকচান হয়। তাৰোপৰি আগতে সিহঁতে সপ্তাহত এবাৰ বায়োস্কোপ চাবলৈ পায়; বলখেলা চাবলৈ পায়; নিজেও খেলিবলৈ পায়; কিন্তু এতিয়া সকলো বন্ধ।

"ওৱাৰ বাগানে আৰু কি কাম কৰিবি। আগাৰ চাহাবটাই ভাল আছিল। এইটা বৰ খাৰাপ। তলব কম, কামো এতনা বেছি, ৰেশ্যন ভি নাই"—বেন্নুৱে কান্দুৰ আগত কয়। বেন্নু কান্দুৰ লগৰীয়া। বস্তিৰ মানুহবোৰৰ ভিতৰত সকলো কামতেই সিয়েই আগৰণুৱা। পঢ়াশুনা অলপ জানে—ইংৰাজী স্কুলতো পঢ়িছিল। পিছে বাপেকে স্কুল এৰুৱাই দিলে। "কুলী মানুহৰ ল'ৰা কেতনা পঢ়িব লাগিছে?" তেতিয়াৰ পৰা সি বাগানতে কাম কৰে কলঘৰত। "নাই আমি ষ্ট্ৰাইক্ কৰিব।" বেন্নুৰ মনটো বিদ্ৰোহী হৈ উঠে। সেইদিনাই সি বস্তিৰ প্ৰত্যেক মানুহৰ ঘৰলৈকে গৈ সকলো কথা বুজাই-বুজাই কয়। ল'ৰা, বুঢ়া, ডেকা, জীয়ৰী সকলোকে মাতি সি এখন মিটিং পাতে। তাতে সি মেনেজাৰে কেনেকৈ সিহঁতৰ ওপৰত অন্যায় অত্যাচাৰ কৰিছে তাৰ কথা ভালদৰে বুজাই দিয়ে। কান্দু তাৰ লগৰীয়া হয়। বহুতো ডেকা আৰু আলহীয়া লোকে তাৰ কথাত হয়-ভৰ দিয়ে। কিন্তু কেইটামান বুঢ়াই তাৰ কথাত আপত্তি কৰে। "এইচব কৰিলে আমাৰ কি হবেক। কাম নাই কৰিলে তলপ নাই পাবেক"—সিহঁতৰ কোনোবাই কোৱা মেলা কৰে। কিন্তু বেন্নুয়ে সিহঁতক ভালদৰে বুজায় ক'লত সিহঁতে মুখ চুপিয়ালে; একো উত্তৰ নিদিলে।

সেইদিনাই সিহঁতে ঠিক কৰিলে যে প্ৰথমে সিহঁতৰ এটা দল গৈ

মেনেজাৰক এই কথা ক'ব। যদি মেনেজাৰ মান্তি নহয় সিহঁতে ষ্ট্ৰাইক কৰিব। পিছদিনা বেণু, কান্দু, হৰি আদি বহুতো মানুহ মেনেজাৰৰ ঘৰলৈ গৈ সিহঁতৰ দুখৰ কথা ক'লে আৰু সিহঁতক আগৰদৰেই কামৰ সময় কমাবলৈ আৰু বেতন দিবলৈ খাটিলে। কিন্তু মেনেজাৰে সিহঁতৰ কথা শুনি দাঁত নিকটালে; সিহঁতক ধমকি দিলে আৰু বাগানত গোলমাল কৰিলে পুলিচ আনিব বুলি ভয় দেখুৱালে।

পিছদিনা সিহঁতে ষ্ট্ৰাইক কৰিলে। এদিন নহয়, দুদিন নহয়, তিনিদিন সিহঁতে কামলৈ নোযোৱাকৈ থাকিল। বাগানৰ কাম বন্ধ হ'ল। কলঘৰৰ শব্দ নাইকিয়া হ'ল। গোটেই বাগান কাঁহ পৰি থিন গ'ল। চতুৰ্থ দিনা হঠাতে বাগানলৈ পুলিচ আহিল। সিহঁতৰ হাতত বন্দুক আৰু সঙ্গীন। ......পুলিচে বেণু, কান্দু আৰু কেইবাটাও মানুহক ধৰি-বান্ধি লৈ গ'ল—অইন মানুহবোৰকো খুব মাৰ-পিট কৰিলে।

বহুত মানুহে আজিৰপৰা ষ্ট্ৰাইক্ নকৰো বুলি পুলিচৰ আগত কথা দিলে। কেইদিনমানৰ পাছত কান্দুহঁতক এৰি দিলে। কিন্তু ঘৰ পায়েই সিহঁতে শুনিলে যে সিহঁতক কামৰ পৰা খেদি দিছে। অকল সিহঁতকেই নহয়; প্ৰায় ডেৰশ মান মানুহক। কোনোবা বাবু কেইটা-মানকো খেদিলে, সিহঁতৰ লগত যোগ থকা বুলি। সেইদিনাৰ পৰা সিহঁতে বাগানত কাম কৰিবলৈ এৰি দিলে।

আজিকালি কান্দুৱে বস্তিৰে কাবোবাৰ ঘৰত খেতি কৰি দিয়ে, ধান কাটে, বজাৰত খৰি বেচে। এতিয়া তাৰ আগৰ তামাচা নাই। আগৰ বাগানো নাই। এতিয়া মাথোন কাম, খালি কাম।

বিপদ অকলৈ নাহে—

আজি কেইদিনমানৰ পৰা যমুনাৰ ভীষণ জ্বৰ। সি এদিন ডাক্তৰৰ ওচৰলৈ গৈ ভৰিয়ে হাতে ধৰি কৈছিল তাৰ মানুহজনীক এবাৰ চাই আহিবলৈ। কিন্তু ডাক্তৰ মান্তি নহ'ল। কামৰ পৰা খেদা খোৱা মানুহ কোম্পানীৰ খৰচত চিকিৎসা কেনেকৈ হ'ব? ডাক্তৰৰ এনে নিদাৰুণ কথা শুনি সি দুখ পালে। কিন্তু তাৰ উপায় একো নাই। গৰীব মানুহ

সিহঁত। শোকত মৰ্মাহত হৈ সি সেইদিনা উলটি আহিল। ভগৱানৰ ওপৰত বিশ্বাস ৰাখি নিজেই পাৰ্যমানে শুশ্ৰূষা কৰিবলৈ ললে। সি সদায় ভগৱানক খাটে, "হে ভগৱান! তুমি মোক সকৰে পৰা বহুত দুখ দিছা; মোৰ সকলো কাঢ়ি নিছা। কিন্তু মোৰ একমাত্ৰ যমুনাক মোৰ বুকুৰ মাজৰ পৰা কাঢ়ি নিনিবা।" ভগৱানৰ ওচৰত কান্দুৰ কাতৰ আহ্বান।

মাজনিশা কান্দুৱে যমুনাক বিচি বিচি বহি থাকে। কাষতে চাকিটো খিমিক্ ধামাক্‌কৈ জ্বলি থাকে। গহীন নিশা। ক'তো মাতবোল নাই। গোটেই পৃথিবী নিজান; ভাগৰত যেন শুই পৰিছে, জাগি আছে মাত্ৰ সি আৰু যমুনা—। পৃথিবীৰ দুটি নিঠৰুৱা প্ৰাণী। কান্দুৱে যমুনাৰ আউলি-বাউলি হৈ থকা চুলিকেইডাল ঠিক কৰি দিয়ে। চাকিটোৰ পোহৰত তাইৰ শেঁতা মুখখন জিলিকি উঠে। কিমান ধুনীয়া আছিল তাৰ মাকুহজনী; কিন্তু এতিয়া কেনেকুৱা হ'ল। তেজে ফুটো ফুটো কৰা গাল দুখনি শেঁতা পৰি গ'ল; চকু দুটাও গাঁতত সোমাল। বিষাদৰ চিন। তাৰ বুকুখন হঠাতে কঁপি উঠে। তাৰ ভয় লাগে, কিজানি যমুনাই তাক এৰি যায়গৈ। যমুনাই এৰি গ'লে যে তাৰ কি অৱস্থা হ'ব? কাৰ মুখ চাই সি এই সংসাৰত জীয়াই থাকিব? সংসাৰত যমুনাৰ বাহিৰে যে তাৰ আপোন বুলিবলৈ কোনো নাই। মাক-বাপেক সকলোৱেই তাক এৰি গৈছে। গম নোপোৱাকৈ দুচকুৰেদি তাৰ দুধাৰি চকুলো বৈ আহে।

পুৱতি নিশা হঠাৎ যমুনাৰ বেমাৰ টান হয়। তাইৰ উশাহ ঘন হয়। কান্দুৰ বুকুখন কঁপি উঠে, তাৰ উপায় নাইকিয়া হয়। যমুনাক সি বিচি দিয়ে, মুখত পানী দিয়ে। কিন্তু তাৰ সকলো চেষ্টা বিফল হ'ল, যমুনাৰ অৱস্থা ভালৰ ফালে নাহিল। শেষবাৰৰ কাৰণে এবাৰ তাৰ চকুলৈ করুণভাৱে চাই তাই চিৰকালৰ কাৰণে চকু মুদিলে।...কান্দুৱে যমুনাক সাৱটি ইনাই বিনাই কান্দিলে। তাৰ আজি সকলো শেষ; সি কান্দিবই লাগিব। ভগৱানৰ ওচৰত তাৰ বিশ্বাস হেৰাই যায়। সংসাৰখন তাৰ

কিবা কিবা লাগে। সঁচাকৈয়ে দুখীয়াৰ কাৰণে ভগৱান নাই ; তাৰ কাৰণে ভগৱান নাই। তাৰ কোনো নাই। সি আজি নিঃসংগ।

কবৰ দি মানুহবোৰ গুচি আহে। কান্দুও পগলাৰ দৰে চলং-পলংকৈ সিহঁতৰ লগতে আহে। পৃথিৱীৰ প্ৰতি মোহ আজি তাৰ নাই, মৰুভূমি এখন—শান্তি নাই। তাৰ সংসাৰখন আজি হেৰাই গৈছে—সি শূন্যত ওপঙি আছে। আজি সি অকলশৰীয়া। সি তাৰ পৰিচিত চাহনিডৰালৈ চাই পঠিয়ায়। সন্ধিয়াৰ মাৰ যাব খোজা বেলিৰ বহণত চাহ-গছৰ কুঁহিপাতবোৰ জিলিকি উঠিছে। চাহনিখন আগৰ দৰেই জিলিকি আছে। নিষ্প্ৰভ হৈ গৈছে—কেৱল তাৰ ঘৰটো আৰু দেহটো। তাৰ ঘৰৰ লখিমী হেৰাই গৈছে—মাত্ৰ শূন্য ঘৰখন পৰি আছে।

……নিশা তাৰ টোপনি নাহে। লখিমী নাইকিয়া ঘৰটোত পৰি সি ভাবিয়েই থাকে। আহিন মাহৰ পৰবৰ বাবে আখৰা কৰা মাদুলী আৰু বাঁহীৰ মাত, আন্ধাৰ ভেদ কৰি আহি তাৰ কাণত পৰেহি। সেইবোৰে তাক অতীতৰ কথা সোঁৱৰাই দিয়ে। যোৱা বছৰ সিও আনন্দত মতলীয়া হৈ মাদুলী বজাইছিল, যমুনাৰ লগত ঝুমুৰ দিছিল। কিন্তু আজি যমুনা নাই ; মনৰ স্থিৰতাও নাই। সকলো হেৰাই গৈছে। তাৰ সেই মাদুলীটো চাংখনতে পৰি আছে। তাৰ চাংখন আজি তেনেই খালি। এই গহীন নিশা ভয়ত সেই হোলাটোৰ কাষৰ হাবিখনত তাই হয়তো চিঞৰি উঠিছে, "কান্দু তই মোক এৰি গলি! তোক মই কিমান ভাল পাইছিলো।" হঠাতে সি চিঞৰি উঠে, "যমুনা, যমুনা।" দুগালেদি দুধাৰি চকুলো বৈ আহে। পুৰণি স্মৃতিবোৰে তাক হেঁচা মাৰি ধৰে। চাকিটো মুমাই কাপোৰখন কাণেমূৰে ঢাকি লয়।………





এসময়ৰ কটন কলেজৰ কৃতী ছাত্ৰী ভুবনেশ্বৰী মজুমদাৰ এতিয়া কটন কলেজৰ কৃতী অধ্যাপিকা। কলেজৰ ছাত্ৰী হৈ থাকোতে তেওঁ কেনে সুন্দৰ প্ৰাণস্পৰ্শী গল্প লিখিছিল! 'হেৰোৱা দিগন্ত'ৰ কাহিনীটো হয়তো একো অসাধাৰণ নহয়। কিন্তু আমি জানো সকলো সময়তে কেৱল অসাধাৰণ গল্প শুনিবলৈ বিচাৰো? যি মানুহে নিজৰ জীৱনৰ নানা সৰু-সুৰা অভিজ্ঞতাৰ কাহিনীকো ৰস লগাই ক'ব জানে, তেৱেঁই সাধাৰণতে আড্ডাৰ মধ্যমণি হৈ পৰে। 'হেৰোৱা দিগন্ত' নামৰ গল্পটোত ভুবনেশ্বৰী মজুমদাৰে তেনে এটা সাধাৰণ অভিজ্ঞতাৰ কাহিনী নাটকীয় কৌতূহল ৰক্ষা কৰি বৰ ৰস লগাকৈ কৈছে। গল্পটো পঢ়ি আক্ষেপ হয়—তেওঁ বাক গল্প লিখিবলৈ এৰি দিলে কিয়!

পুৰণি 'কটনিয়ানৰ' পাত লুটিয়াই চালে বহুবাৰ এনেভাৱে আক্ষেপ কৰিব লগা হয়।

ভুৱনেশ্বৰী মজুমদাৰ

# হেৰোৱা দিগন্ত

গল্পটো পঢ়ি শেষ কৰে মানে চকুপানীৰে ৰুমাৰ দুয়ো গাল উপচি পৰিল। 'ৰোমিও-জুলিয়েট'ৰ কাহিনীটোৰ দৰেই এটি কাহিনী—অতি মনোৰম তাৰ আৰম্ভণি আৰু অতি কৰুণ তাৰ পৰিসমাপ্তিটো। ইমান ধুনীয়া গল্পও মানুহে লিখিব পাৰে! প্ৰেমৰ কাহিনী ৰুমাই বহুতো পঢ়িছে; কিন্তু এই কাহিনীটো যেন সেইবোৰতকৈ বহুত বেলেগ। ইমান কৰুণ, ইমান হৃদয়গ্ৰাহী কাহিনী তাই আগেয়ে কেতিয়াও পঢ়া নাই। তাইক একেবাৰে অভিভূত কৰি পেলালে। মেজখনৰ কাষতে তাই কিছুপৰ বহি থাকিল। ৰাতি এঘাৰ বাজি গৈছে, হোষ্টেলৰ প্ৰায় আটাইবোৰ ছোৱালীয়েই তেতিয়া বিছনাত।

মেজৰ কাষৰপৰা উঠি ৰুমা খিড়িকিখনৰ কাষলৈ গ'ল। খোলা খিড়িকিৰ পৰ্দাৰ ফাঁকেৰে হাচনাহানাৰ মধুৰ গোন্ধ এটি আহি গোটেই কোঠাটো সুবাসিত কৰি তুলিছে। পৰ্দাখন অলপ আঁতৰাই তাই বাহিৰলৈ চাই পঠিয়ালে, বৰ এন্ধাৰ; দূৰৈত 'ষ্ট্ৰিট-লাইট' বোৰে তলৰ অকণমান ঠাই পোহৰ কৰাৰ বাহিৰে গোটেইখন এন্ধাৰ। অ'ত ত'ত উৰি ফুৰা জোনাকী পৰুৱাবোৰে সেই এন্ধাৰক যেন আৰু গাঢ় হে কৰি তুলিছে। নিৰ্বাক নিশাৰ এই ভাব-মধুৰ আবেষ্টনীটোৱে তাইৰ মনটো



আৰু সেমেকাই পেলালে। কমাই আঁচলেৰে চকু-পানী মুখাৰ মচি ললে। এনেতে তাইৰ মনত পৰিল –অ' গল্পটো কোনে লিখিছে তাকেই দেখোন তাই চোৱা নাই। মেজৰ কাষলৈ চাপি আহি 'উদয়াচল' খনৰ পাতবোৰ লুটিয়াই তাই 'সূচী পত্ৰ'টো উলিয়ালে। ওপৰৰ পৰা খৰকৈ আঙুলি বুলাই নি শেষত 'পৰিণতি',—লিখক, প্ৰণৱকুমাৰ বৰুৱা'ত ৰ'ল। নামটোলৈকে তাই বহুপৰ চাই থাকিল,—আগেয়ে শুনা তাইৰ মনত নপৰে। নতুন লিখক হয়তো—কিমান ভাৱ-প্ৰৱণ মানুহ জন! কি মনোৰম কল্পনা আৰু কি মনোৰম প্ৰকাশভঙ্গী! মেজখনৰ কাষৰপৰা যাবলৈ তাই যেন একেবাৰে পাহৰিয়েই গ'ল। বহুপৰ নীৰৱে ঠিয় হৈ থাকিল।

হঠাত্ যেন তাইৰ মনত পৰিল—ৰাতি ভালেখিনি হ'ল, শোৱাই ভাল। লাহে লাহে গৈ তাই বিছনাত শুই পৰিল, টোপনি কিন্তু নাহিল। শুই শুই তাই ভাবিবলৈ ধৰিলে—লিখকজনৰে কথা। যিমানেই তাই তেওঁৰ কথা ভাবিলে, সিমানেই প্ৰণৱকুমাৰ বৰুৱা মানুহজনৰ প্ৰতি তাইৰ ধাৰণাটো সম্পূৰ্ণ হৈ উঠিবলৈ ধৰিলে। ওখ ডাঙৰ, সুগঢ়িত, ধুনীয়া ডেকা এজন। চকুত এটি শান্ত মধুৰ চাৱনি। নিশ্চয় হোষ্টেলত থাকি পঢ়া কলেজৰ ল'ৰা হ'ব ; নহ'লেনো গল্পটোত হোষ্টেল আৰু কলেজৰ কথা লিখিব কিয় ?......

ভাবি থাকোতেই তাইৰ কেতিয়াবা টোপনি আহিল। ৰাতিপুৱা সাত বজালৈকে শুঠা দেখি 'ৰুমমেট' শ্যামাই তাইক জগাই দিলে, "কমা, আজি উঠিবৰ মতলব নাই নেকি ? চাহতো হেৰুৱালাই, এতিয়া ভাতো হেৰুৱাবা যেন পাইছোঁ।" শ্যামা পাঞ্জাবী ছোৱালী যদিও বেচ অসমীয়া ক'বলৈ শিকিছে।

শ্যামাৰ মাতত সাৰ পাই কমাই লৰালৰিকৈ বিছনা এৰি উঠি আহিল। শ্যামাই ক'লে,—"পৰীক্ষা দি উঠিয়েই আকৌ পঢ়া-শুনাত লাগি গ'লা, নহয় ?" কমাই কিন্তু তাইৰ এইকণ ভুলো সহ্য কৰিব নোৱাৰিলে। টপৰাই তাই কৈ উঠিল,—"নহয়, নহয় শ্যামা

মই 'টেক্সট্-বুক' পঢ়া নাছিলোঁ নহয়, আলোচনীহে পঢ়িছিলোঁ। বঢ়িয়া গল্প এটা, ইমান ভাল লাগিছিল যে আধা পঢ়াকৈ এৰিবৰ মন নগ'ল।......

আগ ৰাতিৰ আৰেশ তাইৰ তেতিয়াও কাটি যোৱা নাই। উচ্ছ্বাসিত ভাৱে তাই গল্পটোৰ প্ৰশংসাত লাগি গ'ল। কিন্তু তাইৰ মনৰ সেই সময়ৰ অৱস্থাৰ লগত নিজকে খাপ খুৱাই লব নোৱাৰি শ্যামাই বাধা দি কৈ উঠিল—"বাৰু, বঢ়িয়া গল্প যদি তুমি মোক পিছত ক'ব লাগিব, এতিয়া যোৱা মুখ হাত ধুই আহাগৈ'।" কমাই ক'লে,—"তোমাকতো ক'মেই, পিছে ইমান ধুনীয়াকৈতো মই ক'ব নোৱাৰিম, তুমি নিজে পঢ়াহেঁতেন হে আচল সোৱাদটো পালাহেঁতেন। ইমান সুন্দৰ এক্স্প্ৰেছন।"—কৈ কৈ তাই মুখ-হাত ধুবলৈ ওলাই গ'ল।

—গল্পটো কমাই শ্যামাক শুনালে, লগতে লিখক জনবো ভুৰি-ভুৰি প্ৰশংসা কৰিলে। নিজৰ অজ্ঞাতসাৰেই এই অচিন লিখকজনৰ লিখনিয়ে তাইক আকৃষ্ট কৰি পেলাইছে। এই অচিন লিখকজনৰ কল্পনাৰ প্ৰাচুৰ্য আৰু প্ৰকাশ ভঙ্গীৰ অভিনৱত্বই তাইক মুগ্ধ কৰি পেলাইছে। প্ৰণৱ কুমাৰ বৰুৱাৰ গল্প তাই অতি আগ্ৰহেৰে পঢ়ে,—যিমানেই পঢ়ে সিমানেই তাইৰ ভাল লাগি যায়। এই নতুন লিখকজনৰ গল্পবোৰ আন লিখকৰ গল্পৰ দৰে নহয়। গতানুগতিকতাৰ ছাপ তাত অকণো নাই,— প্ৰত্যেকটোৱেই নতুন ধৰণৰ।

সেইদিনা অনুষ্ঠত ঘৰলৈ যাওঁতে এখন আলোচনীত বৰুৱাৰ গল্প এটা দেখি, আলোচনীখন কমাই খুজি আনিলে। আবেলি চাহখোৱাৰ পিছত আনদিনাৰ দৰে খেলিবলৈ ওলাই নগৈ তাই আলোচনীখন লৈ বহিল। অৰুণাহঁতে ইমানকৈ মাতিলে, তথাপি তাই উঠি নগ'ল।

গল্পটো পঢ়ি শেষ কৰাৰ আগতেই সন্ধিয়া লাগি গৈছে। আলোচনীখন কোচত লৈ, কিছুপৰ কিবা ভাবি তাই বহি ৰ'ল। তাৰ পিছত লাহে লাহে গৈ তাইৰ কমৰ 'চেলফ'ত আলোচনীখন থলে। ক'ব নোৱাৰাকৈয়ে তাইৰ মুখৰপৰা গীত এফাঁকি ওলাই আহিল—

"তুমি কোন সৰগৰ মধু পৰিমল
পলাশ বকুল কাৰ কাননৰ · ..."

কাষৰ কমটোৰ পৰা অৰুণাই চিঞৰি উঠিল—

"কালৈনো ইমান দৰদ অ' কমা ?"

"কালৈনো হ'ব আৰু, তোলৈকে।"

"এৰাতোন, মোৰ নাম প্ৰণৱ বৰুৱা নহয়।"

"খবৰদাৰ, সাৱধানে কথা কবি,"—বেয়া পোৱা যেন দেখুৱালে যদিও মুখৰ ধুনীয়া হাঁহিটোৱে চকুজুৰি উজ্জ্বল কৰি তুলিলে কমাৰ। আচলতে অৰুণাৰ কথাখিনিয়ে তাইক আনন্দই দিছিল। সঁচাকৈয়ে এই অচিন লিখক জনৰ প্ৰতি তাইৰ কিবা এটা মোহ জাগি উঠিছে। নিজৰ অজ্ঞাতসাৰেই লিখক জনক তাই কেতিয়াবাই ভাল পাই পেলাইছে।

প্ৰণৱ কুমাৰ বৰুৱাক লৈ কমাই বহু কথাই কল্পনা কৰে—। এদিন নহয় এদিন নিশ্চয় তেওঁৰ লগত চিনাকি হ'বই লাগিব। ভাল গল্প লিখিকা বুলি কমাৰোতো সুনাম নোহোৱা নহয়। আন নহ'লেও অন্ততঃ সেই কাৰণেই তেওঁ তাইৰ লগত পৰিচয় হোৱাৰ সুযোগ গ্ৰহণ কৰিব। তাই কল্পনা কৰে,—কোনো এক কৃষ্টি সভাৰ অধিবেশনত প্ৰশংসামুখৰ সমজুৱাৰ আগত তাই গল্প পাঠ কৰিছে, আৰু তেওঁ শ্ৰোতাৰ এজন হৈ শুনি আছে। সভাৰ শেষত নিজে উপ্পযাচি আহি তেওঁ হয়তো সুধিছে,—"আপুনিয়েই তেনেহ'লে ৰুণিমা বৰবৰা, নহয়নে ? আপোনাৰ গল্প মই কেবা ঠাইতো পঢ়িছোঁ, পিছে আপোনাৰ লগত পৰিচয় হোৱাৰহে সুযোগ পোৱা নাছিলোঁ। আজি চিনাকি হ'বলৈ পাই সঁচাকৈয়ে বৰ ভাল লাগিল, নমস্কাৰ।" তেওঁ যেতিয়া তাইৰ লগত পৰিচিত হৈ যাব, কেনে লাগিব বাৰু তাইৰ। ভাবিয়েই তাই গোটেই শৰীৰত কিবা এটাৰ শিহৰণ অনুভৱ কৰে।......কেতিয়াবা হয়তো তাই ভাবে—তাই হয়তো বাটত কেতিয়াবা তেওঁক দেখিছেই, কিন্তু চিনি পোৱা নাই। যিজনৰ কথা তাই ইমানকৈ ভাবে সেইজনকে হয়তো তাই বাটত দেখিও চিনি পোৱা নাই। নাই তেনে হ'বই নোৱাৰে—বাটত দেখাহেঁতেন তাই নিশ্চয় চিনি

পালেহেঁতেন। যাৰ কথা তাই ইমানকৈ ভাবে সেইজনক চিনাকি কৰি দিবলৈ তৃতীয় এজনৰ আৱশ্যক নাই। ····· কেতিয়াবা হয়তো তাই আকৌ ভাবে, এনেকৈ ভবা জানো উচিত হৈছে তাইৰ? তেওঁৰ বিষয়ে ভাবিবলৈ তাইৰতো কোনো অধিকাৰ নাই। কিন্তু তেনে ভাব আহিলেই তাইৰ অন্তৰৰ কোনোবাখিনি যেন ব্যথিত হৈ উঠে। তেনেকৈ তাই সৰহ পৰ ভাবিব নোৱাৰে। মধুৰ কল্পনাৰে তাই তেনে ভাবৰ্ক সদায় আঁতৰাই ৰাখে।

কমাই যি কল্পনা কৰে, যি ভাবে, সকলোবোৰ শ্যামাৰ আগত উজাৰি দিয়ে। মাত্ৰ শ্যামাৰ আগত। তেতিয়া তাই অলপ সকাহ পোৱা যেন অনুভৱ কৰে। তাতেই তাইৰ আনন্দ, তাতেই তাইৰ তৃপ্তি।

·····ৰঙালী-বিহু সংখ্যা 'উদয়াচলৰ' চুটি-গল্প প্ৰতিযোগিতাত কমাই গল্পত প্ৰথম পুৰস্কাৰ পালে। আলোচনী খনেৰে সৈতে অৰুণা কমাইতৰ কমলৈ লৰি আহিল,—"কমা, এয়া চা তোৰ গল্পটোৱে প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পাইছে।"

"ক'তা, চাওঁ চাওঁ—দ্বিতীয় হ'ল কোন?" এইবুলি কমাই টান মাৰি আলোচনীখন অৰুণাৰ হাতৰপৰা আনি চাবলৈ ধৰিলে। প্ৰথম হোৱা তাইৰ গল্পটোলৈ নেচাই তাই দ্বিতীয় হোৱা গল্পটোহে আগেয়ে বিচাৰিবলৈ ধৰিলে। অৱশেষত পাত লুটিয়াই পালেগৈ,—প্ৰণৱ কুমাৰ বৰুৱাৰ গল্প—"আহাৰৰ বাওলী মেঘ এচপৰা"ই দ্বিতীয় পুৰস্কাৰ পাইছে। কমাৰ গল্পই প্ৰথম পুৰস্কাৰ পালে—কমাৰ ভাল লাগিল। কিন্তু, তথাপি ক'ৰবাত যেন অলপ অসন্তোষ বৈ গ'ল। প্ৰথম হোৱাতকৈ দ্বিতীয় হোৱা হ'লেই যেন তাই বেছি সুখী হ'লহেঁতেন। প্ৰণৱ কুমাৰ বৰুৱায়েই প্ৰথম পুৰস্কাৰ পোৱা হ'লে যেন তাই বেছি ভাল পালেহেঁতেন।

—সম্পাদকৰ টোকাৰ পৰা পোৱা বৰুৱাৰ ঠিকনাত, কণাৰ ফৰ্ম্'টিৰ দৰে এখনি অভিনন্দন পত্ৰ দিয়াৰ কথা তাই ভাবিলে। আকৌ ভাবিলে—ঠাট্টা কৰা বুলি ভাবে যদি—? তাতকৈ হোষ্টেললৈকে মাতি পঠোৱা যাওক;—তেতিয়া হ'লে অভিনন্দন জনাবও পাৰিব আৰু পৰিচয়

হোৱাবো সুযোগ ঘটিব। তাই বৰুৱালৈ বুলি ধুনীয়া চিঠি এখনি লিখি পেলালে। তাৰ পিছত নীলা খাম এটাত ভৰাই ওপৰত ধুনীয়াকৈ নাম ঠিকনা লিখিলে। চিঠিখনত 'চেন্ট' অকণমান ছটিয়াই দিবৰ মন গৈছিল, পিছে কিবা এটা লাজে আহি আৱৰি ধৰিলে। এনেয়েই খামটো বন্ধ কৰি দি তেতিয়াই সেইখন প'ষ্ট কৰাই দিয়ালে। কিন্তু চিঠিখন প'ষ্ট কৰি উঠিয়েই তাইৰ চিন্তা হ'বলৈ ধৰিলে—তেওঁ বা চিঠি পায় কি ভাবে। হোষ্টেললৈতো মাতিলে পিছে আহে বা নাহে! আহিলে বাৰু পোনতে তাই কেনেকৈ কথা আৰম্ভ কৰিব? লাজ তাই কেতিয়াও আহিবলৈ নিদিয়ে। এবা, লাজটোৱেই তাইৰ যত মানে অনৰ্থৰ মূল। লাজ লাগিলে তাই সকলো কথা পাহৰি যায়,—ক'ম বুলি ভৰা কথাবোৰো ক'ৰবাত লুকায়গৈ।

আশা নিৰাশাৰ দোমোজাত, মানসিক অন্তৰ্দ্বন্দ্বৰ মাজেৰে বৰুৱাৰ আগমন প্ৰতীক্ষা কৰি তাই সময় কটালে। কোনদিনা আহিব লাগিব সেইটো তাই চিঠিত উল্লেখ কৰা নাই। মাথোঁ লিখিছে,—"আপোনাৰ যেতিয়াই সুবিধা হয়।" তথাপি তাই আশা কৰিছিল। চিঠি পোৱাৰ দিনাই আবেলি অৰ্থাৎ চিঠি দিয়াৰ পিছদিনা আবেলি তেওঁ আহিব। কিন্তু তাই ভৰা সময়ত তেওঁ নাহিল। দুঃশ্চিন্তাই ৰুমাৰ মন উগুল-থুগুল লগাই দিলে। আবেলি পিয়নটোৱে দি যোৱা চিঠি জাপৰ মাজত তাইৰ কিবা চিঠি আছে নেকি ভয়ে ভয়ে বিচাৰিলে। কোনোবা অচিনাকি হাতৰ চিঠি এখন তাইৰ নামত আহিছে—নিশ্চয় বৰুৱাৰ চিঠি। তাইৰ ভয় লাগিল—চিঠিৰ ভিতৰত বা কি লিখিছে—কঁপা হাতেৰে খামটো ফালি তাই চিঠিখন মেলি ল'লে। হৃৎপিণ্ডৰ গতি খৰতৰ হ'বলৈ ধৰিলে। চিঠিৰ আখৰবোৰৰ ওপৰেৰে খৰকৈ তাইৰ চকুজুৰি ফুৰাই নিলে,—

"মৰমৰ ৰবৰবা,

আপোনাৰ চিঠিৰ বাবে অশেষ ধন্যবাদ। আপোনাৰ লগত পৰিচয় হোৱাৰ সুযোগ পাই নথৈ বং পালোঁ। আপোনাৰ কথা মতে কাইলৈ

আবেলি মই আপোনালোকৰ হোষ্টেললৈ যাম। লগ পাম বুলিয়েই আশা কৰিলোঁ। স্নেহ গ্ৰহণ কৰিব। ইতি—

স্নেহেৰে—

শ্ৰীপ্ৰণৱ বৰুৱা।"

চিঠি পঢ়ি পুলকত তাইৰ গোটেই শৰীৰ শিয়ঁৰি উঠিল। চুটি যদিও চিঠিখন পঢ়ি তাইৰ খুব ভাল লাগিল। আকৌ এবাৰ পঢ়ি মনৰ আনন্দতে শ্যামাহঁতক খবৰটো দিবলৈ তাই লৰি গ'ল। শ্যামা আৰু অৰুণাই পোনতে খবৰটো পাই আচৰিত হৈ গ'ল। উৎসুক ভাৱে দুয়ো চিঠিখন পঢ়িলে। ইমান আত্মীয়ভাব চিঠিখনত, যেন বহু দিনৰ চিনাকি! "ঠাট্টা কৰা নাইতো?" অলপ সন্দেহৰ সুৰত অৰুণাই কয়। কিন্তু ৰুমা আৰু শ্যামাৰ মনত কোনো সন্দেহেই হোৱা নাছিল।

উৎকণ্ঠাৰ মাজেদি পিছৰ দিনটো পাৰহৈ আবেলি হ'ল। আবেলিও পাৰ হ'ল। সন্ধিয়া আহিল; কিন্তু ৰুমাক লগ পাবলৈ কোনো নাহিল। ঠাট্টাই কৰিলে তেনেহ'লে! ৰুমাৰ মনটো নিৰাশাৰে ভৰি পৰিল। আকৌ ভাবিলে,—নহয়, হয়তো কিবা বিশেষ কাৰণত আহিব নোৱাৰিলে। গধুৰ হিয়া এখন লৈ তাই গুচি গ'ল নিজৰ ৰুম'লৈ। এনেতে দীপালিয়ে কৈ গ'ল, "ৰুমা বাইদেউ, আপোনাক লগ পাবলৈ কোনোবা আহিছে, 'ভিজিটৰ্চ ৰুম'তে বহিছেহি।" ৰুমাই বুজিলে, প্ৰণৱ বৰুৱাই হয়তো আহিছে। বুকুখনে তাইৰ ঢপ্‌ঢপাবলৈ ধৰিলে। নিজকে যৎপৰোনাস্তি প্ৰকৃতিস্থ কৰি আগবাঢ়ি গ'ল—'ভিজিটৰ্চ ৰুম'লৈ। দুৱাৰ মুখতে দেখিলে এটি সৰু ল'ৰা— মুখৰ গঢ়টো বৰ মৰম লগা। বৰুৱাৰ ভায়েক নিশ্চয়। ল'ৰাটোক মৰম কৰি, হাতত ধৰি তাই ৰুমৰ ভিতৰলৈ সোমাই গ'ল। কিন্তু ভিতৰত যি দেখিলে তাত তাইৰ চকু থিৰ হৈ গ'ল। তাই ভৰা মানুহজনতো এইজন নহয়। গুণ্ড-ভাণ্ডৰ, ধুনীয়া ডেকা একনৰ

ঠাইত বহি আছে এজন আদহীয়া ভদ্ৰলোক; অতি ক্ষীণ, গাৰ বৰণ বগা নহয়; মুখৰ ছবিটো অতি ম্লান;—এয়াতো কমাৰ প্ৰণয় বক্ৰা নহয়! কোন তেনেহ'লে? ক্ষন্তেকলৈ তাইৰ হিয়াত আশাৰ বিজুলি খেলি যায়—হয়তো আন কাৰোবাক লগ পাবলৈ আহিছে। কিন্তু পিছ মুহূৰ্ততে তাইৰ সেইকণ আশাকো চুৰমাৰ কৰি মানুহ জনে অলপ হাঁহি কৈ উঠিল, "আপুনিয়েই কণিমা বৰবৰা নহয় জানো?" উত্তৰ দিয়াৰ কথা কণিমাৰ মনতেই নপৰিল। মানুহজনে নিজেই কৈ যাবলৈ ধৰিলে—"আপোনাৰ লগত চিনাকি হ'বলৈ পাই মই বৰ আনন্দ পালো। 'উদয়াচল'ৰ গল্প প্ৰতিযোগিতাত প্ৰথম হোৱা আপোনাৰ গল্পটো পঢ়িলোঁ। বঢ়িয়া গল্প লিখিছে। আপোনালোকৰ দৰে উঠি অহা ডেকা-গাভৰু সকলে যে সাহিত্য-চৰ্চাত হাত দিছে সি সঁচাকৈয়ে বৰ সুখৰ কথা।........." মানুহজনে কিবাকিবি বহুত ক'লে, কিন্তু কোনো কথাই কমাৰ কাণত নোসোমাল। স্বৰগ-পৰা মানুহৰ দৰে তাই থিয় হৈ থাকিল চকি এখনত ভৰ দি। কমাৰ ফালৰ পৰা কোনো কথা নুশুনি মানুহজনে প্ৰশ্ন কৰিলে,—আপোনাৰ গল্পটোৰ নামটো কি আছিল জানো? প্ৰথমবাৰ প্ৰশ্নটো কমাৰ কাণতেই নোসোমাল, আকৌ এবাৰ সোধাত চকমক খাই সাৰ পোৱাৰ দৰে তাই ক'লে, "প্ৰথম দৰ্শনৰ পূৰ্বে।"

"অ', হয়, হয়, মোৰ এতিয়াহে মনত পৰিছে। নামটোও বেচ appropriate হৈছে, নামটো সাধাৰণ যদিও তাৰ মাজত ভালেখিনি কথা লুকাই আছে।" মানুহজনৰ প্ৰশংসাবোৰ কমাৰ অকণো ভাল নেলাগিল। তেওঁৰ মুখখনত সোপা দি ধৰিবলৈ তাইৰ এটা উদ্‌ভ্ৰান্ত ইচ্ছা জাগিল। অতি কষ্টে নিজক প্ৰকৃতিস্থ কৰি ৰাখি তাই ঠিয় হৈ থাকিল। সৰু ল'ৰাটোৱে এবাৰ মাত দি উঠিল—"দেউতা, ব'ল ঘৰলৈ যাওঁ।" তেতিয়াহে যেন মানুহজনৰো ঘৰলৈ যোৱাৰ কথা মনত পৰিল; উঠি ক'লে—"বহুত পৰ বহিলোঁ উঠোঁহে এতিয়া,—নমস্কাৰ।" কমাইও যেন যন্ত্ৰ চালিতৰ দৰেই হাত দুখন লগ লগাই ক'লে—"নমস্কাৰ"। সৰু

ল'ৰাটোৱেও ক'লে,—"নমস্কাৰ,"—কিন্তু সিমান খিনি শুনি থাকিবলৈ তাইৰ ধৈৰ্য নহ'ল। চলং-পলং কৈ আহি তাই বিছনাত পৰিল। ইমান পৰে অৱৰুদ্ধ হৈ থকা চকু পানীবোৰ দুগাল উপচি বৰলৈ ধৰিলে। চিঞৰি চিঞৰি, হিয়া-মূৰ ভুকুৱাই কান্দিবৰ ইচ্ছা হ'ল তাইৰ। গাৰুটো খামোচ মাৰি ধৰি তাই উচুপিবলৈ ধৰিলে আৰু অনুভৱ কৰিলে যেন তাইৰ ভৰিৰ তলৰপৰা পৃথিৱীখন আঁতৰি গৈছে; তাই যেন নিঃসঙ্গ হৈ আলাসতে ৰৈ আছে।.......





কন্দৰ্প কুমাৰ কাকতীৰ ক'বলগীয়া গল্প এটা হয়তো আছিল ; কিন্তু গল্পটো বসালকৈ বা পৰিপাটিকৈ ক'বৰ জোখাৰে ভাষাৰ সাধনা কৰিবলৈ তেওঁৰ সময় নাছিল। তেওঁৰ জীৱনৰ লক্ষ্য বা গন্তব্য-স্থল আছিল সম্পূৰ্ণ সুকীয়া। নিজৰ নিৰ্বাচিত ক্ষেত্ৰত তেওঁ বিশেষ প্ৰতিভা আৰু কৃতিত্বৰ পৰিচয় দিছিল। কটনিয়ানত প্ৰকাশিত তেওঁৰ এই গল্পটোত এজন বুদ্ধিমান যুৱকৰ সপ্ৰতিভ ব্যক্তিত্ব ফুটি উঠিছে ; কিন্তু এজন জাত-লেখকৰ প্ৰতিভা ফুটি উঠা নাই।

**কন্দৰ্প কুমাৰ কাকতি**

# মহাযাত্ৰা

দূৰৈৰ য়াংলি পাহাৰখনৰ টিংকেইটাৰ ওপৰেদি সেমেকা সন্ধিয়াটোৰ ৰ'দখিনি তেতিয়া বাগৰি পৰিছিল। সেমেকা কাতিমহীয়া সুবাসসনা চেঁচা বতাহ ছাটিয়ে উপত্যকাখনৰ মুকলি ধাননিডৰাৰ ওপৰেদি বাগৰি কেম্পটোৰ টম্বুবোৰ কঁপাই তুলিছিল। অলপ আগতে টম্বুবোৰ আবতৰীয়া বৰষুণজাকৰ চিন স্বৰূপ বগা ডাৱৰৰ চপৰাবোৰ লাহে-লাহে আঁতৰি গৈ আকাশখন প্ৰায় ফৰকাল কৰি পেলাইছিল......।

পৱন হিল্লোলিত সেউজীয়া বিস্তীৰ্ণ বিশাল ধাননিৰ নিৰাবৰণ সৌন্দৰ্য বৰষুণজাকৰ পিছৰ চেঁচা সন্ধিয়াটোৰ ততোধিক শীতল নীৰৱতা, আৰু তাতকৈয়ো মিলিটেৰী কম্বলখনৰ তন্দ্ৰালস উমটো মাণিকে এবাৰ আকৌ অনুভৱ কৰি ললে, তাৰপিছত গাৰুৰ তলৰ পৰা ক'লা ডায়েৰী এখন উলিয়াই পঢ়িবলৈ এৰা পাত এটাৰ পৰা আকৌ পঢ়ি গ'ল......।

এৰি অহা দিনবোৰৰ অভিনয়বোৰৰ অভিজ্ঞতা আৰু স্মৃতিবোৰ মোৰ চাৰিওপিনে পিয়াপি দি ফুৰিছে। কিন্তু আৰু নাই। মোৰ ব্যক্তিত্ব প্ৰকাশৰ সাক্ষী এই মৰি যাব খোজা আধামৰা আধাজীয়া স্মৃতিবোৰক মই আৰু বেছি সময় মোৰ সৈতে বন্দী কৰি নাৰাখোঁ। সিহঁতৰ মুক্তিৰ সময় ওচৰ চাপি আহিছে। সেয়েহে মৰহা অতীতৰ ঘাত-প্ৰতিঘাতৰ কাহিনী, জীয়া বাস্তৱৰ চিৰকলীয়া বাস্তৱ আৰু মোৰ অসীম ভাবনাৰ



দুৰ্জ্ঞেয় ভবিষ্যতৰ আটাইবোৰকে নিজহাতে স্বীকৃতি দি মোৰ ডায়েৰীত ভৰাই থৈ গলো‥‥ ।

লাভ-লোকচান, সম্পদ-বিপদ বহুবোৰৰ মাজেদি বহু পথ এৰি থৈ আগবাঢ়িছোঁ, হেৰা-পোৱাৰ বাটটো পাহৰিব নোৱাৰো—দীৰ্ঘদিনীয়া। পঁয়ত্ৰিশ বছৰ পিছ পেলাই অহা জীৱনটোৰ কিমান দৰকাৰী কথা ভাবিলোঁ বা কৰিলো নাজানোঁ।

আজি সেইবিলাকলৈ মনত পেলাইছোঁ। সেইবিলাকে অৱশ্যে বেজাৰহে দিয়ে, তথাপি ভাবি ভাল পাওঁ, ভাল লাগে। মোৰো এটা ভাবিবলগীয়া অতীত আছিল ইয়াকে ভাবি মোৰ বেদনাক্লিষ্ট হৃদয়ো আনন্দত যেন উদাত্ত সমুদ্ৰগৰ্জনৰ দৰে হৈ যাব খোজে‥‥‥‥‥ ।

ভবিষ্যতৰ বুকুত মূৰ ৰাখি নিজকে প্ৰকাশ কৰাৰ সপোন, প্ৰখ্যাত, ধনী মানী কৰাৰ সপোন অস্থিৰ বৰ্তমানৰ বাহিৰতনো কোনে নেদেখে? অনাগত দিনৰ কথা ভাবি ভাবি তাহানি মোৰ কল্পনা-প্ৰলুব্ধ মনটোও এদিন বহুদূৰ আগবাঢি গৈছিল—মোৰ বাস্তৱ সত্বাটোত সকলোখিনি মিছা যেন দেখিছিলোঁ। অজ্ঞাত ভবিষ্যতটোহে যেন মোৰ প্ৰতি অতিপাত প্ৰাণৱন্ত, ওচৰ আত্মীয়ৰ দৰে হৈ পৰিছিল। বাস্তৱৰ কৰ্মপন্থাৰ যোগেদি দূৰ ভবিষ্যতত সৃষ্টিৰ এখন পৰিপূৰ্ণতাৰ আকাশী-চাং সাজিছিলোঁ ; আশাৰ পাথেয় সাচিছিলোঁ— । ঘূণ লাগিল। নেভাগি নোৱাৰিলে। সপোন আৰু সজীৱ বাস্তৱলৈ নাহে। এৰা, ইয়েই সান্ত্বনা। তথাপি তাহানিৰ সহজ মনৰ সহজ হিচাপে ভৰা কথাবিলাকলৈ মনত পৰিলে মনটো অৱসাদত সেমেকি উঠে। মই উগ্ধনা হৈ যাওঁ। কিন্তু তেনে ভাব ক্ষন্তেকীয়া। মোৰ ভয় হয় জানোচা পুৰণিদিনৰ হেৰাই যাব খোজা মোৰ মনটোৱে পুনৰ বাটৰ ভূ-পাই বাস্তৱৰ চকৰিত আঘাত কৰে। পিচে তাকৰীয়া সময়ে মোৰ ঠেকহীন শঙ্কাটো বহুদূৰ দমাই ৰাখি আহিছে। তথাপি—তথাপি এনেকুৱা তন্দ্ৰালস নিশাবোৰৰ সূচীভেদ্য অন্ধকাৰৰ মাজে মাজে সিহঁতৰ সৰ্পিল গতি মোৰ চাৰিওপিনে অনুভৱ কৰোঁ। সিহঁতক মই অস্বীকাৰ কৰিম কেনেকৈ ? এন্ধাৰে পোহৰে লুকাই থকা,

শৈশৱৰ, ল'বালিৰ, ডেকা কলেজীয়া জীৱনৰ জপা পুৰণি মোৰ জীৱনৰ মাধুৰিবোৰ—। ডেকা বয়সৰ দিন। লাহে ধীৰে বাগৰি বাগৰি বছৰৰ পিছত বছৰ আকলুৱা সময়টোৰ পেটত লুকাই পৰিল। ক'বই নোৱাৰিলোঁ। এৰা, ক'ব পৰা নোৱাৰাৰ মাজেদিয়েই কিমান ঘটনা হৈ যায়। বিপুল নিবিড়তাৰ মাজত আজি বহুতো বাহিৰা কথাকেই ভাবি পেলাইছোঁ। নহ'লে, চেন্স্, ৰাইফল্, টেঙ্ক, বেয়নেট—ইবিলাকৰ মাজত বেলেগ কথা ভবাৰ প্ৰশ্নই নুঠে। দহজনক বেয়নেটেৰে খুচি শেষ কৰিও নিজ প্ৰাণ বচোৱা, পদে পদে শত্ৰু-সৈন্যৰ চকুত ধূলি দি আগবাঢ়ি যোৱা, বিউগিলৰ উত্তেজনাপূৰ্ণ শব্দটোৰ তালে তালে—শকত লোৰ নাল লগোৱা বুট ভুপাত পেলাই পেলাই মাৰ্চ কৰা···। ইবিলাকৰ বাহিৰে অইন কিবালৈ মন দিয়াতো আমাৰ দুৰ্বলতাৰ বাহিৰে অইন একো নহয়। কিন্তু ···।

কিন্তু-এইবিলাকক এদিন অতিপাত ঘিণ কৰিছিলোঁ। অৱশ্যে ই হয়তো কোনোবা যুগৰে কথা। যুদ্ধ, কটা-মৰাৰ নামত নাক সিকটাই দিছিলোঁ। সুৰহীন জীৱন এটা মই নিশ্চয় কল্পনাকেই কৰিব পৰা নাছিলোঁ। মোৰ কল্পনাৰ ভবিষ্যতটোত তেতিয়া, সুৰ, শিল্প, প্ৰেম আৰু সৃষ্টিৰ বাহিৰে অইন একোকে স্থান দিয়া নাছিলোঁ। কিন্তু মোৰ ভাবনাক নেওচি বেটেল গ্ৰাউণ্ডৰ পোৰা মাটিৰ গোন্ধেই আজি আন সকলো মোলান পেলাই দিলে। বিলৰ পদুম মৰি গ'ল ; গীতনিহে ৰ'ল গৈ······।

আহত বন্দী হ'লেও মই সৈনিক। আই. এন্. এ'ৰ এজন মিলিটেৰীৰ সন্মান মোৰ সত্বাত। এৰা, আজি চাৰি বছৰে মই দেশসেৱী সৈনিক। শত্ৰুসৈন্যৰ বুকুৰ তেজেৰে বেয়নেট্ ৰাঙলী কৰি, সিহঁতৰ বুকুৰ ওপৰেদি আগবাঢ়ি যোৱাটোৱেই এতিয়াও মোৰ প্ৰথম কৰ্তব্য—। তাৰ পিছৰখিনি ভাবিবলৈ বেলেগ আছে। অন্ততঃ আমাৰ পোনপটীয়া দৰকাৰ নাই। "ডে আৰ্ নন্ টু আচ্ক্ হোৱাই·· ডে আৰ্ অ'ন্লী টু ডু এণ্ড্ ডাই ····।"

নিপজন ঢুকালেই। তিনিটা বুলেট্ বুকুত বান্ধি সি আজি ইমান দিনে জীয়াই থকাটোহে মোৰ কাৰণে আচৰিত লাগে। মৰম আকলুৱা জীৱনত খৰাং বাটেদি বাটবুলা এই নিপজন। আমি অসমীয়া কেইজনৰ ভিতৰত সিয়েই আছিল—কম বয়সীয়া। ডেকা, বলিয়া মন; বিদ্ৰোহৰ নৈত নিতিতি নাথাকে। যোৱা মাহৰ এদিন গৰিলা যুদ্ধত আমি হঠাতে বৃটিছ সৈন্যৰ হাতত ধৰা পৰি গ'লো। নিপৰ খুন হ'ল। আটাইতকৈ বেছি ক'বলৈ গ'লে মোৰ একো নহ'ল বুলিবই পাৰি। তেতিয়া আমি ইয়াৰ পৰা শ-মাইল মান দূৰৈৰ চিয়ায়ু নামৰ গাঁওখনৰ ওচৰত ৰণ কৰিছিলোঁ।

বেয়নেটেৰে খন্দা ছফুটিয়া ওখোৰা-মোখোৰা কেঁচা গাঁতটিয়ে অৱশ্যেই নিপৰ আত্মাটোক কেতিয়াও পোত খুৱাই ৰাখিব পৰা নাই। তাৰ বিদ্ৰোহী আত্মা চিৰবিপ্লৱী—। এনেদৰে অজ্ঞাত ঠাইত কুকুৰৰ দৰে মৰিবলৈ হয়তো তাৰ ইচ্ছা নাছিল, হ'লেও মানুহৰ মন, মিলিটেৰী হ'লেও সিহঁতো মানুহ; তেজ মঙহৰ মানুহ। সিহঁতৰো অন্তৰ আছে, তাত অভাৱ-অভিযোগৰ আকুতি আছে। হঠাতেই সিহঁতৰ প্ৰতি মোৰ মনটো যেন কোমল অনুভৱ কৰিলোঁ। সিহঁতৰ প্ৰতি, করুণা আৰু অনুভূতি মিশ্ৰিত অসীম মমতাত মোৰ মন আজি সুদীৰ্ঘ চাৰি বছৰৰ মূৰত বৰ দুৰ্বল অনুভৱ কৰিলোঁ। যুদ্ধৰ বিভীষিকাৰ জটিলতা সন্মুখত লৈ, এই-বিলাকৰ সৈতে যিমানেই পাৰি নিঃসংলগ্নী হোৱাই ভাল। নহ'লে এৰি অহাবোৰৰ স্মৃতিয়ে পিছলৈ টানিব। সেয়েহে ভাবিছোঁ নিপৰ মৃত্যুক নিতান্তই আওমৰণৰ বাহিৰে অইন বুলি ভাবিব নোৱাৰা তেনে কোনো আত্মীয়জন চকুপানী পেলাবলৈ নাই, কেও নাই। আমাৰতো চকুৰ পানী কাহানিয়েই শুকাই নোহোৱা হৈ গ'ল—।

আৰু এজনলৈ মনত পৰিছে। বেচেৰা হাফিজজন। দুমাহ আগতে চুইচাইড্ কৰি মৰিল। তাহানি কলেজত থাকোতে এনক আৰ্ডেন নে ক'ত জানো পঢ়িছিলোঁ, এনকলৈ বহুদিন বৈ বৈ তেওঁৰ বিবাহিতা পত্নীয়েই এদিন বাল্যকালৰ ক্ষুদ্ধ প্ৰেমিক ফিলিপক বিয়া কৰিছিল। হাফিজৰো

সেয়েই হ'ল। তাৰ ইমান মৰমৰ, ইমান প্ৰণয়ৰ মেৰীজনী তাই তাক অপেক্ষা কৰিব নোৱাৰিলে। মৃত্যুমুখী এজনৰ প্ৰতীক্ষাই তাইক তিতিক্ষাৰ বাহিৰে অইন কি দিলেহেঁতেন সি সন্দেহৰ কথা। কিন্তু হাফিজে সহজে লব নোৱাৰিলে। তাৰ জীয়াই থকাৰ মোহ লেবেলি গ'ল। দেশৰ হ'কে যুঁজি, মাতৃভূমিক স্বাধীন কৰি তাৰ স্বাধীন নাগৰিক হোৱাৰ সপোন, উৎসাহ, ক্ষমতা সকলো সিদিনা হেৰুৱাই পেলালে। খুব ইচ্ছা গৈছে —ডায়েৰীখনত তাৰ কাৰণে এটি ভাল লাইন কোট কৰি থৈ যাওঁ নেকি, নাই একো মনত নপৰে। কিমান দিন চৰ্চা নাই সেইবোৰৰ—।

কিন্তু আত্মহত্যাৰ কথা ভবা নাই, মৰণৰ কথা ভাবিলে এতিয়াও মোৰ বেজাৰ লাগে, ভয় অৱশ্যে নকৰোঁ। হেজাৰ হওক মৃত্যু। চিৰকাললৈ অখ্যাত হৈ যাবলৈ এতিয়াও মোৰ ভাল নালাগে।—কিন্তু, কিন্তু মোৰ মৃত্যু নিচেই মূৰৰ শিতানতেই বৈ আছে। মই জানো অদেহী আত্মাৰ মোৰ মুক্তি ধ্বনিত মুখৰিত। তথাপিও সেউজীয়া পৃথিৱীৰ মৰম নেওচি চিৰকাললৈ নিঃশেষ হৈ যাবলৈ মোৰ ভাল নালাগে সেয়েহে কৰ্ট মাৰ্শ্বালৰ ভয়াবহতা মুদিত দৃশ্যই মোৰ মনৰ চৌদিশে ঘেৰটোপ দিয়া স্বত্বেও জীয়াই থকাৰ মোহটো নিম্নমুখী নহ'ল! কৰ্ট মাৰ্শ্বালৰ অভিজ্ঞতা···। কাইলৈৰ ৰাতিপুৱাৰ সূৰুযৰ প্ৰথম দৰ্শনৰ লগে লগে নামি আহিব মোৰ জীৱনৰ নিৰুত্তাপ নীৰৱতা। বন্দীশক্ৰৰ কাৰণে ই ন-আদেশ নহয় কিন্তু থুপকাষ্ঠৰ সন্মুখত, মৃত্যুৰ তিলক পৰিধান কৰোঁৱা বলিৰ পঠাক ঘাঁহ পানী দি তাৰ নিচেই ওচৰতেই তীক্ষ্ণক, ছিন্ন মুণ্ডাকাংক্ষিত খড়্গাখনক তীক্ষ্ণতৰ কৰাৰ দৰেই মৃত্যুদণ্ডিত আমাক সামান্য গুলিৰ আঘাতৰ কাৰণে হস্পিতেলৰ ক্ষুদ্ৰসংস্কৰণ এই জেইলৰাৰ্দৰ স্পেশ্যাল কেয়াৰ টেকাৰ কেবিনত থোৱাটোহে মোৰ মানত হিপক্ৰেশিৰ ন-আদৰ্শ বুলি বিস্ময়াবহ অনুভৱত্বৰ ঢৌ উথলি উঠিছে। মোৰ মনটোৱে অথনিবে পৰাই শেষ প্ৰাপ্য মৃত্যুৰ অভিজ্ঞতাকেই ভাবি ভাবি তেনেই উৰঁলি পৰিছে। এৰা ন-অভিজ্ঞতা—কৰ্ট মাৰ্শ্বাল।······নিশাৰ এন্ধাৰবোৰ লাহে লাহে দূৰলৈ পলাই যাব···সূৰুযৰ ৰাঙলী আভাত নিশাৰ-এন্ধাৰবোৰ নোহোৱা হৈ

যাব। নৈশ শান্ত গ্ৰাউণ্ডখনৰ জড়তাভঙ্গ হৈ পুনৰ নিজম হৈ যাব ··। ছ-ফুটিয়া শকত কাঠ কেইছটাত বন্ধা থাকিব দহোটাকৈ মৃত জড় মানুহ। ক'লা কাপোৰেৰে আবৃত মূৰ কেইটাৰ সৈতে মানুহ কেইজনক একোটা প্ৰেত মূৰ্তি যেন দেখাব, সিহঁতৰ মৃত্যু যেন আগতেই হৈ গ'ল।

······মেজৰে ঘনাই ৰিষ্ট ওৱাচ্‌টোলৈ চাব ; আৰু সিহঁতৰ সন্মুখত কাচিজোনৰ দৰে এক অৰ্ধবৃত্তত বৃটিছ সৈন্য কিছুমানে ফুল লোডেদ্ ৰাইফলবোৰ লৈ সিহঁতৰ পিনে টোৱাঁই থাকিব। হঠাতে মেজৰে চিঞৰি উঠিব···টাইম্·· ৰেদি ; ওৱান···টু···থ্ৰি—। গোটেইখন পথাৰৰ নীৰৱতাক থান্ বান্ কৰি সিহঁতৰ চেঁচা বন্দুকৰ নলীবোৰ গৰম হৈ উঠিব আৰু থুপ্ৰাকাষ্টত বন্ধ মানুহ কেইজনৰ মূৰবোৰ নিতান্ত অলস ভাৱেই যেন ওলমি পৰিব ·· তেজেৰে গোটেইখন তেনেই ৰঙীন হৈ যাব—। মোৰ আত্মা, মোৰ প্ৰাণপখী উৰি যাব কোনোবা অচিন দেশৰ ৰহস্যময় মহানগৰীলৈ—। সুৰ···শিল্প···জীৱন · জীয়াই থকাৰ মধুৰ ইতিহাস, ৰচাৰ মধুৰ কল্পনা ··সকলো চুৰমাৰ হৈ যাব ক্ষন্তেক পিছতেই। মৃত্যুৰ বিৰুদ্ধে এক্সপ্লেনেচন্ নাই। সন্ধিয়া ভাগি এন্ধাৰ বহুতো আগ:তই আহিল। নিশাৰ আৰু কেইঘণ্টামান হাতত আছে। নিঃসন্দেহে ইয়েই এটাইতকৈ দীঘল সময়—জীৱনটোৰ এটাইখিনিকে উপভোগ কৰিবলৈ পুৰণি বিলাকলৈ এবাৰ চকু দিবলৈ—। লিখিবলগীয়া বহুতো আছে। শেষবাৰলৈ। কিন্তু মই সৰ্বাঙ্গিক ভাবেই অপ্ৰকৃতিস্থ হৈ পৰিছোঁ যেন লাগিছে ; বৰ ক্লান্ত নিঃসহায় যেন লাগিছে আজি, বহুদিনৰ মূৰত—এই সুদূৰ ব্ৰহ্মদেশৰ নিৰিবিলি চুক এটাত। মোৰ চকুৰ আগত ক্ৰমাগত বহুকেইখন পৰিচিত মুখৰ ছাঁ ভাহি উঠিছে—মোৰ চকুৰ আগত অসমৰ এখন গাঁৱৰ এটি পৰিয়ালৰ চিত্ৰ খীণকৈ হ'লেও ভুমুকি মাৰিছে !

বৈ পৰা বাঁহৰ জাৰ্ণিখনৰ সিপাৰে। ৰূপহী নৈৰ পাৰত থকা নিজগুলীয়া গাঁও এখন ভকুণ সপোনবুলীয়া, সেউজীয়া পথাৰখনৰ সৈতে ৰূপহী গাঁওখন. তাৰ মাজতেই উঠি অহা এটা মধ্যবিত্ত মাতৃহীন পৰিয়াল। বাপেকজন আদহীয়া, ডাঙৰ পুতেকে .ওচৰৰ চহৰত পঢ়ে। সকলোনে

বাপেকৰ খেতিৰ কামত সহায় কৰে ; গাঁৱতে পঢ়ে। সুয়োজন পুতেকক পঢ়িবলৈ খৰচে নোজোৰে। বৰপুতেকে মেট্ৰিক পাছ কৰি চহৰতে টিউচন কৰি হ'ষ্টেলত থাকি পঢ়ে।

দিনবোৰ বাগৰে। সিহঁতকো বগৰাই লৈ যায়। বৰপুতেকে বহুতো কষ্ট কৰিও শেষলৈ নোৱাৰিলে। দুবছৰৰ মূৰত কলেজ এৰি দিবলগীয়াই হ'লগৈ। কিন্তু অযাচিতভাৱে সহায় কৰিলে ৰূপহী গাঁৱৰ মৌজাদাৰ চন্দ্ৰকান্ত চৌধুৰীয়ে। মৌজাদাৰৰ গাত পাতি সহায় কৰিব ওলোৱা কথাৰ মোহত সিদিনা দেউতা ভোল নোযোৱা হ'লে……। থাকক। হৈ যোৱা ভাগ্যৰ ওপৰত আঁচোৰ মাৰিবৰ ইচ্ছা আৰু নাই।

নিশা আগবাঢ়িছে। বাহিৰত এন্ধাৰৰ তীব্ৰতাক জোনাকৰ পোহৰে বহুখিনি মোলান পেলাই দিছে। গছপাতৰ জোপোহাবোৰ কুঁৱলিৰ মাজত ধূসৰ দেখাইছে। বতাহৰ মৃদু কোবত পাতৰ আগলিৰ পৰা নিয়ৰবোৰ সৰি পৰিছে। মমডালৰ বাঁহপতীয়া শিখাটো কঁপি উঠিছে— লগে লগে কোঠাটোৰ ভিতৰৰ পোহৰ বিলাকো যেন দূৰৈৰ পৰ্বতবোৰৰ সৈতে দৃষ্টিৰ দিগন্ত বহুত আগতেই হেৰাই গৈছে। টেবিলখনত দৰবৰ বটলটো তেনেই পূৰ হৈ আছে। দৰবৰ বদনাম আনি মৃত্যু বৰণ কৰিবলৈ ইচ্ছা নাই। থাকক। অইনৰ কামত কেতিয়াবা লাগিব। সিটো ৱাৰ্ডৰ পৰা জাপানীজনৰ কেঁকনিটো বৰ প্ৰকট হৈ উঠিছে—নিশাৰ গম্ভীৰতা ভঙ্গ কৰি। নাৰ্ছ কেইজনীবো টোপনি ধৰিছে চাগৈ। এৰা, নিজৰ সন্তানৰ দৰে এই মৃত্যুমুখী প্ৰাণীকেইটাক শুশ্ৰূষা কৰি কৰি সিহঁতবো ভাগৰ লাগিছে নিশ্চয়। মম ডালৰ ক্লান্তভাৱে বিচ্ছুৰিত ৰশ্মিবোৰে কোঠালীটোৰ ভিতৰখনত যেন কোনো এক সপোনকুঁৱৰীৰ ৰাজ্যৰ কুঁহেলিকাৰ সৃষ্টি কৰিছে। টিংচাৰ আৰু বেন্‌জিনৰ গোন্ধটো নাকত লাগিয়েই থাকিল। মোৰ কাষৰে বিছনাখনত অইন এজন জাপানী। সিও টোপনি গৈছে—হয়তো সপোন দেখিছে, তাৰ ঘৰৰ সপোন, ল'ৰা-ছোৱালী, ভাই-ভনী, বন্ধু-বান্ধৱ কিমানৰ সপোন। কালিৰ ৰাতিপুৱাটোৰ কথা হয়তো সি পাহৰি পেলাইছে একেবাৰেই। মোৰ শৰীৰো খুব অৱশ

লাগিছে—চকুহুটা খুব কিবা কিবি লাগি গৈছে। হাত মেলি বটলটোৰ পৰা অকণমান মুখত বাকি দিলোঁ। আঃ হোৱাট্ চিয়াৰ্। তৰল পদাৰ্থ খিনি যিপিনেই গ'ল, মোৰ সেই সৰ্বাঙ্গ সকিয়াই দি গ'ল। শেষ ইচ্ছা জনাবলৈ অৰ্দাৰ আহিছিল। ইচ্ছাবোৰতো মৰহিয়েই গ'ল। তথাপি জনাইছিলোঁ। এবটল সাধাৰণ মদ আৰু এই ডায়েৰীখন লিখাৰ উপাদানবোৰ। দ্বিতীয়বিধ দিবলৈ কৰ্তৃপক্ষৰ আপত্তি নাছিল। কিন্তু আপত্তি আছিল প্ৰথমবিধ দিয়াতহে, যিহওক, দুয়োটাকেই পাইছো যেতিয়া।

লিখাৰ ক্ষমতাটো পুনৰ হস্তগত কৰি থলো। ওঁ, হিচাপী মানুহ চন্দ্ৰকান্ত। কিন্তু তেওঁৰো হিচাপত ভুল লগালো ময়েই। যিদিনাই মৌজাদাৰৰ পুত্ৰীৰ পাণি-গ্ৰহণৰ অসংযত দাবী মই প্ৰত্যাখ্যান কৰিবলগীয়াত পৰিলোঁ, সিদিনাই মোৰ আগত সকলোবোৰ পৰিস্কাৰ হৈ পৰিল। মৌজাদাৰৰ অযাচিত কৰুণাসাগৰত সিদিনা উপকূল পালোঁ।……বি. এচ. চি.ৰ ফাইনেল দিয়া শেষলৈ নহ'লগৈ। ঘৰ পালোহি। দেউতাই ক'লে, "ভাল কাম নকৰিলি প্ৰণো। বয়স তোৰ নোহোৱা নহয়। মৌজাদাৰৰ ছোৱালী, তোৰ কাৰণে অযোগ্য নহয়। দুবছৰে চন্দ্ৰৰ টকাৰে পঢ়ি আজি অকৃতজ্ঞ হৈ তেওঁৰ এটা অনুৰোধ ৰাখিব নোৱাৰাতো কিমান লাজৰ কথা ভাবি চাইছনে?…" ভবাৰ ক্ষমতা সেইদিনা হেৰুৱাই পেলাইছিলোঁ……মৌজাদাৰৰ জীয়েক মোৰ কাৰণে অযোগ্যা নহয়।

"যি হ'ল, হ'ল আৰু, চুকে-কোণে থকাখিনিৰেই পৰীক্ষা তো দেগৈ"। —দেউতাই পিতৃত্বৰ মৰমখিনি ঢালি দি ক'লে। কিন্তু মই নোৱাৰিলোঁ চাৰিওপিনে বিকট দৈন্যৰ কবলত দিগ্‌বিদিক নেদেখা বৃদ্ধ দেউতাক আৰু বেছি কষ্ট দিবলৈ মোৰ মাৰ্জিত মন সংকোচিত হ'ল।

তাৰপিছৰ পৰাই আৰম্ভ হ'ল মোৰ পপীয়াতৰা জীৱন, ডলাৰ বগৰীৰ দৰে বাগৰি ফুৰা মোৰ পাৰহৈ অহা দিনবোৰত ক'তো গুৰুত্ব নাই। তেনেই সাধাৰণ মানুহৰ দৰে সাধাৰণ জীৱন এটা—। দুবছৰ খেতিয়ক তিনি বছৰ শিক্ষক, তাৰ পিছত বেকাৰ আৰু সৰ্বশেষত সৈনিক—বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজেদি আগবাঢ়ি অহা মোৰ জীৱনৰ কক্ষপথটো হেৰাই যাব,

যাক বিচাৰি উলিয়াবলৈ মোৰ পিছত কোনো নাই। তথাপি মোৰ মৃত্যুত কান্দিবলৈ ঢেৰ মানুহ আছে। সেয়েহে যিমানেই নাভাবোঁ কিয় মোৰ মৃত্যুত কান্দোতা কোনো নহওক বুলি, তথাপি স্বীকাৰ নকৰি নোৱাৰো মোৰ কাৰণে কান্দোতা মানুহ যথেষ্ট আছে। এদিন অৱশ্যে ভাবিছিলো আত্মীয় পৰিজনক শোক সাগৰত পেলাই থৈ, শয্যাগত হৈ মৃত্যুবৰণ কৰাটো তেনেই আনৰিফাইনিটিৰ কথা।

বহুত দিনৰ মূৰত মোৰ মৰণবাৰ্তা, অকাইচুকত পৰি থকা পৰিজন সকলৰ কাণত পৰিব। বহুতে শোক কৰিব, চকুলো টুকিব। এই বিষয়ে সন্দেহ নাই। অন্ততঃ মোৰ প্ৰেতাত্মা দুটোপাল শোকাকুল চকুলোৰ পৰা বঞ্চিত নহ'ব—এইভাৱত মোৰ মন সেই সকলৰ প্ৰতি অসীম কৃতজ্ঞতাত উপচি পৰিল।... ..ঘৰ আছে, গাঁও আছে, তাৰেই ভঙা পঁজা এটিত বৃদ্ধ পিতা আছে, ভাইটি আছে, অণ্ডহী-বণ্ডহী, মোমাই, খুৰা, পেহীদেউ, জেঠাইদেউ কিমান আছে। তেওঁলোকে অৱশ্যে মোক পাহৰি পেলোৱাটো সম্ভৱ। এৰা, আজি কিমান দিন গাঁৱলৈ মুখেই কৰা নাই। তেওঁবিলাকৰ মানত মই মৰি ভূত হৈ নগ'লেও মোৰ কথা কাচিৎহে ওলায় হয়তো তেওঁলোকৰ মাজত।

য়াংচু কেম্পত থাকোতে দেউতাৰ শেষ চিঠিখন পাইছিলো। বহুত কথাৰ মূৰত দেউতাই লিখিছিল, "সেইবোৰ এৰি দি ঘৰলৈ গুচি আহ। মই আলৰেই হ'লো, মাটিবাৰী খিনিকে চলাই মিলাই খাবিহিক, ফুনুৱেটো সময়েই নাপায়।" ফুনু মোৰ সৰু ভাইজন, তাক দেউতাই মানুহ কৰিব নোৱাৰিলে। কোনোমতে মেট্ৰিকলৈ পঢ়ালে। দিবনো ক'ৰপৰা? মোক দিওঁতে থওঁতেই লাম-লাকটু শেষ হ'ল। মাটি বন্ধকত গ'ল, উচ্চ-শিক্ষালৈ ধাউতিৰ অভাৱ তাবো নাছিল, দেউতাবো নাছিল, কিন্তু অভাৱ আছিল ধনৰ। কিমানবোৰ জীৱন সমলহীন হৈ এইদৰে অকালতে নষ্ট হৈ গৈছে সিহঁতৰ মাজৰেই এটি জীৱন তাবো। মই দেখিও নেদেখিলোঁ। মোক ইমান কষ্টেৰে নপঢ়াই দেউতাই তাকেই পঢ়োৱাহেঁতেন, ফুনুৱে বহুত কৰিব পাৰিলেহেঁতেন, নিজকে প্ৰতিষ্ঠা কৰিব পাৰিলেহেঁতেন, জীয়াই

থকাৰ সাক্ষী মোৰ আগলৈকো নাই পিছলৈকো নাই ; কিন্তু জীয়াই থকাৰ চেষ্টা, আশা, এইবোৰেই মোৰ নিচলা ভৱিষ্যতত মোৰ হৈ সাক্ষী দিব। সেয়েহে ক্ষন্তেক আগতে জীয়াই থাকিব খোজা হেঁপাহটো এতিয়া বহুখিনি চেঁচা হৈ পৰিল। .... আহক। শীতল, ক্লান্তিময় মৃত্যুৰ জঠৰতাই মোৰ সমগ্ৰ সত্তা লেহন কৰক—মোৰ চাৰিওপিনে সৃষ্টি হওক মৃত্যুনীল বিভীষিকা ..। মৰণ যন্ত্ৰণাৰ অক্টোপাচৰ বাহুবন্ধনত আলিঙ্গন হওক মোৰ মাটিৰ পৃথিৱীৰ মটীয়া জঁকাটো। সিহঁতৰ গুলিৰ আঘাতত মোৰ শৰীৰৰ ৰন্ধ্ৰে ৰন্ধ্ৰে বৈ পৰক ৰক্তপুঞ্জৰ তপত ধাৰা—। দুখ মাত্ৰ এয়েই— অখ্যাত আত্মা মোৰ অখ্যাত ভাবেই মুক্তিৰ পথাৰত অচিন পথ ললে বা ল'বলগীয়াত পৰিল। দুখ কৰিনো কি কৰিম।

উছাহ উদ্দীপনা আৰু আশাৰ আমেজ লৈ স্কুল এৰি যিদিনা কলেজ সোমালোঁ। সেইদিনা মোৰ বাস্তৱৰ জঁকাটো পাহৰিয়েই আছিলো। পুত্ৰবৎসল দেউতাই মোক একোকে ভাবিবলৈ দিয়া নাছিল। টিউচন কৰি পোৱা টকাৰ উপৰিও প্ৰথম দুবছৰলৈকেই দেউতাৰ পৰা টকা পাইছিলোঁ। "পঢ়ক বাচাই, পঢ়ি ডাঙৰ মানুহ হওক, মন্ত্ৰী হওক। তেতিয়া দিন আপুনি ঘূৰি আহিব ...” বৃদ্ধ দেউতাৰ সৰল অন্তঃকৰণখনলৈ মনত পৰিলে পুতৌ হয়। মোৰ চকুত তেতিয়া যৌৱনৰ আগলি বতাহে সকিয়াই দি যোৱা তেল পিছল যৌৱনৰ আমেজ ; কিবা এক মহান সৃষ্টিৰ, স্বাধীনতাৰ সোৱাদ পাব খোজা অদম্য স্পৃহা ; বিদ্ৰোহী তেজেৰে শিৰা-উপশিৰা বিষাক্ত।

... ..সুখ-দুখৰ দাহেচীয়া মন আকৌ সেউজীয়া হৈ যায়... .. অন্তৰৰ কোনোবা চুকেদি শ্ৰেলীৰ স্কাইলাৰ্কে ভুমুকি মাৰি উৰি যায় কোনোবা দিক্‌চোৰ ধূসৰ দিগন্তলৈ . . !! কিমান মাদকতা-সনা, তৃপ্তিময় আনন্দপূৰ্ণ দিনবোৰ তাহানিৰ—। খেল-ধেমালি, ষ্ট্ৰাইক, পিকনিক, গান-বাজনা, কিতাপ-পত্ৰৰ মাজত উটিবুৰি কোঁহফটা তুলাৰ দৰে ডেকামন উৰি যায়। চুপাৰিণ্টেণ্ডেণ্টৰ চকুত ধূলি দি নিশা চেকেণ্ডচোৰ ইংলিচ ফিল্ম চাই নিশা পাৰ কৰি দিয়া, তাৰ

কোনোবা এগ্ৰভিচৰ সৈতে ভৰথীৰ প্ৰণয় চাতুৰীৰ বিষয়ে সমালোচনা কৰা, কোনজন ডেকাৰ কোনজনীলৈ বিশেষ অনুৰাগ, লগতে কোনোবা পূৰ্বাভিজ্ঞ ব্যৰ্থ প্ৰেমিকৰ সতৰ্কবাণী—এইবোৰৰ মাজেদিয়েই জীৱন চকৰি ঘূৰি ঘূৰি কেনিবা পায়গৈ। · ···ডুমা, হেবাৰ্ট, হাৰ্টলে, ল'নী ··কিমানৰ সতে সম্বন্ধবোৰ কট্‌কটিয়াকৈ বান্ধি পেলাওঁ। থিৱৰিৰ ওপৰি থিৱৰি, চাইদ্ থিৱৰি, হাইপোথেচিচ্—কিমান বিলাকৰ মাজত মন উটি বুৰি থাকে। কি হ'ল সেইবোৰ পঢ়ি? এতিয়া ভাবিলে বেয়া লাগে।······ তাহানি কলেজীয়াদিনৰ লগৰীয়াবোৰৰ সৰহখিনিকেই পাহৰিলোঁ। মনত ৰাখিবলৈ চেষ্টাও অৱশ্যে কৰা নাই কোনোদিন; দৰকাৰো নাই। নিজৰ বিষয়ে ভাবোঁতেই বিতত হওঁ। তেতিয়াৰ দিনৰে সুখৰ দুখৰ লগৰী মাণিক গোহাঁইজন, এতিয়াও, ধৰা নপৰালৈকে তেৱেঁই আছিল। সিদিনালৈকেই একেই কেম্পতে আছিলোঁ।

আকাশ পাতাল বহুত ভাবিছোঁ। পোৰা মমডালৰ গোন্ধটো বতাহে নাকত লগাই দিছেহি। · · জীয়াই থাকিবলৈ আৰু হেঁপাহ নাই। সংসাৰৰ ভোগ বহুত পালো; মৰম-চেনেহ, ভালপোৱা, হিংসা-কপটতা, প্ৰত্যেকটোৰে সোৱাদ পালো। শেষ প্ৰাপ্য এতিয়াও বাকী। তাৰেই আশাত মোৰ মন-প্ৰাণ অধীৰ হৈ উঠিছে; য়াংচু কেম্পত থাকোতে বুঢ়া জালিয়া চাপ্ৰাচীজনে কোৱা কথাএষাৰ মনত পৰিছে—জনম হেনো মৰিবলৈকেই। কপালৰ শিৰ কেইডাল গোট খুৱাই বহু অভিজ্ঞ ঘোলা চকুযুৰিৰ দৃষ্টিটো যথাসম্ভৱ দূৰৈত ৰাখি সি এদিন কৈছিল। বুঢ়া মন ডেকা কৰি সিও সুদূৰ উৰিষ্যাৰ পৰা আমাৰ দলত ভৰ্তি হৈছিলহি। এদিন সুধিছিলোঁ। বৰ আচৰিতভাৱে বুঢ়া উৰিয়াজনে উত্তৰ দিছিল কলৰ ভুৰৰ দৰে থকা কেইদিনহে ভাহিৰ হেনো। সোতোৰা পৰা গাল দুখনেদি বাগৰি পৰা ঘোলা চকুদুটাৰ পৰা ওলোৱা চকুলো দুটুপিৰে জালিবামৰ হাঁহিটো বৰ কিবা লাগি গৈছিল সেইদিনা। তাত থকা কেইদিন জালিয়াৰ সৈতে বেচ মিতিৰালিথন হৈ গৈছিল। ঘৰ-পৰিয়ালৰ কথা সুধি সুধি একোদিন অতি আমনিও দিছিল মোক।

বিয়াৰ কথাত সুধিছিল · বিয়া নকৰালি কেলৈ? বাপেৰৰ মমতাৰ সোধনো এইদৰে দিলিনে? · · বিয়া। উত্তৰ দিব পৰাহেঁতেন ভালেই আছিল। এৰা, বিয়া মই নকৰালোঁ। মিনু, মৌজাদাৰৰ জীয়েক; ৰূপৱতী দ্বিচাৰিণী যদিও মোৰ কাৰণে অযোগ্যা নহয়।·· মোৰ ডায়েৰীৰ এই শেষ নিশাৰ অভিযানত, আৰু এজনৰ স্থান অঙ্কন কৰিবৰ বাবে মোৰ মৃত্যুমুখী প্ৰাণ সজাগ হৈ উঠিছে।

কুঁৱলি বাহিৰত বেছি হৈ পৰিল। লাহে লাহে নিশা আৰু আগবাঢ়ি, আৰু বেছিকৈ ঘড়ী কাটা ডায়েলৰ ওপৰেদি বাগৰি গৈছে। পাহাৰখনৰ নামনিয়েদি, বিলখনৰ মৰি যোৱা মেটেকাবোৰ জোনাক আৰু নিয়ৰৰ মাজত অপৰূপ দেখাইছে, নিঃপালি দিয়া হস্পিতেলখনৰ জীয়াই থকাৰ উমান নাইকীয়া হৈ গ'ল বহুত আগতেই। সেই জাপানীজনৰ কেঁকনিটোও একেবাৰেই নিস্তব্ধ হৈ গৈছে—কোনে জানে কিজানি চিৰদিনলৈকেই। কাষৰ গছ এজোপাৰ পৰা ফেঁচা এটা কুৰুলিয়াই উৰি গ'ল।

—বিয়া; বিয়াৰ কথা এদিন ভাবিছিলো অৰণ্যে শান্তনীড় বন্ধাৰ সপোন, এখন সুখময় সংসাৰ সৃষ্টিৰ কাৰণে এদিন নভবাকৈ নাছিলোঁ। কিন্তু কল্পনাই মোৰ ভাবনাৰ সান্নিধ্য আৰু নাপালে। বিশাল ভাৱৰৰ মাজতেই সি লয় হৈ গ'ল। যোৱা কথা যাবলৈ দিয়াটোৱেই ভাল আছিল যেন পাওঁ। মোৰ জীৱনৰ শেষ সন্ধিয়াত তাক মনত পেলাই লাভ নাই বুলিয়েই জানো। তথাপি—

পবিত্র কেঁচা পোহৰৰ দৰে আমাৰ বিমল ভালপোৱাৰ মাজত সাক্ষীৰ আৱশ্যক নাই, "প্ৰণবদা তোমাৰ সাক্ষী তোমাৰ আত্মা, মোৰ সত্তা · আমাৰ পবিত্ৰ মহাযাত্ৰাৰ পথত হয়েই যথেষ্ট। · ·· " নামি অহা সন্ধিয়াৰ বতৰা দি, লাহে লাহে দূৰ দিগন্তৰ পিনে উৰিযোৱা পানী হাঁহ জাকলৈ চাই, মোৰ কান্ধত অলসভাৱে ভেজা দি তেওঁ কৈ গৈছিল—! বিশ্বাস হয়তো বহুতেই কৰিবলৈ টান পাব। আনকি মোৰ নিজৰেই আজি সন্দেহ হৈছে—।

—কিন্তু অন্তৰৰ পৰাই স্মৃতিক ভাল পাইছিলো, পৃথিবীখন কঁপি উঠিল নেকি? কম্পিতা ধৰণী নিকম্পা কেতিয়াও নহয়। গুজৰি গুমৰি তাৰ অন্তৰৰ গাপলৈ থকা অসংখ্য ৰুচিলে আজিও কান্দে। নিশাৰ সহাবিবিহীন মুহূর্তবোৰ খাপে খাপে আগবাঢ়ে, গৈ থাকে। নিম্রাতী সুপ্তা পৃথিৱীৰ উশাহ-নিশাহৰ আঁহে আঁহে শুক্লাপক্ষৰ জোনৰ শেষ ৰশ্মিখিনি মেঘৰ মাজত লুকাই পৰিছে হয়তো। নীলা আকাশখনৰ ৰূপটো ক'লা যেন দেখি ভিতৰৰ পৰা। সুপ্ত নগৰীৰ শান্ত আবহাওৱা। মমডাল পুৰি শেষ হৈ গ'ল। নতুনকৈ এডাল জ্বলাই ললো। কাষৰ জাপানীজনে আঁহ ওঁহ কৰি উঠিল। মদৰ বটলটোৰ পৰা আৰু দুঢোক মান ডিঙিটোত ঢালি দিলো। মদখোৱা অভ্যাস আগতে নাছিল। এতিয়া শিকিলো।

জোনটো আকৌ ওলাই পৰিছে। পাহাৰখনৰ টিং কেইটা পুনৰ ধূসৰ হৈ দেখা দিলে। মৌন ইতিহাসৰ বুকুত মৌন হৈ যাব খোজা কথা কিছুমান সন্দেহ নাই। তথাপি মনত আছে। মন উদাস হৈ যায় ···ক্লান্ত শৰীৰত আকৌ শিহৰণ জাগে—সঁচাকৈয়ে স্মৃতিক ভাল পাইছিলোঁ—ডেকা এজনে গাভৰু এজনীক যেনেকৈ ভাল পায়। কল্পনাৰ ভৱিষ্যতে বাস্তৱৰ ভৱিষ্যতক দলিয়াই পেলাইছিল।

মন সাগৰৰ ঢৌ বোৰ কঁপি কঁপি শেলুৱনিৰ মাজে মাজে বহু দূৰলৈ বাগৰি পৰে। জিৰণীয়া-মৌ উৰে। জোকালে কামুৰে। ভৰ যৌৱনৰ নীলিম আকাশত মোৰ স্মৃতিয়ে সৃষ্টিৰ প্ৰথম পোহৰ ঢালিছিল যৌৱনৰ পুঁৱতি নিশাৰ সপোনত তেওঁকেই সপোন কুঁৱৰী বুলি কপালত আঁকি লৈছিলো। স্মৃতি ৰেখা, স্মৃতি, নিলীমা—তেওঁ, মোৰ চকুত স্বপ্নৰ ভাষা ঢালি দিছিল আদিম সৃষ্টিৰ সত্যালৈ বাট দেখুৱাই লৈ গৈছিল, মুগ্ধ কৰি মৰম কৰিছিল। নিজকে পাহৰি গৈছিলোঁ, মোৰ দুখীয়া দেউতাৰ কথা, দুখীয়া ঘৰ এখনৰ কথা, মোৰ ওপৰত থকা গাঁও এখনৰ আশা-ভৰসাৰ কথা···· ।

—শুক্লপক্ষৰ জোন ডুব গ'ল— ।

—কিন্তু থাকক মৌন ইতিহাস মৌন হৈয়েই বৈ থাওক, স্মৃতিৰেখাৰ

সোঁৱৰণ স্মৃতি হিচাপেই বৈ যাওক বিপুল সম্ভৱা মৌনতাৰ বুকুত। স্মৃতিক ভাল পাইছিলোঁ স্মৃতিয়ে মোক আদৰ কৰিছিল, ইয়েই যথেষ্ট—।

জোনাকি পৰুৱাবোৰে মুঠিয়ে মুঠিয়ে উৰি ফুৰিছে। জীয়াই থাকিবলৈ অকল খোৱা-লোৱাই ডাঙৰ উপাদান নহয়। জীয়াই থকাটোৱেই এটা সাঁথৰ। ইয়াৰ কাৰণে আৰু বহুত কিবাকিবি লাগে। সহায় লাগে, সহানুভূতি লাগে, মৰম-চেনেহ, প্ৰেম, প্ৰণয় বহুত লাগে। মৰমৰ আকলুৱা হৈ থাকিলে মানুহৰ বহুখিনি অৱনতি ঘটিব পাৰে। আনৰ সহানুভূতিত মৰহা মন-প্ৰাণ জীপাল হয়, উৎসাহী হয়, মোৰ নিচিনা কক্ষচ্যুত পথীয়াত্ৰবাৰ দৰে বহুতো পথীয়াত্ৰবা পুনৰ কক্ষাভিমুখী হ'ব পাৰে—।

—দৰকাৰী অদৰকাৰী বহুতো কথাকেই লিখি পেলালোঁ। অন্তিমৰ সময়ত হেনো মানুহে স্বধন সম্পত্তিৰ লিখিত উইল পত্ৰাদি কৰি যায়। যদি সেয়ে হয়, তেন্তে মযো মোৰ এই ডায়েৰীখনৰ শেষৰ পাত কেইটা য়াংচু কেম্পত থকা মাণিক গোহাঁইৰ নামত লিখি দি গ'লো—।

নিশা ক্ৰমে আগবাঢ়ে। কোনোবা পিনৰ পৰা বৰ কাঁহত এক বজাৰ কোবৰ ধ্বনিটো ভাহি আহি ক্ৰমে নোহোৱা হৈ গ'ল। বটলটোত এতিয়াও আধাখিনি বাকী। থিলাটো খুলি গোটেইখিনি মুখত ঢালি দিলো: তৃপ্তিৰ নিশ্বাস এটাৰে সৈতে মনে মনে গুণ্ গুণালো—"শূন্য হ'লে সুৰাৰ পাত্ৰ সবাই ফিৰ্বে আপন ঘৰে……।" বিশাল চিৰন্তন মুক্তিৰ সম্ভাৱনাত প্ৰাণ মোৰ হৈ যাওক দিগঙ্গনা—পাতে পাতে বৈ যাওক মোৰ পাৰ্থিৱ স্থিতিৰ আপেক্ষিক স্মৃতি…. ।

গুদ্ নাইট্ ফৰ্ এভাৰ এণ্ড্ এ ডে….. ।

মমডাল নুমাবলৈ হাতখন আগবঢ়াই দিলো……

মাণিকে ডায়েৰীখন জপাই চামৰাৰ চুট্‌কেচ্‌টোৰ ভিতৰত সুমুৱাই থৈ বাহিৰৰ পৰা তলাটো মাৰি থলে। জীৱনত আৰু কেতিয়াও সেই অভিশপ্ত ডায়েৰীখনৰ তেওঁৰ দৰকাৰ নাই—যদিও সি এজন মৃতকৰ তেওঁৰ প্ৰতি কৰি যোৱা শেষ উইল্—।



কনকসেন ডেকা সাম্প্ৰতিক কালৰ এজন বিশেষ প্ৰভাৱশালী সাংবাদিক। তেওঁৰ সাংবাদিকতাৰ ভাষাৰো নিজস্ব বৈশিষ্ট্য আছে। কিন্তু সাংবাদিক হিচাপে কনকসেন ডেকাই যি ক্ষুৰধাৰ বুদ্ধি আৰু ভাষাৰ ওপৰত দখলৰ পৰিচয় দিছে, তেওঁৰ প্ৰথম যৌৱনৰ সাহিত্য-সাধনাৰ নিদৰ্শন-স্বৰূপ এই গল্পটোত তাৰ কোনো পূৰ্বাভাস নাই। গল্পৰ পটভূমি আৰু বিষয়-বস্তুত তেওঁ কিছু নতুনত্ব আনিবলৈ চেষ্টা কৰিছিল; কিন্তু অৰ্থহীন শব্দ-সমষ্টিৰ প্ৰতি থকা লেখকৰ দুৰ্বলতা আৰু ভাষাৰ পীড়া-দায়ক ভুল প্ৰয়োগে গল্পটোৰ সৌষ্ঠৱ ভালেখিনি নষ্ট কৰিছে। তথাপি এজন সফল সাংবাদিকৰ প্ৰথম যৌৱনৰ সাহিত্য-সাধনাৰ নিৰ্দশন হিচাপে গল্পটোৰ অলপ ঐতিহাসিক মূল্য নিশ্চয় আছে।

কনকসেন ডেকা

# পট পৰিৱৰ্তন

প্ৰশান্তৰ ভৰিৰ খোজবোৰ এটা এটাকৈ তক্তাৰ ফ্লোৰখনৰ ওপৰত পৰে। বাহিৰত নিঃশেষ হৈ যাব ধৰা সুৰুযৰ শেষ পোহৰকণে উদ্ৰান্তৰ দৰে খেলি-মেলি লগাইছে। সৰু খিড়িকিয়েদি সোমোৱা ক্ষীণ পোহৰৰ ৰেখাই কোঠাটোৰ মলিন আৱেশ দূৰলৈ ঠেলি দিছে। সি জীয়াই থকা পৃথিৱীখনৰ ছবিবোৰ তাৰ চকুত ভাঁহি উঠে। দুৰ্বল, পঙ্কিল আৰু ঘোপমৰা অন্ধকাৰ দৃশ্যবোৰ দলিয়াই প্ৰশান্তই বৃথায় হাঁহিবলৈ চেষ্টা কৰে।

ওপৰত অসন্ত আকাশখন আজিও আছে। অলপ পিছতে নতুন নতুন তৰাবোৰ জিলিকি উঠিব, কুঁৱলীয়ে তাক আৱৰি ধৰিব; কিন্তু তাৰ প্ৰাণৰ প্ৰেয়সীক এনে এটা মুহূৰ্তত সান্নিধ্যত নেপাব। বন্দী জীৱনৰ অনুৰক্ত দিনবোৰৰ প্ৰত্যেকটো মুহূৰ্ততে মীনাক্ষীক খেপিয়াই সি ব্যৰ্থ হৈ পৰিল। দূৰৰ শিতানত আঁৰি থোৱা কেলেণ্ডাৰখনৰ দিনবোৰ এটা এটাকৈ কাটি গৈ আছে। দুটা বছৰ কাটি গৈছে। ঢাকা জেলত প্ৰশান্ত আৰু তিনি বছৰ থাকিব লাগিব। তিনিটা বছৰ!

কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ডিগ্ৰী লৈ যোৱা প্ৰশান্তই ঢাকাৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিছিল। সি খুব কম দিনৰ ভিতৰতে ছাত্ৰ আৰু সমনীয়া, শিক্ষক সকলৰ অত্যন্ত প্ৰিয়পাত্ৰ হৈ উঠিছিল, কিন্তু



কেইবছৰমান কটোৱাৰ পিছতে সি চাকৰি এৰি দিব লগাত পৰিল। সামান্য চেলু লৈ পাকিস্থান চৰকাৰে তাক চাকৰিৰ পৰা বৰ্খাস্ত কৰিলে। প্ৰশান্তই হাঁহি হাঁহি স্কুলৰ পৰা চিৰকালৰ কাৰণে বিদায় লৈ ওচৰৰ গাঁও এখনত খেতি কৰাৰ বন্দবস্ত কৰিলে। নতুন নতুন কাম হাতত ল'লে। পৃথিৱীৰ চিৰ নতুন সুন্দৰী গোন্ধটোত সি নিজকে ব্যস্ত ৰাখিবলৈ বিচাৰিছিল। ক্ষণিকৰ কাৰণে সি মাটি চহাবলৈ কোৰ খন হাতত লয়। মাটিৰ মৰমৰ বাহিৰে আন পৃথিৱীৰ কথা সি পাহৰে। ঠিক তেনে এটা মুহূৰ্তত মীনাক্ষীৰ মাতটো তাৰ কাৰণে খুব আমোদজনক হৈ পৰে। তীব্ৰ ৰ'দৰ উত্তাপত আতিশয্য হৈ পৰা প্ৰশান্তৰ কাৰণে মীনাক্ষীৰ হাতৰ চাহটোপা-এহেজাৰ চেপা আঙুৰৰ ৰসতকৈ বেছি সোৱাদ লগা হৈ উঠে। আঙুৰৰ ৰসত জীৱন নাই, মীনাক্ষীৰ চাহটোপাত জীৱন আছে—প্ৰাণৰ কণ কণ কণিকা আছে। তাৰ ভাগৰুৱা আত্মাক তৃপ্তিৰ অধীশ্বৰ কৰি তুলিবলৈ উপাদান আছে।

মীনাক্ষীৰ চকুযুৰিত সি পাইছিল এক অপৰূপ সৌন্দৰ্যৰ আকৰ—সহনশীল মুখখনিত পাইছিল এক স্থবিৰ স্নিগ্ধ জ্যোতি। তাতোকৈ তাইৰ আন্তৰিক সৰল অনুভূতিৰ প্ৰাচুৰ্যতাত সি আপ্লুত হৈ পৰিছিল। পথাৰত প্ৰশান্ত ব্যস্ত হৈ থকা সময়ত তাৰ ঘৈণীয়েক মীনাক্ষীৰ হাতৰ কেটলিটো, আবেগময়ী চকুৰ চাৱনিটো আৰু এক অনুৰক্ত হাঁহিৰ বন্যাই তাৰ দেহ মন জুৰ কৰি পেলাইছিল। মীনাক্ষীয়ে জীৱন বাটৰ সকলো অৱস্থাকে আপোন কৰি ল'ব পাৰিছিল। আজৰি সময়খিনিত তাই প্ৰশান্তৰ লগত পথাৰত ব্যস্ত থাকে। ৰ'দৰ উত্তাপ সহিব নোৱাৰিব বুলি কাম কৰিবলৈ বাধা দিয়া কথালৈ তাই ভ্ৰূক্ষেপ নকৰে। সেউজীয়া ধানৰ পুলিবোৰ মীনাক্ষীয়ে নিৰাই দিয়ে, শুকান মাটিবোৰত পানী দি জীৱন্ত কৰি তোলে। তাই ক্লান্ত হৈ পৰিলে কঁকাল পোন কৰি থিয় হয় আৰু অভ্ৰভেদী সেউজীয়া পাহাৰখনৰ ফালে চাই চাই প্ৰশান্তৰ পলিতকেশাবৃত মূৰটোত সক সক আঙুলি কেইটা বুলাই দিয়ে। সেই মৃদু পৰশত মহীয়সী নাৰী আত্মাৰ স্বৰূপ তাৰ কাৰণে মধুময় হৈ পৰে।

অত্যধিক চেষ্টাৰ ফলত কিছু দিনৰ ভিতৰতে মাটিৰ বুকুত থিৰ হৈ থাকিবলৈ সামৰ্থ হ'ল। সিদিনাৰ সন্ধিয়াটোৱে অলপ সোনকালেই এন্ধাৰ টানি অনা যেন অনুমান হ'ল। মীনাক্ষীয়ে চোতালত বহি ৰঙা চুৱেটাৰ এটা গুঁঠি আছিল। প্ৰশান্তৰ আগৰ চুৱেটাৰটো ফাটি গৈছে, সেয়ে তাই লৰালৰি কৰিবলগীয়া হৈছিল। পদুলি মুখৰ শেৱালি জোপাই উদাস দৃষ্টিৰে প্ৰকৃতিস্থ হৈ আছিল! হাঁহি মুখৰা ফুলবোৰে গধূলিক অপেক্ষা কৰিছিল? সন্ধিয়াৰ শীতল পৰশ পালেই ফুলবোৰ তৰাৰ দৰে জকমকাই উঠিব।

প্ৰশান্তই দিনটোৰ মহান কৰ্তব্য সমাপন কৰি ক্লান্তভাৱে ঘৰলৈ আগবাঢে। ঘৰখনতনো মীনাক্ষীৰ বাহিৰে মৰমী বস্তু তাৰ কি আছে? কেতিয়াবা কেতিয়াবা মীনাক্ষীয়ে তাক আগবঢাই নিবলৈ আহে; কিন্তু আজি অহা নাই। প্ৰশান্তৰ কামত সহায় কৰোতা কোনো নহ'লেও সি মীনাক্ষীক পথাৰলৈ আহিব নিদিয়ে। অকলেই সি কামবোৰ কৰিব পাৰিব। পথাৰ, মীনাক্ষী আৰু তাৰ মৰমেৰে থুপ খাই অদূৰ ভৱিষ্যতত লুকাই থকা দেৱ শিশুটিৰ কথা ভাবি ভাবি সি ডাৱৰৰ তলে তলে খোজকাঢ়ি আহি আছে। প্ৰশান্ত হঠাৎ বৈ গ'ল, বুকুখন তাৰ চিৰিং কৈ উঠিল। তাৰ ঘৰৰ ফালে কোনোবা নাৰীৰ অসহায় আৰ্তনাদ শুনিব পাইছে। প্ৰশান্তৰ বুকুখন কঁপি উঠিল—সকলো চিন্তাৰ সোঁত দলিযাই দি সি নিমিষতে ঘৰ পোৱাৰ আশাত দৌৰিলে।

কেইজনমান উদণ্ড গুণ্ডাই মীনাক্ষীৰ ওপৰত আক্ৰমণ চলাইছিল। তাইৰ ভৰ যৌৱনে সিহঁতক পাগল কৰি তুলিছিল। মীনাক্ষীয়ে নিজকে ৰক্ষা কৰাৰ কাৰণে শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি সিহঁতৰ বিৰুদ্ধে যুঁজি অৱশ হৈ পৰিল। আচম্বিতে তাই প্ৰশান্তৰ উপস্থিতি দেখি শ্ৰান্ত হৈ মাটিত পৰি গ'ল। প্ৰশান্ত হতভম্ব নহ'ল—সি বেৰত আৰি থোৱা দেগাৰ খন উলিয়াই আনি আগুৱাই অহাজনৰ বুকুত নিমিষতে বহুৱাই দিলে। ৰক্তাক্ত দেগাৰ খন দ্বিতীয়জনৰ বুকুলৈ থিৰ কৰোতেই ক্মাৰোৱাৰ পিষ্টলৰ গুলি এটা তাৰ বাহুত পৰিল।

প্ৰশান্তই উন্মুক্ত ব্যথাহীনভাৱে নৰহত্যা কৰা বুলি স্বীকাৰ কৰি লৈছিল। মীনাক্ষীক ৰক্ষা কৰাৰ কাৰণে যদি ইয়াতকৈয়ো ডাঙৰ অপৰাধ কৰিব লাগে তেন্তে সি সহস্ৰবাৰ কৰিবলৈও দ্বিধাবোধ নকৰে। জেইল হাস্পতালত প্ৰশান্তৰ চিকিৎসা আৰম্ভ হ'ল। পাঁচ বছৰ সশ্ৰম কাৰাদণ্ডৰ হুকুমো পালে।

প্ৰশান্তৰ অনুপস্থিতিয়ে মীনাক্ষীৰ সংসাৰখনৰ সকলো দ্বাৰ বন্ধ কৰি পেলালে। ভয়াবহ গাঁও খনত তাই অকলে জীয়াই থকাটো একেবাৰে অসম্ভৱ যেন লাগিল। ৰঙীন পৃথিবীখনৰ সংহতি হেৰুৱাই তাই অচল হৈ পৰিল। মীনাক্ষীৰ তন্দ্ৰালস চকুযুৰি সিদিনাৰ ৰাতিটোত ক্ষন্তেকৰ কাৰণেও জাপ নগ'ল। স্বামীৰ বিচ্ছেদত ধুমুহাৰ আচোৰ লগা তিৰোতাজনীৰ বৰফহেন বগা গাল দুখনিত দুধাৰি চকুলো বহুত সময়ৰ কাৰণে অংকিত হৈ ৰ'ল। অপলক চকুযুৰি বৃথায় মাথো বহু সময়লৈ এন্ধাৰত কিহবাৰ সহাঁৰি বিচাৰি খেপিয়াই থাকিল।

পিচদিনাৰ ৰাতিপুৱাটো মীনাক্ষীৰ কাৰণে অনাৰশ্যকীয় আছিল— আন আন দিনৰ পুবেৰুণৰ ৰেঙণিত পোৱা তৃপ্তিৰ গোন্ধ তাই অনুভৱ কৰা নাছিল। পোহৰৰ আকলুৱা মীনাক্ষীয়ে শুকয উঠাৰ আগতেই সদায় চাহ তপত কৰে, গাধীৰ নহ'লে ৰঙা চাহ টোপাকেই তাই প্ৰশান্তৰ সমুখলৈ আগবঢ়াই দিয়ে। সি হেজাৰ তৃপ্তিৰে খোৱা চাহ টোপাৰ পিনে চাই চাই তাই আনন্দ অনুভৱ কৰে। তাৰ ফালে চাই মীনাক্ষীৰ আমনি নালাগে—এটা গভীৰ তৃপ্তিত মনটো ভৰি পৰে। প্ৰশান্তৰ অবিহনে আজি কেট্‌লিৰ তললৈ জুই নগ'ল। অতীতৰ মোহসনা দিনবোৰ সুঁৱৰি তাই ক্লান্তি অনুভৱ কৰিলে। লাহে লাহে তাই বান্ধনী ঘৰটোত সোমাল। চাহৰ কেট্‌লিটো মীনাক্ষীয়ে জোৰেৰে বাহিৰলৈ দলিয়াই দিলে, কাপ-প্লেট আৰু আন আচবাব কিছুমান ভাঙি-চিঙি ঘৰৰ পৰা বাহিৰ হ'ল। প্ৰশান্তৰ একমাত্ৰ বন্ধু প্ৰেমনাথৰ ওচৰত সহায় বিচাৰি মীনাক্ষীৰ আশা ভঙ্গ হ'ল। গাঁওখনত আপোন বুলিবলৈ তাইৰ কোনো

আছিল আৰু সেয়ে সেইহেতু এক মলিয়ন বেশেৰে তাই বাহিৰ হৈ গ'ল। চুলিবোৰে নম্রতাৰ প্রতীক স্বৰূপে অসংযত হৈ কেউকালে পৰি থাকিল। চকুলোৰ স্পষ্ট দাগ দুটা তেতিয়াও তাইৰ মুখত অঙ্কিত হৈয়ে আছিল। গাঁওখন এৰি তাই হিলদল ভাঙি ক'ৰবালৈ পলাই যাব বিচাৰিছে। অন্তৰালত লুকাই থকা দেৱ শিশুটিয়েও অসহায় অনুভৱ কৰিছে।

প্রশান্তই দাড়ি চুলিবোৰ কাটি পেলালে। জেইলৰ পোছাক এৰি তাৰ আগৰ বগা পাঞ্জাবী চার্টটো আৰু ধুতিখন পিন্ধিলে। পাঁচ বছৰ উকলি গ'লত তাৰ বন্দী মনটো আকৌ সাৰ পাই উঠিল। মুক্ত চৰাইৰ দৰে সি জেইলত প্রথম বাৰৰ কাৰণে সোমোৱা গেটটোৰে বাহিৰ ওলাই আহিল। এই সুন্দৰী মুহূর্তটোত তাৰ প্রেয়সী ঢাকা জেলৰ পদুলি মুখত ৰৈ থকা হ'লে সি হয়তো আনন্দৰে এটা ডাঙৰ চিঞৰ মাৰি দিলেহেঁতেন। চার্টটোৰ জেপত হাত ভৰাই সি কমালখন উলিয়াই আনিলে; মীনাক্ষীয়ে ছবি আঁকি দিয়া মৰমী গোন্ধৰ কমালখনে এটা সজীৱ প্রাণৰ সঁহাৰি দিলে।

'মীনাক্ষী সংসাৰত জীয়াই আছে। মুহূর্তৰ পিছত মুহূর্ত গণি পাঁচ বছৰৰ পিছত মই জেলৰ পৰা ওলাই অহাৰ দৰে মীনাক্ষীকো এদিন পৃথিৱীৰ কোনোবা অজানিত জেলৰ পৰা উলিয়াই আনিম।' ডাঙৰ ডাঙৰকৈ সি বাস্তাতে কৈ উঠিল। এই পাঁচ বছৰে মীনাক্ষীৰ সি কোনো খবৰে পোৱা নাই। সি বহুতবাৰ চিঠি দিছিল যদিও বঙা ফিটাৰ মেৰপাকৰ কাৰণে এখনো জেইলৰ দেৱাল পাৰ হৈ যাব পৰা নাছিল। প্রশান্তই নিজৰ গাঁৱলৈ গৈ মীনাক্ষীক নাপাই একো আচৰিত নহ'ল। ন্যায়-অন্যায় বিচাৰ নোহোৱা গাঁও এখনত এজনী তিৰোতা অকলে থকা মুঠেই সম্ভৱ নহয়।

কলিকতা। ইয়াত তাৰ অনেক বন্ধু-বান্ধৱ আছে আৰু কিজানি কাৰোবাৰ পৰা কিবা সম্ভেদ পায়, এই আশা বুকুত লৈ সি মহানগৰীৰ ৰাজপথৰ দাঁতিত থিয় হ'লগৈ। হেজাৰ হেজাৰ নাৰীৰ মুখবোৰ তাৰ

চকুৰ আগত ; কিন্তু তাৰ বুকুভৰা বেদনাৰ উপশম কৰিব পৰা প্ৰাণটোৱে সঁহাৰি নিদিলে। প্ৰশান্তই তথাপিও ধৈৰ্য হেৰুৱা নাই। সি দৃঢ় সংকল্প কৰি লৈছে যে আজীৱন তাইক বিচাৰি কটাব আৰু যি অৱস্থাতে তাই নাথাকক লগ পালে সি গ্ৰহণ কৰিবই। প্ৰশান্তই দেহৰ মমতা এৰি দিছে। জেলত থকাতকৈ এতিয়া সি বেছিকৈ খীণাইছে। গালৰ হাড়বোৰ জেংজেঙীয়া হৈ ওলাই আহিব ধৰিছে। হংসবলাকাৰ গতিৰে ধাৱমান নৰ-নাৰীৰ মুখলৈ সি ব্যগ্ৰভাৱে চাই থাকে, জানোচা কেতিয়াবা তাৰ প্ৰাণে বিচৰা অন্তৰখন লগ পায়। কিছুদিন পিছত বন্ধু-বান্ধৱৰ অনুৰোধ এৰাব নোৱাৰি সি কলিকতাৰ স্কুল এখনত শিক্ষকতা কৰিলে। ছাত্ৰবোৰৰ লগত মিলি-জুলি থকাৰ চেষ্টা কৰিলে যদিও মীনাক্ষীৰ ছবি তাৰ অন্তৰৰ পৰা মচা নগ'ল। অৱশেষত সি কলিকতাৰ কাগজত জাননী দিছে। ওপৰত মীনাক্ষীৰ ফটোৰ ব্লকটো আৰু লগতে পুৰস্কাৰো ঘোষণা কৰিলে।

পিছদিনাৰ ৰাতিপুৱাটো প্ৰশান্তই উৎকণ্ঠাৰে কটালে ; কিন্তু কোনো ফালৰ পৰাই কোনো খবৰ অহাৰ সম্ভাৱনা দেখা নগ'ল। স্কুললৈ গ'ল যদিও পঢ়ুৱাত মন বহা নাছিল, সোনকালেই ঘৰলৈ গুচি আহিল। ক্লান্তিৰে ভৰা আবেলিটো পাৰ হৈ যাবলৈ আৰু কিছু সময় বাকী আছে। ঘৰ সোমায়ে সি দেখিলে মেজৰ ওপৰত চিঠি এখন পৰি আছে—বোধহয় পিয়নটোৱে খিড়িকিৰে পেলাই থৈ গৈছে। হেজাৰ যুগৰ হুতাশ্বাস সি আঁতৰি যোৱা যেন পালে। খক্‌মক্‌কৈ খামটো খুলি সি অত্যন্ত ব্যস্ত ভাৱে পঢ়িবলৈ লাগি গ'ল।

নিউ হোটেল

পুনৰ স্বামী বুলি সম্বোধন কৰিবলৈ ভয় লাগে। গাঁৱৰ ওচৰৰ সৰু নগৰ খনত থকা সম্বন্ধীয় মোমাইৰ ঘৰত পাঁচ মাহৰ কাৰণে আশ্ৰয় লৈছিলো, তাৰ পিছত মামীদেৱে তাত থাকিব নিদিয়া হ'ল। চকুলো টুকি টুকি আশ্ৰয়স্থান হেৰুৱাই তাৰ পৰা গুচি আহিলোঁ। অকণমান ধুনীয়া শিশু এটি উপজিছিল ; কিন্তু এমাহ পিছতেই অসুখ হৈ সি

মৰিল। গ্ৰে' ষ্ট্ৰীটৰ কাষৰ ওপৰত লিখা হোটেল খনতে মই এই কেইটা বছৰ কটালোঁ। আপুনি যে ইমান দিনে মোক পাহৰি যাব পৰা নাই তাৰ বাবে ধন্যবাদ। কিন্তু কি হ'ব, মই মোৰ দেহৰ পবিত্ৰতা হেৰুৱালোঁ! মোক আপুনি চাবলৈ নাহিব, মোৰ দৰে বাৰাঙ্গনাৰ মুখ চোৱা পাপ।

ইতি—

—মীনাক্ষী।

চিঠিখন পাই মনটো আনন্দত তাৰ উধাউল হৈ উঠিল। খালি ভৰিৰে সি নিউ হোটেললৈ দৌৰিলে। ৰাস্তাত কালৈকো চোৱা নাই। গাৰ সকলো শক্তি প্ৰয়োগ কৰি আগুৱাই যাবলৈ চেষ্টা কৰিলে।

আধা ঘণ্টাৰ ভিতৰতে সি নিউ হোটেল পালেগৈ। ভিতৰত প্ৰশান্তই মানুহৰ জুম এটা দেখিলে। ব্যাগ্ৰভাৱে সি ভিতৰ সোমাই গ'ল। মানুহৰ জুমটোৰ ওচৰলৈ গৈ সি দেখা পালে শটো, তাৰ প্ৰেয়সী মীনাক্ষীৰ। এঘণ্টা আগতেই হেনো তাই বিহখাই আত্মহত্যা কৰিছে। তাৰ চুচকুত ভাঁহি উঠা পোহৰবোৰ যেন এন্ধাৰত লুকাই গ'ল।





কি অনিবাৰ্য তাড়নাত মানুহে জীৱনৰ এটা বিশেষ সময়ত মাত্ৰ এটা কি দুটা গল্প বা কবিতা লিখিবলৈ বহে সেই কথা কোনে জানে? শশীকান্ত গোস্বামীৰ আদৰ্শবাদিতা নিশ্চয় খুব প্ৰবল আছিল। সেই কথা তেওঁৰ গল্পটো পঢ়িয়েই বুজিব পাৰি। কিন্তু তেওঁ কষ্ট-কল্পিত 'গল্পৰ প্লটটো'ৰ বিশেষ সদ্ব্যৱহাৰ কৰিব নোৱাৰিলে বোধহয়। অৱশ্যে 'কটনিয়ানৰ' গল্পবোৰৰ সাহিত্যিক মূল্যৰ বাহিৰেও ঐতিহাসিক বা সামাজিক মূল্যও নিশ্চয় কিছু আছে। শশীকান্ত গোস্বামীৰ গল্পটোক সেই দৃষ্টিকোণৰ পৰাই চাব লাগিব।

শশীকান্ত গোস্বামী

# গল্পৰ প্লট

আড়ম্বৰহীন বৈচিত্ৰহীন মোৰ জীৱনটো। '৫৬ চনৰ মাৰ্চ মাহৰ কুৰি তাৰিখটো বাদ দিলে আন কোনো বিশেষ ঘটনাৰ সমাৱেশ মোৰ জীৱনত নাই। বন্ধু মহলৰ ভিতৰতো মই বেছি জনাজাত নহয়। সকলো পৰাই কাৰো লগতে মোৰ তেনে অতি ঘনিষ্ট বন্ধুত্বও নাছিল। হাই-কাজিয়া, অতি বেছি হাঁহি-ধেমালি আদিত মই মুঠেই ভাল নেপাইছিলো। স্কুল বা কলেজ ছুটীৰ পাছত বজাৰত আড্ডা দিয়া, ৰাস্তাত তহল দিয়া নাইবা ছোৱালীৰ আগত পাইতাৰা দিয়া আদি কামো মোৰ নীতি বিৰুদ্ধ আছিল। স্কুলীয়া জীৱনত স্কুলত থকা সময়খিনিৰ বাহিৰে দিনটোৰ গোটেইখিনি সময়েই মই মোৰ কণকণ ভাইটি-ভন্টিহঁতৰ লগতেই আৱদ্ধ ৰাখিছিলো। কিয় ক'ব নোৱাৰো খেলা-ধুলাও মই বৰ ভাল নেপাওঁ, খেলিবও নেজানো। কলেজীয়া জীৱনটো পাই বছৰৰ নতুন আৱহাওৱাত আন আন ল'ৰাৰ দৰে মই একেবাৰে গা এৰি দিয়া নাই। অৱশ্যে হোষ্টেলত চাহপানী খাই প্ৰায়েই ফুৰিবলৈ যাওঁ, কাৰণ একে লগে ছয়-সাত পিৰিয়দ ক্লাছ কৰি অহাবাবে শৰীৰটো বৰ ক্লান্ত হৈ পৰে। বেছি ভাগ 'ৰুমমেট' হিমেনদাৰ লগতে ফুৰোঁ। হিমেনদায়ো প্ৰায় মোৰ দৰেই কাৰো লগত বিশেষ কথা-বাৰ্তা নেপাতে—বেছি ঘনিষ্ঠতা নাৰাখে—। মোক কিন্তু হিমেনদাই বৰ ভাল পায় আৰু মৰমো কৰে—। মোক প্ৰায় সকলো ভায়েকটোৰ দৰেই মৰম কৰে।



হিমেনদা অৱশ্যে কবি মনৰ মানুহ। মই কিন্তু মুঠেই কবি নহয়। কবিতাৰ স্থান মোৰ অন্তৰত নাই। নিৰস বাস্তৱ জগত মোৰ কৰ্মক্ষেত্ৰ। হিমেনদাক হোষ্টেলৰ বেছি ভাগ ল'ৰাই কবি বুলি মাতে। হিমেনদাই তেনেকৈ মাতিলে বিশেষ আপত্তি নকৰে যেন লাগে। সঁচাকৈ হিমেনদাই কবিতা লিখে, মাজে মাজে গল্পও লিখে। কলেজৰ আলোচনীৰ গল্পবিলাক ময়েই তুলি দিও। কেতিয়াবা অৱশ্যে হিমেনদাৰ লগত তৰ্ক কৰিব লগা হয়। কাৰণ আত্ম বিজ্ঞাপনৰ প্ৰয়াস তেওঁৰ মুঠেই নাই। গল্প লিখো বুলি মই কেতিয়াবা তেওঁৰ ওচৰত গল্পৰ প্লট বিচাৰো। হিমেনদাই মোক ইতিকিং কৰি উকৰাই দিয়ে। কেতিয়াবা আকৌ সোধে, "কি গল্প লিখিবি বাৰু—ডিচক্ৰিপটিভ, ৰোমাণ্টিক, কমেডি নে ট্ৰেজেডি?" গল্পৰ ইমানবোৰ প্লটৰ নাম শুনি মোৰ বৰ ভাল লাগে। এৰৌ নভবাকৈয়ে কৈ দিও "ট্ৰেজেডি হ'লেও হ'ব? কাৰণ মোৰ, জীৱনটোৱেই ট্ৰেজেডি।" মোৰ কথা শুনি হিমেনদাই এটা পাতল হাঁহি মাৰে। এটি আনন্দহীন হাঁহি। হোষ্টেলৰ সকলোবোৰ ল'ৰাই হিমেনদাৰ জীৱনটো সহজ সৰল বুলি ধৰি লয়। মোৰ কাৰণে কিন্তু হিমেনদা এটি জটিল সাঁথৰ। কলেজীয়া জীৱনৰ এনেকুৱা দিন বোৰৰেই এদিনত সেই সময়ত মোৰ আই. এৰ ফাইনেল পৰীক্ষাৰ শেষ পৰীক্ষাৰ দিনৰ কথা। সেইদিনা ৰাতিপুৱা সময়ত এটা সপোন দেখিছো; বহুদিন আগৰে পৰাই ছাত্ৰীবাৰী হস্পিতেলত পৰি থকা, মোৰ ভনীজনী মৰিছে। মই খুব কান্দিছো, লগে লগে ঘৰতো খবৰ দিছো—মোৰ যেন আৰু শেষ পৰীক্ষাটো দিয়া নহ'ল। ঠিক এনেতে হোষ্টেলৰ চাকৰ থানুৰামে 'বাবু চাহ' বুলি কাণৰ ওচৰত চিঞৰি দিলে— থকমকৈ সাৰ পাই দেখো যে গাৰুটো চকুলোৰে তিতি আছে। শুই থকা অৱস্থাতে মই চাহকাপ খাই লওঁ। ভাবিলোঁ ৯টা বজাৰ পৰা পৰীক্ষা আছে যেতিয়া অলপ পঢ়ো। ধুখ হাত ধুই চিভিক্সখন উলিয়াই লৈ পঢ়িব আৰম্ভ কৰিছোঁ মাথোন—এনেতে বাৰাণ্ডাত কোনোবা এজন ল'ৰাই কোৱা শুনিলো যে যোৱা ৰাতি ছাত্ৰীবাৰী হস্পিতেলত কোনোবা এজন মানুহ মৰিল। কথাটো শুনি মোৰ বুকুখন চিকিং কৰি উঠিল, গাটো

কঁপিব ধৰিলে। হাফ্ চাৰ্টটো গাত লৈ কমৰ বাহিৰ হলো। মনত বৰ ভয় হ'ল—কাৰণ হস্পিতেলত পৰি থকা মোৰ ভনীজনীৰ আগদিনা এটা চিৰিয়াছ অপাৰেছন হৈছিল। বাচিবৰ আশা নাছিল। "ক'ত যায় কমমেট" হিমেনদাই মাত দিলে। আহোঁগৈ বুলি কৈ কঁপা কঁপা মাতেৰে বেগাই খোজ ললোঁ—ছাত্ৰীবাৰী হস্পিতেললৈ যাওঁতে বাটত মোৰ মনলৈ নানা ধৰণৰ ভাববোৰ আহিব ধৰিলে—বেথালৈ বাৰে বাৰে মনত পৰিব ধৰিলে—তাইৰ অৱৰ্তমানত অকণ অকণ ল'ৰা-ছোৱালী হালৰ অৱস্থা কি হ'ব বাৰু? তাইৰ মৃত্যুৰ বাতৰিটোৱেই বা দিওঁ কেনেকৈ?—ইত্যাদি নানা সীমাহীন প্ৰশ্ন, কোনোটোৰে সমাধান নহয়। সংসাৰৰ ঘাট-প্ৰতিঘাটত ঠেকা খুওৱা নোখোৱা ভাৱপ্ৰৱণ মানুহক জাগতিক সৰু-ডাঙৰ সকলো ঘটনায়ে একেবাৰে বিচলিত কৰি তোলে।

হস্পিতেলত গৈ দেখো যে বহু মানুহ অপেক্ষা কৰি বাহিৰত ৰৈ আছে—আঠোটা নবজাৰ কাৰণে তেওঁলোকক ভিতৰলৈ যাব দিয়া নাই। মানুহ বিলাকৰ কাৰো মুখত মাত-বোল নাই। মাথো ভিতৰৰ পৰা বেমাৰীৰ ছুটা এটা কেকনি শুনা যায়। ৰতৰটো ডাৱৰীয়া। কিবা এটা ভাল নলগা নিবৰতাই ঠাইখিনি প্ৰভাৱান্বিত কৰি তুলিছে। মানুহবোৰৰ ভিতৰত মোৰ এজনো চিনাকি মানুহ নাছিল। কাকো একো নোসোধাকৈয়েই দুৱাৰখন ঠেলি ৰোগীজনী থকা কোঠাটোলৈ গলো। গৈ দেখো যে ৰোগীজনী থকা বিছনাখন খালি। মোৰ মূৰটো ঘূৰি গ'ল। চাৰিওপিনে এন্ধাৰ দেখিবলৈ ধৰিলোঁ। ওচৰত থকা নাৰ্চজনীয়ে বোধহয় মোৰ মনৰ গতি লক্ষ্য কৰিছিল। "আপোনাক কি লাগে।" এটা সহানুভূতি সূচক হাঁহিৰে ইউৰোপীয় নাৰ্চজনীয়ে শুৱলা ইংৰাজীত মোক সুধিছিল।

"ইয়াত থকা ৰোগী জনী?"

"বাৰু মোৰ লগত আহক।" প্ৰাণত অলপ আশাৰ সঞ্চাৰ হ'ল। মনৰ মাজেৰে এটি অফুৰন্ত আনন্দৰ সোঁত বৈ গ'ল। এটা ভিতৰ-কোঠাত ৰোগীজনী ৰাখিছে। অৱস্থা অলপ ভালৰ ফালে অহা যেন

পালো। ৰোগীৰ টোপনী আহিছে। মাতি অনা নাৰ্চজনীয়ে চিন্তাৰ একো কাৰণ নাই বুলি ক'লত বৰ ভাল লাগিল। তাইক ধন্যবাদ দি গুচি আহিলোঁ। কেতিয়া কোন পিনেদি হোষ্টেল পালো গমকে নেপালো। ৰুমত আহি দেখো ৯টা বাজি দহ মিনিট গৈছে। ল'ৰাবিলাক পৰীক্ষা দিবলৈ গৈছে—কাৰণ ৯টাৰ পৰা পৰীক্ষা। মোৰ বাবে ভাত সাজি খোৱাও নাই আৰু খাবলো সময় নাই। পানী এগিলাচ খায়ে পৰীক্ষা দিম বুলি ভাবিলো। ৰুমত থকা মাটিৰ কলহটো উবুৰিয়াই দি দেখো যে কলহত পানী এটোপাও নাই। ৰিজাৰ্ভ টেঙ্কতো পানী নাই। পানী খোৱা নহ'ল। পোনেই পৰীক্ষা হললৈ গলো। সেইদিনাৰ পৰীক্ষা দিলো—কি লিখিলো নিজেই ক'ব নোৱাৰিলো। সি যি নহওক, পৰীক্ষা শেষ হোৱাৰ পিছত এটা স্বস্তিৰ নিশ্বাস পেলালো। যেন মূৰৰ পৰা এটা ডাঙৰ বোজা আঁতৰিল। হোষ্টেলৰ ৰুমলৈ আহি তাত চাহ খাই ললো। বৰ উৎসুকতাৰে আহিছিলো। হিমেনদাক দিনটোৰ অভিজ্ঞতাৰ কথা কম বুলি ভাবিছিলো। হিমেনদা কিন্তু ৰুমত নাই—ক'ত জানো গৈছে ক'বও নোৱাৰো তেওঁৰ ওপৰত খঙো উঠিল। হিমেনদা বাৰু কেনে মানুহ—মোৰ পৰীক্ষাৰ খবৰ লবলৈও অলপমান সময় নাইকিয়া হ'লনে? হিমেনদাৰ কথা ভাবি আৰু দিনটোৰ অভিজ্ঞতাবিলাকৰ কথা ভাবি কিবা এটা বেয়া লাগি থকা যেন হৈছে। এনেতে চকুত পৰিল হিমেনদাৰ টেবুলৰ ওপৰত থকা কাগজৰ টুকুৰা এটালৈ। পঢ়িবৰ বাবে বৰ কৌতূহল জন্মিল। টুকুৰাটো আনি পঢ়ো যে হিমেনৰ চিঠি। তাত লিখা আছে—

ভাই অকন,

মই আহিলো, মোক আৰু নেপাবি। মোৰ ঘৰত খবৰ দিবি।

ইতি—

হিমেনদা

চিঠিখন পঢ়ি হতভম্বৰ দৰে ১ মিনিট মান থিয় হৈ ৰলো। মনটো হঠাতেই একেবাৰে অস্থিৰ হৈ পৰিল। এনেতে হোষ্টেলৰ চাকৰ

খাম্নুৰামক ওচৰেদি যোৱা দেখি সুধিলো, "কবি বাবু কেতিয়া কোনপিনে গ'ল অ।" এইমাত্র থার্ড আৰু ফোর্থ ব্লকৰ মাজেদি ওলাই গৈছে মই চাহ খাবলৈ কোৱাত"—খাম্নুৰামৰ কথা শুনিবলৈ আৰু ধৈর্য নেথাকিল। পোনেই কলেজৰ পিনে দৌৰি গলো। কলেজৰ গেটৰ আগত অতুলক আৰু গোপালক দেখি, হিমেনক দেখিলে নে বুলি সুধিলো। সিহঁতে ক'লে যে এইমাত্র কাছাৰী ঘাটৰ পিনে গৈছে আৰু কবিতা লিখিব যোৱা বুলি সোধাত সি "কবিতা নহয় গল্প" বুলি কৈ গ'ল। তেওঁলোকক আৰু বেছি প্রশ্ন কৰা নহ'ল। দৌৰি গৈ দেখো যে হিমেনদাই পানীত জাপ দিবৰ উপক্রম কৰিছে। দূৰৰ পৰাই হিমদা বুলি চিএৰি দিলো। হিমেনদা, কিন্তু নাথামিল। পানীত জাপ দিলে। ওচৰলৈ গৈ দেখো যে হিমেনদা পানীত পৰা নাই—নামনিৰ শিল এচটাত পৰি তাত মূৰটো ফালি খাবাসাৰে তেজ ওলাব ধৰিছে। মোৰ লগত একো নাছিল। একেবাৰে নামনিলৈ গৈ গাত থকা কামিজটোকে খুলি তাৰ মূৰত বান্ধি দিলো। কিন্তু তেজ যোৱা বন্ধ কৰিব নোৱাৰিলো। ওচৰৰ ব্যায়মাগাৰত থকা ল'ৰা কেইজনমানক মাতি আনি হিমেনক হস্পিতেললৈ লৈ যোৱা হ'ল আৰু ডাক্তৰৰ হতুৱাই বেণ্ডেজ আদি কৰোৱা হ'ল। ডাক্তৰে মতামত দিলে যে ৰোগীৰ আশা নাই। পাৰে যদি ঘৰত খবৰ দিয়ক। হিমেনদা তেতিয়া অজ্ঞান। মোৰ বৰ বেয়া লাগিল। কিমান মৰম কৰিছিল হিমেনদাই মোক। হিমেনদাৰ দৰদী প্রাণে মোৰ সুখ-দুখ, অভাব-অভিযোগৰ ভাগ কেনেকৈ নতশিৰে গ্রহণ কৰিছিল—কেনেকৈ খোৱা-লোৱা, ফুৰা-চকা আদি এজনৰ নহ'লে আনজনৰ নহৈছিল। হিমেনদাৰ লগত স্মৃতি জৰিত সৰু-ডাঙৰ সকলো ঘটনা মোৰ চকুৰ আগত এটি এটিকৈ ভাঁহি উঠিল। দুচকুৰে দুটোপা চকুপানী বৈ গ'ল। মনৰ অজ্ঞাততে এটি হুমুনিয়াহ ওলাই আহিল। "অলপ শুমথিবাৰ বস খাবি হিমেনদা।" হিমেনে চকু দুটাৰ লগতে মুখখনো অলপ মেলি দিয়ে। শুমথিবাৰ বস এচামুচ মই তাৰ মুখত ঢালি দিওঁ। সি খায়। চকু দুটা মেলি সি মোৰ পিনে একেথৰে চাই ৰয়। তাৰ চকু দুটা সিক্ত হৈ

উঠে। বহুদিনৰ পৰা পুঞ্জিভূত হৈ থকা অন্তৰৰ বেদনা বিলাক যেন তাৰ চকুৰে বাহিৰ হৈ যাব খোজে—কিন্তু নোৱাৰে। সি যেন বহুদিনৰ পৰাই অন্তৰৰ নিভৃততম কোণত লুকাই থোৱা বহু কথাই জগতক কৈ যাব খোজে—তাৰ মৃত্যুৰ এই পূৰ্বমুহূৰ্তত কিন্তু ক'ব নোৱাৰে। শৰীৰত থকা সকলোখিনি বল প্ৰয়োগ কৰিও সি যেন ব্যৰ্থ হয়।

"কিবা ক'ব খুজিছা হিমেনদা।"

"আমিনা" অস্পষ্টভাৱে সি কয়—সি আৰু দ্বিতীয় কথা ক'ব নোৱাৰে। চকুহুটা ঘূৰাই সি এবাৰ ভালকৈ চায় লয়—শেষ বাৰলৈ। তাৰ পিছত সি চকু মুদে—চিৰদিনৰ বাবে। দিনৰ পোহৰ নোপোৱাকৈ তাৰ অন্তৰৰ ইতিহাস অপ্ৰকাশিত হৈয়েই বৈ যায়

ৰাতি হোষ্টেলৰ ল'ৰাবিলাকে আহি হিমেনৰ দেহাটো ভষ্মমুখৰ জলন্ত অগ্নিত চিনচাব নোহোৱাকৈ পুৰি পেলালে। ৰাতিপুৱা তাৰ ঘৰত খবৰ দিয়া হ'ল। ল'ৰাবিলাক আহি তাৰ চুটকেছটো খুলি চালে—আত্মহত্যাৰ উদঘাটন কৰিব পাৰিম বুলি। তাত পালে তিনিখন চিঠি আৰু এখন টেলিগ্ৰাম। চিঠিখনত লিখা আছিল—

"চেনেহৰ হিমেনদা!

ইয়াৰ আগতেও আপোনালৈ এখন চিঠি দিছিলো। কিন্তু বৰ পৰিতাপৰ কথা যে আজিলৈ তাৰ কোনো উত্তৰ নেপালো। অৱশ্যে আপোনাৰ বহুদিনীয়া নিৰৱতাৰ পৰা আপোনাৰ বিষয়ে বহুখিনি জানিব পাৰিছো। বুজিব পৰা নাছিলো যে আপোনাৰ দৰে মানুহ এজনে এনেকৈ আদৰ্শচ্যুত হৈ মোক গছত তুলি দি গুৰিত কুঠাৰ মাৰিব। আপুনিয়েই এদিন মোক কোৱা নাছিল নে—? 'যে ধৰ্মমানে সৰ্বসাধাৰণে যি বুজে মই অলপ বেলেগ কৈ বুজো। ধৰ্ম মোৰ মতে এক আৰু সি হৈছে মানৱ ধৰ্ম—অৰ্থাৎ আত্মসংযম আৰু পৰোপকাৰ। হিন্দুধৰ্ম মুছলমান ধৰ্ম এইবিলাক এক মূল ধৰ্মৰ শাখা—প্ৰত্যেকেই সেই পৰম পিতাক লাভ কৰা অথবা যোগাযোগ স্থাপন কৰাৰ একোটা বেলেগ বেলেগ পথ মাথোন। সাম্প্ৰদায়িকতা ধৰ্মৰ উদ্দেশ্য নহয়—ই ধৰ্মৰ বিকৃতি মাথো।

যিদিনাই আপুনি মোক কৈছিল আপোনাক পবিত্ৰমতে সহায় কৰিবলৈ —আপোনাক তুষ্ট আৰু পুষ্ট কৰি তুলিবলৈ—সেই দিনাই আপোনাক বৰণ কৰিছিলো—পতি বুলি। সমাজক ভোজ খুৱাই আপুনি মোক বিয়া নকৰালেও আমাৰ অন্তৰৰ মিলন সেইদিনাই হৈছিল ; আৰু আপুনিও কৈছিল, "অপেক্ষা কৰা আমিনা, সামাজিক নিয়মমতে আমাৰ দুয়োৰে বিয়া হ'ব লাগিলে সমাজখনকে কিছুদূৰ আগবঢ়াই আনিব লাগিব। সমাজক আমি বুজাই দিব লাগিব যে আমাৰ মিলন অবৈধ নহয়, তোমাৰ অৰণ্যে ভয় কৰিবৰ একো নাই—আগবাঢ়ি আহিছা যেতিয়া তোমাৰ উদ্দেশ্য মই পূৰণ কৰিম। মুছলমান ধৰ্মী হ'লেও মই তোমাক বিয়া কৰাম। সমাজৰ আজি যি বাধা—আই-পিতাৰ যি বাধা, সেই বাধা মই মানি চলিব নোৱাৰিম—কাৰণ সমাজখনক অথবা আই-পিতাকো এদিন আনি লব লাগিব আমাৰ পথত। তেওঁলোককো এক আদৰ্শৰে অনুপ্ৰাণিত কৰি তুলিব লাগিব। আজিৰ পৃথিবীৰ তথাকথিত ধৰ্মবিলাকৰ মাজত এটা সমন্বয় আনি লবৰ দৰকাৰ হৈ পৰিছে। ধৰ্মক আজি বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে চাব পৰা হৈছে। জীৱন বৃদ্ধিৰ উদ্দেশ্যে কায়মনোবাক্যে যেতিয়া আমি দুয়ো আগবাঢ়ি যাব পাৰিম—যেতিয়া সকলোখিনি জীৱনৰ মধু আহৰণ কৰি লব পাৰিম, সেই দিনাহে জগতে বুজিব যে তোমাৰ আৰু মোৰ বিবাহ এটি আদৰ্শ বিবাহ।" এতিয়া ক'ত গ'ল আপোনাৰ এই বিশ্বধৰ্ম ? ক'ত আপোনাৰ আদৰ্শপ্ৰৱণতা ? —ক'ত আপোনাৰ মহানুভৱতা ? আপোনাৰ এই দীঘলীয়া বক্তৃতাৰ সাৰ্থকতাই বা ক'ত ?

শুনি নিশ্চয় সুখী হ'ব হিমেনদা, যে মোৰ অৱস্থা দিনে দিনে বেয়া হৈ আহিছে : মাহীমাৰ কেটকেটনি, গালি-শপনি আৰু নিষ্ঠুৰ ব্যৱহাৰে মোৰ জীৱন অতিষ্ঠ কৰি তুলিছে। জীৱনৰ ভাৰ আৰু অসহ্য হৈ উঠিছে। কোন দিনা কি হয় একো ঠিক নাই—আদৰ্শৰ পৰা যেন বহুতখিনি চ্যুত হৈ পৰিছো। আৰু এটা কথা দেউতা আৰু মাহী মাই মোক এজন অশিক্ষিত, মাতাল আৰু চৰিত্ৰহীন মুছলমানৰ লগত বিয়া দিবৰ বন্দবস্ত

কৰিছে। বিয়া বহাগৰ ২০ তাৰিখে। আন খবৰ নাই। মোৰ বিশেষ একো কৰিবৰ প্ৰয়োজন নাই—নিজেই নিজৰ পথ ঠিক কৰিছো।

ইতি—

আপোনাৰ চিৰ চেনেহৰ

আমিনা"

আন এখন হিমেনৰ চিঠি, সি লিখিছে "মৰমৰ আমিনা, মই যাব ধৰিছো। তুমি অধৈৰ্য নহবা। মই সমাজ নেমানো, ধৰ্ম নেমানো। মই তোমাক বিয়া কৰাম, পৰম পিতাই আমাক পথ দেখুৱাই নিব।

ইতি—

হিমেন"

আন এখন টেলিগ্ৰাম তাত লিখা আছে হিমেন,

"যোৱাৰাতি আমিনাই আত্মহত্যা কৰিলে। পাৰা যদি এবাৰ আহি যাবা।"

আমিনাৰ পিতা

হিমেনে বোধহয় তাৰ চিঠিখন পোষ্ট কৰাৰ আগতে টেলিগ্ৰামখন পাই অৱশিষ্ট চিঠিখনত আত্মহত্যা কৰিব যোৱাৰ আগতে মোলৈ লিখি যায়, প্ৰিয় অকন,

তোমাৰ অনুৰোধ মতে এটা গল্পৰ প্লট দিয়া হ'ল। অৱশ্যে গল্পৰ কৃতকাৰ্যতা তোমাৰ ওপৰত নিৰ্ভৰ কৰিব। বিশেষ নাই, মৰম লবা। মই আহিলো।

ইতি—

তোমাৰ হিমে দাদা



'কটনিয়ানৰ' পাতত এবাৰ মাত্ৰ ভুমুকি মাৰিয়েই চিৰকাললৈ অদৃশ্য হৈ গ'ল কিয় লীলা বৰগোহাঁই ? অৱস্থাৰ তাড়নাত চিৰকাল আবিয়ৈ হৈ থাকিব লগা এজনী গাঁৱলীয়া ছোৱালীৰ মৰ্মবেদনা খুব কম কথাতে এনে মৰ্মস্পৰ্শী ভাষাৰে লীলা বৰগোহাঁইয়ে ফুটাই তুলিছে যে তেওঁ গল্প লিখিবলৈ কিয় এৰি দিলে ভাবি বহুত পাঠকে নিশ্চয় বেদনা অনুভৱ কৰিব। কিয় এনে হয় ? কিয় কিছুমান মানুহে নিজৰ প্ৰতিভা নিজে আৱিষ্কাৰ কৰিব নোৱাৰে ?

নীলিমা বৰগোহাঁই

# সঙ্গী

আবকালিৰ চুটি আবেলিটো শেষ হৈ আহে। অলপ অলপ জাৰ লাগে বাসন্তীৰ। চাদৰ খনৰ আগটো টানি আনি গাটো ভালকৈ ঢাকি লয় তাই। বাঁহগছবোৰৰ ফাঁকেদি এচেৰেঙা মিঠা ৰ'দ আহি তাইৰ তাঁতখনৰ ওপৰত পৰেহি। ফুলৰ কাঠিতো শেষ হ'বলৈ আৰু অলপ বাকী। আজিয়েই শেষ কৰি নথলে কালিলৈ আকৌ বাহিৰলৈ মন নাযাব। তলমূৰকৈ কাণি বছাত লাগে বাসন্তী।

মিঠা ৰ'দ জাক লাহে লাহে নোহোৱা হৈ যায়। গধূলি হৈ আহে। শালিকা চৰাইবোৰ কোঢ়াল কৰি বাঁহ গছবোৰত পৰেহি। মাজে মাজে দুই এটা ব'গো। সিহঁতৰ চিঞৰ-বাখৰত বাসন্তীৰ কাণি বাছোতে ভুল লাগি যায়। লৰালৰিকৈ কাঠিতো শেষ কৰি তাঁতখন সামৰি তাই ভিতৰলৈ সোমাই যায়। সাঁজ লগাৰ আগতে পানী দুকলহমান আনিবগৈ লাগিব।

ওচৰৰে কাঞ্চন পেহীৰ সৰু ছোৱালী চম্পাক মাতি তাই লগত লয়। গাঁৱৰ মাজত থকা পকা নাদটোৰ পৰা পানী আনিবলৈ অকলে যাব নোৱাৰি আজিকালি। কাষতে থকা সৰু দোকান খনত যিহে মানুহৰ জুম! কেইবাদিনো তাইক উদ্দেশ্য কৰি কোৱা অশ্লীল কথা কাণত পৰি-ছেহি বাসন্তীৰ। খং আৰু লাজত তাইৰ কাণ-মূৰ গৰম হৈ পৰে। তথাপি



মুতেনা তাও ধৰি নীৰৱে পানী লৈ গুচি আহে তাই। মাকে তাইক কৈছে, "সেইবোৰ উতমুৱা ডেকা ল'ৰাৰ লগত কাজিয়া কৰিলেনো কি হ'ব। সিহঁতৰ কথা গাত সানি নলৈ আওকাণ কৰি যোৱা দেখিলেই দুদিন মানৰ পাছত নিজে নিজেই বন্ধ হৈ যাব সিহঁতৰ মুখ।" সেইবাবেই তাই নীৰৱে সিহঁতৰ কথাবোৰ সহ্য কৰি গৈছে।

বহুতো ছোৱালী জাক পাতি গলে অৱশ্যে একো ক'ব নোৱাৰে সিহঁতে। মাথোন ভেবা লাগি কোনো কালে নেদেখা বস্তুৰ দৰে চাই ৰয় ছোৱালী জাকলৈ। হেমপ্ৰভা, বন্তাইঁতৰ দলটোৱে পিছে গ্ৰাহ্যই নকৰে সিহঁতক। বাসন্তীৰ এটা দুৰ্নিয়াহ ওলাই আহে নিজৰে অজ্ঞাতসাৰে। এৰা, তাইৰ লগৰ ছোৱালী কোনোৱেই নাই এতিয়া গাঁওখনত। সকলোৰে বিয়া হৈ গৈছে। আগৰ জাক ছোৱালীৰ ভিতৰত মাত্ৰ তাইহে বাকী আছে। আজিকালি বিয়া সবাহলৈ যাবলৈও এৰি দিছে বাসন্তীয়ে লাজত। পানী নি সকলোৱে শেষ কৰিলে সন্ধ্যা সময়ত তাই চম্পাক লগত লৈ পানী আনিবলৈ যায়। এতিয়াৰ ছোৱালী গোটেই জাকেই গাঁৱত নতুনকৈ হোৱা হাইস্কুলত পঢ়িছে। তাইৰ দিনত হাইস্কুল হোৱা নাছিল। দুমাইল দূৰৈৰ এম্. ভি. স্কুলখনতে ৬ষ্ঠ মানলৈকে পঢ়িছিল বাসন্তীয়ে। মাজ ভাগতে মাকে পঢ়া এৰুৱাই দিলে। ক'লে, "ছোৱালী ডাঙৰ হৈছে, দুমাইল বাটকুৰি বাই পঢ়িবলৈ যাব নালাগে। ঘৰতে কাম-বন, তাঁত-সূত শিকক।" স্কুল এৰাৰ দিনা বাসন্তীৰ কি কান্দোন।

দেউতাকৰ মৃত্যুৰ পাছৰ বছৰ কেইটাৰ কথা ভাবিলে এতিয়াও গা জিকাৰ খাই উঠে বাসন্তীৰ। মাটি কেইপুৰামান সৰহকৈ আছিল বুলিহে যি ৰক্ষা। পুৰণি লগুৱা ভদীয়াকায়ে সেই দুৰ্দিনত এৰি নগৈ মাটি কেইপুৰাৰ তত্বাৱধান ললে। বাসন্তীয়েও তেতিয়াই গাঁৱৰ ছোৱালীৰ নিম্ন প্ৰাইমেৰী স্কুলৰ সহকাৰী শিক্ষয়িত্ৰীৰ চাকৰিটো ললে 'মেনেজিং কমিটি'ক ধাটি-লুটি। সৰু ভায়েক দুটাক নাম লগাই দিলে স্কুলত। অজয় তেতিয়া দহবছৰীয়া আৰু বিজয় ছবছৰীয়া সৰু ল'ৰা। ওঠৰ বছৰীয়া বাসন্তীয়ে হাতত তুলি ললে সংসাৰৰ ভাৰ। মাকে তাইৰ বিয়াৰ চেষ্টা

কৰিছিল, বিয়াৰ সম্বন্ধও আহিছিল কেইবাকালবো পৰা। কিন্তু বাসন্তীৰ প্ৰবল আপত্তিৰ আগত সকলো উটি গ'ল। বিধৱা মাকক সৰু ভায়েক দুটাৰ লগত সেই অৱস্থাত এৰি কোনোমতেই মান্তি নহ'ল বাসন্তী বিয়াত বহিবলৈ। মাকে অনেক বুজাইও নোৱাৰি নিজেই চকুলো টুকি উঠি গ'ল অৱশেষত।

তাৰ পাছত এদিন দুদিনকৈ দিনবোৰ পাৰ হৈ যায় সিহঁতে ক'ব নোৱাৰাকৈয়ে। ঘৰখনৰ অৱস্থা কিছু টনকিয়াল হৈ আছে। বাসন্তীৰ কৰ্মতৎপৰতা দেখি শলাগে সকলোৱে। মাকক কয়—"তোমাৰ বাসন্তী ল'ৰাহে হ'ব লাগিছিল, কিবা ভুলতহে ঈশ্বৰে ছোৱালী কৰিলে।" মাকে বাসন্তীলৈ চাই করুণ হাঁহি এটা মাৰে। বাসন্তীয়ে সেই হাঁহিৰ অৰ্থ বহুত দিনৰ পাছতহে বুজিব পাৰিছে।

আজি সাত বছৰমানৰ আগতে তাইলৈ এখন চিঠি আহিছিল। চিঠি বোলাতকৈ প্ৰেমপত্ৰ বোলাই বেছি ভাল হ'ব। নতুনকৈ বিয়া কৰাই অনা ঘৈণীয়েকক সাপে খুটি মৰাৰ ছমাহৰ পাছতে ইন্দ্ৰেশ্বৰে তাইলৈ সেইখন চিঠি দিছিল সৰু ল'ৰা এটাৰ হাতত। চিঠিখন পাই খং, অপমান আৰু ঘৃণাত তাই জিকাৰ খাই উঠিছিল। কান্দি কান্দি মাকক দেখুৱাই-ছিলগৈ চিঠিখন। মাকে তেতিয়াও করুণ হাঁহি এটা মাৰি তাইৰ মুখলৈ চাইছিল।

তাৰ দুবছৰৰ পাছত গাঁৱত বসন্ত ওলাল। তায়ো পৰিল বেমাৰত। কিছুদিনৰ পাছত ভাল হ'ল, কিন্তু মুখত-বৈ গ'ল কেইবাটাও কুৎসিত দাগ। মাকে নীৰৱে চকুলো টুকিলে। তাই আয়নাত মুখখন চাই দাগবোৰৰ ওপৰত হাত বুলাই চালে, চকুপানীবোৰ নিজেই বৈ আহি দৃষ্টি শক্তিক বন্ধ কৰি দিলেহি।

দিনবোৰ গৈয়েই থাকিল। অজয় চতুৰ্থ বাৰ্ষিকলৈ উঠিল। নগৰৰ হোষ্টেলত থাকি পঢ়িছে সি। বন্ধত ঘৰলৈ আহোঁতে ঘৰখনৰ পৰিস্থিতি টোৱেই সলনি হৈ যায়। কলেজলৈ যোৱাৰ পাছত ইমান সলনি হৈ গ'ল সি। অকণমান অজয়টো তাইৰ চকুৰ আগতে ডাঙৰ হৈ যায়। বাসন্তীৰ

বিশ্বাস নহয় যে অজয় সঁচাকৈয়ে ইমান ডাঙৰ হ'ল। আগৰ দৰেই তাই মৰম কৰে তায়েকক। বিজয়ে হাইস্কুলত প্ৰথম মানত পঢ়ে। আগৰ দৰেই উৎপতীয়া সি। সি এতিয়া নহ'লে ঘৰখন ঠাণ্ডা হৈ যায়। বাসন্তীয়ে তাৰ দৌৰাত্ম্যত তৰণি নাপায়। অজয়ে কিন্তু আজিকালি অত্যাচাৰ কৰিবলৈ লাজ কৰে।

মাকে আকৌ চেষ্টা কৰিলে বাসন্তীক বিয়া দিবলৈ। কিন্তু মানুহ-বোৰেই অসন্মত হ'ল এই বাৰ, বাসন্তীয়ে আৰু আপত্তি কৰিবলগীয়া নহ'ল। দূৰৰ কোনোবা ঠাইৰ পৰা পাত্ৰৰ সন্ধান আহিলেও গাঁৱৰ শুভাকাঙ্খী কোনোবাই নিজে খৰচ কৰি হ'লেও গৈ সকলো খবৰ জনাই মানুহখৰৰ উপকাৰ সাধন কৰি থৈ আহিছিলগৈ। দৰকাৰ হ'লে নতুন কথা সৃষ্টি কৰি ক'বলৈকো যে কুণ্ঠাবোধ নকৰিছিল তেওঁলোকে, তাক বাসন্তী আৰু মাক দুয়ো ভালদৰেই বুজিছিল। বিয়াৰ প্ৰত্যাখানৰ খবৰ আহিলে গভীৰ ৰাতি বাসন্তীৰ বিছনাৰ কাষলৈ গৈ মাকে উজাগৰে থকা জীয়েকৰ মূৰত হাত বুলাই দি উচুপি উচুপি কান্দিছিল। মাক-জীয়েকৰ উচুপনি শুনি শুনি গহীন ৰাতিবোৰ আৰু বেছি গহীন হৈ পৰিছিল।

কিছুদিনৰ পৰা বিয়াৰ চেষ্টা আৰু এৰিয়েই দিছে মাকে। বাসন্তীয়েই অনুৰোধ কৰিছে মাকক আৰু অপমান নুবুটলিবলৈ। প্ৰাণপণে তাই চেষ্টা কৰে সকলো সময়তে ব্যস্ত হৈ থাকিবলৈ। কিন্তু মনটোৱে যে কেতিয়াবা কিবা ভাবি হঠাৎ অন্যমনস্ক হৈ পৰে, ধৰিবই নোৱাৰে তাই। অজয়হঁতৰ আগত লাজ লাগি যায় তাইৰ তেনেকুৱা অৱস্থাত ধৰা পৰিলে।

নগাঁৱৰ পৰা বেণু আহিছে। ল'ৰালি কালৰ লগৰী বেণুক পাই বাসন্তীৰ মনটো ভাল লাগি যায়। বেণুৰ বিয়া হৈ যোৱা আজি আঠ বছৰেই হ'লছি। শহুৰেকৰ ঘৰৰ পৰা তাই মাকৰ ঘৰলৈ মাজে মাজে আহিলেও বাসন্তীহঁতৰ গাঁৱলৈ অহা নাছিল। ইয়াত মোমায়েকৰ ঘৰত থাকি সৰুতে তাই এম্. ভি. স্কুলত পঢ়িছিল বাসন্তীৰ লগত। তেতিয়াৰ

পবাই সিহঁত অভিন্নহৃদয়া সখী। স্কুল এবাব পাছতো বিয়াব আগলৈকে মোমায়েকৰ ঘৰলৈ মাজে মাজে আহিছিল বেণু। তাইৰ লগ পালে আৰু একো মেলাপিছিল বাসন্তীক। সেই বেণুৰ লগত এতিয়া আঠ বছৰৰ মূৰত দেখা। তিনিটা ল'ৰা-ছোৱালীৰ মাক বৰ্তমানে বেণু। আগন্তকৈ বছতো শকত হ'ল। দুয়ো সখীয়ে প্ৰথম দিনা দেখাদেখি হওঁতে আনন্দতে কান্দি পেলালে। বেণুৰ ল'ৰা-ছোৱালী কেইটা কোলাত লৈ চুমা খাই নচুৱাই মুচুৱাই বাসন্তীৰ হেঁপাহ নপলায়। সেইদিনা গোটেই আবেলিটো বেণুৰ লগতে কটাই পাছদিনা দুপৰীয়া সিহঁতক ভাত খাবলৈ মাতি আহিল বাসন্তীয়ে।

বাতিপুৱা শুই উঠিয়েই তাই কামত লাগি যায়। পাছদিনা স্কুললৈ যোৱা বাদ দি ঘৰদুৱাৰ পৰিষ্কাৰ কৰি মাকক বন্ধা-বঢ়াত সহায় কৰি দিয়ে। অজয়ৰ কলেজ বন্ধ। সি তাৰ কোঠাতে সোমাই কিবা পঢ়ি আছে। তাক দোকানলৈ পঠাবলৈ বাসন্তীৰ বেয়া লাগে। দৰকাৰী বস্তু বোৰ বিজয়েই আনি দি যায় স্কুললৈ যোৱাৰ আগতে।

দুপৰীয়া বেণুহঁত আহে। ল'ৰা-ছোৱালী কেইটাই 'মাহী, মাহী,' বুলি তাইৰ ওচৰলৈ দৌৰি আহে। আথে-বেথে তাই সিহঁতক ভিতৰলৈ লৈ যায়। অজয়ো কোঠাৰ পৰা ওলাই আহে। তাক দেখি বেণু আচৰিত হৈ যায়। 'ইমান ডাঙৰ হৈ পৰিল এইটো এই কেইবছৰৰ ভিতৰতে!' মিচিকিয়াই হাঁহি অজয় তাৰ কোঠালৈ সোমাই যায় আকৌ। লাজটো তাৰ বৰ বেছি।

খোৱা-বোৱাৰ পাছত তামোলৰ বটা লৈ দুয়ো সখীয়ে কথা পাতিবলৈ বহে ভিতৰৰ ফালে মুকলি চালিৰ তলত। আগফালে বেণুৰ ল'ৰা-ছোৱালী কেইটাই বাসন্তীৰ মাকক 'আইতা, আইতা' বুলি সাধু ক'বলৈ জোৰ কৰি বেৰি ধৰে। অজয়ো গৈ সিহঁতৰ লগ লাগি মাকৰ দুৰৱস্থা দেখি হাঁহে।

বেণুয়ে অজয়ৰ কথাকেই বেছিকৈ সোধে। —"তাৰ বিয়াৰ বয়স হ'ল, বি. এ. টো দি উঠিলেই বিয়া পাতি দিবি বাসন্তী।" বেণুৱে কৈ

যায়। —"মোৰ সক ননদ্ অলকাক দেখিলেই তোৰ মৰম লাগিব। তাই এইবাৰ ক্লাচ টেন্ত পঢ়িছে। অজয়ৰ লগত এনে শুৱাৰ তাইক।" তাৰ পাছত জোৰ কৰিয়েই ভাই ৰাসন্তীক কয়—অলকাক অজয়লৈ গ্ৰহণ কৰিবলৈ। —"আয়েনো আৰু কি ক'ব। তয়েই ঘৰখনৰ মুখিয়াল এতিয়া। তোৰ মততেই আয়েও মত দিব। অজয়েতো তোৰ কথা খুব শুনি চলে। সি জানো পেলাব পাৰিব তোৰ কথা?" বাসন্তীয়ে নীৰবে শুনি যায়। অজয়ৰ তেন্তে বিয়াৰ বয়স হ'ল? হাফ পেণ্ট পিন্ধি দৌৰি ফুৰা অজয়ৰ ছবি তাইৰ চকুৰ আগত ভাহি উঠে। মুখটো তাইৰ কিবাখন লাগে। তাইৰ—তাইৰ তেন্তে বিয়াৰ বয়স আৰু নাই। কথাটোৱে বাসন্তীৰ মনত হাতুৰীৰ দৰে কোব মাৰি যায়। বহি থকা পাটীখনৰ ওপৰত ঢলি পৰে বাসন্তী। বেণুৱে লৰালৰিকৈ আহি ধৰেহি "হঠাৎ আকৌ কি হ'ল তোৰ?" ঘামি জুকলি-জুপুৰি হোৱা বাসন্তীৰ মুখটো বিচি দি বেণুৱে সোধে। সেহাই সেহাই কোনোমতে উত্তৰ দিয়ে বাসন্তীয়ে—"একো নহয়, তামোলে মূৰত ধৰিছে।" কিছুপৰৰ মূৰত প্ৰকৃতিস্থ হৈ বেৰত আউজি বহে তাই। গধূলি হৈ অহাত বেণু যায়গৈ অকলশৰে বাসন্তী বহি থাকে পশ্চিম আকাশৰ পিনে চাই চাই। ৰঙা বেলিটো বাঁহগছবোৰৰ সিপাৰেদি লাহে লাহে তললৈ নামি যায়। শালিকা চৰাইবোৰে কোঢ়াল কৰে। 'ঘৰচিৰিকা দুটাই কুটা দুডাল লৈ বাহলৈ উৰি আহে। অলপ পৰৰ পাছতে বেলি মাৰ যায়। আন্ধাৰৰ পাতল আৱৰণ এখনে পৃথিৱীখন ঢাকি পেলায়। মাক গোসাঁই ঘৰত চাকি জ্বলাবলৈ সোমায়। বাসন্তী লাহে লাহে উঠি কলহটো লৈ পানী আনিবলৈ ওলাই যায়। চম্পাক আজি আৰু লগত নিনিয়ে তাই। তাইৰ যে বহুত বয়স হ'ল।



বামধেনু যুগৰ সামৰণিৰ কালে আত্মপ্ৰকাশ কৰা শক্তিশালী গল্পলেখক ছাইদুল ইছলাম তেওঁৰ প্ৰতিভাৰ অনুপাতে খুব কম গল্প লিখিছে। আজিকালিতো তেওঁৰ গল্প দেখিবলৈকে পোৱা নাযায়। কিন্তু তেওঁ কেনেকুৱা স্বকীয় বৈশিষ্ট্যৰে সমুজ্জ্বল শক্তিশালী গল্পলেখক আছিল তাৰ প্ৰমাণ পোৱা যায় কলেজীয়া ছাত্ৰ জীৱনত লেখা তেওঁৰ প্ৰথম গল্পটোতে। গল্পটোৰ বিষয়-বস্তুত কোনো নতুনত্ব নাই। এজন সুন্দৰ পুৰুষ অগ্নিদগ্ধ হৈ ভয়াবহভাৱে কুৎসিত হৈ পৰাৰ পিছত তেওঁৰ নাৰী-সম্পৰ্কীয় অভিজ্ঞতালৈ কিবোৰ পৰিবৰ্তন আহে তাকে আলম হিচাপে লৈ বিভিন্ন ভাষাত বহুতো গল্প-উপন্যাস ৰচিত হৈছে। এনে এটা বহু-ব্যৱহাৰ-জীৰ্ণ বিষয়-বস্তুও এটা নতুন সজীৱ অভিজ্ঞতা হিচাপে অনুভূত হয় ছাইদুল ইছলামৰ লেখাৰ গুণত।

**ছাইদুল ইছলাম**

# পুতলা নাচ

জয়ন্তই গাড়ীখনৰে ষ্টেচনলৈ আগবঢ়াই থবলৈ আহিব বিচাৰিছিল। মই নিদিলো। এনেকুৱা অৱস্থাত ৰূপাক অকলে থৈ আহিবলৈ বাৰু মই কওঁ কেনেকৈ ? তাতে ঘৰটোত আন ডাঙৰ মানুহ থাকিলে এটা কথা। তেনেকৈও নাই। ৰূপাৰ অকণমান ভায়েকটোৰ বাহিৰে দেখোন ঘৰখনত মতা মানুহ নায়েই। ড্ৰাইভাৰটো, চকিদাৰটো, বাবুৰ্চিটো— এইবোৰ অৱশ্যে আছে। তথাপিও এনেকুৱা সময়ত জয়ন্ত ঘৰত নথকাটো বেয়া কথা হ'ব। অৱশ্যে জয়ন্তৰ মাক আৰু শাহুৱেকে তেওঁলোক থাকিলে কোনো ভয় নাই বুলিয়েই কৈছিল। সেই বুলি প্ৰথম সন্তান জন্ম হ'বৰ সময়ত পিতৃৰ উৎকণ্ঠাৰ কথা অভিজ্ঞতাৰ পৰা মই জানো। শুভ সংবাদটো লৈ যাবৰ ইচ্ছা মোৰো আছিল। পিছে কাইলৈ ঘৰত থাকি পৰহিদিনা মই কামত জইন কৰিবই লাগে। ছুটীৰ এক্সটেন্সনৰ সাতদিনৰ আৰু মাত্ৰ এদিনহে আছে। সেইবাবে একপ্ৰকাৰ জয়ন্ত আৰু ৰূপাৰ অন্তৰত আঘাত দিয়েই মই আহিব লগা হ'ল। অকণমান মণ্টুটোৰ গালত থপৰিয়াই ৰূপাৰ বিছনাখনৰ কাষত বৈ মাত্ৰ হাঁহি 'যাওঁ দেই' বুলি কৈ গুচি আহিলো। মোক আগবঢ়াবলৈ আহি আহি জয়ন্ত বহুত দূৰ পাইছিলহি। তাক 'হ'ব আৰু তই যা'গৈ'—বুলি কৈ মই বিদায় ললো। সি মাত্ৰ মোৰ হুয়োখন হাতত ধৰি খোকাথুকি মাতেৰে ক'লে—



'দিলীপ, পাহৰি নাযাবি।' তেনেকুৱা অৱস্থাত উত্তৰ দিয়াৰ শক্তি মোৰ কোনোদিনেই নাই। গুচি আহিলো।

পাহৰিম! তোক, জয়ন্ত শইকীয়াক পাহৰিম? পাগল হৈছ নেকি তই? কোন মূৰ্খ ই তোৰ কথা—জয়ন্ত শইকীয়াৰ কথা পাহৰিব? যদি তোৰ কাহিনী মই পাহৰো তেন্তে তই মোক অভিশাপ দে জয়ন্ত—আৰু কৃপা তুমিও দিয়া—যেন, মোৰ স্মৃতিশক্তি চিৰকালৰ বাবে লোপ পাই যায়। কেমিষ্ট্ৰীৰ ইকুৱেশ্যন মুখস্থ ৰাখিব নোৱাৰাৰ বাবে জয়ন্তই ভাবি লৈছে যে মই সকলো কথাই পাহৰি যাওঁ। একো কথাই মই পাহৰা নাই বুইছ। মোৰ সকলো কথা মনত আছে। তোৰ কথা—কথা নহয় ইতিহাস—মোৰ চব মনত আছে। প্ৰমাণ লাগে? হে সন্ধিয়াৰ আকাশৰ তৰা, তোমালোকে শুনা মোৰ মুখৰ পৰা জয়ন্ত শইকীয়াৰ কাহিনী। সেই কাহিনী শুনি তোমালোকে জয়ন্তক কৈ দিয়া যে তাৰ কথা মই, দিলীপ চৌধুৰীয়ে পাহৰি যোৱা নাই। শুনা তোমালোকে।...

  

....বাৰাণ্ডাত থকা বেতৰ চকীখনত বহি জয়ন্তই চিগাৰেটটোত জোৰেৰে হোপা এটা মাৰি ধোঁৱাবোৰ জোৰেৰে এৰি দিলে। তেতিয়া নিশা বাৰ বাজি পাৰ হৈছে। কিৰ্‌কিৰি চৰাই আৰু পোক আৰু শিয়ালৰ কিছু ভয়লগা মাতৰ বাহিৰে জগতখনত তেতিয়া আৰু একো নাই। মাত্ৰ আন্ধাৰ আৰু আন্ধাৰ। যেন এই পৃথিৱীখনত কোনোদিনেই পোহৰ পৰা নাই এনে এটি অসহ্য অন্ধকাৰ প্ৰসুপ্তি। যেন এনেকুৱা সময়ত পৃথিৱীৰ সমস্ত ঘড়ী বন্ধ হৈ সময়বোৰ থমকি ৰৈ গৈছে। জীৱনবোৰ যেন ক'ৰবালৈ পলাই গৈছে। জয়ন্ত শইকীয়াই সেই অন্ধকাৰ নিশা বাৰাণ্ডাৰ বেতৰ চকীত বহি চিগাৰেট হুপি আছে। আৰু সিটো কোঠাত কৃপা, মানে জয়ন্তৰ ঘৈণীয়েক শুই আছে। যেন পৃথিৱীখনত একো এটা হোৱাই নাই। যেন জয়ন্তৰ বাৰাণ্ডাৰ বেতৰ চকীত এই ৰাতিখন বহি চিগাৰেট হুপি থকাৰ কোনো অৰ্থ ই নাই। কৃপাই কি জয়ন্তৰ অন্তৰ সমুদ্ৰত উঠা উত্তাল

ঢোৰ শব্দ শুনা নাই। জয়ন্ত শইকীয়াৰ সত্তাটোৱেই চিঞৰি চিঞৰি কান্দিছে শুনা নাই নেকি ৰূপাই ? নে শুনিও শুশুনাৰ অভিনয় কৰিছে জয়ন্ত শইকীয়াই কাৰোবাৰ অদৃশ্য হাতৰ ৰছিৰ তালে তালে পুতলাৰ দৰে নাচিছে আৰু ৰূপাই পৰম তৃপ্তিত অভিনয় কৰি গৈছে। অসহ্য। চিগাৰেটটো দলিয়াই দি জয়ন্ত বহাৰ পৰা উঠিল। তাৰ পিছতে তেওঁ বাৰাণ্ডাখনৰ এটা মূৰৰ পৰা আন এটা মূৰলৈ খোজ কাঢ়ি ফুৰিলে। এবাৰ তেওঁ চকীখনৰ ওচৰত ৰ'ল আৰু অলপ ভাবিলে—কিন্তু কিয় ? কিয় সি পুতলাৰ দৰে নাচিব লাগে। কিয় তাৰ জীৱনলৈ সুখ নাহে ? কি অপৰাধ সি কৰিছে ? কি অপৰাধ ? জয়ন্তৰ কণ্ঠৰোধ হৈ আহিল আৰু সি বেতৰ চকীখনতে বহি পৰিল। তাৰ পিছত সোঁহাতখনেৰে সি তাৰ গালখনত হাত ফুৰাই দিলে। হঠাতে সি শিয়ৰি উঠিল। থকথকাকৈ কঁপিবলৈ ধৰিলে জয়ন্ত শইকীয়া। যেন গোলকটোৰ দৰে পৃথিৱীখনক কোনোবা দুষ্ট ল'ৰাই ধৰি খুব ঘূৰাব ধৰিছে। পৃথিৱীখন খুব ঘূৰিছে। খুব ঘূৰিছে।

  

যদি জয়ন্ত শইকীয়াই তাৰ জীৱনত কোনোবা নাৰীৰ প্ৰেমৰ প্ৰয়োজন অনুভৱ নকৰিলে তেন্তে সি কোনো অপৰাধ কৰা নাই নিশ্চয়। ধনী চাহ বাগিচাৰ মালিকৰ ল'ৰা সি। স্পইল্ট চাইল্ড হ'বৰ সুযোগ সি পাইছিল। সেই সুযোগ সি গ্ৰহণ নকৰি কি ভুল কৰিলে? খেলা-ধূলা, চিনেমা-পিকনিক আদিক জীৱনৰ কিছুমান অনাৱশ্যক সামগ্ৰী বুলি ভবা জয়ন্ত শইকীয়া স্কুল-কলেজত আছিল এটা ভাল ল'ৰা। আৰু তাৰ দৰে আবহাৱাত ডাঙৰ হোৱা ল'ৰা এটা ভাল হোৱা এক ব্যতিক্ৰম। ইংৰাজী আৰু অঙ্কত বহুত নম্বৰ পাই ফাৰ্ষ্ট ডিভিজনত মেট্ৰিক পাছ কৰি কলেজলৈ আহোঁতে পৰিয়ালৰ সকলোৱে ভাবিছিল এইবাৰ জয়ন্তটোৰ কিছু সলনি হ'ব। কিন্তু জয়ন্তই সকলোকে হতাশ কৰি একেদৰেই থাকিলে। পৰিৱৰ্তনৰ ভিতৰত হ'ল—থাৰ্ড ইয়েৰৰ ইংৰাজীত অনাৰ্চ থকা কম-মেটৰ

ক্লপাত বেমাৰ্ক গাৰ্ডে, জীবনানন্দ, টিভেন্সন আদি কেইজনমান লেখকৰ লগত তাৰ চিনাকি হ'ল। ছোৱালীৰ প্ৰতি থকা তাৰ স্বভাৱগত উদাসীনতা কিন্তু অকণো নুগুচিল। বৰঞ্চ সি বেছি লাজকুৰীয়া হে হ'ল। নিজে মতা দূৰৰ কথা ক্লাচৰ কোনোবা ছোৱালীয়ে যদি তাক সোধে, শইকীয়া, আপুনি কি চর্ট পালে—তেন্তে হ'ল আৰু তাৰ। মুখৰ স্বাভাৱিক ৰঙ উভতি আহোঁত তাৰ বহুত সময় লাগি যায় তেতিয়া।

দুটা বছৰ বেচ ভালেৰেই পাৰ হৈ গ'ল। অন্তত আৰু কেমেষ্ট্ৰীত লেটাৰ লৈ জয়ন্তই আই.এছ.চি. ফাৰ্ষ্ট ডিভিজনত পাছ কৰিলে। কেমেষ্ট্ৰীত অনাৰ্চ লৈ থাৰ্ড ইয়েৰত নাম লগোৱাৰ কেইমাহমানৰ পিছতে কাণ্ডটো হ'ল। ছোৱালীজনীৰ নাম দীপিকা বৰুৱা, শ্বিলঙৰ পৰা আই. এছ.চি. পাছ কৰি আহিছে। মই জয়ন্তৰ বন্ধু। জয়ন্তই যদি কেতিয়াবা কাৰোবাক অন্তৰ উজাৰি তাৰ কথাবোৰ কয় তেন্তে সি প্ৰথমতে মোকেই ক'ব। কিন্তু বিশ্বাস কৰক, মই একো গমেই নাপালো আৰু ইফালে পূজাৰ বন্ধৰ কেইদিনমানৰ পিছত মোৰ কমলে অতি সন্তৰ্পনে সোমাই আহি জয়ন্তই খুব লাহে লাহে ক'লে—"দিলীপ মই দীপিকাৰ প্ৰেমত পৰিছো।" জাপানৰ যুবৰাজ অকিহিটই এজনী সাধাৰণ ছোৱালী বিয়া কৰিব খোজাৰ বাতৰিটো পাই সম্ৰাট হিৰ'হিট যিমান আচৰিত হৈছিল তাতোকৈ বহুত বেছি আচৰিত হৈছিলো মই। তাতোকৈ যদি জয়ন্তই আহি মোক ক'লেহেঁতেন যে অহা কাইলৈ মই আত্মহত্যা কৰিম তেনেহ'লে কিজানি মই বহুত কম আচৰিত হলোহেঁতেন। কিন্তু মোৰ কমমেটে মোৰ অৱস্থা দেখি লেপৰ তলৰ পৰাই মাত দিলে, কি হ'ল কমমেট, বৰ আচৰিত হৈছে নেকি? বাট মিবোক্ষ টু হেপেন। আৰু এজন যুৱকে এগৰাকী যুৱতীক ভাল পোৱাত অস্বাভাৱিক কথা একো নাই।

আৰু মই সেইটোকে ভাবি নীৰৱ দৰ্শক হৈ বৈ গ'লো। বোধকৰো জয়ন্তৰ ভাগ্যৰ প্ৰতি মোৰ হিংসা হৈছিল। সি আঁতৰি থাকিব বিচাৰে আৰু যৌৱনৰ পখিলাবোৰে জাকপাতি তাৰ পিছে পিছে উৰি ফুৰে।

আৰু মোৰ? নাই, জয়ন্তৰ লগত মোৰ তুলনা হয় কেনেকৈ? সি ধুনীয়া, সি চোকা, সি ধনী। আৰু মই? মা-দেউতাই মোলৈ ছোৱালী এজনী বাচি মোৰ বিয়াখন পাতি দিব। অপৰিচিতা ছোৱালী এজনীয়ে মোৰ বুকুতে মুখ গুজি কান্দিব। হয়তো ছোৱালীজনীক মোৰ মুঠেই ভাল নালাগিব। কিন্তু তথাপি প্ৰতি বছৰে কমপক্ষেও পঞ্চাশটা টকা মোৰ খৰচ হ'ব বাৰ্লি কিনোতে। —এই বৃত্ত লেখোন মোৰ ঘৰত চলি আছিছে বহুতদিন ধৰি। এই বৃত্ত ভাঙি দিয়াৰ সাহ থাকিলেও সামৰ্থ মোৰ ক'ত? এই এটা নিৰ্দিষ্ট কক্ষত ঘূৰা আমাৰ জীৱনৰ গ্ৰহ সদায় চলি থাকিব। জয়ন্তহঁত বহুত ওপৰৰ মানুহ। মোৰ কল্পনায়ো ঢুকি নাপায় সিহঁতৰ জগতখন। জয়ন্তই আজি দীপিকা বৰুৱাক ভাল পাইছে; বোধকৰো এই কাৰণেই ভাল পাইছে যে দীপিকা এজনী ধুনীয়া, স্মাৰ্ট আৰু পঢ়া-শুনাত ভাল ছোৱালী। কিন্তু কালিলৈ যদি জয়ন্তই দীপিকাতকৈ আৰু ধুনীয়া, বেছি স্মাৰ্ট, আৰু বেছি চোকা ছোৱালী এজনী লগ পাই যায় তেন্তে দীপিকা জয়ন্তৰ জীৱনৰ পৰা বৰ কৰুণভাৱে বাদ পৰি যাব। এয়া মোৰ কল্পনা নহয়—এয়া বাস্তৱৰ কথা।

সেয়েই হ'ল। কিন্তু মই কোৱাৰ দৰে নহয়, অলপ বেলেগ ধৰণে। কিন্তু—কিন্তু এনেকুৱা কিবা নোহোৱা হ'লেই মই ভাল পালোহেঁতেন। নাই-নাই এনেকুৱা এটা পৰিস্থিতিৰ বাবে মই একেবাৰেই সাজু নাছিলো। কিন্তু দুৰ্ঘটনাই জানো আগতীয়াকৈ বতৰা দি আহে? কেমেষ্ট্ৰীৰ অনাৰ্চ প্ৰেকটিকেল ক্লাচত জয়ন্তই প্ৰায় ডেৰ বছৰমানেই ক্লাচ কৰিলে। ক'তা ইমান দিনে দেখোন তাৰ কোনো দুৰ্ঘটনাই নহ'ল। বেচ চাফ্-চিকুণকৈ প্ৰেকটিকেল কৰে বুলি প্ৰফেছাৰ সকলৰ মাজত জয়ন্তৰ নাম আছে। কিন্তু গৈ থৈ দুৰ্ঘটনা হ'লগৈ তাৰহে।

মই তেতিয়া কমতে আছিলো। হিষ্ট্ৰীৰ ক্লাচটো নকৰো বুলিয়েই বিছনাতে বাগৰ দি নতুন ফিল্ম ফেয়াৰখন চাই আছো। এনেতে আহি কোনোবা এটাই খবৰ দিলেহি জয়ন্তৰ প্ৰেকটিকেল ক্লাচত কিবা এক্সিডেণ্ট

হ'ল। স্লিপিং ট্ৰাউজাৰ আৰু টাগ্নাৰৰ চেণ্ডেলজোৰেৰেই চিভিল হস্পিটেললৈ লৰ মাৰিলো। গৈ যি দৃশ্য দেখিলো তেনে দৃশ্য যেন, হে ঈশ্বৰ, মোৰ জনমৰ শত্ৰুৱেও জীৱনত নেদেখে। জয়ন্তটো কিমান ধুনীয়া আছিল ক'লে এতিয়া আপুনি বিশ্বাস নকৰিব। কিন্তু মোৰ হাতত তাৰ ফটো বহুত আছে। আপুনি চাব খুজিলে মই মোৰ পুৰণি ট্ৰাঙ্কটোৰ পৰা উলিয়াই দেখুৱাব পাৰো। দীপিকা বৰুৱা তাৰ প্ৰেমত পৰিছিল মানে বুজি লওক সি কিমান ধুনীয়া হ'ব পাৰে। অ' আপুনি কিজানি দীপিকা বৰুৱাকো দেখা নাই। আপোনালোকৰ খিলঙতে আছে এতিয়া তেওঁ। বাৰু যাওক সেইবোৰ কথা। চিভিল হস্পিটেল পাই দেখিলো এখন বিছনাত জয়ন্ত পৰি আছে গোটেই মুখ আৰু এখন হাত বেণ্ডেজ কৰা। অসহ্য যন্ত্ৰণাত জয়ন্তই বিছনাখনত ছাটিফুটি কৰি আছে। নাৰ্চ এজনীয়ে মৰফিয়া ইনজেকশ্যন এটা দিয়াৰ পিছত সি অসাৰ হৈ পৰি থাকিল।

তাৰ পিছত হোষ্টেলৰ আন ল'ৰা—বিশেষকৈ ফাৰ্ষ্ট ইয়েৰৰ ল'ৰাবোৰৰ শুভেচ্ছা আৰু শুশ্ৰূষাত প্ৰায় ডেৰ-মাহমানৰ মূৰত জয়ন্তই ভাল পালে। এদিন গধূলি তাৰ তালৈ যাওঁতে ডাক্তৰজনে ক'লে যে অহা কালিলৈ জয়ন্তৰ বেণ্ডেজ খোলা হ'ব। জয়ন্তই হাঁহিলে। ময়ো। পিছদিনাখন ন বজাত গ'লো। আঠ বজাতে বেণ্ডেজ খোলাৰ কথা আছিল। শুই উঠোতেই মোৰ আঠ বাজিল। বাৰাণ্ডাত উঠোতেই ডাক্তৰৰ লগত দেখা। মুখৰ চিগাৰেটটো পেলাই সুধিলো, কি খবৰ ডাক্তৰ-বাবু, বেণ্ডেজ খুলিলে নেকি? উত্তৰ দিওঁ নিদিওঁকৈ তেখেতে কোনোমতে ক'লে, হয় তুমি যোৱা ভিতৰলৈ। মোৰ অলপ কাম আছে। কমটোলৈ সোমাই গৈ দেখিলো জয়ন্তই গাত কাপোৰ এখন লৈ বেৰৰ ফালে মুখ কৰি শুই আছে। তাক কোনো মাত নিদি চকীখন টানি তাৰ বিছনাৰ ওচৰত বহিলো। জয়ন্ত সাৰ পাই আছিল, শব্দ শুনি সি ঘূৰি দিলে আৰু তাৰ পিছতে ভূমিকম্প হ'ল। পৃথিৱীখন ঘূৰিবলৈ ধৰিলে। খুব ঘূৰিছে।

ঘূৰি ঘূৰি মোৰ চকুৰ আগৰ পৰা যেন বহু দূৰলৈ আঁতৰি গৈছে পৃথিৱীখন।

পোন্ধৰ দিনৰ পিছত জয়ন্ত ঘৰলৈ গ'লগৈ। মই গম পাইছিলো সি যাব বুলি। ষ্টেচনলৈ নগ'লো মই। অন্ধপইঁতক হেনো জয়ন্তই সুধিছিল মোৰ কথা। জালুকবাৰীলৈ গ'লো বুলি ক'লে সিহঁতে। শুনি বোলে জয়ন্তই হাঁহিলে। আজিকালি বাৰু হাঁহিলে জয়ন্তক আগৰদৰে গ্ৰীক দেৱতা এজনৰ নিচিনা দেখাব নে নেদেখায়? অন্ধপইঁতক সুধুধিলো। অন্ধপইঁতক সুধুধিলো—দীপিকাই ষ্টেচনলৈ জয়ন্তক আগবঢ়াবলৈ গৈছিল নে নাই। তাই নাই যোৱা। মোক দীপিকাই সদায় দেখিছে। আৰু দীপিকাই ভালকৈ জানে মই জয়ন্তৰ লগত দীপিকাহঁতৰ হোষ্টেললৈ কেবাদিনো গৈছো। ছাত্ৰীবাৰী হস্পিটেললৈ সোমোৱা গেটখনলৈ আগবাঢ়ি গুচি আহোঁ আৰু সিহঁতে নাৰিকল গছকেইজোপাৰ তলতে কথা পাতে। মোৰ লগত দীপিকাই দুই চাৰিবাৰ কথাও পাতিছে। কম্বিনেশ্যন কি, হিষ্ট্ৰীত এম. এ. পঢ়িম নে ইকনমিকছত পঢ়িম। জয়ন্তই আজিকালি পঢ়া-শুনা বাদ দিছে নেকি আদি বহুতো দৰকাৰী আৰু অদৰকাৰী কথা মই পাতিছো দীপিকাৰ লগত। গতিকে মোক এদিন বাটত মাতি জয়ন্তৰ কথা সুধিলে বা জয়ন্তক চাবলৈ মোৰ লগত হস্পিটেললৈ যাবলৈ খুজিলে লগৰ ছোৱালীয়ে ইজনীয়ে সিজনীক আঙুলিৰে খুঁচ হাঁহিল ভয় কৰাৰ কথা নহয় দীপিকাৰ। সেয়া যেতিয়া নহ'ল তেনেহ'লে দীপিকাই যে কলেজ এৰি ঘৰলৈ একেবাৰে যাবলৈ ওলোৱা জয়ন্তক কান্দি কান্দি বিদায় দিবলৈ ষ্টেচনলৈ যাব সেইটো ভবা বলিয়ালি। যদি আৰু ছমাহৰ পিছত জয়ন্তই সিহঁতৰ বাগানৰ চাংবঙলাত এদিন দীপিকা আৰু ডিগাবৰ কোনোবা ইণ্ডিয়ান এচিষ্টেন্টৰ বিয়াৰ চিঠিখন পাই তেন্তে মই অকণো আচৰিত নহ'ম। আই. এছ. চিত ফিজিক্সৰ অঙ্ক কৰিব নোৱাৰিলেও এই সাধাৰণ থিয়ৰীটোৰ সত্যতা প্ৰমাণ কৰাৰ শক্তি মোৰ আছে। দীপিকা বৰুৱাৰ জীৱনৰ ইতিহাসৰ পৰা জয়ন্ত শইকীয়া নামৰ

অধ্যায়টো শেষ হৈ গৈছে চিৰদিনৰ বাবে। আৰু কোনো কাহিনীৰ নায়ক হ'ব নোৱাৰে জয়ন্ত শইকীয়া। সেই অধিকাৰ হেৰুৱাইছে। কেতিয়াবা কোনোবা নাটকত যদি কিবা ভূমিকা জয়ন্ত শইকীয়াৰ থাকে তেন্তে সেই ভূমিকা হ'ব কোনো অনাৱশ্যক পাৰ্শ্বচৰিত্ৰৰ—নায়কৰ অন্ততঃ নহয়।

  

মোৰ থিয়ৰী ভুল হ'ল। জীৱনৰ বিষয়ে ফ'ৰকাষ্ট কৰাত যে সাংঘাটিক বিপদ আছে সেই কথা মই বহু পলমকৈহে উপলব্ধি কৰিলো। জীৱন জীৱনেই—চাইন্টিফিক এক্সপেৰিমেণ্ট নহয় যে এক্সপেৰিমেণ্টটোৰ অন্তত কিছুমান সত্য আৱিষ্কৃত হ'ব যিবোৰ চিৰকালৰ বাবে সত্য হৈ থাকিব। হোৱা হ'লে বাটে বাটে মাগি ফুৰা সৌ কণা মগনীয়াটোৰ ঘৰত আঠোটা ল'ৰা-ছোৱালী নাথাকিলহেঁতেন।

বহুতদিন জয়ন্তৰ খবৰ পোৱা নাছিলো। বি. এ পাছ কৰি এক্সচাইজ ইন্সপেক্টৰৰ কামটো পাই লটাৰীত টকা পোৱাৰ উৎফুল্লতাৰে কামত জইন কৰিলো আৰু কলেজৰ সকলো স্মৃতি মনৰ পৰা মচি দি জীয়াই থকাৰ সমল বিচৰাত লাগি গ'লো। সঁচা কথা—মৰি যোৱা খুব সহজ, বাচি থকাটো ভীষণ টান কাম। কলেজত ভাবিছিলো জগতখনেই এটি সুন্দৰ কবিতা। আজি দুবছৰে 'ৰামধেনু'খনৰ পাত লুটিয়াবলৈ সময় পোৱা নাই। সঁচাকৈয়ে জানো সময় পোৱা নাই? নে 'ৰামধেনু' পঢ়িবলৈ মোৰ ভয় লাগে জানোচা পুৰণি মনবোৰে সাৰ পাই উঠে—সততা, মহানুভৱতা, পৰোপকাৰীতা আদি ধুনীয়া নাম থকা গুণবোৰে আকৌ মূৰ তুলি উঠে। মই মৰি গৈছো।

লুকুটোৰ গা ভাল নাই বুলি শুনি ঘৰলৈ আহিছিলো। অ' আপোনাক কোৱাই নাই হ'বলা মই। হয়, মই বিয়া কৰিলো—আজি ডেৰবছৰেই হ'ল। আপোনালোকক কাকো মাতিবলৈ নহ'ল। খুইছে বৰ লৰালৰিকৈ পাতিবলগীয়া হ'ল বিয়াখন। নতুন কামত সোমাইছো।

ছুটাও মাত্র দহ দিনৰ। তাকো বিনীতাৰ দেউতাক আমাৰ চুপাৰিণ্টেণ্ডেণ্ট বুলিহে সেই কেইদিন পালো। বিনীতা লুকুৰ মাকৰ নাম। লুকু আমাৰ ল'ৰাটোৰ নাম। স্বপ্নাই ৰাখিছে নামটো। স্বপ্না বিনীতাৰ ভনীয়েকৰ নাম। অ' লুকুৰ গা ভাল নথকাৰ খবৰ পাই এটা শনিবাৰে ঘৰলৈ আহিছিলো। দেওবাৰে গধূলি উভতি যাম। ঘৰ পাই দেখিলো বৰ ভয় কৰিবলগীয়া অসুখ নহয়। আইতাই ক'লে যে, এনেকুৱা বয়সত সৰু ল'ৰাৰ হয়েই ভয় কৰিবৰ কাৰণ নাই। তাতে ডাক্তৰেও চাইছে। নতুন মাক কাৰণেই বোধকৰো বিনীতাই ভয় কৰি মোক মাতি পঠিয়াইছে। আহি দেখিলো ভালেই হ'ল। জয়ন্তৰ, আমাৰ জয়ন্ত শইকীয়াৰ বিয়াৰ চিঠিখন আজি দহদিনমানৰ আগতে আহি পৰি আছে। বিনীতাই বৰ প্ৰয়োজনীয় চিঠি নহয় বুলি ভাবি মোলৈ ৰিডাইৰেক্ট কৰি নপঠিয়ালে। বিনীতাৰ গাত দায় নাই। বিনীতাক নালাগে কাকো মই জয়ন্তৰ কথা কোৱা নাই। আচলতে মই জয়ন্তৰ কথা একেবাৰে পাহৰি যাবলৈ যত্ন কৰিছিলো। কি লাভ পুৰণি ধ্বংসাৱশেষ কিছুমানৰ কথা ভাবি দুখ কৰি থকাত? পাহৰি যোৱাই ভাল।

কিন্তু জয়ন্তৰ বিয়াৰ চিঠিখন পাই মই ভাল পালো। জয়ন্তই যদি জীৱনত অকণমানো সুখ পায় তেন্তে মই দেৱতাৰ প্ৰশংসা কৰিম শতমুখে। পুতৌ নহয় অৱশ্যে—দুখ লাগিছিল মোৰ জয়ন্তৰ জীৱনটোৰ কথা ভাবি। অসমাপ্ত হৈ ৰব প্ৰচুৰ সম্ভাৱনা থকা এখন জীৱন নাটকৰ—কেনেকুৱা কথা হ'ব বাৰু এইটো? যিবোৰ কথা সুৰ হোৱাৰ খুবেই সম্ভাৱনা আছিল, সেইবোৰ কথা যদি জীৱনৰ চলাৰ পথত হঠাতে হেৰাই যায় তেন্তে সেয়া নিশ্চয় দুখ লগা এটা ঘটনা হ'ব। যিখন ৰোমাণ্টিক উপন্যাস কেচ বঢ়িয়া কমেডি হোৱাৰ সম্ভাৱনা আছিল, সেইখন উপন্যাস যদি পৃথিৱীৰ কৰুণতম ট্ৰেজেডী হৈ যাব খোজে তেন্তে যদি মোৰ চকুত পানী ওলায় আপুনি মোক চেণ্টিমেণ্টেল বুলি নকয় নিশ্চয়। তেনে হোৱাৰ সকলো সম্ভৱনা আছিল। কিন্তু আজি মোৰ হাতত এইখন জয়ন্ত শইকীয়াৰ

বিয়াৰ চিঠি। অৱশ্যে এতিয়া আৰু বিয়া খোৱাৰ সময় নাই। ইতিমধ্যে বোধকৰো জয়ন্তৰ বিয়া কোনোবা ৰূপাৰ লগত হৈ গৈছে। বিনীতাই মোলৈ চিঠিখন পঠিয়াই দিয়া হ'লেও কিজানি বিয়া খাবলৈ মই যাব নোৱাৰিলোহেঁতেন। কিন্তু জয়ন্তৰ বিয়াৰ বাতৰি পাই মই খুব ভাল পাইছিলো।

সেয়া আজি প্ৰায় দুবছৰৰ আগৰ কথা। আজি প্ৰায় পোন্ধৰদিন জয়ন্তৰ ঘৰত থাকি এয়া মই উভতিছো। জয়ন্তই মটৰেৰে মোক ষ্টেচনত থৈ আহিবলৈ বিচাৰিছিল। মই তাক ৰূপাৰ কাষত থৈ আহিলো। হয়তো আৰু কেইটামান মুহূৰ্তৰ পিছতে জয়ন্তৰ জীৱনৰ পূৰ্ণতাই ৰূপ পাব এটি সন্তানৰ মুখত।

জয়ন্তই তাৰ কথা কৈছিল মোক।

  

বিয়া কৰাৰ ইচ্ছা নাছিল মুঠেই জয়ন্তৰ। মানুহৰ পৰা আঁতৰত থাকি থাকি বিশ্বাস হেৰুৱাই পেলাইছিল মানুহৰ ওপৰত। কি লাভ মিছামিছিকৈ এজনী ছোৱালীৰ জীৱনটো ল'ৰা-ধেমালি কৰাত? জয়ন্তই জানে কোনো ছোৱালীয়েই আৰু তাক ভাল নাপায়। ভাল পা'ব নোৱাৰে। তাৰ বাবে জয়ন্তৰ বেজাৰ নাই। কাৰো অকণো অনুকম্পা নথকাকৈ কেনেকৈ বাচি থাকিব পাৰি শিকি লৈছে জয়ন্তই। এতিয়া আৰু কাৰো প্ৰতি কোনো ক্ষোভ নাই জয়ন্তৰ। কিন্তু তথাপিও তা'ৰ বিয়া হৈ গ'ল ৰূপাৰ লগত। জয়ন্তৰ আগতে কোনোবা এচ. ডি. চিৰ লগত বিয়াৰ কথা-বতৰা একেবাৰে ঠিক হৈ গৈছিল। কিন্তু শেহতীয়া সেইখন বিয়া নহ'ল। কিয় নহ'ল সেই কথা এতিয়া থাওক। জয়ন্তৰ ইচ্ছাৰ বিৰুদ্ধেই তাৰ বিয়াৰ সকলো বন্দবস্ত হৈ গ'ল আৰু এদিন কোনোবা শুভ নে অশুভ লগ্নত নাজানো—ৰূপাৰ লগত তাৰ বিয়া হৈ গ'ল। সি কিন্তু ঘৰৰ সকলোক কৈ দিছিল যে তাৰ বিষয়ে সকলো কথা অন্ততঃ ৰূপাক পৰিষ্কাৰকৈ কৈ দিব লাগিব। তাৰ ককায়েকে প্ৰতিশ্ৰুতি

দিছিল কম বুলি। আৰু দীপিকাক ক্ষমা প্ৰাৰ্থনা কৰি জয়ন্তই মটৰত উঠিছিলহি। বিয়া সিহঁতৰ হৈ গৈছিল।

বাসৰ গৃহত সোমাবলৈ কেবাবাৰো চেষ্টা কৰি পিছু হুঁহকি আহিছিল জয়ন্ত। ৰূপাহঁতৰ ঘৰৰ মানুহবিলাকৰ অবাক দৃষ্টিৰ ভাষা বুজি পাইছিল সি। কিবা এটা সাংঘাতিক ঘটনাৰ কথা কল্পনা কৰি জয়ন্তই বাৰে বাৰে ৰূপা থকা কোঠাটোৰ দুৱাৰৰ পৰা উভতি আহিছিল। খুব ভয় লাগিছিল তাৰ। কিজানি কিবা এটা হৈ যায় যিটোৰ কথা সি ভয় কৰি আছে? কিন্তু, সিতো এইদৰে বাস্তৱৰ পৰা পলাই ফুৰিব নোৱাৰে। সুৰুযক কোনে সোপা মাৰি থব পাৰে? সঁচা কথাটো প্ৰকাশ পাবই এদিন। তেতিয়া নিশ্চয় ৰূপাই তাক অভিশাপ দিব। আৰু তাৰ ককায়েকে সকলো কথা ৰূপাক নিশ্চয় কৈছে। সকলো নিশাৰ প্ৰাৰ্থনাৰ ফলত পোৱা আজিৰ এই নিশা। এই নিশা তাৰ বাবে ৰূপাৰ কিয় ব্যৰ্থ হৈ যাব? দুৱাৰখন লাহেকৈ মেলি সোমাই গ'ল জয়ন্ত শইকীয়া।

ড্ৰেচিং টেবুলৰ ওচৰৰ চকীখনত বহি আছে ৰূপা। হাতত কলেজতে থাকোতেই টাই মাৰি তোলা জয়ন্তৰ ফটোখনে হাঁহি আছে। জয়ন্তই হাঁহিলে। তাৰ পিছৰ পৰা জয়ন্তই টাই মৰা নাই। ফটো তোলা নাই। আইনাৰ সন্মুখত থিয় হোৱা নাই। ৰূপাৰ একেবাৰে কাষলৈ গৈ জয়ন্তই লাহেকৈ মাতিলে—'ৰূপা।' মাতটো বোধকৰো শুনিলে ৰূপাই। জয়ন্তই তাৰ হাতখন ৰূপাৰ কান্ধত লাহেকৈ থলে। চক্ খাই উঠিল ৰূপা। 'কোন?' বুলি ঘূৰি চাই জয়ন্তক দেখি ভূত দেখা মানুহৰ দৰে তাই এটা বিকট চিঞৰ মাৰি দিলে। ৰূপাৰ হাতৰ ফটোখন মজিয়াত পৰি খানবান হৈ গুড়ি হৈ গ'ল। জয়ন্তই কোঠোটোৰ পৰা লৰ মাৰি ওলাই আহিল—যেন কোনোবাই তাক মাৰিবলৈ খেদি আহিছে।

তাৰ পিছৰ পৰা জয়ন্তই ৰূপাৰ কোঠালিত সোমোৱা নাই।

ৰূপা তাৰ কাষতে থাকিও জয়ন্তৰ জীৱনৰ পৰা বহুত দূৰলৈ আঁতৰি গ'ল। জয়ন্ত শইকীয়াৰ বাবে ৰূপাই তাইৰ জীৱনটো ব্যৰ্থ হৈ যাবলৈ

এৰি দিব নোৱাৰিলে। বাগিছাৰ মেনেজাৰ অনিল বৰঠাকুৰ আৰু তেওঁৰ বন্ধু আৰু বান্ধৱীসকলৰ লগত ৰূপাই জীৱনটো উপভোগ কৰিবলৈ ঠিক কৰি ল'লে। ৰূপাই খুব চেষ্টা কৰিলে জয়ন্তক পাহৰি যাবলৈ। অন্ততঃ জয়ন্তৰ সেই চেহেৰাটো পাহৰি যাবলৈ। নোৱাৰিলে তাই। আৰু সেইবাবে তাই লাহে লাহে জয়ন্তক ঘিণ কৰিবলৈ আৰম্ভ কৰিলে—তাকো প্ৰকাশ্যভাৱে। জয়ন্ত পুনৰ মানুহৰ মাজৰ পৰা নিৰুদ্দেশ হ'ল। কিন্তু তথাপিও সি শান্তি নাপালে দেখোন। বাৰে বাৰে চেষ্টা কৰিও জয়ন্তই ৰূপাক পাহৰি যাব নোৱাৰিলে। আৰু সেই বাবে তাৰ অন্তৰখন খুলি খুলি খাবলৈ ধৰিলে বেজাৰে। এদিন জয়ন্ত শইকীয়াই তাৰ কৰ্তব্য স্থিৰ কৰি পেলালে।

পৃথিৱী সৰু হুষ্ট ল'ৰা এটাই ঘূৰাই দিয়া গোলকটোৰ দৰে ঘুৰি ঘুৰি হঠাতে এবাৰ বৈ গ'ল। বাৰাণ্ডাৰ বেতৰ চকীখনত বহি থকা জয়ন্ত শইকীয়া লাহে লাহে বহাৰ পৰা উঠিল। চিগাৰেট এটা খাব খুজিও পেকেটটো জেপৰ পৰা উলিয়াবলৈ তাৰ এলাহ লাগিল। ঘড়ীটোলৈ চালে জয়ন্তই; দুই বাজি পোন্ধৰ মিনিট গৈছে। নাই, দোকমোকালি হ'বলৈ আৰু বেছি দেৰী নাই। জয়ন্তৰ মাক উঠিবই অলপ পিছতে। পলম হৈ যাব তেতিয়া। টেবুলৰ পৰা কিবা এটা তুলি সন্তৰ্পণে জয়ন্ত ৰূপা শুই থকা কোঠাটোৰ ফালে আগবাঢ়িল।

কোনো ৰকমৰ শব্দ নকৰি জয়ন্তই লাহেকৈ দুৱাৰখন খুলিলে আৰু পিছত লাহেকৈ দুৱাৰখন বন্ধ কৰি দিলে। কেৰ্ কেৰ্ কৈ শব্দ হ'ল। টোপনিতে ৰূপাই এবাৰ বাগৰ সলালে। দুৱাৰখনৰ ওচৰতে কিছু সময় বৈ গ'ল জয়ন্ত। তাৰ পিছত লাহে লাহে ৰূপাৰ বিছনাখনৰ ফালে আগবাঢ়িল। আঠুৱাখন দাঙি হাতত লৈ যোৱা চালফিউৰিক এচিডৰ ক'লা বটলটোৰ কাকটো খুলি ৰূপাৰ মুখখনত ঢালি দিব খুজি বৈ গ'ল জয়ন্ত শইকীয়া। অবাক বিস্ময়েৰে জয়ন্তই দেখিলে ৰূপাৰ দুয়ো গালেদি চকুলো বৈ বৈ গাকত পৰিছে। বটলটো বিছনাৰ তলালৈ লাহেকৈ দলি

মাৰি দি অধীৰ আগ্ৰহেৰে ৰূপাৰ মুখখনলৈ চাই চাই জয়ন্তই দেখিলে ৰূপাৰ মুখখন অতিপাত ধুনীয়া আৰ্চিলৈ সলনি হৈ গ'ল। আৰু অতি আচৰিত হৈ জয়ন্ত শইকীয়াই সেই আৰ্চিত দেখিলে বিকৃত ভয় লগা মুখখনো আগৰ ফটোবোৰতকৈ বেছি ধুনীয়া হৈ গৈছে। হেৰাই যোৱা মাণিক ঘূৰাই পোৱাৰ আনন্দেৰে জয়ন্তই ৰূপাক সাৱটি ধৰিলে।

তাৰ পিছত পুতলা নাচ শেষ হৈছিল।

....এহ বহুত আগতেই আহি ষ্টেচন পালোহি ট্ৰেইন আহিবলৈ বহুত দেৰী আছে। হেৰা উইলস এপেকেট দিয়াচোন। নাই? কি দোকান দিয়া তেনেহ'লে? দিয়া কেপস্টেনকে দিয়া এপেকেট। আৰে সৌটো দেখোন জয়ন্তইতৰ ড্ৰাইভাৰটো? লগতে দেখোন মন্টুও। কি হ'ল মন্টু? কি! তোমাৰ ৰূপা বাইদেউৰ ল'ৰা এটা হৈছে? খুব ভাল হৈছে, এতিয়া মোক তুমি মিঠাই খুৱাব লাগিব। কি, কোনে মাতিছে? জয়ন্তই? যাম, নিশ্চয় যাম মই। হেৰা ৰামচিং মোৰ বেডিং তোলা গাড়ীত। স্বৰ্গলৈ যোৱাৰ কাৰণে যদি মোৰ কাম যায় যাওক। আহা মন্টু মোৰ ওচৰতে বহা। ৰবা দেই, মই দুৱাৰখন বন্ধ কৰি দিওঁ।





অসমীয়া মহিলা লেখিকা সকলৰ ভিতৰত মামণি গোস্বামীতো সৰ্বশ্ৰেষ্ঠা হয়েই ; আনকি সামগ্ৰিক বিচাৰতো তেওঁ অসমীয়া সাহিত্যৰ এগৰাকী অতি তাৎপৰ্যপূৰ্ণ লেখিকা। জীৱনটোক পৰীক্ষা কৰি চাবলৈ যিসকলে কলম হাতত তুলি লয় সেই জাতৰ লেখিকা হ'ল মামণি গোস্বামী। তেওঁৰ বেছিভাগ গল্পকেই তেওঁৰ আত্মজীৱনীৰ টুকুৰা-টুকুৰ অংশ বুলি ক'ব পাৰি। এই গল্পবোৰ—আৰু লগতে তেওঁৰ উপন্যাসবোৰৰ মাজেদিও—আধুনিক নাৰীমনৰ এখন ৰহস্যময় মানচিত্ৰ ক্ৰমশঃ উন্মোচিত হ'ব ধৰিছে।

## মামণি গোস্বামী

# সন্ধি

বহুদিনৰ মূৰত আয়ে আকৌ এবাৰ হাঁহিবলৈ চেষ্টা কৰিছিল। কিন্তু সেই হাঁহি অন্তৰৰ পৰা কোনোমতেই মুক্ত হৈ আহিব নোৱাৰিলে ;— চেষ্টা কৰিও আয়ে মনটো পাতল কৰিব নোৱাৰিলে ; ৰূপমতীৰ কাৰণে আইৰ বেয়া লাগিছিল হয়তো আয়ে ক'ব নোৱাৰাকৈয়ে অন্তৰৰ কোনোবা এটি কোণত তাইৰ কাৰণেও মৰম অঙ্কুৰিত হৈছিল—সেয়ে আয়ে চেষ্টা কৰিও হাঁহিব নোৱাৰিলে।....

কোঠাটোৰ অ'ত ত'ত পৰি থকা বিড়িৰ টুকুৰা, ফটা কাগজ, তামোলৰ বাকলি আৰু ৰূপমতীয়ে মূৰ আচুৰি চুকে-কোণে দমাই থোৱা চুলিবোৰ, লেৰেলি যোৱা ফুলবোৰ আঁতৰাই গোটেই কোঠাটো পৰিষ্কাৰ কৰি আয়ে মাথো ভাবিছিল এটা কথা—কুমকুম যদি নাহে ? আনৰ কাৰণে নাহিলেও মোৰ কাৰণে—একমাত্ৰ মোৰ কাৰণে তাই আহিব—নিশ্চয় আহিব তাই। ....নীৰৱে ভাবিলে আয়ে।

দূৰৈৰপৰা মোহনে আইলৈ অপলক দৃষ্টিৰে চাই আছিল। নিজৰ কাম আৰু ভাবত বিমুগ্ধ আয়ে কিন্তু মোহনৰ অস্তিত্বকে উপলব্ধি কৰিব পৰা নাছিল। ৰুক্ষ ৰূপালী চুলিৰ তলত এখন শুকান মুখ। বয়সৰ কঠোৰ পৰশে সকলো কোমলতা শুহি লৈ যোৱা আইৰ এখন পাণ্ডুৰ শেঁতা মুখ। এটি অবুজ অজ্ঞ শিশুৰ দৰে আইক সাবটি ধৰি মোহনৰ সুখিবৰ



মন গৈছিল—আয়ে তেতিয়াহ'লে তাক ক্ষমা কৰিছে !! নিশ্চয় কৰিছে। ক্ষমাৰেই প্ৰতিমূৰ্তি এইগৰাকী মানুহে তাক ক্ষমা নকৰি কাক কৰিব ?

ৰূপমতীৰ কথা এবাৰ ভবাৰ লগে লগে মোহনৰ কপালৰ গোটেইবোৰ শিৰ আহি যেন এঠাইত গোট খালে ; ছিঃ! তাৰ নিজৰ ঘৰতেই তাৰোপৰি সি জীয়াই থাকোতেই এনে ব্যভিচাৰ এনে বীভৎস কাণ্ড !!

.........আইৰ প্ৰতিটো কথা মোহনে যন্ত্ৰ চালিতৰ দৰে পালন কৰি গ'ল। আন কি কুমকুমৰ কথা সোধাতো মৌন হৈ সি সন্মতিকেই জনালে।

* * *

সাৰ পালে ৰূপমতীয়ে। বন্ধ খিৰিকিখনৰ তলৰ ভাঙি যোৱা অংশৰে এচেৰেঙা ৰাঙলী ৰ'দে আহি তাইৰ বুকু আৰু কপাল চুমিছে ; একেচাৰেই উঠি বহিল ৰূপমতী। খিৰিকিখন খুলি দূৰলৈ তাই চাই পঠিয়ালে। তন্দ্ৰাক্লান্ত চকুযোৰ তাইৰ বাহিৰৰ ৰ'দৰ পোহৰে আকৌ এবাৰ মুদ খুৱাই দিলে ; চকুযোৰ মোহাৰি ৰূপমতীয়ে দ্বিতীয়বাৰ বাহিৰলৈ চাই পঠিয়ালে। আইক দেখিলে তাই—বননিত গুকুৱাবলৈ দিয়া কাপোৰবোৰ আয়ে এখন এখনকৈ চপাবলৈ আৰম্ভ কৰিছে। আনকি তাইৰ শাড়ীখনো কোঁচাই নিজৰ কান্ধৰ ওপৰত জাপি থৈছে, মুক্ত হাত দুখনেৰে আনবোৰ কাপোৰ কোঁচাই আয়ে যেন তাইৰ কোঠাটোৰ পিনেই উদ্দেশ্য কৰি আহিছে। বিছনাৰ পৰা ৰূপমতী এইবাৰ উঠি থিয় হ'ল। অসংযত হৈ পৰা কাপোৰবোৰ ৰূপমতীয়ে এইবাৰ সংযত কৰি ললে। শাড়ীৰ কোঁচবোৰ খুলি পেটিকোটৰ ৰচিডাল তাই টানকৈ বান্ধি ললে। আয়ে সোমাওঁ নোসোমাওঁকৈ কোঠাটোৰ দুৱাৰ মুখত থিয় হৈ আছিল— লৰালৰিকৈ ৰূপমতীয়ে আইৰ কান্ধৰ পৰা শাড়ীখন লৈ দ্বিতীয়বাৰ কোঠাৰ ভিতৰ সোমাল। আয়ে কিবা এটা ক'ব খুজিছিল কিন্তু ক'বলৈ যেন সময়ে নেপালে। ৰূপমতীয়ে আকৌ এবাৰ ভাবিলে এৰা মোহনে দোকান সামগ্ৰি আহিবৰ সময় হৈছে—ইমান সময় এনেয়ে নকটাই তাই মুখটোকে ৰূপিয়াব পাৰিলেহেঁতেন ; বেৰৰ চুকত খুচি থোৱা আৰ্চীখন নমাই আনি

ৰূপমতীয়ে চুলিবোৰ আকৌ এবাৰ পৰীক্ষা কৰি চালে ; ৰূপিখন এনেয়ে এবাৰ তাই চুলিৰ ওপৰেৰে বুলাই নিলে ; বিছনাৰ একেবাৰে তলিৰ পৰা কাগজেৰে মেৰুৱাই থোৱা সৰু টোপোলাটো উলিয়াই আনিলে তাই। অজস্র উজ্জ্বল টিপৰ মাজৰ পৰা ৰঙা বৃত্তাকাৰ সৰু টিপ এটা বাছি ললে তাই। দুয়ো ভ্রূ'ৰ মাজত টিপটো মাৰি আকৌ এবাৰ তাই আৰ্চীখন চালে। মিহি হাঁহি এটা আপোনাআপুনি ৰূপমতীৰ' ওঁঠত বিৰিঙি উঠিল। ঠিক এনেকৈ থাকিলে মোহনে তাইক বেছি ভাল দেখে, চঞ্চল চকুযোৰ তাইৰ অকল কোঠাটো আৰু নিজৰ স্বকীয় শৰীৰৰ মাজত সীমাবদ্ধ নেথাকি খিৰিকিৰ বাহিৰ পালেগৈ ; বহু দূৰলৈ চাই পঠিয়ালে ৰূপমতীয়ে ;—ৰামপতি ইতিমধ্যে উভতি আহিছে। খৰি থোৱা চালিখনৰ এটা কাষত সি ৰিক্সাখন সযত্নে থৈ দিছে। এইবাৰ সি গামোচা এখন লৈ ওচৰৰ ৰাজহুৱা কলটোৰ পিনে আগবাঢ়ি গৈছে ; এইখিনি সময়ত কলৰ পাৰত মানুহ সেৰেঙা, কিন্তু একোটা মুহূর্তত হোৱা হুলুস্থুল-খিনিৰ সৈতে ৰূপমতীয়ে কিন্তু বহুদিনৰ আগৰ চিনাকি। —অলপ আঁতৰৰ সৌ চকোৱাখন, কয়লাৰ দম, কেইটা কুখুৱা থুৰিৰ কাপোৰ ধোঁৱা অকমাণি পুখুৰীটো এই সকলোবোৰে তাইক মনত পেলাই দিয়ে পুৰণি মধুৰ কথা কিছুমান। নিজৰ সকলো আশা সকলো কল্পনাৰে সজা ঘৰবাৰী এৰি থৈ অহা ভগনীয়াৰ দলৰ মাজত সিহঁতো আছিল। ৰূপমতীৰ চঞ্চল মনে কিন্তু সেইবোৰ এৰি থৈ অহাৰ বেদনা কেতিয়াবাই পাহৰি গৈছিল। তাইৰ অকণি মগজুত নিজৰ দেশখনে এতিয়া হেন্দোলনি নুতুলে।

ৰামপতিয়ে ইতিমধ্যে গা ধুই আহিল, খিৰিকিৰ কাষত বৈ থকা মুখখনক উদ্দেশ্য কৰি দূৰৈৰ পৰা সি চিঞৰিলে বৌ সোনকালে ভাত বাঢ়ি দিয়া। মতীৰ ভাৱত হঠাৎ যতি পৰিল। ৰামপতিৰ কথাকেইবাৰ শুনিও তাই নুশুনা ভাও ধৰিলে। ....তাই এইখন ঘৰলৈ অহাৰ প্ৰথম কেইদিন-মান এই মানুহটোৰ প্ৰতিও সমবেদনাত মন ভৰি উঠিছিল। দিনৰ দিনটো ৰিক্সা চলাই সম্পূর্ণ ভাবাক্রান্ত হৈ পৰা ৰামপতিৰ শেতা মুখখনক তাইৰ

পুতৌ কৰিবৰ মন গৈছিল। সেয়ে প্ৰথমতে কেইদিনমান সি কলাৰ পাখৰ পৰা ওভতাৰ লগে লগে লৰালৰিকৈ ৰূপমতীয়ে নিজেই ভাত বাঢ়ি দিছিল। এতিয়া কিন্তু ৰূপমতীৰ সেইখন মুখ অভ্যস্ত হৈ পৰিছে; তাইৰ ছিয়াৰ এখনিও চেনেহ সেইখন মুখে এতিয়া আজুৰিব নোৱাৰে। সেয়ে ৰামপতিয়ে আজিও ভাতৰ কথা সোধোতে কৈছিল তাই,—আই আছে নহয় ভিতৰত!....

গধূলি মধু দৰ্জিৰ জীয়েক কুমকুম আহিছিল, আইৰ ওচৰলৈ। ৰূপমতীয়ে খিৰিকিৰে জুমি চাই দেখিছিল—বগা লাহি মানুহজনী। ৰূপমতীয়ে মোহনৰ মুখে শুনিছিল আইৰ খুব মৰমৰ ছোৱালী এইজনী। যোৱাবেলি আইৰ অসুখৰ সময়ত গোটেই ৰাতি পৰ দি আইৰ ওচৰত বহি আছিল। অচল হৈ থকা ঘৰখনৰ গোটেইবোৰ কাম তাই নিজেই হাতত তুলি লৈছিল। তাই আঁতৰি যোৱাৰ অলপ পাছতেই ৰূপমতীয়ে আহি আৱিষ্কাৰ কৰিলে, অলপ আগতে আয়ে উচুপিছিল, চকুযোৰ আইৰ ঔফুলৰ নিচিনা ৰঙা পৰি ওখহি আছে। ....মুহূৰ্তৰ ভিতৰতে এটা ভাৱে আহি ৰূপমতীৰ মূৰ গৰম কৰি পেলালে। এটা অচিন খঙে তাইৰ ওঁঠ দুটা যেন কঁপোৱাই দিলে, মুখেৰে ওলাই আহিব খোজা অবাঞ্চি কথাবোৰ কষ্টেৰে তাই ৰুদ্ধ কৰি ৰাখিলে।

মোহনৰ আগত আয়ে প্ৰায়ে কৈছিল এইজনী ছোৱালীৰ কথা, তাইক এইখন ঘৰৰ লখিমী কৰি অনাৰ প্ৰবল হেপাহখিনি আয়ে খোলা-খুলি ভাৱেই মোহনৰ আগত প্ৰকাশ কৰিছিল, ৰূপমতীয়েও ধৰি লৈছিল কুমকুমৰো নিশ্চয় ইচ্ছা আছিল, নহ'লে ইমান অহাযোৱা কৰাৰেই বা উদ্দেশ্য কি? সেমেকি যোৱা মনটোৰে বাৰে বাৰে ৰূপমতীক সোঁৱৰাই দিলে; এৰা তাইতো আইৰ মনৰ বোৱাৰীজনী নহয়। আকৌ কোঠাৰ ভিতৰ'ল সোমাই আহি যেতিয়া ৰূপমতীয়ে শুই থকা মোহনৰ আগত গোটেইখিনি কথা ক'লে, নীৰৱে শুনিলে মোহনে, মুখেৰে কিন্তু এফো শব্দকে সি উচ্চাৰণ নকৰিলে; প্ৰতিটো কথাই এটা এটাকৈ আহি তাৰ

স্মৃতি পটত বোলছবিব দৰে ভুমুকি মাৰি গ'ল। মাক পুত্ৰৰ মাজত সেইখন বিয়ালৈ হোৱা তৰ্কাতৰ্কিৰ শেষত খুব বেয়াকৈ সি আইক কথা কিছুমান কৈ দিছিল, যিবোৰৰ প্ৰতিক্ৰিয়াই আইক সম্পূৰ্ণ বাকৰুদ্ধ কৰি তুলিছিল। মূক হৈ আই এখোজ দুখোজকৈ তাৰ ওচৰৰ পৰা আঁতৰি গৈছিল ; আইৰ সেইখন ছবিয়ে দ্বিতীয়বাৰ জীৱন্ত হৈ মোহনৰ দৃষ্টিত ধৰা দিলে। তাৰ মনত আছে অন্তৰৰ কোনোবা এচুকত তীব্ৰ আঘাত লাগিছিল। কিন্তু ঘৰৰ বাহিৰ হৈ আলিত ভৰি দিয়াৰ লগে লগে আকৌ তাৰ মনটো ফৰকাল হৈ পৰিছিল। গ্ৰাহকৰ অপেক্ষাত বৈ বৈ ভাগৰি পৰি বেতিয়া সি আঁঠুত মূৰ গুজি টোপনিয়াবলৈ যত্ন কৰিছিল নাৰীকণ্ঠৰ মিহি মাত এটাই হঠাৎ তাৰ চমক ভাঙি দিছিল। চকু দুটা মোহাৰিয়ে সি দেখিলে তামোলৰ পিকে ৰঞ্জিত কৰা ওঁঠত হাঁহিৰ স্পন্দন তুলি ৰূপমতী থিয় হৈ আছে তাৰ সন্মুখত। কাঁচৰ চুৰি কিছুমান বহুত সময় দাম দৰ কৰি অৱশেষত তাই আঁতৰি গৈছিল। দুঅনা পইচা সি ৰূপমতীৰ পৰা লাভো কৰিছিল—মনটো কিন্তু তাৰ ভাল নেলাগিল। তাই আঁতৰি যোৱাৰ লগে লগে মৃত্যু হোৱা সুন্দৰ মুখৰতা খিনিৰ কাৰণে হিয়াতো আক্ষেপ লাগিছিল।

এদিন দুদিনকৈ ইয়াৰ পাছত ৰূপমতী আৰু কেইবাদিনো আহিল মোহনৰ দোকানলৈ। চিনাকি হ'ল, কথাৰ বিনিময়ো ঘটিল। এপদ দুপদকৈ তাই ধাৰ কৰিও বস্তু নিবলৈ আৰম্ভ কৰিলে। বহুত কষ্টেৰে দিয়া সৰু দোকানখনৰ অধোগতি অৱশেষত আইৰ দৃষ্টিতো পৰিল। মোহনক যিদিনা আয়ে বুজাবলৈ চেষ্টা কৰিছিল, খহটা স্বৰত সি প্ৰায় চিঞৰি কৈছিল—তাৰ যথেষ্ট বয়স হৈছে এতিয়া আৰু তাক কোনেও বুজাব নেলাগে। এটা চৰম মুহূৰ্তত যিদিনা সি ৰূপমতীক আনি ঘৰ সোমোৱালেহি আয়ে একো নেমাতিলে, আগৰ আৰু সৰু সৰু বিচনিবোৰ লৈ এৰি দি ভৰাৰ পাৰৰ এটা চুকলৈ নিজৰ বিছনাখন তুলি লৈ গ'ল। মোহনে অৱশ্যে আইৰ পিছে পিছে গৈ আকৌ আগৰ ঠাইলৈ উভতি



কটন—১৫

আহিবলৈ অনুৰোধ কৰিছিল। সেমেনা-সেমেনিকৈ সি আইক কৈছিল গোটেই ঘৰটো সি বিচৰা নাই। আয়েও শুনাকৈ কৈছিল পাকঘৰত থাকিলেও আইৰ একো অসুবিধা নহয়। চুকত গোটাই থোৱা চলিয়া খৰিবোৰ এডাল এডালকৈ আয়ে আঁতৰাবলৈ চেষ্টা কৰিছিল।

ৰামপতিৰ প্ৰতিটো কথাও মোহনৰ মনত আছে। প্ৰথম কেইদিন তাৰ মুখ'ল ৰামপতিয়ে মূৰ তুলিয়ে চোৱা নাছিল। নতুন বোৱেকৰ লগত ভেটাভেটি হ'লে থতমত খাই সি বৈ গৈছিল; এদিন কিন্তু মোহনে শুনিছিল আইৰ আগত ফুচফুচাই ৰামপতিয়ে কৈছে বিফিউজী কেম্পৰ ওচৰত সৰু সৰু জুপুৰি কিছুমান খুব সস্তাতে ভাড়া দিছে, ইচ্ছা কৰিলে আইক সি লৈ যাব পাৰে; ইয়াৰ উত্তৰ কিন্তু আয়ে যি কেইষাৰ কথাৰে দিলে চিৰদিনৰ কাৰণে এইষাৰ কথা কোৱাৰ মুখ ৰামপতিৰ বন্ধ হৈ গ'ল।

আয়ে কিন্তু ভবা মতে একোৱেই নহ'ল। যিদিনা আয়ে নিজৰ একমাত্ৰ জীয়েকক বিধৱাৰ সাজত দেখিলে আয়ে সেইদিনা কান্দিবলৈকো পাহৰিলে, পাষাণৰ দৰে আই মাথো স্থবিৰ হৈ ৰ'ল। বহুত আশা কৰি আয়ে সীতাক উলিয়াই দিছিল ইলেকট্ৰিক অফিছৰ মিস্ত্ৰি লক্ষ্মণলৈ। কিন্তু আইৰ কামনা আৰু সীতাৰ আশা সকলোকে ধূলিসাৎ কৰি লক্ষ্মণ গুচি গ'ল। আলিবাটৰ আন্ধাৰ দূৰ কৰিবলৈ জখলাৰে উঠি একেবাৰে ওপৰ পাওঁতে তৰিৎ বেগেৰে তললৈ সৰি পৰিছিল। কেঁচা বয়সত শেষ হৈ যোৱা এইটো জীৱনৰ কাৰণে পাৰাৰ সকলোৱে আক্ষেপ কৰিছিল। চৰকাৰেও অৱশ্যে সীতাক সহায় কৰিছিল কিন্তু সেই সহায় লৈ তাই বাৰু কেইদিন জীয়াই থাকিব।

বাগৰি যোৱা প্ৰতিটো দিনেই আইৰ দৃষ্টিলৈ আনিলে আকৌ পৰিৱৰ্তন। মোহনৰ প্ৰথম সন্তানটি দেখি আয়ে কিন্তু পৃথিবীৰ বহুত কথাই পাহৰি গ'ল। অকণমানি শিশুটিৰ অস্ফুট কলৰৱে আইৰ মনত মৌকোঁহৰ দৰে লাগিল; ঘণ্টাৰ পাছত ঘণ্টা ৰূপমতীৰ সন্তানক বুকুৰ মাজত লৈ আয়ে পৃথিবীৰ বহুত কথাই পাহৰি গ'ল; সেয়ে ৰূপমতীৰ এটা চুটাকৈ

ঘটিবলৈ আৰম্ভ কৰা পৰিৱৰ্তনবোৰ আইৰ দৃষ্টিত কিন্তু অদৃশ্য হৈয়ে থাকিল। এটা অস্বাভাৱিক পৰিৱৰ্তনৰ ঢৌয়ে ৰূপমতীক বহু দূৰলৈ উটুৱাই নিলে; আৰু আগৰ ষোড়শী চঞ্চলতাই ৰূপমতীক বিভোৰ কৰি ৰাখিলে। আয়ে কিন্তু ৰূপমতী সম্পূৰ্ণ ভাল হৈ যোৱা বুলিয়ে ধৰি লৈছিল যিহেতু মোহনৰ গুচৰলৈ অহাৰ পাছত তাইৰ বিষয়ে ওলোৱা বিভিন্ন গুজব কিছুমান নোহোৱা হৈ গৈছিল। কিন্তু আইৰ সেইবোৰ আছিল ভুল ধাৰণা; আপোন সন্তানটি আইৰ কোলাত তুলি দি মুক্ত বিহঙ্গমৰ দৰে ৰূপমতীয়ে আকৌ ইঘৰ সিঘৰলৈ ফুৰিবলৈ আৰম্ভ কৰিলে।

সীতা আহিল এদিন। ভবঘুৰীয়া আয়ে তেতিয়া মজিয়াত কাপোৰ এখন পাৰি নিশ্চিন্ত মনে শুই আছিল। অলপ সময় ইফালে সিফালে চালে সীতাই, নিস্তব্ধ ঘৰখনৰ ক'তো একো শব্দই নাই। দুৱাৰদলিত বহি সীতাই আনটো কোঠালৈ ডিঙি মেলি চালে....ময়লা শাড়ী এখনৰ এটা অংশ বিছনাত পৰি আছে আনটো অংশ মাটিত সোতমোচ খাই পৰি আছে, লৰালৰিকৈ ওলাই যাওঁতে ৰূপমতীয়ে হয়তো তেনেকৈয়ে পেলাই থৈ গ'ল। তলৰ ওঁঠটো দাঁতেৰে কামুৰি সীতাই যেন কিবা এটা ভাবিলে; তাৰ পাছত লাহে লাহে তাই মাকক গাতধৰি জোকাৰি দিলে, চকামকাকৈ আই উঠি বহিল। কাষত শুই থকা অকণি শিশুটোও এইবাৰ সাৰ পাই উঠিল; আয়ে তাক নিচুকাবলৈ বৃথা চেষ্টা কৰিলে। সীতাই কেৰাহিকৈ কান্দি থকা শিশুটিৰ পিনে চাই আকৌ আঁঠুত মূৰ গুজি অলপ সময় কিবা এটা যেন ভাবিলে।

আয়ে এইবাৰ সীতাৰ কথাবোৰ এটা এটাকৈ শুনি গ'ল। পিছৰ কথাখিনি শুনি আই যেন এইবাৰ আকাশৰ পৰা মাটিত খহি পৰিল। বিহ্বল হোৱাৰ নিচিনাকৈ আয়ে প্ৰায় চিঞৰিয়ে ক'লে "মই, আগেয়ে হাক দিছিলো তাক, শুশুনিলে নহয় সি !!"

ইয়াৰ পাছত আৰম্ভ হোৱা ৰূপমতীৰ পৰিৱৰ্তনবোৰ আইৰ দৃষ্টিত কিন্তু স্পষ্ট হৈ পৰিল; তাইৰ চলন-ফুৰণ পিন্ধন-উৰণ, সকলোতে আয়ে

দেখিলে নতুনৰ প্ৰলেপ। ইয়াৰ বাহিৰেও ৰূপমতীৰ কথাৰ গতি সিদিনা সলনি হ'ল, আই সেইদিনা সম্পূৰ্ণ বাঙ্ময় হৈ প'ল। ৰূপমতীয়ে আইৰ মুখৰ ওপৰত কথা কবলৈকো বাকী নেৰিলে ; কপালত মাৰিবলৈ উলিয়াই থোৱা টিপ কেইটা এদিন বিচাৰি নেপাই ৰূপমতীয়ে আইক কথা শুনালে, এনে তাই অলপ সময় ঘৰৰ বাহিৰ ওলালেই কুমকুমহঁতে আহি ইয়াত আড্ডা দিবহি! গতিকে সিহঁতে নিনিলে এইবোৰ বস্তু আৰু কোনে নিব। এটা সামান্য বস্তুৰ কাৰণে কুনকুমক ইমান তলালৈ নমোৱা কাৰণে আয়ে মনে মনে আক্ষেপ কৰিছিল, ওঁঠ দুটা আইৰ শেঁতা হৈ গৈছিল, মুখেৰে কিন্তু কোনো কথাকে আয়ে ক'ব পৰা নাছিল।

এদিনৰ ঘটনাই আইৰ কিন্তু কলিজাৰ কোমল অংশত আহি বিন্ধিলেহি। ওচৰ চুবুৰীয়াৰ মুখে শুনা আমকি আপোন জীয়েক সীতাৰ মুখেৰে শুনা কথা আয়ে কেনেকৈ অবিশ্বাস কৰে? সেয়ে মনত অশান্তি লগাই থকা ভাববোৰ দূৰলৈ ঠেলি পঠিয়াবৰ কাৰণে ৰূপমতীক আয়ে খোলা-খুলি ভাবেই কৈছিল কথাবোৰ। আইৰ কথা কিন্তু তাই শেষ হ'বলৈকে নিদিলে। ক্ৰোধাতুৰ সৰীসৃপৰ দৰে উচাট মাৰি ৰূপমতীয়ে আইৰ কোলাৰ পৰা কেঁচুৱাটি কাঢ়ি নিছিল। খহটা সুৰেৰে তাই কৈ গৈছিল মইতো সৰু ছোৱালী নহয়। মানুহৰ কথা শুনিবলৈ মইতো ইচ্ছা কৰি ইয়ালৈ অহা নাছিলো আপোনাৰ পুতেকেই আনিছিল জোৰ কৰি !!

....দোকান সামৰি বেতিয়া মোহন ঘৰ'ল উভতি আহিল সি দেখিলে বিছনাত পৰি ৰূপমতীয়ে উচুপিছে। আনদিনা হাঁহিৰ হিল্লোল তুলি তাৰ কাৰণে অপেক্ষাৰতা হৈ থকা ৰূপমতীক এই অৱস্থাত দেখি মোহন অবাক হ'ল। দুখপালে দুৱাৰৰ গুৰিৰ পৰা আঁতৰি গৈ জুহালত বহি থকা আইৰ ওচৰৰ পৰাও পাক এটা মাৰি আহিলে; আইক কিন্তু মুখ ফুটাই দি একোকেই ক'ব নোৱাৰিলে।

অলপ পাছতেই আই মজিয়ালৈ আহি আনটো কোঠাৰ কথাবতৰা খিৰিকিটোৱে শুনিবলৈ পালে। তাকি উঠিল আই, ইমান অহা লগাই

ৰূপমতীয়ে কথা কবলৈ ক'ত শিকিলে। হে যোৱা ঘটনাখিনিকে তিলকে তাল কৰি ৰূপমতীয়ে মোহনৰ আগত বৰ্ণাই গৈছে। ইচ্ছা গৈছিল আইৰ লৰি গৈ তাইৰ মুখখনত সোপা মাৰি ধৰিবলৈ—মোহনৰ নীৰৱ হৈ পৰা অৱস্থাখিনিও আইৰ কাৰণে অসহনীয় হৈ পৰিছিল।

এদিন নীৰৱ হৈ থকাৰ পাছত ৰূপমতীয়ে আকৌ আগৰ কামকে পুনৰাবৃত্তি কৰিলে ; এই ঘটনাখিনি ঘটি যোৱাৰ তৃতীয় দিনটোৱে যে কাল সাপৰ ৰূপ ধৰি আইৰ তালুত খোট মাৰিবলৈ বৈ আছিল—আয়ে কোনো দিনে হয়তো কল্পনা কৰা নাছিল—নিজৰ সন্তানটিক আইৰ ওচৰত শুৱাই থৈ সেইদিনাও ৰূপমতী নিশ্চিন্ত হৈয়ে বাহিৰলৈ ওলাই গৈছিল ; দিনটোৰ পৰিশ্ৰমৰ অৱসৰত আই টোপনি গৈছিল—কিন্তু হঠাৎ এটা উৎকট চিঞৰত আই সাৰ পাই উঠিল। চকামকাকৈ উঠিয়ে আয়ে দেখিলে কাষৰ শিশুটি বহুদূৰত ছিটিকি পৰিছিল, ওচৰত পৰি থকা খোলাকাঠিয়ে অকণি দেহটো ক্ষত কৰি পেলাইছিল—সেয়ে লগে লগে আয়েও চিঞৰি উঠিল।

যেতিয়া ৰূপমতী আহি আইৰ ওচৰত থিয় হৈছিল আইৰ গালৰ ওপৰেৰে তেতিয়াও দুসোতা লোতক বৈ আছিল। কোলাৰ শিশুটিক নিচুকাবলৈ বৃথা চেষ্টা কৰি আয়ে ত্ৰাসিত দৃষ্টিৰে ৰূপমতীৰ চকুলৈ চাইছিল।

বেৰৰ আঁৰৰ পৰা সেইদিনাও আয়ে শুনিলে পাপ পাপ যেন লগা কথা কিছুমান ৰূপমতীয়ে মোহনৰ আগত কৈছে—এইখন ঘৰত থকাই তাইৰ কাৰণে ভয় লগা হৈ আহিছে ; বেলেগে থকাৰ বন্দৱস্ত নকৰিলে .......শেষৰ কথাখিনি শুনাৰ মনৰ অৱস্থা আইৰ নাছিল। নাকৰ কাষত কপালৰ শুৰিত তেতিয়াও আইৰ জিলিকিছিল বিন্দু বিন্দু ঘামৰ কণিকা। ৰামপণ্ডিয়ে দ্বিতীয়বাৰ আইক সোঁৱৰাই দিলে—এতিয়াও আয়ে ইচ্ছা কৰিলে সি সীতাৰ ঘৰত থৈ আহিব পাৰে। আয়ে অৱশেষে যেতিয়া

নিজৰ স্বকীয় বিবেচনা শক্তি হেৰুৱাই পেলাইছিল সেয়ে ৰামপতিৰ কথাত সম্মতি জনাই আয়ে এখোজ দুখোজকৈ আলিৰ বুকুত খোজ দিছিল।

গোটেই ঘৰটো এতিয়া সম্পূৰ্ণ নিজাকৈ পাই ৰূপমতীয়ে চুবুৰিত ফুৰিবলৈ বন্ধ কৰিলে ; তাৰ সলনি ঘৰতেই ৰূপমতীয়ে ৰূপসজ্জাৰে নিজকে উতলা কৰি অপেক্ষাৰতা হৈ থাকে ; ওচৰ-চুবুৰিয়াই শুনে ৰূপমতীৰ কথাৰ গুঞ্জৰণ হাঁহিৰ হিল্লোল ;—আয়ে কিন্তু বজাৰ কৰাৰ চেলু'ল সেইটো আলিৰে দিনটোত কেইবাবাৰো অহা-যোৱা কৰে, ইমানবোৰ মানুহৰ কলৰৱৰ মাজত এটি এধানি শিশুৰ মিহি কণ্ঠস্বৰ শুনিবলৈ আইৰ মনটো ব্যাকুল হৈ উঠিছিল।

* * *

বাহিৰত তেতিয়াও ঝিৰ ঝিৰকৈ বৰষুণ দি আছিল ; আইৰ কিন্তু তেতিয়াও টোপনি অহা নাছিল ; ওপৰলৈ চাই আয়ে তেতিয়াও কিবা এটা যেন ভাবিবলৈ চেষ্টা কৰিছিল, হঠাৎ বাহিৰত কোনোবাই চিঞৰি, চিঞৰি যেন আইক মাতিলে তাৰ পাছত খুব জোৰে দুৱাৰখন চকিয়াই একে-চাবেই উঠি আই থিয় হ'ল ; বেৰত কাণখন থৈ আকৌ এবাৰ আয়ে শুনিবলৈ চেষ্টা কৰিলে—হয় এটা চিনাকি মাতে আইক যেন আকৌ চিঞৰি মাতিছে, এইবাৰ আয়ে একেচাবেই উঠি গৈ বন্ধ দুৱাৰখন খুলি দিলে। বিস্ময়ত অভিভূত হৈ গ'ল আই। কোলাত কান্দি কান্দি ভাগৰি পৰা শিশু এটি লৈ আইৰ সন্মুখত থিয় হৈছে মোহন ; সন্মুখত ভয়ানক বস্তু এটি দেখা হ'লেও আই হয়তো সিমান আচৰিত নহ'লহেঁতেন, ঘৰলৈ অৱশেষত মোহন আৰু আই উভতি আহিল। সেইদিনাই মোহনে পাইছিল ৰূপমতীৰ প্ৰকৃত ৰূপৰ পৰিচয়। দোকান সামৰি এটা অনাহুত মুহূৰ্তত মোহন উভতি আহিছিল। ৰূপমতীৰ শোৱনি কোঠাৰ দুৱাৰখন তেতিয়া বন্ধ আছিল আৰু হয়তো কোনোবা এটাই ৰূপমতীৰ কোমল নাৰী দেহৰ স্ফূৰ্তি উপভোগ কৰিছিল ; গাৰ সমস্ত জোৰেৰে বন্ধ দুৱাৰখন খুন্দিয়াইছিল মোহনে। কৰ্কশ শব্দ এটা কৰি পুৰণি দুৱাৰখন

আপোনা আপুনি মেলখাই গৈছিল; চকুত সকলোখিনি আবেগ—সকলোখিনি ত্ৰাস সানি ৰূপমতীয়ে মোহনলৈ চাইছিল; মোহনে কিন্তু ৰূপমতীলৈ নেচালে, মাটিত্ত কাপোৰ এখন পাৰি শুৱাই থোৱা সন্তানটো বুকুত সাৱটি লৈ সেই বিষাক্ত বায়ুমণ্ডলৰ পৰা মোহনে বাহিৰৰ পৃথিবীলৈ এখোজ দুখোজকৈ ওলাই আহিছিল।

* * *

আয়ে কোঠাটোৰ বেৰবোৰৰ ক'লা এলাহুবোৰ বাঢ়নিৰে একবাৰলৈ চেষ্টা কৰি হঠাৎ এবাৰ বৈ গ'ল; এখন ছবি, ধূলিৰে ধূসৰিত হৈ থকা এখন ছবি—বিয়াৰ পাছত মোহন আৰু ৰূপমতীয়ে পৰম আগ্ৰহেৰে লোৱা আইৰ মনত অদ্ভুত সুন্দৰ ছবি; ওচৰৰ খাটখনত উঠি আলফুলকৈ আয়ে ছবিখন পাৰি আনিলে। চাদৰৰ আঁচলেৰে ছবিখন মচি বহুত সময় আয়ে ৰূপমতীৰ হাঁহি থকা মুখখনলৈ চাই ব'ল—ইমান সুন্দৰ; মানুহৰ সমগ্ৰ মনকে পঙ্গু কৰি দিব পৰা মানুহজনীলৈ অজানিতে ভাবে আইৰ মৰম লাগি গ'ল।

অলপ আগতে লোৱা সিদ্ধান্তটো আয়ে পিছমুহূৰ্ত্তে সলনি কৰি ললে।........

আবেলি দোকান সামৰি আহি দেখিলে মোহনে—নতুন মানুহ এজনী। ওৰণিৰ তলৰ ঘুৰণীয়া মুখখন অস্পষ্ট দেখিলে মোহনে;—কঁপি থকা হাতখনেৰে যেতিয়া মানুহজনীয়ে চাহৰ পিলাচটো মোহনৰ হাতত তুলি দিলে—বাঅয় হৈ গ'ল মোহন; ক'তা এয়াতো কুমকুম নহয়। এয়া যে ৰূপমতী; শেঁতা পৰা ওঁঠত এতিয়া ৰঙা অমোলৰ পিকৰ আচোৰ নাই, চকুত কাজলৰ ডাঠ প্ৰলেপো নাই, চঞ্চল চকুৰ দৃষ্টি এতিয়া সম্পূৰ্ণ শান্ত; এজনী নতুন মানুহ হৈ তাৰ আগত থিয় হৈছে ৰূপমতী; ওচৰত থিয় হৈ থকা আয়ে মোহনৰ কক্ষ চুলিৰ মাজত খহটা হাতখন বুলাই আপোনাআপুনি ক'লে—তই যদি তাইক ক্ষমা নকৰ, তই

যদি তাইক নেৰাখ, তেতিয়া হ'লে মই ইয়াত থকাও তই আশা নকৰিবি। তাই নিজেই যেতিয়া তোৰ ওচৰত ক্ষমা বিচাৰি আহিছে তই কিন্তু মনেৰে তাইক কেতিয়াও উভতাই পঠিয়াব নোৱাৰ।

মোহনে মাথো মূৰ তুলি চালে—যৌৱনৰ দুৱাৰদলিত থিয় হৈ পৃথিৱীৰ সকলোতকৈ শ্ৰেষ্ঠ ভৰা ৰূপমতীৰ ভাৱাক্ৰান্ত মুখখন আৰু আইৰ শান্ত সৌম্য ক্ষমাৰ প্ৰতিমূৰ্তি পবিত্ৰ প্ৰৌঢ় মুখখনলৈ।





ডেকা-ডেকাৰ পিৰ্পিৰণিত বহুতেই দুই-এটা গল্প-কবিতা লিখি পিছলৈ লিখিবলৈ এৰি পেলায়। তেনেকুৱা বহুতো লেখকৰ ক্ষেত্ৰত তেওঁলোকেনো কিয় লিখিবলৈ এৰিলে বুলি কোনেও আক্ষেপ নকৰে। দুই-এটা ব্যতিক্ৰম নিশ্চয় থাকে। তেনেকুৱা এটা উজ্জ্বল ব্যতিক্ৰম হ'ল হেমেন গগৈ। কলেজৰ ছাত্ৰ অৱস্থাতে 'কটনিয়ানত' লেখা 'মৰনৈৰ বান' নামৰ গল্পত তেওঁ যি উচ্চস্তৰৰ বৰ্ণনা-শক্তি আৰু মনস্তাত্বিক অন্তদৃষ্টিৰ পৰিচয় দিছিল, সিয়েই এজন শক্তিশালী গল্প-লেখক হিচাপে তেওঁৰ বিপুল সম্ভাৱনাৰ ইংগিত দিছিল। কিন্তু তেওঁ কলেজ এৰাৰ লগে লগেই গল্প লিখিবলৈকো এৰি দিলে। এটি প্ৰতিভা কলিতে মৰহি গ'ল।

# মৰনৈৰ বান

ওখ বাটটোৰ দুয়োকাষে প্ৰায় এমাইল জুৰি মানুহবোৰে ঘৰ সাজিছে। ঘৰ মানে ঠিক ঘৰ বুলিব নোৱাৰি। চৰকাৰী বাটৰ ওপৰত ঘৰ সজা নাযায়। ভগা চাল-বেৰ আৰু টিনপাত আওজাই ঘৰ বুলি সজা একোখন চালি। প্ৰলয় আহিল সোনাকুছি গাঁৱলৈ। বহু বছৰৰ আগতেই মৰি যোৱা সোৱণশিৰিৰ সেই সুঁতিটো জীৱন্ত হৈ পাৰৰ সোনাকুছি গাঁওখন উটাই-বুৰাই পেলাব বুলি কোনেও ভৱা নাছিল। কিন্তু শেষত সেয়ে হ'ল। গৰু-ছাগলী, হাঁহ-কুকুৰা, মানুহ-দুনুহেবে এমাইল জুৰি ওখ আলিটো ঠাহ খাই পৰিছিল। এতিয়া এই আলিৰ পৰা চালে সোনাকুছি গাঁও দেখা নেযায়। দেখা যায় সোৱণশিৰিয়ে সাৰটি লোৱা সুবিস্তৃত জলপৃষ্ঠ দিনে ৰাতিয়ে ধুঁৱলি-কুঁৱলি।

বাটৰ পৰা অলপ নিলগত সেইটো পি. ডব্লিউ. ডিৰ চাংবঙলা। মহৰী থাকিবৰ বাবে সজোৱা। কুৰিহাতমান দীঘল সাঁকো এডালেৰে চাং ঘৰটোৰপৰা বাটলৈ ওলাব-সোমাব পাৰি। এতিয়া তাৰ তলত সোৱণশিৰিৰ বাঢ়নী পানীৰ সোঁতৰ হো-হোৱনি উঠিছে। সেই বঙলাৰ খিৰিকৰ চিৰত ধৰি ভুবন মাষ্টৰে উদাস উদাস চাৱনিৰে



বিতৃপ্তিব কালে ব লাগি চাই ব'ল। দূবব বিণিকি বিণিকি দেখা পোৱা সোনাকুছি গাঁৱৰ শাৰী শাৰী ওখ চাপৰ ভাম্রোল গছবোৰে পানীৰ ওপবত ওপঙি থকাব দবে থকা শাৰী শাৰী ঘৰবোৰে গাঁৱৰ স্মৃতিকণ মাত্র জীয়াই ৰাখিছে।

ধন বিচাৰি সোনাকুছি গাঁৱলৈ আহিছিল ভুবন মাষ্টৰ। ধন পালে আৰু পালে কিছুমান মৰম আকলুৱা মন। প্রাইমাৰী স্কুলৰ মাষ্টৰী কৰাটো ভুবন মাষ্টৰৰ পেশাহে; নিচা আছিল মানুহবোৰৰ মৰম চেনেহত। সেয়েহে ঘৰ দুৱাৰ লৈ সোনাকুছি গাঁৱতেই মাষ্টৰ বৈ গ'ল। বাঢ়নী পানীয়ে সোনাকুছি গাঁও বুৰাই পেলোৱাৰ পিছত মাষ্টৰক এই সৰু চাং ঘৰটোত সুমুৱাই থৈ মানুহবোৰে বাজ আলিত বাহৰ সাজিছিল। সোৱণশিৰিৰ পাৰৰ ছকুৰি বছৰীয়া অভিজ্ঞতাৰ পিছত মাষ্টৰে এই ঠাইখনৰ এই ৰূপ কল্পনা কৰা নাছিল। এতিয়া দেখা পালে, বিপদাপন্ন এই দিন কেইটাত বাৰে বাৰে মাষ্টৰৰ মনত পৰে একমাত্র পুতেক চন্দ্রলৈ। কেতিয়াবা ভাবে মৰনৈৰ বলিয়া বানত এই বুঢ়া বাপেক উটি যোৱাহেঁতেনো চহৰত পঢ়িবলৈ যোৱা পুতেকে ক'বকে নোৱাৰিলেহেঁতেন। এতিয়াও এই ভৰ বাৰিষা জানো চন্দ্রই বাপেকক চাবলৈ আহিব পাৰিব? কথাবোৰ ভাবি থাকোতেই মাষ্টৰৰ গোলাপীইঁতলৈ মনত পৰিল। হঠাতে মনত পৰিবৰ কাৰণ নাছিল। কিন্তু এতিয়া মাষ্টৰক খেলি-মেলি বহুত কথাই বিবুধিত পেলাইছে।

হাতত সৰু সৰু টোপোলা দুটামান লৈ সাঁকো ডালেদি বঙলাৰ নেপালী চকিদাৰটো সোমাই আহিল। দুৱাৰ মুখতে বৈ বৰ হাউচত সি কৈ গ'ল বিলিকৰ নাও আহি পালেহি। শেনচোৱা বিলৰ পাৰতে নাও বান্ধিছে।

ইতিমধ্যে চকিদাৰটোৱে বৰ্দ্ধা ঘটাত ব্যস্ত হৈ পৰিছিল। এইকেইদিন মাষ্টৰকো সিয়েই ৰান্ধি বাঢ়ি খুৱাইছে। ঘৰত কাম বন কৰা দিবা ল'বা এটা আছিল বাৰিষাৰ আগেয়ে তাকো পঠাই দিলে মাষ্টৰে। এতিয়া ভুবন মাষ্টৰ একেবাৰে অকলশৰীয়া হৈ পৰিল।

মানুহবোৰ বহা ঠাইৰ পৰা শেনচোৰা বিললৈ প্ৰায় আধা মাইলৰ বাট।

সাঁকো ডালেদি খুপি খুপি গৈ মাষ্টৰ আলিত উঠিল। এমাইল জোৰা গাঁৱৰ মানুহবোৰৰ চুয়োকাষৰ বাহৰবোৰৰ মাজেদি পাৰ হৈ যাওঁতে মাষ্টৰে কাষলৈ চোৱা নাছিল। সম্মুখত যি দেখিছিল সেয়ে যথেষ্ট। কেঁচুৱাৰ মুখত শুকান পিয়াহ গুজি দি সিহঁতক কন্দুৱাই বোৱাৰী কেইজনীয়ে মাত্ৰ শূন্য বাহৰবোৰ ৰখি আছিল। গাঁৱৰ প্ৰায়বোৰ মানুহেই বিলিফৰ বস্তু লবৰ কাৰণে শেনচোৰা বিলৰ পাৰলৈ গুচি গৈছিল।

ভুবন মাষ্টৰ শেনচোৰা বিলৰ ওচৰ চাপিলহি। বাটৰ পৰা বিলৰ পাৰলৈ ওলাই থকা প্ৰায় এশ-গজ মান মুকলি ঠাই ডোখৰত মানুহ ঠাই খাই পৰিছে। বিলৰ পাৰতে ছুটা তম্বু তৰা আছে। দুজনমান লোকে মানুহবোৰক চিজিল লগাবলৈ খুব যত্ন কৰিছে। মাষ্টৰে ঠাইতে তভক মাৰি বৈ কেউফালে চালে। ছোৱালী দুজনীমানে অলপ আঁতৰত ফুচ ফুচাই কিবা কোৱাকুই কৰিছিল আৰু মাজে মাজে খিল খিলাই হাঁহিছিল। নাৱৰ টিঙত উঠি এজনে মানুহবিলাকক বেলেগ বেলেগ শাৰী পাতিবলৈ চিঞৰি চিঞৰি কৈছিল; অৱশেষত আধা ঘণ্টা মানৰ মূৰত মানুহবোৰ চিজিল লাগিল। বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰীৰ প্ৰায় পাঁচটামান শাৰী হ'ল। মাষ্টৰ নাও কেইখনৰ ওচৰলৈ আহিল। নাৱত অহা মানুহ কেইজনৰ লগত কথা বতৰা হ'ল। কেম্পত মাত্ৰ দুজনমান মানুহ ৰাখি বাকী বিলাক আকৌ উভতি যাব বুলি এজনে ক'লে। চাৰি পাঁচ দিনৰ পিছতো আৰু মান বস্তু আনিব লগা হ'ব পাৰে যদিহে ইতিমধ্যে পানী শুকাই নেযায়।

কেইঘণ্টামানৰ মূৰত বস্তু দি শেষ হ'ল। মানুহবোৰো উভতিল। ভুবন মাষ্টৰেও লাহে লাহে কাউল খোজ ললে। উভতি আহোঁতে সোণাপীইঁতৰ খবৰ লৈ যাব বুলি ভাবিছিল মাষ্টৰে। গাভৰু জীয়েক ও

গোলাপীৰে লৈতে বিনন্দা ভায়েকহঁতৰ লগতে আছিল। এতিয়াও থাকিব লগা হৈছে। মাষ্টৰে ইশ্বৰ সিদ্ধৰকৈ মানুহবোৰ মন কৰি আছিছিল ক'ৰবাত গোলাপী আৰু মাকক লগ পোৱাৰ আশাৰে। লগ নেপালে। বণ্ডলালৈ আহি ভাত কেটা খাই মাষ্টৰে গোলাপীহঁতৰ কথাকে ভাবিছিল। শিৰৰ সেন্দুৰ মচি বিনন্দাই চাৰি বছৰীয়া গোলাপীক লৈ সোনাকুছি গাঁৱৰ ভায়েকহঁতৰ লগলৈকে গুচি আহিছিল। সেই চাৰি বছৰীয়া অৱস্থাৰ পৰাই গোলাপীক দেখি আহিছে মাষ্টৰে। এবছৰ দুবছৰকৈ সেইজনী গোলাপীয়েই বৰ এজনী হ'ল। গাত কাপোৰ ললে। তথাপি মাষ্টৰৰ ঘৰলৈ তাইৰ আহ-যাহ আগৰ দৰে একেই থাকিল। মাষ্টৰণীয়েও মৰিবৰ সময়ত একমাত্ৰ পুতেক চন্দ্ৰৰ বিয়াখন গোলাপীৰ লগত হৈ যোৱা চাবলৈ নেপাই আক্ষেপ কৰি গৈছে। সেয়াও মাত্ৰ তিনি বছৰৰ আগৰ কথা। গোলাপীৰ প্ৰতি চন্দ্ৰৰ টানটোৰ কথাও মাষ্টৰৰ অজানা নহয়। এই দুৰ্দিনৰ বেলা কোনেও কাৰোবে মুখলৈ নেচায়। এনে অৱস্থাত সিহঁতৰ বা-বাতৰি নললে, একমাত্ৰ পুতেকৰ প্ৰতিয়েই মাষ্টৰে অন্যায় কৰা হ'ব।

বান্ধনি বেলিৰ শেঁতা ৰঙে ভাগি অহা এই সোনাকুছি গাঁৱৰ ৰঙো শেঁতা কৰি তুলিলে। এমাইল জোৰা সেই বাট ডোখৰত কেৱল ল'ৰা-ছোৱালীৰ হাই উকমি, কেঁচুৱাৰ কান্দোন আৰু গৰু-গাইৰ হেম্বেলনিয়ে এক বিকৃত আৱাওৰ সৃষ্টি কৰিছিল। গাঁৱৰ ডেকাবোৰে সৰু সৰু নাৱেৰে ভাগি যোৱা সোনাকুছি গাঁৱৰ পৰা এৰি অহা আম-লাকটিবোৰ কঢ়িওৱাতেই ব্যস্ত আছিল। ভুবন মাষ্টৰে দেখিলে সুৰুযৰ শেঁতা ৰঙ আৰু শেঁতা হৈ ভগা গাঁৱৰ মুখচবোৰত বৈ গৈছে—লগে লগে আন্ধাৰ নামি আহিছে সৰু বৰ গছবোৰৰ ফাকেদি।

চকিদাৰটোক ভাতকেটা বান্ধিবলৈ দি মাষ্টৰ সাঁকো বগাই আলিত উঠিল। বাইভাঙৰ মূৰ আকোঁৱা লাঠি ডালত ভৰ দি গাঁৱৰ

কালে খোজ ললে। উৎপতীয়া কুকুৰ নথাই চিঞৰি বাখৰি হুলস্থুল লগাই আছিল। জুপুৰিবোৰৰ ভিতৰত দুই একুৰা সাৰটি সাৰটি মানুহবোৰ সোমাই পৰিছে। বাটৰ ওপৰত শুই থকা গৰুবোৰৰ গাত উজুটি নোখোৱাকৈ খুপি খুপি মাষ্টৰ আগবাঢ়িল। গোলাপীহঁতৰ ঘৰত সোমাম বুলি ভাবিছিল কিন্তু আন্ধাৰত ঘৰবোৰৰ চিনেই হেৰাই গ'ল। অগত্যা আক অলপ আগবাঢ়িল। আহি আহি এৱা দেখোন শেনছোৱা বিলৰেই ওচৰ পালেহি। বিলৰ মাজত ভেট ফুলবোৰে ভৰালি আকাশৰ ফালে চাই চাই হাঁহিছিল। বাঢ়নী পানীয়ে ঠেলি আনি মেটেকাৰ জোপাটো পাৰত্ লগাই দিছিলহি। কটিকৰ থাব যেন পানীৰে ভৰা শেনচোৱা বিললৈ সোৱণশিৰিৰ বানপানী সোমাল। পানী ঘোলা হৈ পৰিছে। পাৰৰ ওলাই থকা ঠাই ডোখৰৰ বন-বননি মানুহৰ ভৰিৰ গচকত বোকা হৈ গৈছে। ভুবন মাষ্টৰ আক আগবাঢ়ি গৈ পাৰত বান্ধি থোৱা নাওখনৰ ওচৰ পালেগৈ। নাৱত কোনো নাছিল। ওচৰৰ জমুটোত কেইজনীমান ছোৱালীয়ে খিল খিলাই হাঁহিলে। ভুবন মাষ্টৰৰ কাণ ঠিয় হ'ল। তেন্তে চহৰৰ পৰা মাইকী মানুহও আহিছিল নেকি? ক'তা দিনত দেখা মনত নপৰেচোন। তেন্তে? জমুৰ ভিতৰৰ কথাবোৰ খুব অস্পষ্ট হৈ ভাহি আহিল।

……হিঃ হিঃ হিঃ নেষাওঁ।

……কিয়? ভয় লাগিছে নহয়?

হিঃ হিঃ হিঃ

হিঃ হিঃ হিঃ

: অসংযত আঁচল উৰাই সুজনী ছোৱালী জমুৰ কাপোৰ ভাঙি দৌৰ দিলে। আন্ধাৰৰ দীঘল বাটটোত গাঁৱৰ ফালে দৌৰ দিয়া ছোৱালী সুজনী হেৰাই গ'ল। সিহঁতৰ খিল খিলনিৰ শেষ শব্দবোৰ জিলি কেচু-কুমতিৰ ঐক্যতানত মিলি ভুবন মাষ্টৰৰ কাণত খুব প্ৰকট হৈ পৰিল। হঠাতে মাষ্টৰে চিঞৰি উঠিল "গোলাপী! গোলাপী!"

"তোৰ গোলাপীক বিচাৰিছে আপুনি ?" তমুৰ ভিতৰৰ পৰা এজন ওলাই আহিল।

"এই যে দুজনী ছোৱালী এইমাত্ৰ গুচি গ'ল।" ভুবন মাষ্টৰৰ ভৰি দুটা কঁপিছিল। থতত।

"ছোৱালী ? ক'ব নোৱাৰোঁ।" মানুহজন সোমাই গ'ল। দুয়োটা তমুৰ ভিতৰৰ পৰা মৃদু মৃদু গুঞ্জনৰ ভাহি আহিছিল। এলমি যোৱা ভুবিয়াৰ খোৰটো কোঁচাই ধৰি ভুবন মাষ্টৰে বেগাই খোজ ললে ঘৰলৈ।

অত্যন্ত গম্ভীৰ হৈ পৰিল মাষ্টৰ। খাব-বৰ্বৰ মন নগ'ল। সোনাকুছি গাঁৱৰ সোণহীৰাবোৰ এইদৰেই কালে লৈ যাব বিচাৰিছে। অৱস্থাই মানুহক কি যে নকৰে। এই মানুহবোৰ, এই ল'ৰা-ছোৱালীবোৰ ইমান বেলেগ বেলেগ লাগিছে কিয় মাষ্টৰৰ। মাষ্টৰে আঠৈ কুৰি বছৰীয়া জীৱনত বহুতো দেখিলে বহুতো শুনিলে। তথাপি সোনাকুছি গাঁৱলৈ এনেকুৱা দুৰ্যোগৰ বান অহা মনত নপৰে। দুখতে ভুবন মাষ্টৰ ক্লান্ত হৈ পৰে। গোলাপী, সেয়া গোলাপী নহ'বও পাৰে। হ'বওতো পাৰে। বহুত ভাবি মাষ্টৰে সিহঁত মাক-জীয়েক হালক বঙলালৈকে লৈ অনাৰ ঠিক কৰিলে। সোনাকুছি গাঁৱলৈ আকৌ উভটি যোৱালৈকে কিছুদিন সিহঁত মাষ্টৰৰ নজৰত থাওক। যিহেতু গোলাপীক লৈ মাষ্টৰে ভৱিষ্যতৰ সপোন ৰচিছে, যিহেতু মানুহ হিচাপে মাষ্টৰৰ এখন অন্তৰ আছে। গতিকে গোলাপীহঁতৰ কাৰণে মাষ্টৰৰ বৰ্তমানৰ কৰ্তব্যও আছে। বঙলাৰ চকিদাৰটোক মাতি আনি মাষ্টৰে কথাটো কাণচোৱাই থলে।

পানী অলপ শুকাইছিল। তথাপি গাঁৱলৈ ঘূৰি যাব পৰা অৱস্থা হোৱা নাই। পানীত জল যোৱা ওঁৱালৰ খানবোৰ মানুহে নাওঁৰে কঢ়িয়াই আনি বাঁহত শুকুৱাইছিলহি। কেইবাদিনো পানীত ডুবি থকা কাৰণে খানবোৰৰ চাউলো সেয়া গেলা গোন্ধাইছিল। তথাপি সেয়াই উপায় নাছিল।

সেই সন্ধিয়াৰ ঘটনাই ভুবন মাষ্টৰৰ বহুত দিনৰ আশা আকাংক্ষা হঠাতে মৰিমূৰ কৰি দিয়াৰ আশঙ্কাত মাষ্টৰে চক খাই উঠে। আকাশৰ দৰে বঙ সলাইছে মাষ্টৰৰ সন্দেহী মনে। দুপৰৰ ব'দজাক মূৰত লৈ আকৌ ওলাল মাষ্টৰ শেনচোৰা বিলৰ পাৰলৈ। তেওঁ দৃঢ়প্ৰতিজ্ঞ হ'ল হয় তাৰ পৰা কেম্প তুলি নিবলৈ ক'ব, নহয় মানুহৰ দৰে থাকিবলৈ ক'ব। পেটৰ ভাত দি মুখৰ মাত কাঢ়ি নিয়াৰ অৰ্থ নাই।

শেনচোৰা বিলৰ পাৰ পাই ভুবন মাষ্টৰে যি ডোখৰ ঠাইত ব'লহি তাৰ পৰা এখোজো আগবাঢ়িবৰ ইচ্ছা নগ'ল তেওঁৰ। এয়া দেখোন গোলাপী।

"গোলাপী! এই দুপৰীয়া তই ইয়াত?"

হঠাতে মাষ্টৰৰ মাত শুনি গোলাপী চক খাই উঠিছিল। ব'দত ওৰণি লৈ থকা চাদৰখন মূৰৰ পৰা খহাই আনি বহাৰ পৰা তাই উঠিল। মাষ্টৰে তমুৰ ফালে চালে। মানুহ থকাৰ উম্-ঘামেই নাই। "হাঁহ কেইটাই; ধান-চান খাই ঘৰত বৰ দান-মান কৰি থাকে কাৰণে বিললৈকে লৈ আহিলোঁ।

আতৰত হাঁহ কেইটামানে পানীত বুৰিয়াই বুৰিয়াই কিবা বিচাৰিছিল। মেটেকাৰ জোপাবোৰৰ ফাঁকে ফাঁকে লুকা-ভাকু খেলিছিল। তলমূৰ হৈ গোলাপী বৈ আছিল। বিৰ্‌ বিৰ্‌ বতাহত তমুৰ ওলমি থকা বচা এডোখৰো কঁপা নাছিল। ঠাইডোখৰৰ অসহ্য নীৰৱতাই মাষ্টৰৰ সন্দেহীমন আৰু সন্দিহান কৰি তুলিলে। তমুৰ ভিতৰ সোমাই চাম বুলি ভাবিও মাষ্টৰ নোসোমাই ঘূৰি আহিল।

গোলাপীৰ মাক বিনন্দাক ভায়েকহঁতৰ ঘৰতে লগ পালে মাষ্টৰে। সকলো কথা ভাঙি নক'লে মাত্ৰ ক'লে কিছুদিনৰ বাবে সিহঁত মাক-জীয়েক হালেই মাষ্টৰৰ লগত বঙলাতে থাকিব। অসুবিধা নাপালে বাহিৰত থাকিব পাৰিব। খোৱা-বোৱাতো কষ্ট নেপাব। মাষ্টৰৰ ধান অনাইছেই। সিহঁতেই কৰিব যেনিব

থাৰ। ভায়েক বোৱাৰীয়েকহঁতৰ বঢ়া বননে বিনন্দাক চিন্তা-কেহা দিয়েই আছে। মাক-জীয়েক হালে এইকেইদিনত অন্ততঃ দুয়ো সন্ধ্যাৰ বাবে সিহঁতক আমনি দিয়াৰ নলগাহ'লে দুয়োকুলৰে মঙ্গল হয়। অগত্যা হা-না নকৰি বিনন্দাই মুখ চুপিয়ালে। এয়াটো ভুবন মাষ্টৰৰ অনুৰোধ নহয়—আদেশ।

বঙলাৰ বাৰান্দাৰ আৰামী চকীখনত বহি উদাস চাৱনিৰে মাষ্টৰে বহল জলপৃষ্ঠৰ ফালে চাই আছিল। আৰু অলপ পিছতেই সেই জলপৃষ্ঠৰ তলত বেলিটো লুকাই পৰিব। এয়া দুৰ্যোগ আছিল সোনাকুছি গাঁৱলৈ, দুৰ্যোগ প্ৰাণৰ আৰু মনৰো। গোলাপীহঁতক মাতি আহি কেনে কৰিলে তাকে ভাবিছিল মাষ্টৰে। চন্দ্ৰৰ মাকৰ শেষ ইচ্ছা ইমানতে অন্ত পৰিবলৈ কেতিয়াও নিদিয়ে মাষ্টৰে। গোলাপীক এই দুৰ্যোগৰ পৰা বচাবই লাগিব।

পানীৰ সোঁতে কঁপাই থকা সাঁকোডাল বগাই আগত মাক আৰু পিছে পিছে গোলাপী বঙলালৈ আহিল। ভুবন মাষ্টৰে থোপা কৰি এবাৰ চালে। লাহে লাহে উঠি দুই হাতেৰে দুৱাৰখন দুফালকৈ মেলি নিজেও ভিতৰলৈ সোমাই গ'ল। গোলাপীয়ে বাৰান্দাৰ বেলিঙত ধৰি সোৱণশিৰিক চাব ধৰিলে। মাক বিনন্দাই দুৱাৰ দলিতে ভৰিটো ঘঁহাই চুচুক চামাককৈ ভিতৰলৈ গ'ল। আগফালৰ বাৰান্দা আৰু পিছফালৰ বাৰান্দাৰ সৈতে সহযোগ ৰখা মাজৰ খোলা কোঠাটোৰ বাহিৰেও দুফালে দুটা কোঠা। পিছফালে থকা পাকঘৰটি পানীত তলগৈ আছিল। কোঠা এটালৈ ভুমুকিয়াই চালে বিনন্দাই। এলান্ধু মকৰাৰ জালেৰে চুক কোণবোৰ ভৰা। লেতেৰা খাট এখনত এলান্ধুৱে খোৱা অ'ঠুৱা এখন ওলমি আছিল। বোধহয় চকিদাৰটোৰ বিছনা। এটা চকুত কাপডগা কেবাহি এখন হাই, এগাবেৰে ভৰ্তি। ওপৰত নিমখ হাজধিৰ টেমা, তেলৰ বটল আদি হিজিবিজি হৈ আছিল। বন্ধাবঢ়াও নিশ্চয় তাতেই হয়। ইটো কোঠালৈ ভুমুকিয়াই চালে। মাষ্টৰে খিৰিকিখনৰ কাষত ভৰয় হৈ

কিবা ভাবি বাহিৰলৈ চাই আছিল। বিনন্দাই নেমাতিলে। তেন্তে চৰকাৰী ঘৰত চকিদাৰৰ বাহিৰে চৰকাৰী বিষয়া নেথাকেই। আগফাললৈ আহিল বিনন্দা। গোলাপীয়ে বেলিঙত ভৰ দি আউজি আছিল।

"তইনো বাহিৰত এই ঠাণ্ডাখনত কি কৰিছ। ভিতৰলৈকে বল যাওঁ।" মাকৰ কথাৰ একো প্ৰত্যুত্তৰ নিদিলে গোলাপীয়ে।

"তইঁত মাৰ জীয়েৰ ভিতৰতেই বহচোন। চকিদাৰটো কেনিবা গৈছে আহিব এতিয়া।" ভিতৰৰ পৰা আহি মাইৰ আকৌ আগ-ফালৰ চকীখনত বহিলহি। বিনন্দা পিছফালৰ বাৰান্দাত বহি পৰিল। গোলাপী সেইদৰেই বৈ আছিল।

সোৱণশিৰিৰ পাৰৰ গধূলিৰ ফিৰ্‌ফিৰিয়া বতাহজাক আকৌ আহিল। সক সক নাওবোৰত ধান ভৰাই ভগা সোনাকুছি গাঁৱৰ পৰা লখিমী কঢ়িয়াইছে গাঁৱৰ মানুহে। দূৰৰ কুঁৱলিবোৰ ক্ৰমাত ডাঠ হৈ ওচৰ চাপি আহিছে। ভুবন মাষ্টৰৰো দৃষ্টিৰ বলয় কোঁচ খাই খাই আহি গোলাপীত ৰ'লহি। বৈ পৰা খোপাটোৰ ওপৰেদি কাণদুখন ঢাকি ধৰাকৈ চাদৰখন আনি বুকুৰে চেপামাৰি ধৰি বেলিঙত ভৰ দি তাই তলৰ বোৱতি পানীধাৰা চাই আছিল। সোঁতত ওপঙি ফুৰা পকৰাটো ক'ৰবাৰ পৰা মাছ এটা আহি টপকৈ খাই পেলালে। (আই ঐ দেহি) গোলাপী চক্‌খাই উঠিছিল। সোঁতত সাঁকোখন কঁপি আছিল। লাহে লাহে সন্ধ্যা নামি আহিল। সন্ধ্যা নামিল ভাগি অহা এই সোনাকুছি গাঁৱলৈ আৰু সন্ধ্যা নামিল শেনচোৱা বিলৰ পাৰলৈ। মাষ্টৰে চকুদুটা জোৰেৰে মুদি ধৰিলে—। খুব জোৰেৰে.........

'কি নাম?

ইঃ নকও আমাৰ নাম।

নাম দুটা ক'লা?

মোৰ নাম গোলাপী। আৰু তাইৰ নাম।

বেচ বঢ়িয়া নাম। চাওঁ ওচৰলৈ আহচোন?

নাযাওঁ।

কিয়?

ইমান ওচৰলৈ যাব নোৱাৰোঁ।

কোনো নাই নহয় ইয়াত?'

ভুবন মাষ্টৰৰ ভৰি দুটা কঁপিছে গাৰ নোমবোৰ জিকাৰ খাই উঠিছে। গোটেই গাতে কিহবাৰ শিহৰণ উঠিছে।

'ইমান টানকৈ নধৰিবা?

ধেৎ আকৰি ছোৱালী।

হিঃ হিঃ হিঃ, হিঃ হিঃ হিঃ।'

এমুৰে কাপোৰ ডাঙি দুজনী ছোৱালী দৌৰ দিছে মাষ্টৰে জোৰেৰে কাণদুখন হেঁচি ধৰিলে।

...হিঃ হিঃ হিঃ, হিঃ হিঃ হিঃ...।'

"গোলাপী!" চকীৰ পৰা উঠিল মাষ্টৰ।

"কি হ'ল?" বেলিঙত আউজি থকা গোলাপী চক খাই উঠিল।

"নাই একো হোৱা নাই। তই নহয়। আন কোনোবাহে। নষ্ট হৈছে।"

"মই বুজা নাই একো।" গোলাপীয়ে ভয় খাইছিল।

"তোৰ কথাকে ভাবিছোঁ, গোলাপী।"

"মোৰ কথা? কিয়?" গোলাপীয়ে একে কোবেই পিছফালে থকা মাকৰ ওচৰ পালেগৈ। বাৰান্দাতে মাক বহিয়েই আছিল। তাই দুৱাৰখনতে আউজি ৰ'ল।"

"আই যাওঁ বল, বাতিয়েই হ'ল দেখোন।"

"ৰ'চোন যাম নহয়।"

গোলাপীৰ ভয় লাগিছিল। কেউফালে পানী আৰু পানী। পানীত উটি বুৰি আছি সিহঁত মাক-জীয়েক হাল যেন এই ঘৰটোত

উঠিছেহি। পানী বাঢ়ি আছে। আৰু অলপ পিছতে এই ঘৰটোও তল যাব। আন্ধাৰো গাঢ় হৈ পৰিব। গোলাপীয়ে তুৰাবখনত জোৰেৰে সাৱটি ধৰিলে।

মাষ্টৰে চেলাউৰি দুটা কোঁচ খুৱাই কিবা ভাবিলে। সোৱণশিৰিৰ পাৰ ভগাৰ শব্দ। গৰু-গাই-মানুহ-দুনুহৰ চিঞৰ-বাখৰ, সন্ধিয়াৰ ফিৰ্‌ফিৰিয়া বতাহ এই সকলোবোৰ মিলি আকৌ এটা গধুৰ সন্ধ্যা গধুৰ হৈ পৰিল ভুবন মাষ্টৰৰ কাৰণে।

চুচুক চামাককৈ মাক-জীয়েক দুয়ো মাষ্টৰৰ ওচৰত ঠিয় হ'ল।

"আমি যাওঁহে বুলিছোঁ।" বিনন্দাই ক'লে।

"কিয় ?"

"এইজনীয়ে আকৌ ঘৰলৈ যাবলৈ পেন্‌পেনাই আছে। কথা কওঁতাও একো নহ'লেই। খোৱাও নহ'ল। নেপালী চকিদাৰটোও ক'লৈ গ'ল জানো। নোলালেহি দেখোন।"

"কাইলৈ ভেনে সোনকালে আহিম।"

"আহিবা। গোলাপী, তই দেখোন মনে মনেই থাকিলি ?"

"কি কথানো পাতিম। কথা নায়েই।"

কথা আছিল। কোৱাহে নহ'ল। মাষ্টৰেও নক'লে গোলাপীয়েও নক'লে। তথাপি বহুত নোকোৱা কথাৰে ঘৰটো বাঙ্ময় হৈ আছিল। মাক জীয়েক দুয়ো গ'লগৈ। গোলাপীয়ে সাঁকোডাল পাৰ হৈ এবাৰ ঘূৰি চাইছিল। চাদৰৰ আগেৰে মুখকাণ ঢাকি লৈ মাকৰ পিছে পিছে ভাই গৈছিল। মাষ্টৰো ভিতৰলৈ আহিল। খোলা খিৰিকিৰে কুঁৱলিৰ বাহিৰে আৰু একো দেখা নগ'ল। খিৰিকিখন বন্ধ কৰি দিলে মাষ্টৰে। দৌৰ মাৰি সাঁকোডাল বগাই আহিয়েই লেমটো জ্বলাই চকিদাৰটোৱে মাষ্টৰৰ কোঠাৰ টেবুলত থৈ আহিল। আন্ধাৰে জুপুকা লাগি বহি থকা মাষ্টৰক কিবাকিবি কথাবোৰ ক'বলৈ তাৰ সাহেই নহ'ল।

সিহঁত আহিল আৰু গ'ল। মুখ খুলি একো কথাকে নক'লে। মাষ্টৰ নিজেই খুব অপ্ৰস্তুত হৈ পৰিছিলনেকি ? আহিয়েই সিহঁতে

বাবলৈ উচপিচ লগোৱাৰ অৰ্থ কি? অথবা মাষ্টৰৰ কথা কাওঁৰোৰ পিহঁতে বেলেগ ধৰণে লৈছেনেকি? ছিঃ কি যে কথাবোৰ ভাবিছে মাষ্টৰে।

পিছদিনাবাতিপুৱা বিছনাত পৰি পৰি মাষ্টৰে পুতেক চন্দ্ৰৰ কথাকে ভাবিছিল। কিযে সাংঘাতিক ল'ৰা। এই হেন বিপদত সিনো এবাৰো আহিব নেপায়নে? অৱশ্যে সময়ো নেপাব পাৰে। সময় পালেওতো আহোঁ বুলিয়েই এই কলীয়াপানীলৈ আহিব নোৱাৰে। এবা, ল'ৰাকো দুষিব নোৱাৰে। বিছনাৰ পৰা উঠি পূৰফালৰ খিৰিকি-খন মেলি দিলে। কুঁৱলিৰ বুকুফালি সূৰ্য্যৰ পোহৰ তেতিয়াও পৰিষ্কাৰ হোৱা নাই। মুখ ধুই মাষ্টৰ আগফালৰ বাৰান্দাতে বহিছিল। চকিদাৰটোৱে ফিকা-চাহ এবাটি দি গ'লহি।

কুঁৱলিবোৰ লাহে লাহে আঁতৰি গৈছিল। বেলিটোও পৰিষ্কাৰ হৈ পৰিল। ক্ৰমান্বয়ে ভুবন মাষ্টৰৰ দৃষ্টিত কুঁৱলিয়ে ঢকা বিৰাট জলপৃষ্ঠৰ ভাগেখিনি পৰিষ্কাৰ হৈ পৰিছিল। দূৰৰ সোৱণশিৰিখন আজি অলপ শান্ত যেন লগা হৈছে। ঢৌৱে ঢৌৱে ঠেকাখাই নদীৰ বুকুভাঙি অহৰহ কলৰৱময় সোৱণশিৰি আজি বহুত শান্ত। কিন্তু মাষ্টৰৰ মনত অশান্তিয়ে ঠাই লৈছে। কিয়, মাষ্টৰে নিজেই ক'ব নোৱাৰে। কেতিয়াবা মাষ্টৰে ভাবে, সঁচায়, সব দেখোন ঠিকেই আছে। তেন্তে মাষ্টৰৰ এই ব্যস্ততাৰ অৰ্থ নাই নেকি? চন্দ্ৰ, গোলাপী আৰু বিনন্দা। চন্দ্ৰৰ লগত মাষ্টৰৰ তেজ-মঙহৰ সম্বন্ধ আছে। কিন্তু এই গোলাপী আৰু বিনন্দা, ইহঁতৰ লগত মাষ্টৰৰ সম্বন্ধ কি। চন্দ্ৰই গোলাপীক ভাল পায়। নিতান্ত সাধাৰণ কথা। গোলাপীৰ বাহিৰেও আৰু বহুত ছোৱালী চন্দ্ৰই লগ পাব। চন্দ্ৰই গোলাপীক লৈ যিমান চিন্তা কৰে—মাষ্টৰে তাতোকৈ বেছি কৰিছে নেকি? অৱশ্যে এইটো ঠিক যে বহুদিন ধৰি মাষ্টৰে নিৰলাত বহি বহি গোলাপীজনীক বোৱাৰী কৰি সজাই চাইছে, ওৰণি লোৱাইছে নিজৰ ঘৰখনৰ কোনোবা চুকত গোলাপীৰ মুখ টিপা হাঁহি শুনি নিজকে ধন্য

মানিছে—কোলাত কেঁচুৱা লৈ মাষ্টৰৰ ওচৰত আঁঠু লৰলৈ অহা গোলাপীক অন্তৰ ভৰি আশীৰ্বাদ দিছে।

নেপালী চকিদাৰটোৱে বান্ধি বাটি খৈও ওলাই গ'ল। বেলিও মূৰৰ ওপৰেই পালেহি। বাতিপুৱাই আহিম বোলা মাক-জীয়েক দেখোন ইমান পৰে নাহিল। কিবা অসুবিধা হৈছে নেকি। অথবা সিহঁতে আন কিবা ধৰণে কথাবোৰ বিচাৰ কৰিছে নেকি? যাওক সেইবোৰ কথা। কিযে কথাবোৰ ভাবিছে মাষ্টৰে। অ' সেয়া বিনন্দা আহিছে। কিন্তু গোলাপী? গোলাপী নাহিল দেখোন।

বিনন্দাই সাঁকোডাল বগাই আহি বঙলাৰ বাৰাণ্ডাত বৈ গ'ল।

"দেৰি হ'ল দেখোন। পিছে গোলাপী নাহিল কিয়? ভুবন মাষ্টৰে কৈ কৈ চকীৰ পৰা উঠি ভিতৰলৈ যাব খুজিছিল। বিনন্দাই কথাৰ সহাঁৰি নিদি চাংঘৰৰ তক্তাতে বহি হুক্ হুক্কৈ কান্দি পেলালে। মাষ্টৰ বৈ গ'ল।

"কান্দিছা কিয়?"

"কালি ওবে ৰাতিটো সিহঁতে কন্দুৱাইছে। আমি হেনো অধঃ-পাতে গৈছোঁ।" কথাষাৰ কৈ বিনন্দাই আকৌ কান্দি পেলালে।

তেনে মাষ্টৰে ভৰা কথাই সঁচা নেকি? তেনে শেনচোৰা বিলৰ পাৰৰ কেম্পটো এতিয়াও আছে। মাষ্টৰৰ মন উৎকণ্ঠাৰে ভৰি পৰিল।

"সিহঁত ভাই-ককাইনহয় সাত-শতক। সিহঁতেযে আপোনাকো...।" বিনন্দাই আৰু ক'ব নোৱাৰিলে।

মাষ্টৰৰ কপাল থুপ খাই পৰিল। একে কোবেই ভিতৰ পালেগৈ।

খিৰিকিৰ চিকত ধৰি মাষ্টৰে বাহিৰলৈ চালে। এয়া ভুল কাৰ। মাষ্টৰৰ নে মানুহবোৰৰ। মানুহবোৰৰ ভুল নহয়—মাষ্টৰৰো নহয়। এয়া মানুহৰ ভুল। একেবোৰ মানুহেইতো এদিন মাষ্টৰৰ ঘৰত গোলাপীৰ অবাধ আহযাহ সহজ ভাবেই লৈছিল। এদিন এই মাষ্টৰে নিজেওতো সিহঁতক ইমান সন্দেহৰ চকুৰে চাব লগা হোৱা নাছিল।

কিন্তু এই সকলোবোৰেই ওলট পালট হৈ গৈছে। এয়া মনৰ দুৰ্যোগ। তথাপি এই দুৰ্যোগৰ পৰা গোলাপীক বচাবই লাগিব। নহ'লে মাষ্টৰৰ অন্তৰত কিবা এটা অসম্পূৰ্ণ হৈ ৰব। কিন্তু এতিয়া উপায়? মাষ্টৰক যে নিৰুপায়ত পেলাই দিলে।

কোঠাৰ ভিতৰতে অলপ সময় ইফাল সিফাল কৰি থাকি মাষ্টৰ ওলাই আহিল। তেতিয়াও বিনন্দা আগৰ ঠাইতেই বহি আছিল।

চকিদাৰটোৱে কোঠাটোৰ পৰা তাৰ বিছনাখন তুলি আনি মাজৰ মুকলি কোঠাত পাৰি ললেহি। কোঠাৰ চুক-কোণবোৰ চাফা কৰি দিলে। কান্দি কান্দি মানুহজনী সঁচাকৈয়ে ক্লান্ত হৈ পৰিছিল।

কোনো ভূমিকাৰ অৱতাৰণা নকৰি মাষ্টৰে এটা আচৰিত প্ৰস্তাৱ কৰি পেলালে।

"আচ্ছা, মই এটা কথা ভাবিছোঁ, তোমালোক দুয়োকে যদি মোৰ ইয়াত একেবাৰে থাকি যাবলৈ কওঁ, বেয়া পাবা নেকি।"

"কি কৈছে?" বিনন্দাই কিবা যেন শুনি উচপ খাই উঠিল।

"ধৰা তোমালোকক যদি মোৰ কৰি লওঁ।"

"আমাক?"

"মানে তোমাক।"

"কিন্তু 'ৰাইজে' য'ত আছে ত'ৰ পৰাই এই পাপীনিক শপিব।"

"নহয়, চন্দ্ৰৰ মাকৰ শেষ কামনা পূৰণৰ বাবেইতো এনে কৰিছোঁ।"

"কিন্তু হঠাতে কিয় এইটো কৰিলে।"

"এনেয়ে। ধৰাচোন আমি গুচি যামেই। তাৰ পিছত এই সংসাৰ এৰি যাম চন্দ্ৰ আৰু গোলাপীৰ কাৰণে।"

বিনন্দাই আঁচলৰ আগেৰে সেমেকি থকা চকু মুখ মুচি গুৱাপিখন লৈ ভুবন মাষ্টৰৰ ভৰিত আঁঠু ললে। মাষ্টৰে শিৰ চুই তুলি ধৰিলে।

চকিদাৰটো ক'ববাৰ পৰা আহি কাণ্ডবোৰ দেখি অবাক হৈ পৰিল। ভিতৰলৈ সোমাই যাওঁতে সি কৈ গ'ল—"মৰনৈৰ বান শুকাইছে। দুই এদিনতে বোলে মানুহবোৰ সোনাকুছি গাঁৱলৈ যাব। শেনচোৱা বিলৰ পাৰৰ কেম্পটো আজি ৰাতিপুৱা উঠাই লৈ গৈছে। বিলিফ আক নিদিয়ে হেনো।"

মাষ্টৰে ভাবিলে অলপ আগতে খবৰটো পোৱা হ'লে।

বাৰান্দাৰ ৰেলিঙত ধৰি সোৱণশিৰিৰ বিস্তৃতিৰ ফালে চাই চাই গোলাপীয়ে ভাবিছিল—এতিয়া বাক এই মাষ্টৰ সম্বন্ধত তাইৰ কি হ'ব ?





ষাঠিৰ দশকত আত্ম-প্ৰকাশ কৰা যিকেইজন মুষ্টিমেয় গল্প-লেখক বিশেষভাৱে চিহ্নিত হ'বৰ যোগ্য তেওঁলোকৰ ভিতৰত অপূৰ্ব শৰ্মাও এজন। কাহিনী বা চৰিত্ৰ-চিত্ৰণত তেওঁ বিশেষ দক্ষতা দেখুৱাব পৰা নাই ; সেইটো তেওঁৰ অভিপ্ৰেতও নহয় যেন লাগে। তেওঁ বিচৰণ কৰিব খোজে সাধাৰণ আৰু পৰিচিত অভিজ্ঞতাৰ গণ্ডীৰ বাহিৰত ; তেওঁ জীৱনৰ ৰহস্যৰ ওপৰত আলোকপাত কৰিব খোজে সাধাৰণ মানুহৰ অনধিগম্য এক বিশেষ দৃষ্টিকোণৰ পৰা। কলেজীয়া ছাত্ৰাৱস্থাত লেখা আৰু 'কটনিয়ানত' প্ৰকাশিত তেওঁৰ 'সৰাফুলৰ গোন্ধ' নামৰ গল্পটোত পিছৰ জীৱনত খ্যাতিমান হোৱা গল্পকাৰ অপূৰ্ব শৰ্মাৰ আটাইখিনি সম্ভাৱনা আৰু পূৰ্বাভাস নিহিত আছে। তেওঁৰ দুৰ্বলতা অলংকাৰ-পূৰ্ণ ভাষাৰ প্ৰতি ; তেওঁৰ দুৰ্বলতা আউট-ছাইডাৰ (outsider) সকলৰ প্ৰতি ; তেওঁৰ দুৰ্বলতা বিচিত্ৰ অভিজ্ঞতাৰ মাজেদি জীৱনৰ অৰ্থানুসন্ধানৰ প্ৰতি।

অপূৰ্ব শৰ্মা

# সৰা ফুলৰ গোন্ধ

ছবছৰৰ আগৰ শীতকালৰ এক আশ্চৰ্য কুঁৱলী-ধূসৰ সন্ধ্যা আজিও মোৰ মনত পৰে। সেই সন্ধ্যাৰ স্মৃতিয়ে মোৰ মনৰ গভীৰলৈকে এক ভীতিময় বেদনাৰ অনুৰণন তোলে। মোৰ ভাবাঘৰৰ বন্ধ কোঠাত বহি আছিলোঁ মই আৰু অৰূপদা। দিনৰ পোহৰ শেষ হৈ গ'ল। গছৰ সেউজীয়া পাতবোৰ লাহে লাহে ক'লা হৈ পৰিল। পশ্চিম আকাশত মুমূৰ্ষু ডলফিনৰ ৰঙৰ খেলা শেষ হ'ল। পুব আকাশৰ খণ্ডিত বগা ডাৱৰবোৰ ক্ৰমে গোলাপী, ৰঙা আৰু হালধীয়া হৈ পুনৰ্বাৰ গোলাপী হৈ পৰিল। তাৰ পিছত শেঁতা হৈ ক্ৰমবৰ্ধিত অন্ধকাৰৰ মাজত ক্ৰমশঃ বিলীন হৈ গ'ল। দলৰ পৰা বিচ্ছিন্ন ছটা কাউৰী বেগাই অদৃশ্য হৈ গ'ল। সিহঁতৰ পাখীৰ দ্ৰুত সংঘৰ্ষৰ সামান্য প্ৰতিক্ৰিয়াও বায়ুমণ্ডলত অনুভূত হ'ল। দীপৰ বিলৰ পৰা এজাক নীড়মুখী বনহাঁহ তিৰ্যক গতিৰে লুইতৰ ওপৰেদি উৰি গ'ল। সিহঁতৰ কণ্ঠত হৃদয়ৰ স্পন্দিত আবেগ। গতিত ভোগ আৰু তৃপ্তিৰ উল্লাস। দূৰত লাইটবোৰ স্পষ্ট হৈ উঠিল। চাৰিওফালে চাৰ্চ লাইটৰ তীব্ৰ পোহৰ পেলাই ৰাটাৰ-পুলিচৰ মটৰ-লঞ্চখন কোবেৰে ভটিয়াই গ'ল। শেষ ফেৰীখনৰ যন্ত্ৰণাকাতৰ গোঙানি অস্পষ্ট হৈ পৰিল।



অৰুণদা সেইদিনাই শিৱসাগৰৰ পৰা আহি পাইছিলহি। বাহিৰত উৎকট শীতৰ উৎপীড়ন। কোঠাৰ ভিতৰত বহি আমি কথা পাতিছিলো। লাহে লাহে কথা কমি আহিছিল। অৰুণদাৰ পৰা পইচা লৈ কাম কৰা ল'ৰাটো চিনেমা চাবলৈ গ'ল। সিটো পাৰ্টত থকা গাৰ্লচ হাইস্কুলৰ হেড্ মিষ্ট্ৰেচ্ শ্ৰীযুতা চৌধুৰীয়ে সক ছোৱালীজনীৰ সৈতে কৰা কিবা আয়োজনৰ টুং টাং শব্দ ভাঁহি আহিছিল। বিক্ষিপ্ত কথাৰ টুকুৰাবোৰ বেৰখনৰ সিপাৰেই কিছুমান অৰ্থহীন শব্দ মাত্ৰত পৰিণত হৈছিল। ভাঁহি আহিছিল ক্ষীণ শিশুকণ্ঠৰ গীতৰ গুঞ্জৰ। বাহিৰত অদৃষ্টপূৰ্ব কুঁৱলি পৰিছিল। সূচীভেদ্য কুঁৱলি। ঈষৎ নীলাভ কুঁৱলি। কুঁৱলি আৰু দ্বিতীয়াৰ জোনাকে এক মায়াময় পৰিবেশৰ সৃষ্টি কৰিছিল। আমি নিঃশব্দে খিড়িকিৰে বাহিৰলৈ চাইছিলো। সিটো কোঠাৰ পৰা খিড়িকিৰে অহা পোহৰ আমাৰ পৰা আঁতৰেদি বেৰত পৰিছিল। বাতাহত বক্ষিত ভঙা কাঁচৰ টুকুৰা এটা সেই পোহৰত চিক্ মিক্ কৰি উঠিছিল। আপোন ভাৱেৰে হৃদয় ভাৱাক্ৰান্ত কৰি আমি জঠৰ হৈ বহি আছিলো। একোৱে কৰিবৰ মন নগৈছিল। একো চঞ্চলতা নোহোৱাকৈ নিৰ্বিকাৰভাৱে মুহূৰ্তবোৰ পাৰ হৈ গৈছিল।

আমি চক্ খাই যোৱাকৈ উকলিৰ ধ্বনি হ'ল। শ্ৰীযুতা চৌধুৰীৰ দীৰ্ঘকালব্যাপী কৰা বিভিন্ন শব্দাৱলীৰ অৰ্থ স্পষ্ট হৈ পৰিল। গোঁসাই ঘৰত লক্ষ্মীদেৱীৰ আগত ভেখেতে নৈবেদ্য পৰিৱেশন কৰি উঠিল। কিন্তু, যিহেতু আমাৰ কোঠাৰ পোহৰ নিৰ্বাপিত, তাৰোপৰি দুৱাৰ বন্ধ এতেকে আমালৈ অচিৰে আহিব লগীয়া লক্ষ্মীদেৱীৰ উচ্ছিষ্ট আৰু একাপ চৈনীক পানীয় (আমাৰ মানসিক ও শাৰীৰিক জঠৰতাৰ পৰা মুক্তি লাভৰ বাবে যিটো অপৰিহাৰ্য আছিল), অহা কালি পুৱালৈকে স্থগিত থাকিল। দুৱাৰত টোকৰ পৰিল। মই কল্পনা কৰি ললো যে মাইনেজৰ তাত খবৰ পাই বিকাশদা পোনে পোনেই অৰুণদাৰ ওচৰলৈ আহিছে। লগে লগে মাইনেজৰ গালিৰ বিচিত্ৰ শব্দবোৰ আৰু নাসিকা সংকোচনৰ অদ্ভুত পদ্ধতিটো মোৰ মনত পৰি গ'ল।

মুৰাবখন খোলাৰ লগে লগে এজাক সুশীতলবায়ুৱে বিকাশদা চিগাৰেট জোকাৰি জোকাৰি সোমাই আহিল। চিগাৰেটৰ জুইৰ ফুলিঙ কেইটামান চেঁচা মজিয়াত বিক্ষিপ্ত হৈ পৰি মুমাই গ'ল।

"এতিয়াহে পালোঁ খবৰটো।" ঈষদোজ্জ্বল কোঠাটোত কেই চেকেণ্ডমানৰ পিছত চকীখন বিচাৰি পাই অলসভাৱে বহি বিকাশদাই ক'লে। অনিচ্ছাকৃত পলমৰ বাবে যেন অত্যন্ত দুঃখিত।

"এৰা, তোৰ তালৈ যাম বুলি নতবাকৈ নাছিলো। বৰং একাধিকবাৰ ভাবিছো। কি হ'ব? Volo, non Valeo—Willing but unable. গতিকে বোৱা নহ'লগৈ। বৰ বেছি ঠাণ্ডাৰ কাৰণে নে ভাগৰৰ কাৰণে জানো।" উৎফুল্লভাৱে অৰূপদাই এটা চিগাৰেট জ্বলালে। এনে ধৰণে আমি কথা আৰম্ভ কৰিলো যেন আমাৰ এই সুদীৰ্ঘ অপেক্ষাৰ উপলক্ষ্য আছিল একমাত্ৰ বিকাশদা।

সেইদিনা বহুত ৰাতিলৈকে আমি কথা পাতিছিলোঁ। বিভিন্ন ধৰণৰ বিভিন্ন বিষয়ৰ কথা আলোচনা কৰিছিলোঁ। আনকি, সেইকেইদিনৰ অস্বাভাবিক শীতাধিক্যৰ মূলতে সৌৰকলঙ্কৰ বৃদ্ধি নে সূৰ্যৰ ক্ৰমবৰ্ধমান শীতলতা নে অষ্টগ্ৰহৰ আসন্ন মিলন—সেই বিষয়েও কাল্পনিক যুক্তিৰ অৱতাৰণা কৰিছিলো। মাজতে আমাৰ আলোচনাই গভীৰ ৰূপ লৈছিল। সাহিত্যত জীৱনী উপন্যাসৰ অভাৱৰ কথা মই উল্লেখ কৰিছিলো। বিকাশদাই শ্বেলী, গঁগা, ভিন্‌চেণ্ট, লট্ৰেকইঁতৰ জীৱন ৰূপায়িত কৰা সাৰ্থক উপন্যাসৰ কথা কৈ মোক সমৰ্থন কৰিছিল। অৰূপদা এইবাৰ চকীত অলপ লৰচৰ কৈ বহিল। মোৰ মুখলৈ এবাৰ চাই বাহিৰলৈ চকু দিলে। মোৰ অনুমান হ'ল, সি মোক কিবা এটা ক'ব খুজিছে। বিকাশদা নিৰ্বিকাৰ; তললৈ মূৰকৈ চিগাৰেট জোকাৰিছে। সামান্য বিৰক্তিৰ পিছত অৰূপদাই লাহে লাহে কৈ উঠিল, "মৃগাংক বৰুৱাৰ জীৱন লৈ তই এখন উপন্যাস লিখ উৎপল। লিখো বুলি ক'লে তোক সম্ভাব্য সকলো বিষয়তে সহায় কৰাত মোৰ আপত্তি শূন্য।"

মই বিস্মিত আৰু বিচলিত হৈ উঠিলো। কোঠাৰ নিস্তব্ধ বতাহ হঠাতে উষ্ণ হৈ উঠিল। অৰূপদালৈ চাবলৈ মুখ ঘূৰাওঁতেই বাতায়ত বক্ষিত চিক্ মিক্ কাঁচৰ টুকুৰাত চকু পৰিল। উৎকট শীততো মোৰ গা গৰম লাগিল। অনুভৱ হ'ল বিকাশদাৰ ওঁঠতো এক বিচিত্ৰ হাঁহিয়ে চিক্ মিক্কৈ খেলি গ'ল। কিন্তু, অৰূপদাৰ মুখলৈ চালো, সি আপোন ভাৱত তন্ময়। যেন কিবা এক আবেগৰ মৃদু স্পন্দন চেপা দি ৰাখিছে। বিকাশদালৈ চালো, মোৰ উত্তৰৰ বাবে গ্ৰীৱা উন্নত কৰি বহি আছে। বৰ অস্বস্তিৰে মই কৈ পেলালো, "সেইটো কেনেকৈ সম্ভৱ? সাধাৰণৰ লগত সম্পৰ্ক ৰহিত, সাধাৰণৰ দুৰ্বোধ্য এই অসাধাৰণ মানুহজনৰ যি এৰ্ নৰ্ মেল্ চাইকলজী তাক ৰূপ দিয়া মোৰ পক্ষে বাস্তৱত দুসাধ্য— সপোনত কদাচিত সম্ভৱ।"

অৰূপদাৰ আচৰণত উত্তেজনা স্পষ্টতৰ হৈ প্ৰকাশ পালে। মজিয়াত জোতাযোৰেৰে দুবাৰমান শব্দ কৰিলে। চকীখনতে গাটো লবাই বহিল। জুইশলাবাঁহটো উলিয়াই খুলিলে, বন্ধ কৰিলে, আকৌ খুলিলে। কাঠি এটা জ্বলাই লগে লগে ফু মাৰি নুমাই পেলালে। অৱশেষত কোঠাৰ ভিতৰত অহা-যোৱা কৰিব ধৰিলে। মোৰ নাড়ীস্পন্দনৰ বেগ দ্ৰুততৰ হৈ উঠিল। ভিতৰকোঠাৰ পৰা লণ্ঠনটো আনিবলৈ যোৱাটো অপৰিহাৰ্য হৈ পৰিল। বিকাশদাও কিবা এটা ক'বৰ বাবে ব্যস্ত হ'ল। কিন্তু আমাক একোকে কৰিবৰ সুযোগ নিদি অৰূপদাৰ ইমান সময়ৰ ৰুদ্ধ উত্তেজনা এটা আবেগময় বক্তৃতাত ফাটি পৰিল, "কিন্তু, উৎপল, যিজন মানুহক লৈ আমাৰ গৌৰৱৰ সীমা নাই, যাৰ বাবে আমাৰ অন্তৰৰ অকুণ্ঠ শ্ৰদ্ধা অবাৰিত, যাৰ কথা আমি কথাই কথাই আনৰ আগত কওঁ আৰু ক'ব পাৰিলে ধন্য মানো, সেইজন মহীকহৰ জীৱনৰ কথা ইমান অশ্ৰুত, ইমান অনবকাৰী কৰি ৰখাৰ দবে কৃতঘ্নতা কিবা আৰু হ'ব পাৰে বুলি মই নাভাবো। অন্ততঃ তেওঁৰ স্মৃতিৰেই আমি অনুপ্ৰেৰিত হোৱা উচিত আছিল। অৱশ্যে, তোৰ কথাও মিছা নহয়। চিৰজীৱন তেওঁ আনক কথাকে শিখিলে।

ভুলভো নিজৰ কথা ক'ভো নিলিখিলে। হয়তো তেওঁৰ জীৱনৰে আনে টনাটনি কৰাতো তেওঁ পছন্দ নকৰিছিল। কিন্তু, তেওঁৰ জীৱনৰ চৰম ব্যৰ্থতাৰ বেদনাত মনৰ আবেগ ৰাখিব নোৱাৰি এৰি অহা কিছুমান টুকুৰাটুকুৰি কথা লিখি গৈছিল। অপৰাজিতৰ পৰা মই সেইবোৰ সংগ্ৰহ কৰিছো। কি লিখিছিল জান? সেই হতভগা, যাৰ মঙহে পিছফালে কোনো মঙহ এৰি যোৱা নাই, যাৰ মৃত্যু অনন্ত মৃত্যু শুনিবি তাৰ করুণ কাহিনী? শুন।" জেপৰপৰা সি খচ্মচ্ শব্দৰে কিছুমান কাগজ উলিয়ালে। উত্তেজনাৰে কোৱা তাৰ কথাবোৰৰ নাটকীয়তা আমাৰ স্বাভাৱিক যেন লাগিল। বিকাশদা আৰু মই এবাৰ দৃষ্টি বিনিময় কৰিলো। কিন্তু. কোনোৱে কাৰো দৃষ্টিৰ ভাষা বুজিব নোৱাৰিলো। খিড়িকিৰে অহা পোহৰৰ কাষত সি ঠিয় হ'ল। আৰু তাৰ পিছত জীৱন্ত সুৰেৰে উদাত্ত কণ্ঠেৰে পঢ়ি গ'ল।

... .... ...

অন্ধকাৰ কোঠাটোৰ ভিতৰত নিৰুত্তাপ স্তব্ধ সময়খিনি মই সমগ্ৰ সত্তাৰে অনুভৱ কৰি ললোঁ। প্ৰশান্ত অন্ধকাৰ। ৰহস্যময় দানৱী ৰাতিৰ স্পৰ্শত পৃথিৱী নিবিড় প্ৰসুপ্তিত মগ্ন হৈ পৰিছে। মোৰ চাৰিওফালে এই পৃথিৱীত এক অবুজ শ্মশান নীৰৱতা। মৃত্যুৰ দৰে নিশ্চল ছবিৰ পৃথিৱী। মোৰ অনুভৱ হৈছে এয়ে যেন শেষ। এয়ে যেন সেই অৱধাৰিত চৰম মুহূৰ্ত য'ত শেষ হয় জীৱনৰ দ্ৰুত চঞ্চল স্পন্দন, শুদ্ধ হয় সষ্টম দিনৰ অৰ্থহীন ক্লান্তিকৰ কলৰৱ। এই মৃত্যুময় পৰিবেশ মোৰ বৰ ভাল লাগিল। অচেতন অস্তিত্বৰ প্ৰতি মানৱাত্মাৰ নিভৃত গোপন আকুতিত যেন এনে পৰিবেশে মত্ততা জগায়। বোধহয় মনৰ স্থিৰীকৃত সংকল্প কাৰ্যত পৰিণত কৰাৰ সময়ত মোৰ স্বীয় অনুভূতি-সৃষ্ট এই পৰিবেশটো অতি অপৰিহাৰ্য হৈ পৰিছে। খিড়িকিখন খুলি দিলোঁ। আন্ধাৰৰ সমুদ্ৰত ক'লা মেঘৰ ঢৌবোৰ প্ৰবল বেগে বাগৰি গৈছে। বহুত দূৰত সাগৰ যাত্ৰী নাবিকৰ জাহাজৰ ক্ষীণ পোহৰৰ দৰে জ্বলি থকা দুই এটা তৰা মেঘৰ ঢৌৰ তলত বিলুপ্ত হৈ

গৈছে। মৃদু বতাহ কিছুমান মোৰ নাকে মুখে লাগিলহি। A kind wind blew on my flame of life to make it burn brighter"...

ফ্লেম অব্ মাই লাইফ্। হয়তো সেয়ে। দূৰৰ পাহাৰৰ জুইৰ দৰে মোৰ জীৱনটো জ্বলি গ'ল। মানুহে সেই দূৰৰ জুই সুন্দৰ দেখিলে। সেই জুইৰ বক্তাভ আভাত পাহাৰৰ সিপাৰে ওলমি থকা আকাশখনো বৰ্ণাঢ্য হৈ উঠিল। কিন্তু কোনে দেখা পালে সেই জুইৰ ক্ষয়ংকাৰী ৰূপ? আচ্ছা, থাওক। মৃত্যুৰ বাবে মানসিক আৰু ব্যৱহাৰিক সকলো আৱশ্যকীয় প্ৰস্তুতি গোটাই লোৱাৰ পিছত জীৱনৰ পোৱা নোপোৱাৰ খতিয়ান মেলি পৃথিৱীৰ ওচৰত প্ৰেমিকাৰ অভিমান কৰিছো? ওঁহো নাই কৰা। পৃথিৱীৰ ওপৰত মোৰ একো ক্ষোভ নাই। জীৱনটো পোৱা দৰেই গ্ৰহণ কৰিছো। বিপ্লৱ কৰা নাই। হয়তো তাৰ বাবে দৰকাৰী দুঃসাহস মোৰ নাই। মোৰ বিপৰ্যস্ত জীৱনটো টুকুৰা টুকুৰি অনেক দুৰ্ঘটনাৰ সমন্বয় মাত্ৰ। কিন্তু, এই বিচ্ছিন্ন দুৰ্ঘটনাবোৰৰ মাজতো এক অদৃশ্য সংযোগসূত্ৰ বৰ্তমান আৰু একমাত্ৰ এই কাৰণেই মোৰ জীৱনটো এট নিয়মিত স্বয়ংসম্পূৰ্ণ জীৱন বুলি অনুভৱ কৰোঁ। আত্মহত্যাৰ বাবে সৰ্বতোপ্ৰকাৰে প্ৰস্তুত হৈ জীৱনতত্ত্ব আলোচনা কৰিবৰ ইচ্ছা বা আৱশ্যক কোনোটোৱেই মোৰ নাই। মাত্ৰ এই মুহূৰ্তত অতীতৰ অজস্ৰ স্মৃতি মোৰ মনৰ পৰ্দাত টৰ্চ লাইটৰ অকস্মাৎ ফ্লেচৰ দৰে জিলিকি উঠি পাৰ হৈ গৈছে।

মোৰ দেউতা সকতেই ঢুকাইছিল। মা, মই আৰু মোৰ ভাই অজিত (এতিয়া অপৰাজিত বৰুৱা বি. এ.) এই তিনিটাৰ সংসাৰখন দেউতাৰ সঞ্চিত অৰ্থৰে চলি গৈছিল (ভগৱানক ধন্যবাদ যে দেউতাই সঞ্চয় কৰিছিল আৰু তেখেতৰ দীৰ্ঘদিন বেমাৰত ভুগি মৃত্যু নহৈ আকস্মিক মৃত্যু হৈছিল)। খেতি কৰিবলৈ দিয়া মাটিৰ পৰা আমাৰ বাবে যথেষ্ট ধান পাইছিলো। মাই আমাক অকণো কষ্ট পাবলৈ

নিৰিছিল। মোৰ শৈশৱ আৰু কৈশোৰৰ দিনবোৰ গাঁৱতে পাৰ হৈছিল। এই সুগভীৰ ৰহস্যময় দিনবোৰ মই প্ৰকৃতিৰ লগত কটাইছিলা। আকাশৰ দিগন্ত ব্যাপ্তি, পৃথিৱীৰ সেউজী বিস্তৃতি মই প্ৰাণভৰি উপলব্ধি কৰিছিলো। প্ৰকৃতিৰ মুক্ত সৌন্দৰ্যৰ বিশালতাই মোক নিৰ্জনতাপ্ৰিয় কৰি তুলিছিল। জীৱনৰ সুন্দৰতম প্ৰকাশ আৰু মৃত্যুৰ কদাকাৰ ৰূপ মই প্ৰকৃততে দেখা পাইছিলো। ফুলি উঠা স্নিগ্ধ ভূমিচম্পাত পাইছিলো জীৱনৰ সুৰভি, সাপৰ মুখৰ বেঙৰ আৰ্তনাদত শুনিছিলো মৃত্যুৰ ভয়াবহ যন্ত্ৰণা। প্ৰকৃতিয়েই মোৰ বাবে জীৱনৰ গভীৰ চেতনাৰ দুৱাৰ খুলি দিছিল। আত্মকেন্দ্ৰিকতা বিহীন সৰল শিশুৰ প্ৰাণ সকলোৰে বাবে একে সুৰতে ঝংকৃত হোৱাৰ মূলতে প্ৰকৃতিৰ পৰম শিক্ষা বুলিয়েই আজিও মোৰ মনত বদ্ধমূল বিশ্বাস। মাই আমাক বৰ মৰম কৰিছিল। মোৰ বিশ বছৰ বয়সলৈকে মা জীয়াই আছিল। সেইবোৰ স্বপ্নময় দিন মাৰ স্নেহৰে ডুব গৈ আছিল। সকলো সময়তে মাৰ অসীম স্নেহে মোৰ সমস্ত দেহ মন আচ্ছন্ন কৰি ৰাখিছিল। মাৰ মৃত্যুৰ সুদীৰ্ঘ ওঠৰ বছৰ পিছত আজিও মই অনুভৱ কৰো সেই সত্তাহীন অদেহী প্ৰেমৰ দুৰ্বিসহ অৱস্থিতি। যথা সময়ত মই চহৰলৈ আহি উচ্চ শিক্ষা ললো, মানে বি.এ. পাছ কৰিলো। এনেতে নিষ্ঠুৰ ভাৱে মাৰ সকলো ভৱিষ্যৎ সুখস্বপ্নৰ অৱসান ঘটিল। মাৰ মৃত্যুৰ পিছতে অজিতক কলেজত পঢ়াবলৈকে চহৰলৈ লৈ আনিলো। গাঁওৰ মাটিবোৰ মোমাইদেউৰ তত্বাৱধানত ৰাখি নিশ্চিন্ত হ'লো। চহৰত পাঁচ মাহ চাকৰি বিচাৰি হাবাথুৰি খালো। সি এক কৰুণ ইতিহাস। চাকৰি অনেকবাৰ পাইছিলো; কিন্তু প্ৰতিবাৰেই অন্যায় অবিচাৰৰ প্ৰতিবাদ কৰিবলৈ গৈ, নিজকে সততাৰ, নৈতিকতাৰ প্ৰতিনিধি কৰিবলৈ গৈ ভাগ্যৰ হাতত নিদাৰুণ ভাৱে মাৰ খাইছিলো। সমাজত যিবোৰ কথা জীৱনৰ মহত্তম আদৰ্শ বুলি প্ৰতিষ্ঠিত সেই-বোৰকে যথেচ্ছাভাৱে ভঙ্গ কৰি তাৰ ওপৰত ঐশ্বৰ্য আৰু ক্ষমতাৰ চাদৰ মাৰি গোপন কৰা দেখি বিস্মিত হৈছিলো। লাহে লাহে

পৃথিৱী সম্পৰ্কে মোৰ ধাৰণা স্পষ্টতৰ হ'ল। সমাজৰ চিক্‌চিকিয়া পালিচৰ ভিতৰৰ অন্যায়, নীচতা আৰু কদৰ্যতাৰ বোকা খুকটি চালো। পৃথিৱীৰ সকলো সম্পৰ্কে মোৰ সকলো ধাৰণা অভিজ্ঞতাৰ দৃঢ়-ভিত্তিৰ ওপৰত প্ৰতিষ্ঠিত কৰিলো।

অৱশেষত এটা বাতৰি প্ৰতিষ্ঠানত যোগ দিলো। মোৰ অভিজ্ঞতা সঞ্চয়ৰ পথ সুচল হ'ল। সেই অভিজ্ঞতাৰ মুলধনেৰে সাহিত্য-চৰ্চা আৰম্ভ কৰিলো। কিতাপ মই অজস্ৰ পঢ়িছিলো। মানৱাত্মাৰ কত বিচিত্ৰ কাকুতি শিল্পীৰ লিখনিত প্ৰকাশ পায়। কিতাপৰ অনেক চৰিত্ৰৰ লগত কল্পনাৰ চকুৰে নিজকে বিজাই চাইছো। অদ্ভুত তৃপ্তি লাভ কৰিছো। শিল্পী আৰু শিল্পীৰ সৃষ্টিৰ লগত দেহাতী আত্মীয়তা অনুভৱ কৰিছো। ই মোৰ চিন্তাক বিশাল কৰিছিল, পূৰ্ণতা দিছিল। মোৰ বুদ্ধি, চিন্তা, প্ৰতিভা আৰু অধ্যয়ন পুষ্ট পৰিগৰ্ভিত মনটোৰ বাবে দায়ী তেওঁলোকৰ অজানিত শ্ৰেষ্ঠ দান। মোৰ শানিত বুদ্ধি, সাহিত্যিক প্ৰতিভা আৰু স্বাস্থ্যশ্ৰী শত্ৰুৱেও স্বীকাৰ কৰিব। অনেক সময়ত এইবোৰে মোক বিপদত পেলাইছিল। মোৰ অনুমান যদি নিৰ্ভুল, তেন্তে এইবোৰতে মুগ্ধ হৈ একাধিক প্ৰজাপতি মোৰ কাষ চাপি আহিছিল। আৰু মোৰ সাৱধানী অভিনয়ৰ ওচৰত প্ৰত্যেকেই পৰাঙ্মুখ হৈছিল। এজনী ছোৱালীক মোৰ ভাল লাগিছিল। বয়স তেতিয়া মোৰ সোতৰ বছৰ; প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। কথা-বতৰাৰ পৰা বুজিছিলো যে তায়ো বহু দূৰলৈকে আশা কৰিছিল। কিন্তু তাইৰ সুখস্বপ্ন মই নিজে ভাঙি দিলো। মা তেতিয়াও জীৱিত আছিল। মাই কিবা গম পালে শক্‌ পাব বুলি মোৰ ভয় লাগিছিল। এই কথাটোত আজিও মোৰ নিজৰে পূৰ্ণ বিশ্বাস নহ'ল। কাৰণ, ভয় লগাটো অৰ্থহীন; মাই শক্‌ পাব বুলি ভবাৰো কোনো যুক্তি নাই। হয়তো মোৰ অৱস্থিতিয়ে মোৰ মনৰ অৱচেতনাত এনে এক যাদু শক্তিৰ ক্ৰিয়া কৰিছিল যাৰ ফলত সেই জনী ছোৱালীক অন্তৰত ঠাই দিয়াৰ কোনো চিন্তাই মোৰ মনত স্থান পোৱা নাছিল। তাই এতিয়া উচ্চ

চৰকাৰী বিষয়াৰ পত্নী। যিহওক, মই এতিয়া অসুখী নহয়। লাহে লাহে মই নিজকে এই অসুস্থ-সংসর্গ দুষ্ট পৰিবেশৰ পৰা বিচ্ছিন্ন কৰি আনিলো। নির্জন, নিঃসংগ জীৱন এটাৰ প্রতি দুর্বাৰ বাসনা মোৰ জাগি উঠিল। হয়তো, পাৰিপার্শ্বিকতা আৰু সমাজৰ তাড়নাৰ ফলতে ই সম্ভৱ হ'ল। অথবা, মোৰ স্বপ্নভংগৰ অব্যৱহিত পিছৰ স্বাভাৱিক, সাময়িক হতাশা আৰু আলস্যৰ বাবেই এই নতুন জীৱনবোধে মোৰ মনত ভুমুকি মাৰিলে। সময়ক মোৰ নিজৰ বাবেই একান্ত বিলীন কৰি দি মই অধ্যয়ন আৰু সাহিত্যচর্চাত গভীৰ মনোনিবেশ কৰিলো। অৱশ্যে অজিতৰ প্রতি মোৰ দায়িত্ববোধৰ অভাৱ নাছিল। তাৰ পূর্ণ দায়িত্ব মই সুকলমে পালন কৰিছিলো।

দৰিদ্র আৰু প্রতিকূল অৱস্থাৰ লগত যুঁজ কৰি থাকোঁতেই সময় অতিবাহিত হৈছিল যদিও দেহৰ অসুদমিত যৌন-স্পৃহাই অৱসৰৰ সুযোগ লৈ মোৰ চেতনাত আঘাত কৰিছিল। অদম্য হৈ উঠা এই দৈহিক ক্ষুধাৰ অন্ধ তাড়নাত জীৱনত প্রথমবাৰৰ বাবে গণিকাৰ ওচৰলৈকে দৌৰি গৈছিলো; আৰু গৈছিলো, মোৰ সৌভাগ্যৰ বাবেই, জিনুৰ ওচৰলৈ। আচৰিত হৈছিল তাই। ময়ো আচৰিত হৈছিলো, যেতিয়া মোক আমন্ত্রণ নকৰি তাই প্রত্যাৱর্তনৰ পথ আঙুলি-নির্দেশ কৰি দেখুৱালে। মোৰ বিস্মিত সপ্রশ্ন দৃষ্টিৰ উত্তৰ তাই লাহে লাহে দিছিল। অহা-যোৱাৰ পথত যিকোনো সময়তে তাই মোৰ অধ্যয়নৰ তপস্যা দেখা পাইছিল। তেতিয়াৰ পৰা তাই মোক শ্রদ্ধাকে কৰি আহিছে। বোধহয়, মোৰ কান্তি আৰু তপস্যাই তাইৰ হৃদয়ৰ মন্দিৰত এক মহত্তম আদর্শৰ ৰূপ সৃষ্টি কৰিছিল। তাইৰ মনত মই কিজানি এক গভীৰ বেদনাৰ সৌন্দর্যৰূপে ধৰা দিছিলোঁ। সেই সৌন্দর্যক পূজা কৰা যায়, অপবিত্র কৰা নাযায়। তাই সুধিছিল, "কিতাপ পঢ়ি মানুহ তেনে জ্ঞানী নহয় নেকি?" মই কৈছিলোঁ, "ঈশ্বৰৰ বেদনা সেইখিনিতে। কিতাপ পঢ়ি জ্ঞানী হয়তো হয়, কিন্তু ঈশ্বৰ নহয়।" তাই কি বুজিছিল নুবুজিলো। তাইৰ কাহিনী শুনি

মোৰ ব্যথা হৈছিল। তেইশ বছৰ বয়সলৈকে কুমাৰীত্ব বক্ষা কৰা সহজ কথা নহয়। কিন্তু প্ৰায় সকলো সম্পত্তি শেষ হোৱাৰ পিছত বিয়াল্লিশৰ বিপ্লবতে পিঠিত ছুটাকৈ গুলি লৈ থকা ভগ্নদেহ বাপেক, ছুটা ভায়েক, বেমাৰী মাকক পোহপাল দিয়াৰ কোনো উপায়েই নাইকিয়া হ'ল। মস্তপ বাপেক বহু ৰাতিলৈকে ঘৰলৈ নহা কৰিলে। ভায়েক ছুটা বাপেকতকৈও দেখিকৈ পিছফালৰ ছুৱাৰেদি ঘৰ সোমাবলৈ আৰম্ভ কৰিলে। সকলোবোৰ তাই নীৰৱে চাই আছিল। কিন্তু বেছি দিন চাব লগা নহ'ল। তাই নিজেও সেই একেই আত্মক্ষয়ী সমদলত যোগ দিলে। এদিন পৃথিবীত মধুৰ সন্ধ্যাৰ পয়োভৰ হৈছিল। আকাশত ৰূপালী চন্দ্ৰ। চন্দ্ৰলোকৰ ৰৰষুণত তিতি, মৃছ মন্থৰ দক্ষিণাৱৰিত হৃদয় উৰাই দি কোনোবা জুৰিৰ পাৰত কবি নিৰ্বাক হৈ গ'ল। প্ৰেমাস্পদৰ বুকুত মুৰ স্নুমুৰাই প্ৰেমিকাই অস্ফুট কণ্ঠেৰে গুণগুণাই উঠিল। ৰজনীগন্ধাৰ উগ্ৰ সুৰভিয়ে টানি আনিলে একাধিক ভোমোৰাক। ঠিক সেই সময়তে সেই মধুৰ সন্ধ্যাতে, জিমুৰ যৌৱনৰ প্ৰথম গ্ৰাহকজনক অপমান কৰি বাহিৰ কৰি দিবৰ সময়ত তাই শুনিলে যে তাইৰ দেহৰ বাবে বাপেকে ত্ৰিশ টকা আগধন লৈছে আৰু তাই পিন্ধি থকা শাৰীখন সেই টকাৰেই কিনা হৈছে। এই নিৰ্মম শব্দবোৰৰ বজ্ৰাঘাতে তাইক নিৰ্জীৱ কৰি পেলালে। নিৰুপায় ভাৱে তাই আত্মসমৰ্পণ কৰিলে। তাইৰ গাত যেন প্ৰাণ নাই, আছে দেহ, মাত্ৰ দেহ। চিন্তা কৰিবৰ শক্তিও বোলে তাইৰ নোহোৱা হৈছিল। শেষ সম্পত্তিটো সেই দৰেই তাই বিক্ৰী কৰি দিলে। কৈ উঠি জিমুৱে হাঁহিছিল; সেই হাঁহিত যি চৰম ঘৃণ্য বেদনা মূৰ্ত হৈ উঠিছিল, সি পৃথিবীৰ কোনো সাহিত্যিকৰ লিখনিত, কোনো শিল্পীৰ চিত্ৰত কাহানিও প্ৰকাশ পোৱা নাই। অধ্যয়নৰ দ্বাৰা মোৰ মনৰ ৰাজত্ব মই যি এক পৰম উৰ্ধস্থিত অৱলম্বন লাভ কৰিছিলো তাৰ বলতে পৃথিবীৰ সমস্ত বিপৰীত অৱস্থাৰ ওচৰতো কাবু হোৱা নাছিলো। কিন্তু, এইজনী ভাগ্য নিপীড়িতা হোৱালীয়ে

কিহৰ গুণত এই অৱস্থাক মানি লৈছে? মই আৰু বেছি আচৰিত হৈছিলো। হয়তো তাৰ বাহিৰে আৰু গত্যন্তৰ নাছিল। কিন্তু জিন্নুৰ প্ৰতিবেশী ৰাধা, পদ্মা, নয়না? অন্য যি কাৰণেই নহওক, কিন্তু মাত্ৰ দেহৰ ক্ষুধা নিবৃত্তিৰ কাৰণেই সিহঁতৰ প্ৰত্যেকেই এই নিকৃষ্টতম পথ লোৱা বুলি তুমি ক'ব নোৱাৰা। সিহঁত বাধ্য হৈছিল। একমাত্ৰ জীৱিকাৰ বাবেই, তোমাৰ সুন্দৰ জীৱনটোক জীয়াই ৰাখিবৰ বাবেই সিহঁতে এই অবাঞ্ছিত, মনুষ্যত্ব-বিবৰ্জিত স্থূল-দেহ-সম্ভোগৰ বাট নিৰ্বাচন কৰিছিল। জিন্নুহঁতক মই ঘিণ নকৰো। কাৰণ, মই সুনিশ্চিতভাৱে জানো সিহঁত আমাৰেই অপক সভ্যতাৰ বিকৃত, বীভৎস প্ৰতিকৃতি। কিন্তু পুতৌ হয় যে ফোপোলা সভ্যতাৰ অপূৰ্ণতাৰ দাম দিব লগা হৈছে এই দুৰ্ভগীয়াহঁতে, যি মধুৰতম, সুন্দৰতম হৃদয়ৰ সিহঁত অধিকাৰী সেই আপোন হৃদয়ৰ সৌন্দৰ্য ভুমুকি মাৰি চোৱাৰ স্বাধিকাৰৰ পথ সিহঁতৰ বাবে ৰুদ্ধ কৰি দিলে সিহঁতৰে অন্নদাতা ভাগ্যদেৱতাই। সেই দল সমাজৰ কৰ্ণধাৰ প্ৰতাৰকৰ কূট চক্ৰান্তত পৰি জিন্নু, পদ্মাহঁতে আত্মাৰ, জীৱনৰ, যৌৱনৰ বহুৰ্ণিত, বহুপঠিত সৌন্দৰ্যৰ কথা অনুভৱ কৰিব নোৱাৰিলে। জিন্নুৰ তালৈ মই পিছতো গৈছো। তাইক মই ভাল পাইছিলো। তাই মোক তাইৰ সমগ্ৰ দেহ-মন সপি দিছিল। আমি কূলহাৰা, সংগীহাৰা অচিন পথিকে যেন উভয়ৰ সান্নিধ্যত আশ্ৰয় পাইছিলো। দেহৰ ব্যৱসায়ত পোৱা টকা বাপেকহঁতলৈ পঠাই দায়িত্ব সাৰিছিল আৰু মোৰ ওচৰত হৃদয় সপি দি নিৰ্ভয় হৈছিল। তাই নিশ্চিন্ত হৈছিল। পদ্মা, ৰাধা, নয়না, লক্ষ্মী ইত্যাদি অনেকৰ লগত মোৰ চিনাকি হৈছিল। সিহঁতৰ লৈতে মই এক অভূতপূৰ্ব আত্মীয়তা অনুভৱ কৰিছিলো। সিহঁতৰ করুণ ৰহস্যময় বিচিত্ৰ জীৱন কাহিনী মোৰ একাধিক গ্ৰন্থত চিত্ৰিত কৰিলো। তাৰ বাহিৰে—সমাজক অন্তৰ্মুখী এক গভীৰ চেতনাৰে উদ্বুদ্ধ কৰাৰ চেষ্টা কৰাৰ বাহিৰে, মই আৰু কি কৰিব পাৰো? মহোত্তো সিহঁতৰে সতীৰ্থ। সিহঁতক ঘৃণা কৰাৰ অধিকাৰ মোৰ

ক'ত? বৰং সিহঁতক মই অভিনন্দন জনাইছো। সিহঁত জীয়াই আছে—জীৱন যুদ্ধত সিহঁত পৰাজিত হোৱা নাই, এয়ে সিহঁতৰ শ্ৰেষ্ঠ জিত।

ইয়াৰ পিছত তিনিটা পৰস্পৰ সম্পৰ্কবিহীন ঘটনাই মোৰ মনত গভীৰভাৱে আঘাত কৰিছিল। প্ৰথমটো অতি আকস্মিক হ'লেও পৰিকল্পিত। চহৰত এই অভিনৱ অভিজ্ঞতাময় দুঃসহ জীৱন যাপন কৰি থাকোতেই শুনিলো মোমাইদেউৰ তত্বাৱধানত থকা মাটিখিনি কেইবাবছৰৰো খাজনাৰ অনাদায়ত ক্ৰোকত গ'ল। অৱশেষত পিছত এজন মাৰোৱাৰীয়ে মিল বহুৱাবৰ কাৰণে মাটিখিনি কিনি ললে। এক মুহূৰ্ত্ততে এই পূৰ্বপৰিকল্পিত ষড়যন্ত্ৰৰ ৰহস্যময় পৰ্দা মোৰ চকুৰ আগৰ পৰা খহি পৰিল। বিকৃত যুগৰ নেতা অৰ্থলিপ্সু জালিয়াত মোমাইদেউৰ মাৰোৱাৰীৰ হাতৰ পৰা প্ৰচুৰ অৰ্থ আদায়ৰ ইও যে এক নতুন কাৰচাজি, বুজিবলৈ মোৰ বাকী নাথাকিল। অৰ্থোপাৰ্জনৰ সকলো পথ কিছুমানৰ বাবে ইমান সহজলভ্য হৈ পৰিছে যে সেইবোৰ মানুহৰ বিবেক বুদ্ধিক ভাবিবলৈ নকৰি নোৱাৰি। দ্বিতীয় ঘটনাটো মোৰ প্ৰতিবেশী ৰামু বিশ্বাৱালাৰ। সি দুদিনীয়া লঘোনৰ পিছত ঘৈণীয়েক আৰু সৰু ল'ৰাটোক এৰি ক'ৰবালৈ গুছি গৈছে। কাৰণ, কিবা এটা এক্সিডেণ্টৰ বাবে মহাজনে তাক বিক্সা দিয়া সম্প্ৰতি বন্ধ কৰি দিছে। এতিয়া যিহেতু সি সিহঁতক খুৱাব নোৱাৰে, সিহঁতে যি ইচ্ছা তাকে কৰক। এই সাধাৰণ ঘটনাটোৱে মোৰ মনত অসাধাৰণ ভাবে দুঃখ দিলে। পতি-পত্নীৰ সম্পৰ্কটো তেনেহ'লে এনে এটা অৱস্থা পাইছেহি য'ত মানৱীয় মূল্যবোধৰ স্বীকৃতি নাই। সেই পবিত্ৰ সম্পৰ্কও এটা মাত্ৰ ঘৃণ্য পাশৱিক যৌথ জীৱনৰ অন্যতম ৰূপলৈ পৰ্যবসিত হৈ গৈছে। 'মই অৰ্জন কৰিম, তুমি মোৰ আৰ্জনৰে খাবা; তাৰ দাম দিবা তোমাৰ মাংসৰ দেহটোৰে। তোমাৰ অস্তিত্বৰ স্বীকৃতি মাথো সেইখিনিতে। তাৰ বাহিৰে তোমাৰ এই মনুষ্যত্বৰ, তোমাৰ স্বকীয় সত্বাৰ, তোমাৰ

হৃদয়ৰ কোনো মূল্য মোৰ ওচৰত নাই। আৰু যিদিনাই মই গুলাব নোৱাৰিম সিদিনাই নিজৰ বাটে বাট বুলিবা।' ছি ছি, ছি, প্ৰেম, মনুষ্যত্ব এইবোৰৰ ব্যৱহাৰিক মূল্য শূন্য হৈ গ'ল নেকি? পৃথিৱীত কি সেইবোৰ শাশ্বত সত্য গ্ৰন্থৰ মাজৰ, মধুৰ শব্দৰূপেই বৈ যাব?

চহৰৰ বুকুৰ পৰা এই নিৰ্জন ঠাইলৈ গুছি আহিলো। জীৱনৰ তিতা অভিজ্ঞতাবোৰৰ পৰা অব্যাহতি গ্ৰহণ কৰিবলৈ প্ৰকৃতিৰ মাজত এই ছায়াছন্ন সেউজীয়া বনপ্ৰদেশত আশ্ৰয় ললোঁহি। ইয়াৰ পৰা আঁতৰত গাঁও আৰু বহুদূৰত চহৰ আছে। এই জনমানৱহীন দেশত মোৰ একমাত্ৰ সঙ্গী আছিল ডন—এটা পলৰীয়া কুকুৰ। ডন আছিল মোৰ স্বেচ্ছা-নিৰ্বাসিত জীৱনৰ পৰম বন্ধু। ইয়াত, কিছুদিন থকাৰ পিছত সি এদিন হঠাৎ আহি ওলাইছিলহি। এটা খাবলৈ নোপোৱা চেৰেলা কুকুৰ। কাণৰ কাষত ঘা আৰু খোঁৱা আগ ঠেং এখন লৈ সি মোলৈ দূৰৰ পৰা চাইছিল। দীৰ্ঘ ভ্ৰমণত তাৰ দেহ ধূলি-ধূসৰিত, ভাগৰত সি জিভা উলিয়াই ফোঁপাইছিল। মই বুজিলো যে মোৰ দৰে ইও জীৱনত বিতুষ্ট। অনাদৰ আৰু দুৰ্ব্যৱহাৰৰ দ্বাৰা বিতাড়িত হৈ সি এই একান্ত নিৰ্জন ঠাই পাইছেহি। তাৰ আৰু মোৰ মাজত মই একো পাৰ্থক্য অনুভৱ নকৰিলো। আমি দুয়ো ভাগ্যৰ হাতত একে ধৰণেই মাৰ খাইছো। সেই ভাগ্যৰ বিপক্ষে আমি সংগ্ৰাম কৰা নাই; বৰং পলাইছো। কাৰণ, সংগ্ৰাম কৰাৰ সাহ থাকিলেও সামৰ্থ আমাৰ নাই। তাৰ কৰুণ ব্যথাখিনি মই উপলব্ধি কৰিলো। হঠাতে মই অনুভৱ কৰিলো আমি দুয়ো বন্ধু, আপোনৰো আপোন। যিখন পৃথিৱীৰ মই এটা ধূলিকণা, ডন তাৰে অন্য এটা। আমি দুয়ো একে utterly unimportant byproduct-অৰ একো একোটা molecule বা atom. "At first glance, at least, life seems to be an utterly unimportant byproduct; we living things are somehow off the main line." এই সত্যোপলব্ধিৰ পাছত মই কাক খাবলৈ দিলো।

শুশ্রূষা কৰি বা আৰু চেঁ ভাল কৰিলো আৰু যথা-সময়ত শ্মশানলৈ কঢ়িয়াই কৰি বন্ধুৰ আৰোপ কৰিলো। তাৰ শাহুত্রী ঘূৰি আছিল। সি মোৰ ঘৰৰ একমাত্র তত্বাৱধায়ক হ'ল। কিন্তু, যোৱা পৰহিৰ পৰা ডন নিৰুদ্দেশ হৈছে। নিৰুদ্দেশ মানেই যে মৃত্যু এই নিদাৰুণ সত্যত মোৰ তিলমানো সন্দেহ নাই। মোৰ দৃঢ় বিশ্বাস, সি ইতিমধ্যে হিংস্র বন্য শ্বাপদৰ আহাৰ হৈ গ'ল। কাৰণ, সি মোক এৰি চহৰলৈ গৈছে, এই অন্ধ-বিশ্বাস মোৰ নাই।

অজিতে বি. এ. পাছ কৰি চাকৰি কৰিছে। তাৰ বাবে মই এইখিনিকে কৰিলো। নকৰা সকলোখিনিৰ বাবে সি মোক ক্ষমা কৰিব। অজিত ভাল ল'ৰা। সাহিত্য, ৰাজনীতি, শিল্প, বিজ্ঞান, খেল, চিনেমা সকলোৰে সুস্থ-দৃষ্টিভঙ্গীৰ সম্যক জ্ঞান তাৰ আছে। যেতিয়াই তাৰ লগত কথা পাতিছো, তেতিয়াই অনুভৱ কৰিছো, সি যি কোনো মানুহৰে উপযুক্ত বন্ধু। অজিত প্রেমত পৰিছে বুলি মই শুনিব পাইছো। অনুমান কৰিছো, তাৰ পক্ষে সেয়ে স্বাভাৱিক। ছোৱালীজনীৰ নাম মল্লিকা। মই দেখিছো, কথাও পাতিছো আগতে। সৰল, কম কথা কোৱা, মৰম লগা ছোৱালীজনী। সিহঁতক মই হৃদয়ৰ সমগ্র আন্তৰিকতাৰে, সমগ্র ঐকান্তিকতাৰে আশীৰ্বাদ কৰিছো: সিহঁতৰ প্রেমে ৰূপ পাওক। পৃথিৱীক ন-ৰূপ দিয়ক সিহঁতে আৰু সিহঁতৰ সন্তানে আৰু সিহঁতৰ দৰে অনেকে।

যাহ্ অনেক কিবা-কিবি ভাবি পেলাইছো। হঠাৎ মোৰ মনটো বৰ ভাৱপ্রৱণ হৈ উঠিছে নেকি? মৃত্যুৰ অন্ধকাৰ গুহালৈ ভুমুকিয়াই চাই ৰৌদ্রকৰোজ্জ্বল জীৱনৰ স্মৃতি ৰোমন্থন কৰি লাভ কি? জীৱনৰ একো একোটা মুহূৰ্তত তুমি একোটা মহৎ সত্য উপলব্ধি কৰিছিলা। সেইবোৰ সত্যৰ লগত জীৱনৰ কৰুণতম ট্ৰেজেডিয়েই নিহিত আছে। কিন্তু সেইবোৰ উপলব্ধ সত্যৰ মূল্যাঙ্কন এই সময়ত নহয়—অন্ততঃ এই সময়ত, যি সময়ত তুমি জীৱনৰ দুৱাৰত তলাবন্ধ কৰিব খুজিছা। তাৰোপৰি, প্রয়োজন কি? অৰ্থহীনভাৱে মাথোঁ। অন্তৰখন আবেগ

গধুৰ কৰা। সি যি কি নহওক, এইবোৰ আৰু যাওক। হয়তো এইবোৰ মোৰ পাগলামি। বিদায়ৰ প্ৰাক্‌মুহূৰ্তৰ হৃদয়ৰ আবেগ, উত্তেজনাত মনৰ ঘাটত ভিৰ কৰা স্মৃতিৰ টুকুৰা ছবিৰ ক্ষণিক জিলিকনি। আজিৰ ৰাতিটো অনেকৰ বাবে মোৰ মৃত্যুৱে স্মৰণীয় কৰিব ওলাইছো। অতি সাধাৰণভাৱেই মই এই পৃথিৱীৰ পৰা বিদায় লব খুজিছো। যিদৰে পাইছিলো সেইদৰেই ইমান দিন জীৱনটো উপভোগ কৰাৰ পিছত আত্ম-হত্যা কৰাকে সিদ্ধান্ত কৰিলো। জীৱনৰ সকলো লেনদেন মই শেষ কৰি দিছো। ৩৯ বছৰ ধৰি জীৱনৰ দাসত্ব কৰাৰ পিছত জীৱনৰ পৰা আজি মই মুক্তি লাভ কৰিম। মোৰ মৃত্যু-সংকল্পৰ কাৰণটো এতিয়াও ৰহস্যাবৃত হৈয়ে আছে। আচৰিত! মোৰ সংকল্পৰ কোনো এটা স্পষ্ট-স্থূল যুক্তিসম্মত কাৰণ মই নিজেই বিচাৰি পোৱা নাই। কিন্তু প্ৰেৰণাহীন, আশ্ৰয়হীন জীৱনৰ যৌৱনৰ এই আশ্চৰ্য নৈঃসংগ্যৰ সময়খিনিয়েইতো মৃত্যুৰ বাবে পৰম সময়। কাইলৈ মোক লৈ বহুত আলোচনা সমালোচনা। হ'ব। মোৰ মৃত্যুৰ আনুমানিক কাৰণ লৈ বহুতে ওজা-মন্তব্য কৰিব। মোৰ কীৰ্তি-প্ৰশস্তিমুখৰ লোক বিলাকেই হয়তো মোক ভীৰু পলায়ন-বাদী আখ্যা দিব। সত্য, মই এটা এচ্‌কেপিষ্ট্‌ স্বীকাৰ কৰাত মোৰ দ্বিধা নাই। কাৰণ, পৃথিৱীত এইদল লোকেই সংখ্যাগৰিষ্ঠ। পৃথিৱী সুন্দৰ নোহোৱালৈকে, জীৱন সুন্দৰ নোহোৱালৈকে মানুহ ভীতত্ৰস্ত হৈ জীৱনৰ পৰা পলাবই। তাকে নকৰিলে কৰিব লাগিব সংগ্ৰাম। মই দুৰ্বল, সংগ্ৰাম কৰিব মই নোৱাৰিলো। কিন্তু অজিতহঁতে মোৰ দৰে অসহায় বোবৰ হৈ সংগ্ৰাম কৰিব। সিহঁতৰ ওপৰত মোৰ বিশ্বাস প্ৰশান্তৰ দৰে গভীৰ। পৃথিৱীক মোৰ আজি একো ক্ষোভ নাই। পৃথিৱীক মোৰ আজি এজনী অসহায় গণিকাৰ দৰে লাগিছে। ঐশ্বৰ্য আৰু ক্ষমতাৰ অস্ত্ৰ হাতত লৈ এদল বৰ্বৰে এইজনী গণিকাৰ পূৰ্ণ যৌৱনৰ সম্পদ যথেচ্ছভাৱে সম্ভোগ কৰিছে। ময়ো যেন এৰাতিৰ বাবে এই গণিকালয়লৈ আহিছিলো; ৰাতিৰ ৰহস্যময় পৰ্দাৰ তলত চলা তাৰ সকলো ক্ৰিয়া কলাপ চাই আকৌ ঘূৰি যাবলৈ ওলাইছো নিজৰ

ঠাইলৈ—বুদ্ধিৰ উৰ্ধস্থিত, চেতনাৰ অগোচৰ আদিতম আৰণ্যক অন্ধকাৰৰ দেশলৈ। পৃথিবী, ভুক্তা, প্ৰপীড়িতা, বেশ্যা, তোমাক মই ভাল পাইছো। মোৰ প্ৰেম আৰু আকাংক্ষাই ন-ৰূপ লৈ তোমাৰ বুকুলৈ উভতি আহিব। লৰেন্সোৰ দৰে ময়ো ক'ম—"I wanted to stretch out the long sweet arms of my art and embrace the whole world." তোমালোকে মোক পাহৰি নাযাবা।

অনৰ্থক পলম কৰি আছো। অৱশেষে বিদায় মই লবই লাগিব। একেবাৰে শেষ বিদায়। এইবাৰেই শেষ। এবটল Strychnine এই তাৰ বাবে যথেষ্ট। অনেক ৰাতি হ'ল। আকৌ এটা পুৱা দেখাৰ ইচ্ছা মোৰ নাই। বিদায় পৃথিবী! গুড্ নাইট্ ফৰ্ এভাৰ্ এণ্ড্ এ ডে'।

ব্যৰ্থতাৰ বেদনাৰে করুণ, মৃত্যুৰ ভয়াবহতাৰে ভীতিময় এক আবেগোচ্ছাসৰ শীৰ্ষতৰঙ্গত অৰূপদা থমকি ৰ'ল। থমকি ৰ'ল আমাৰ হৃদয়। আমাৰ মস্তক অৱনত, চকু সিক্ত, অন্তৰৰ পৰা দৈহিক অৱস্থিতিৰ উপলব্ধি লুপ্ত। ভিতৰত কিবা এটা পৰি ভগাৰ শব্দ হ'ল। লগে লগে শ্ৰীযুতা চৌধুৰীৰ মুখৰ পৰা ওলোৱা সুত্ৰিৰ দৰে তীক্ষ্ণ শব্দ এটাই আমাৰ হৃদয় বিন্ধি পাৰ হৈ গ'ল।

* * *

ছবছৰৰ পিছত আজিও সেই আশ্চৰ্য সন্ধ্যাৰ স্মৃতিয়ে মোক কঁপাই যায়। সেই সন্ধ্যাৰ আলোচনা কি ধৰণে সমাপ্ত হৈছিল তাৰ বৰ্ণবহুল বৰ্ণনা নিষ্প্ৰয়োজন। কিন্তু মৃগাংক বৰুৱাৰ জীৱনকলৈ আজিলৈকে কোনো উপন্যাস কোনো গল্প লিখা নহ'ল। মৃগাংকৰ জীৱন-ইতিহাস জঘন্য বাস্তৱবাদৰ নগ্ন ইতিহাস। তাক লৈ যদি কিবা লিখাও হয় তেন্তে সি হ'ব ইতিপূৰ্বে প্ৰকাশিত অনেক গল্প-উপন্যাসৰ পুনৰাবৃত্তি। তাৰ জীৱনকলৈ লিখা উপন্যাসৰ মূল উপকৰণ হ'ব লাগিব তাৰ মনস্তত্ত্ব। কিন্তু ইমান দুৰ্বোধ্য, ইমান খেলিমেলি, ইমান ৰহস্যময় এই অসাধাৰণ মন যে তাক বিশ্লেষণ কৰিবলৈ চেষ্টা কৰি অতুলনীয় অসাফল্যৰ অদ্বিতীয় উদাহৰণ হোৱাৰ ইচ্ছা নহ'ল। কাৰণ, সীমিত অভিজ্ঞতা আৰু পৰিমিত

জ্ঞানৰ অক্ষমতাৰ ওপৰত মোৰ বিশ্বাস দৃঢ়। মৃগাংকৰ দুৰ্বোধ্য মনেই মোৰ এক আৰু শেষ উত্তৰ নহয়। তাৰ জীৱনৰ আন বাস্তৱ ফালটোৰ কথাও মই বৰ্ণাব নোৱাৰো। অনধিক দুবাৰ মই চেষ্টা কৰিও অকৃতকাৰ্য হৈছোঁ। প্ৰত্যেক বাৰেই লাখ লাখ মৃগাংকৰ প্ৰেতাত্মাৰ করুণ কোৰাছে মোৰ মূৰ গৰম কৰি তুলিছে। মৃগাংক যে পৃথিৱীৰ কোটি কোটি সৰ্বহাৰা, হতভগা; human deracine-ৰ এজন, Suffering humanity-ৰ প্ৰতীক !! মৃগাংকৰ জীৱনৰ কথা পৃথিবীক জনোৱাৰ কৰ্তব্য কি বিৰাট আছিল আৰু সেই কৰ্তব্য লঙ্ঘনৰ বাবে কিমান বিৰাটতৰ মোৰ অপৰাধ! Proh Pudor! Peccavi!

দুবছৰৰ আগৰ শীতকালৰ সেই আশ্চৰ্য কুঁৱলিধূসৰ সন্ধ্যাৰ স্মৃতিত আত্মধিক্কাৰ আৰু বিবেকদংশনৰ কষাঘাতত মোৰ মন ক্ষত বিক্ষত হৈ উঠে। তাৰ অসহনীয় জ্বালা মই শেষ বিচাৰৰ দিনলৈকে বহন কৰিম। অৰূপদা, বিকাশদাইঁতে মোক কি ভাবিছে ক'ব নোৱাৰো। ক'ব নোৱাৰো মৃগাংকৰ অশান্ত আত্মাই মোৰ অক্ষমতা আৰু কৃতঘ্নতাৰ বাবে ক্ষমাৰ দৰে ভীষণ শাস্তি বাচি থৈছেনে নাই। মাত্ৰ ক'ব পাৰো, অৰূপদা বিকাশদাইঁতৰ কথাবোৰ যিমানেই যুক্তিপূৰ্ণ, যিমানেই আবেগময় নহওক, মৃগাংকৰ আত্মাৰ অভিসম্পাত যিমানেই ভীষণ নহওক, কোনোদিন মই সেই হাহাকাৰী আত্মাৰ কথা লিখিব নোৱাৰিম। মোৰ কথাবোৰ হয়তো যুক্তি হিচাপে বিতৰ্ক মূলক। তৰ্কৰ অৱকাশ হয়তো খোলা ৰ'ল। কিন্তু তাৰ নিহিত অনুভূতিৰ সত্যতাখিনি অন্ততঃ অৱহেলাৰ যোগ্য নহয়। মৃগাংকৰ প্ৰতি অপৰাধী আৰু কৃতজ্ঞ অন্তৰৰ অশেষ শ্ৰদ্ধাৰে মাত্ৰ মোৰ অক্ষমতাৰ ক্ষমা বিচাৰিছোঁ।





কেতিয়াবা একোজন লেখকৰ একোটা গল্প পঢ়ি ভাব হয়—এওঁ গল্প লিখিবলৈ এৰি দিলে কিয় ? বা, এওঁ আৰু বেছিকৈ গল্প নিলিখে কিয় ? বিনোদ শৰ্মাৰ 'মৰম' তেনে এটা গল্প। গাঁৱলীয়া চহা জীৱনৰ এখন নিখুঁট ছবি গল্পটোত জীৱন্ত হৈ উঠিছে। কিন্তু আচলতে যিটো বস্তুৱে গল্পটোক ৰমণীয় আৰু স্মৰণীয় কৰি তুলিছে সেইটো হ'ল লেখকৰ গভীৰ মনস্তাত্ত্বিক অন্তৰ্দৃষ্টি। এফালে গোহালিত শুই শুই মৃত্যুৰ ক্ষণ গণা বুঢ়া গৰুটো, আনফালে বিছনাত শুই শুই মৃত্যুৰ ক্ষণ গণা বুঢ়া গিৰিয়েকটো—দুয়োৰে প্ৰতি সমান বেগেৰে ধাবিত হৈছে বুঢ়ী সোণপাহীৰ অফুৰন্ত স্নেহধাৰা। এটা অসাধাৰণ ভাল গল্প।

## বিনোদ শৰ্মা

# মৰম

জোনবাই এ বেজি এটা দিয়া—

এই ৰঙা, হ, হ, হ ৰঙা—

বাপুৰামে কুঁৰলিভৰা ৰাতিপুৱাতে নিয়ৰে তিওৱা মৰণাটো মাৰিবলৈ গৰু ছহাল আনিলে। ৰঙা বাজন গৰুটোৱে মৰণাটোৰ ইমূৰৰ পৰা সিমূৰলৈ এটি ৰাঙী ধানৰ মুঠি মুখত লৈ দৌৰ মাৰিলে। যোৱা ৰাতিয়ে বাতি থোৱা পঘাডালেৰে বাকী তিনিটা গৰু জোৰালে। ধানৰ মুঠি খাই থকা ৰঙাক ধৰি আনিবলৈ হাতত এচাৰি ডাল লৈ বাপুৰামে ৰঙাৰ কাষ চাপিল। ৰঙাই বাপুৰামৰ হাতত এচাৰিডাল দেখি ভয়তে জাপ মাৰি দিলে। কিন্তু বাপুৰামে একেচাৰে গৈ তাৰ নাকিত ধৰিলে—ৰঙাৰ মুখত তেতিয়াও ছুটামান পকাধানৰ থোক। ৰঙাক আনি বাপুৰামে আঁতৰত জোৰালে। আঁতৰত থোৱা গৰুটো সাধাৰণতে খুব চোকা হ'ব লাগে, নহ'লে 'মেৰণিত' যোৱা বুঢ়াই খুব গুৰি খায়। বাপুৰামে ৰঙাৰ নেগুৰত ধৰি পিঠিত এটা কোব মাৰিলে। লগে লগে গৰু চাৰিটাই নিয়ৰে তিওৱা পকা ধানৰ ওপৰত খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে।

বুঢ়া সোণপাহীয়ে নতুনকৈ জগোৱা পাইজনীৰ দমৰা পোৱালিটোক



মাকৰ গাখীৰ খাব দিলে। ওখ-পাখই ভালে খিনি হ'ব গাইজনী, সোণপাহীয়ে ভাবিলে। শুকুলা বৰণৰ মাকজনীক পোৱালীটোৱে সৈতে বৰ ধুনীয়া দেখি। বুঢ়ীয়ে গাইজনীৰ বাটত ধৰি দেখিলে যে বাহুত গাখীৰ নামিছে। পোৱালিটোক মাকৰ বাহুৰ পৰা একৰাই আনি এটি বাঁহৰ খুটিত বান্ধিলে।

গাইজনী খীৰাই খীৰাই চোতালত মৰণা গচকি থকা মৰমৰ ৰঙাৰ পিনে এবাৰ চালে। বাপুৰামৰ এচাৰিৰ কোবত ৰঙাৰ দবৰা দবৰি দিয়া পিঠিখন দেখি সোণপাহীৰ মনটো কেনেবা কেনেবা কৰিলে।

· যোৱাবাৰ বোৱণীৰ সময়ত বুঢ়া গৰুটোৱে একেবাৰে মৈ টানিব নোৱাৰা হ'ল। অ' বুঢ়া গৰুটোক ৰতন বুঢ়াই 'বগা' বুলি মাতিছিল। তাকে দেখি ঘৰখনৰ আটায়ে তাক 'বগা' বুলিছিল। যি বুঢ়াই ডেকা কালত গধূলি পথাৰৰ পৰা আহিয়েই সোণপাহীৰ হাতৰ পৰা লোণ এধানিমান নেখালে গোহালিত নুঠিছিল, আজি সেই বুঢ়াই লোণ নেখালেও হয়, পথাৰৰ পৰা আহিয়ে গোহালিত উঠে। এতিয়া তাৰ মনটো মৰা, দেহটোৰ লগে লগে তাৰ মনটোও বুঢ়া হ'ল।

পাহীয়ে এবাৰ চোতালত মৰণা গচকি থকা বুঢ়াৰ পিনে চালে। ছুডালমান খেৰ খাই আছে।

.. ...তাকে দেখি বাপুৰামে গ'ল 'ছমনিৰ' হাটলৈ। হাটৰ পৰা নগদ ছয়কুৰি এটকা ৰূপ দি 'ৰঙাক' কিনি আনিলে। বাপুৰামে হাটৰ পৰা আহি ৰঙাৰ হাত ভৰি ধুৱাই দিবলৈ ৰূপহীক মাতিছিল। কিন্তু ৰূপহীয়ে বাপুৰামৰ কথালৈ কাণসাৰ নিদি পুতেক চক্ৰক খুব গালি-গালাজ কৰিছিল। ৰূপহী কম একা-চেকা তিৰোতা নহয়। নতুনকৈ আদৰি অনা গৃহলক্ষ্মীক তাই আদৰি নললে। অৱশ্যে তাৰ এটি কাৰণো আছিল। দিনত বাপুৰামে হাটলৈ যোৱাৰ পিছত তাইৰ শাহুয়েকৰ লগিত এখন অয়া-ময়া বাকযুদ্ধ হৈ যায়। জুইশালৰ ওচৰৰ পৰা উঠি বুঢ়ীয়ে এটা 'চৰিয়াত' পানী আনি ৰঙাৰ ভৰি কেইখন পখালিলে—আৰু তাৰ পিছত মলা-পানীৰে সৈতে অকণমান মজিয়াৰ মাটি ৰঙাৰ আগত

দিলে সিদিনাৰ পৰা বণ্ডাই সিহঁতৰ ঘৰত আছে। ঘৰ এৰি ক'লৈও পলাই যোৱা নাই।

তেতিয়া বুঢ়াৰ একো বেমাৰ আজাৰ হোৱা নাছিল। চ'বাঙৰৰ পৰা আহি বুঢ়াই নেগুৰ ডালত ধৰিলে। বণ্ডাই জাপ মাৰি দিলে। বুঢ়াই পিছ-ভৰিৰ গঠন আৰু কলিজাটো চালে।

—'গৰুটো ৰাখিব পাৰিলে একঠা খুৰাব দে।'

সঁচায়, বণ্ডাই সিহঁতক একঠা খুৰাব যদিহে ভালে কুশলে গোপালে ৰাখে। বাপুৰামটো বৰ নিৰ্দয়। এনেকুৱা গৃহলক্ষ্মীক এনেকৈ কোবাব লাগেনে ?

· · · · এই বণ্ডা, আহ্-আহ্· · · ·

আহ পখী আহ,

সাজি দিম সোণোৱালী বাহ।······

সোণপাহীৰ গাইজনী খীৰোৱা প্ৰায় শেষ হৈছে। নতুনকৈ জগোৱা গাই, দামুৰীটো ভালকৈ পুৰঠ হোৱাই নাই। এতিয়াই বেছিকৈ গাখীৰ উলিয়াব নোৱাৰি। বেছিকৈ উলিয়ালে পোৱালিটো দুৰ্বল হ'ব।

বদন বোধহয় এতিয়াও শুই আছে। শুই উঠিয়েই পাহীক চাহ খুজিব। তাৰ পিছত কিতাপৰ কেইটামান লাইন চকু ফুৰাই ছুটামান গৰম ভাত খাই স্থানীয় কলেজ খনলৈ যাব। স্কুলত পঢ়োতে বিপদে-আপদে তেল নিমখেৰে কৰ্কৰা ভাত খাইও গৈছিল। কিন্তু এতিয়া নাযায়। এতিয়ালৈ সোণপাহীয়ে কাম কৰিব পৰা অৱস্থাতে আছে। লৰি চৰি ফুৰিব পৰালৈকে বান্ধি বাঢ়ি দিব। যেতিয়া বিছনাত পৰিব তেতিয়াৰ পৰা সকলোৰে মুদা মৰিব।

'—মই মাকজনী থাকোতে ল'ৰাক কৰ্কৰা ভাত খুৱাই কলেজলৈ পঠাব পাৰোনে ?'

তথাপি মানুহৰ বিপদ আপদ থাকে। বুঢ়াই তিনি মাহ ধৰি বিছনাত পৰি আছে। শুই শুই খায়, গাটোৰ একালৰ তত নাই। শৌচ-প্ৰস্ৰাব কৰিবৰ সময়ত কোনোবাই ধৰি মাটিলৈ নমাই আনিব লাগে।

মুখেৰে মাত্তিব নোৱাৰে বাবে কেতিয়াবা বিছনাতে শৌচ-প্ৰসাৱ কৰে। এনেকুৱা বিপদতো যদি বদনে সহ্য কৰি নচলে তেনেহ'লে আৰু কি উপায় আছে ?

সোণপাহীয়ে গাই খীবোৱা কাম শেষ কৰিলে। হাতত গাখীৰ কৰিয়াটো ললে। পোৱালিটোক পঘাডালৰ পৰা মোকোলাই দিলে। পোৱালিটোৱে মাকৰ গাখীৰ খাবলৈ দৌৰি গ'ল।

বাপুৰামৰ লৰা 'চক্ৰই' তেতিয়া শূন্যলৈ চাই চাই পখীটোক আহবান জনাইছে। সোণপাহীয়ে এবাৰ চক্ৰৰ মুখৰ পিনে চালে। তাৰ মুখত বাতিৰ টোপনিৰ গভীৰ আমেজ আৰু চকুত ফেচ্‌কুৰি।

'—তই মুখ হাত নোধোৱাকৈ পঢ়িব লৈছ—'

সি আইতাকৰ মুখৰ পিনে এবাৰ চালে। তাৰ পিছত কিতাপখন সামৰি নাদলৈ দৌৰি গ'ল।

সোণপাহীয়ে কা'পোৰ এখন আনি গাখীৰ খিনি চেকিলে। জুই-শালৰ ওচৰত থকা মাটিৰ টেকেলিটোত গাখীৰ খিনি গৰম হ'বলৈ দিলে। খৰি ছুডাল বঢ়াই দি বুঢ়ীয়ে ভাবিলে—'বুঢ়াটোক জানো ঈশ্বৰে এনেকৈ কষ্ট দিব লাগেনে ? আজি তিনি মাহে কষ্ট ভুগিলে, তথাপি কণাবিধাতাই মূৰ তুলি নেচালে।'

বেমাৰটোও বৰ বেয়া, 'একাঙ্গী'। ডাক্তৰে প্ৰথমতে নেবাচিব বুলিয়েই কৈছিল, কিন্তু নদীৰ পাৰৰ ওজা এটাই বেমাৰটো অলপ সকাহ পেলালে। সেয়েহে বুঢ়াই এতিয়া ছুই-এষাৰ মাত উচ্চাৰণ কৰিব পাৰে।

আজি ইমান দিনে বুঢ়াৰ কাৰণে বাতি হ'লে টোপনি ক্ষতি আৰু দিনত হ'লে ভাত ক্ষতি। দিনটো বুঢ়াৰ আল-পৈচান ধৰোতেই যায়। ঘৰৰ কাম-বন এখনো কৰিব পৰা নাই। সেয়েহে বাপুৰামৰ ঘৈণীয়েকৰ খুব ৰাগ। কথাই কথাই গেজেৰা-কেতেৰা আৰু সময়ে অসময়ে গালি-শপনি।

সোণপাহীয়ে সিদিনা চিঞৰি চিঞৰি ক'লে যে বুঢ়া-বুঢ়ীয়ে সিহঁতৰ ল'ৰা-ছোৱালীৰ মঙ্গল কামনা কৰা নাই, অমঙ্গল চিন্তা কৰিছে। বেমাৰী বুঢ়াই

অন্তৰত এটি বিৰাট আঘাত পালে। অমুজ্জল চুচকুৰ পৰা চুটোপাল ওপত চকুলো নিজৰি পৰিল। বুঢ়াই বদনক ইঙ্গিতেৰে ভঁৰাল ঘৰটোৰ মূৰত এনেয়ে পৰি থকা কোঠাটো কাঁহীবনেৰে বেড়ি দিবলৈ ক'লে। কাৰণ বৰ ঘৰটোত বুঢ়াই থাকিব নোৱাৰে, ভঁৰাল ঘৰৰ খোটালীতে বুঢ়াই ইহলীলা সমাপন কৰিব বিচাৰে। বদনে বেড়ি নিদিলে। খোটালীটো বেড়ি দিলে বাপুৰামে। বুঢ়াই বৰ দুখেৰে বৰ ঘৰটোৰ পৰা ওলাই যায়। বুঢ়ীয়ে মাটিতে শুয়োৱে কাৰণে দুখন দুখন তক্তা দি চাং দুখন তৈয়াৰ কৰে। তেতিয়াৰ পৰা বুঢ়া-বুঢ়ীয়ে সেই খোটালীটোতে আছে।

ৰাতিপুৱাৰ ৰ'দ চেৰেঙা বুঢ়াৰ কাৰণে ভাল। সেয়েহে পাহীয়ে কিতিয়াবা বুঢ়াক বাহিৰলৈ আনি ৰ'দত বহুৱাবলৈ বদনক পাচে। কিন্তু তেতিয়া বদনৰ গা-ধুবৰ সময় হয়, ভাত খাবৰ সময় হয়, নাইবা কলেজলৈ যাবৰ সময় হয়।

বদনে বুঢ়াৰ আলপৈচান ধৰা নাই ; সোধ-পোচ কৰা নাই। তথাপি বদন সিহঁতৰ অতি মৰমৰ। বদনে বুঢ়া-বুঢ়ীৰ নাম ৰাখিলে, বংশৰ নাম উজ্জ্বল কৰিলে। আজিলৈ সিহঁতৰ বংশত কোনোৱে মেট্ৰিক পাছ কৰা নাই ; কোনোৱে কলেজত পঢ়া নাই—।

'—এই চক্ৰ, গৰু দুহাল ফুৰোৱাহি—'

গাখীৰ খিনি গৰম হ'ল। গাখীৰৰ ফেন উতলি আহি এতিয়া কলহটোৰ মুখেৰে বাগৰি পৰিব। বুঢ়ীয়ে ঘটিটোৰ পৰা অলপ পানী ঢালি দিলে। গাখীৰ তললৈ বহি গ'ল। তাৰ পিছত কাপোৰ এখনেৰে কলহটো ধৰি মাটিত নমাই থলে।

পিতলৰ গিলাচ এটাত গৰম গাখীৰ লৈ সোণপাহীয়ে বুঢ়াৰ ওচৰলৈ গ'ল। কিন্তু বুঢ়া বিছনাত নাই, মাটিত পৰি আছে। বুঢ়ীয়ে চিঞৰি দিলে। বাহিৰলৈ ওলাই আহি বাপুৰামলৈ চালে। বাপুৰাম নাই। বোধহয় চালনি আনিবলৈ গাঁৱলৈ গৈছে।

কি হৈছে আইতা ? তাৰ চকুত বিস্ময়তা।

সোণপাহীয়ে বদনৰ কোঠালৈ সোমাই গ'ল। বদনক টোপনিৰ পৰা

সাৰ পোৱাবলৈ চেষ্টা কৰিলে। পুহমহীয়া সেমেকা বাতিপুৱা এটিৰ স্তুখৰ টোপনিৰ পৰা বহুদনে সাৰ নেপালে। বুঢ়ীয়ে বৃথা শ্ৰম বুজি আকৌ বুঢ়াৰ ওচৰলৈ দৌৰি গ'ল।

'—আইতা, তই ভৰি ছুখনত ধৰ, মই হাত ছুখনত ধৰো।'

সোণপাহীয়ে বুঢ়াক এখন হাত গলত আৰু আন হাতেৰে ভৰিত ধৰি চক্ৰৰে সৈতে কোনোৰকমে বিছনাখনৰ ওপৰত শুৱাই থলে।

'—এনেকুৱা পুত্ৰ জন্ম নিদিয়াই ভাল—'

বুঢ়াই হাতেৰে কপালখন দেখুৱালে। মুখেৰে কিবা ছুষাৰমান ক'লে। বোধহয় নিজে নিজৰ ভাগ্যক ধিয়াইছে। ছুধাৰি তপত চকুলো বুঢ়াৰ ঘোলা পুৰি যোৱা চকুৰপৰা বৈ আহিছে। সোণপাহীয়ে বুঢ়াৰ মুখলৈ চালে। তাৰ পিছত চামুচখনেৰে এচামুচ-ছুচামুচকৈ বুঢ়াৰ মুখৰ আগত গাখীৰ ডাঙি ধৰিলে।

বাপুৰামে গাঁৱৰ এঘৰৰ পৰা চালনি এখন আনিলে। চালনিখন থৈ বাপুৰামে মৰণাটোৰ পৰা খেৰ কেইডাল উলিয়াবলৈ উখনটো হাতত ল'লে।

'—বাবা, ককাদেউতাই বিছনাৰ পৰা পৰিছিল।'

'—হয় নেকি ?'

বাপুৰামে খেৰ কেইডাল উলিয়াব ধৰিলে। একোছা ছুকোছাকৈ প্ৰায়খিনি খেৰেই মৰণাটোৰ পৰা উলিয়ালে। একোছা খেৰেৰে গৰু ছুহালৰ গা পৰিষ্কাৰ কৰিলে। তাৰ পিছত পঘাৰ বান্ধ খুলি সিহঁতক খাব দিলে। চক্ৰই গৰু ছুহাল গোহালিত বান্ধিলেগৈ। মৰণাটোৰ অৱশিষ্ট খেৰ কেইডাল বাপুৰামে উলিয়ালে।

'—মৰণাটো সাৰিব লাগে আই।'

সোণপাহীয়ে বুঢ়াক গাখীৰ খুৱাই বাঢ়নীটোৰ হাতত লৈ ওলাই আহিল। বাপুৰামে এফালৰ পৰা সৰু সৰু খেৰবোৰ বাচিলে আৰু সোণপাহীয়ে এফালৰ পৰা মৰণাটো সাৰিলে।

বাপুৰামে বাঁহগছৰ ফাঁকৰে ছিটিকি পৰা ৰ'দজাকলৈ চালে, দিনটো

সক। সোনকালে ‘চকা’ মাৰ যায়; বাতিপুৱাই ধান কাটি আয় কৰিব নোৱাৰিলে আবেলি মুঠেই নোৱাৰি। ‘চকা’ মাৰ নেযাওঁতে পথাৰলৈ কুঁৱলি আৰু ঠাণ্ডা নামে। ·····

·····আজি দ-মাটিদৰাৰ ধানখিনি কাটি শেষ কৰিব। নহ’লে এন্দুৰে ডালত এটি খোকো নেৰিব। সিদিনা ‘বনীয়া-বাৰিৰ’ পৰা আহোঁতে ধানখিনি চাই আহিছিল। দ-মাটিৰ ধান বতাহত সোনকালে হালি পৰে। ধানখিনি মাটিৰে সৈতে লিপিট খাই পৰিছে। সেয়েহে এন্দুৰে ধানখিনি নিবলৈ সুবিধা পালে।

বাপুৰামৰ ঘৈণীয়েকে গিৰিয়েকৰ কাৰণে দুটা আলুগুটি দি ভাত ৰান্ধিছিল। ভৰি-হাত ধুই বাপুৰামে ভাত খাবলৈ গ’ল। চক্ৰই গৰু গুহাল বান্ধি আহি দেউতাকৰ ওচৰত ভাত খাবলৈ বহিল। বদনে টোপনিৰ পৰা উঠি নাদলৈ মুখহাত ধুব গৈছে।

সোণপাহীয়ে মৰণাটো সাৰিলে। নিয়ৰে তিওৱা ধান কেইটা ভালকৈ ৰ’দ লাগিবৰ বাবে ভৰি দুখনেৰে পাতলকৈ মেলি দিলে। তেতিয়া সূৰুযটো বাঁহৰ ওপৰ পাইছেহি। অলপ পিছতে চোতালখনত ভালকৈ ৰ’দ পৰিব। এই বাঁহ কেইজোপাৰ কাৰণে চোতাল খনলৈ ৰাতিপুৱা ৰ’দ পলমকৈ পৰে আৰু আবেলি সোনকালে এন্ধাৰ নামে।

বাপুৰামৰ ভাত খোৱা শেষ হ’ল। ফুলাম বটাটোৰ পৰা তামোল এখন মুখত ভৰালে। ধপাতৰ চিলিমটো আৰু ‘ভুটি’টো আনি গাড়ীখনৰ ওপৰত থলে। কাঁচিখন বাৰাণ্ডাৰ ছালৰ পৰা উলিয়াই আনিলে আৰু ধপাত নিয়া মোনা খনত ধপাত ল’লে। নদীৰ পানী পোৱা যায়। তথাপি বাপুৰামে নাদৰ পানীহে পথাৰত খায়। কাৰণ নদীৰ পানী শীতকালত খাবলৈ ভাল নালাগে।

‘—আই, বগাই উঠিব নোৱাৰে।’ গোহালিৰ পৰা বাপুৰামে মাকক চিঞৰি ক’লে। সোণপাহীয়ে মূৰ তুলি গোহালীটোলৈ চালে। জেওৰ বেৰ খনৰ মাজেৰে দেখিলে বুঢ়া গৰুটো শুই আছে। সোণপাহীয়ে চাং গোহালিটোলৈ উঠি গ’ল। বুঢ়াৰ মূৰে গায়ে মৰমেৰে হাত বুলালে।

বুঢ়াই মৰম পাই সোণপাহীৰ মুখলৈ চালে। তাৰ হুচকুৰ ক'লা নোমবোৰ চকুলোৰে তিতি গৈছে।

বাপুৰামে দেউতাকৰ কাপোৰ-কানিবোৰ নদীত ধুবৰ বাবে গাড়ীত তুলি দিলে। ৰঙাৰ গলত এটি টিলিঙা আৰি দিলে। বাকী দুটা গৰু নি গাড়ীত জোৰালে। বাপুৰামে গাড়ী লৈ পথাৰলৈ গ'ল। টং-টং-টং ৰঙাই টিলিঙা কোবাই গাড়ীৰ আগে আগে গ'ল!

সোণপাহীয়ে বুঢ়াৰ আগত অলপ মল-পানী দিলে। খেৰঘৰটোৰ পৰা দুডালমান খেৰ আনি আগত দিলে। কিন্তু বগাই সেইবোৰ অকণো নেখালে। মাত্র সোণপাহীৰ মুখৰ পিনে অপলক দৃষ্টিৰে চাই আছে। পাহীয়ে বগাৰ পিঠিত মৰমৰ পৰশ দিলে।

নাদৰ পাৰত থিয় হৈ সোণপাহীয়ে ৰবাব টেঙাডালৰ পিনে এবাৰ চালে। ডালটোত কেবাটাও টেঙা পকি আছে। সোণপাহীয়ে তাৰে তিনিটা বাহ ধৰি পেলালে। তাৰে এটা বাপুৰামৰ কাৰণে পথাৰলৈ লৈ যাব। সিও দেউতাকৰ কাৰণে কম কষ্ট খাব লগা হোৱা নাই। বুঢ়াই শৌচ-প্রসাৱ কৰি নষ্ট কৰিব আৰু সি বাতিপুৱাই সেইবোৰ লৈ গৈ নদীত ধুই আনিব। বাপুৰামটোলৈ সোণপাহীৰ মৰম ওপজে। এতিয়ালৈ সি ৰূপহীৰ কথা শুনা নাই, মাকে-পিতাকৰ প্রতি তাৰ ভক্তি কমা নাই। সোণপাহীয়ে গা-পা ধুই টেঙা তিনিটা আনি মজিয়াত ৰাখিলে।

ৰূপহীয়ে দুটামান খাই পথাৰলৈ ধান দাবলৈ ওলাল। নতুনকৈ জগোৱা গাই-জনীক এডাল পঘাৰে বান্ধি পথাৰলৈ লৈ গ'ল। দমৰা পোৱালিটোৱে চেকুৰি চেকুৰি মাকৰ আগে আগে গ'ল। ৰূপহীয়ে পোৱালিটোলৈ চাই মিচিকি হাঁহি মাৰিলে। পোৱালিটো বৰ মৰম লগা হৈছে।

সোণপাহীয়ে দুটামান ভাত বহুৱাই দিলে। যোৱা কালি ৰাতিয়ে বৰ্দিনে দুপৰীয়া বাৰটামান বজাতহে কলেজলৈ যাব বুলি কৈছিল। বোধহয় নবৌয়েকে তাক চাহপানী দিছে। নহ'লে সোণপাহীকে চাহপানী খুজিলেহেঁতেন।

ৰূপাহীয়ে মুড়ালমান পাকেং-শাক বাৰীৰ পৰা আনিছিল। সোণপাহীয়ে সেইবোৰ কাটিলে। জীয়াই থোৱা দুটিমান কাৱৈ মাছ আনি মাৰিলে। কাৱৈ মাছৰ জোল বনাব আৰু শাকখিনি ভাজিব।

বদনে নাদৰ পাৰত এটি-দুটি গানৰ কলি গাইছে। পাহীয়ে সেইবোৰ মন দিও বুজিব নোৱাৰিলে। বদনে গা-ধুইছে বোধহয় কলেজলৈ যাবৰ সময় হ'ল।

ভাত হ'ল। বদনৰ কাৰণে মজিয়াত সাজি থলে। এখন থালত এমুঠি ভাত, এটি বাটিত কাৱৈ মাছৰ জোল আৰু শাক ভজা অকণমানলৈ বুঢ়াৰ ওচৰলৈ গ'ল। পাহীয়ে বুঢ়াক ভাত খুৱাই দিলে। বুঢ়াৰ মুখলৈ চাই দেখিলে বেমাৰে বুঢ়াক অকালতে বৃদ্ধ কৰিলে। চুলি কেইডাল মৰাপাটৰ দৰে হ'লগৈ, দাড়ি গোফবোৰ দীঘল হৈ বুঢ়াক ঋষি সজাইছে।

পাহীয়ে ভাত-পানী খুৱাই উঠি মুখ-হাত মচি দিলে। খুন্দা তামোল অকণমান বুঢ়াই হাত পাতি ললে। সোঁ হাত খন এতিয়াও বুঢ়াই অলপ লৰচৰ কৰিব পাৰে। কিন্তু বেছি উঠা-নমা কৰিলে হাতখন পঙ্গু হৈ পাৰে। বহুত সময়ৰ মূৰতহে আকৌ তেজ চলাচল কৰে। সেয়েহে বুঢ়াই নিজ হাতেৰে ভাত-চাহ আদি খাব নোৱাৰে।

বুঢ়ীয়ে দুটামান ভাত পেটত পেলাই পথাৰলৈ ওলাল। বদনে কেতিয়াবাই গৈ কলেজ পালে। ববাব টেঙা এটা বাকলি গুচাই পথাৰলৈ ললে। বগাই এডালো খেৰ খোৱা নাই। এতিয়াও সুদাপেটি হৈ আছে। পাহীয়ে দুডালমান কেঁচা ঘাঁহ আনিব বুলি মনতে ভাবিলে।

'—চক্র —'

'– কি আইতা—?' লগত কেইটামান তাৰ বল খেলা লগ।

'—ককাদেউতাৰাৰ কাষত থাকিবি দেই। মই সোনকালে দুডালমান কেঁচা ঘাঁহ লৈ আহিম।'

গাঁৱৰ বাস্তবে চাবি ফাৰ্লংমান গ'লেই সোণালী পথাৰখন পোৱা যায়। বুঢ়ীয়ে ধানবোৰলৈ এবাৰ চালে। ধাননি সোণালী হৈছে। পৃথিৱীৰ

বুকুত শস্য গজিছে। মানুহে সেইবোৰ কাঢ়ি আনিছে, প্ৰকৃতিৰ বুকু উদং হৈ পৰিব। তথাপি প্ৰকৃতিয়ে বেয়া নেপায়। হাঁহে। সোণ গুৱালা ববণৰ গাইজনীয়ে পোৱালীটোক গাখীৰ খুৱাইছে। তাত গুকুলাৰ গৌৰৱ আছে। আনন্দ আছে।

দূৰৰ বননিত কোনোবা বিহুবলিয়া ডেকাই পেঁপাটি বজালে। প্ৰকৃতি গগণা বাজনা শুনি বাউলী হ'ল। তাইৰ চুলিটাৰি খোজৰ তালে তালে, ছন্দে-ছন্দে নাচে। গাড়ীত উঠি অহা বুধনে গালে—

আক বেলি আহুধান পানীয়ে মাৰিলে
লগাবলৈ নেপালো কাঁচি।
এই বেলি পথাৰত ধানে হালে জালে
বতাহত উঠিছে নাচি।

গীত শুনি ধান দাই থকা ডালিমীয়ে বুধনৰ মুখলৈ চায়। বুধনে ডালিমীৰ মুখলৈ চাই ভেঙুচালি কৰি দিলে। ডালিমীয়ে কঁকালৰ গাঁঠনিৰ পৰা তামোল এখন আনি বুধনৰ আগত ডাঙি ধৰে। বুধনে গৰুহাল ৰখোৱাই তমোলখন হাত পাতি ললে।

তাকে দেখি সোণপাহীৰ বুকুখন ঢুক ঢুক কঁপে। কোনোৱা ত্ৰিশ বছৰ আগৰ সোণালী বসন্ত এটিৰ কথা মনত পৰে। মনটো পাতল পাতল লাগে।

'—টেঙা এটা আনিছোঁ। কেঁচা ঘঁাহ কেইডালমান নি বগাৰ আগত দিব লাগে। বুঢ়াই অকলে ঘৰত আছে।' কথাষাৰ যে তাইকে উদ্দেশ্য কৰি শাহুয়েকে কৈছে সেইটো ৰূপহীয়ে বঢ়িয়াকৈ বুজি পালে।

'—এনেকৈ আক ধান দোৱা হয়নে?' ৰূপহীয়ে উচাট মাৰি গৈ কাঁচিখন মুঠি এটাত গুজি থলে। সোণপাহীয়ে কাঁচিখন লৈ ধান দাবলৈ ধৰিলে।

ৰূপহীয়ে টেঙাটো একৰালে। বাপুৰামে মাককো টেঙা খাবলৈ মাতিলে। কিন্তু সোণপাহীয়ে ভাত খাই অহাৰ কাৰণে টেঙা নেখালে।

বাপুৰামে বগাৰ কাৰণে ঘাঁহ কাটি থৈছিল। ৰূপহীয়ে ঘাঁহবোৰ মূৰত লৈ ঘৰলৈ বাওনা হ'ল।

ৰূপহীয়ে ঘাঁহ কেইডাল আনি বগাৰ আগত দিলে। বগাই তেতিয়াও মূৰ পেলাই শুই আছে। ছুচকুৰ পৰা নিগৰি পৰিছে দুধাৰি তপত চকুলো। ৰূপহীয়ে চক্ৰক মাতিলে। চক্ৰই ককাইদেউতাকৰ ওচৰৰ পৰা উঠি আহিল। সি ভাত খাইছে নে নাই মাকে শুধিলে। সি আইতাকৰ লগত ভাত খাইছে; এতিয়া আকৌ ভাত খাবলৈ তাৰ ইচ্ছা নগ'ল।

'—বল খেলিব যাওঁ মা—'

'—যা -'

চক্ৰই দৌৰি গ'ল। সিহঁতৰ পদূলি মুখত তেতিয়াও তাৰ সমনীয়া-বিলাকে বল খেলি আছে। সিও গৈ সিহঁতৰ লগত যোগ দিলে।

ৰূপহীয়ে বাতিপুৱাই মৰণা মাৰি থোৱা ধানকেইটা থুপ কৰিলে। ধানকেইটাৰ ওপৰত এখন ঢাৰি আৰি দিলে তাৰ পিছত এফালৰ পৰা চোতালখন সাৰিলে।

বুঢ়াৰ আবেলি সময়ত খুব পিয়াহ লাগে। আনদিনাখন বুঢ়ীয়ে পানী আনি দিয়ে। আজি সোণপাহীয়ে পথাৰলৈ যোৱাৰ কাৰণে বুঢ়াৰ কাষত এঘটি পানী থৈ গৈছে। বুঢ়াই উঠি পানী খাবলৈ চেষ্টা কৰিলে। কিন্তু পানীৰ পাত্ৰটো ওপৰলৈ তুলিবলৈ শক্তি নহ'ল। বুঢ়াই ৰূপহীৰ নাম ধৰি ধৰি মাতিলে। কিন্তু মাতটো অস্পষ্ট। ৰূপহীয়ে কাণপাতি শুনিলে যে বুঢ়াই কাবোবাক মাতিছে। কিন্তু এনেতে ভিতৰত মেকুৰীটোৱে গাখীৰৰ পাত্ৰটোৰ ওপৰত থকা বাটিটো পেলাই দিলে। ৰূপহীয়ে ভিতৰলৈ দৌৰি গ'ল।

বুঢ়াৰ মাত ক্ৰমে খীণ হৈ আহিল। ইপিনে গলটো পানীৰ অভাৱত শুকাই গৈছে। চক্ৰই বুঢ়াৰ মাত শুনি দৌৰি আহিল।—'ককাইদেউতা তোক কিবা লাগে?' বুঢ়াই চক্ৰৰ পবিত্ৰ মুখখনলৈ চাই আছে। ছুচকুত বাবিষাৰ ঢল নামিছে।

'—ভই কান্দিছ—?'

তথাপি বুঢ়াই উত্তৰ দিয়া নাই। বুঢ়াই উত্তৰ দিব নোৱাৰে। গলটো শুকাই গৈছে।

'—পানী খাবি?'

পানী খাব বুলি বুঢ়াই আকাৰে ইঙ্গিতেৰে বুজাই দিলে। চক্ৰই মুখৰ আগত পানীৰ ঘটিটো ডাঙি ধৰিলে। পি শেষ কৰিলে।

বুঢ়াই যে আবেলি পানী বিচাৰিব এই কথাটো পাহীৰ মনত খেলালে। বুঢ়াই পানী খাব পায়নে নেপায় পাহীৰ সন্দেহ হ'ল। যদি বুঢ়াই পানী, পানী, বুলি চিঞৰি আছে—তেতিয়া কি হ'ব? সোণপাহীয়ে ধান দাব নোৱাৰিলে। হাতত কাঁচিখন লৈ ঘৰলৈ বেগা-বেগীকৈ খোজ ললে।

'—পানী খাইছা?'

বুঢ়াই কপালখন দেখুৱালে। কিবা যে অঘটন ঘটিছে বুঢ়াৰ মুখখন দেখিয়ে পাহীয়ে বুজি পাইছে। পানীৰ পাত্ৰটোলৈ চালে। পাত্ৰৰ তলত অকণমান পানী পৰি আছে। বুঢ়াই যে পানী খাইছে পাহীয়ে জানিব পাৰিলে।

সোণপাহীয়ে গোহালিটোলৈ উঠি গ'ল। বগাই তেতিয়া এডাল জুডাল কেঁচা ঘাঁহ খাইছে। ...

পৃথিবীৰ ৰঙ্গমঞ্চত পোহৰৰ শেষত এন্ধাৰেৰে যৱনিকা পৰে। বাঁহ গছৰ তলত শিয়ালবিলাকে হুৱা হুৱা দিয়ে। বাপুৰামে পথাৰৰ পৰা গৰু কেইটা আনি গোহালিত বান্ধে। গাড়ীখনৰ পৰা ধান কেইজাপ আনি বাপুৰামে চোতালৰ এচুকত জাপি থয়।

সোণপাহীয়ে তুলসী গছজোপাৰ তলত চাকি এগছ জলাই সেৱা কৰিলে। চক্ৰই আঠুকাঢ়ি ঈশ্বৰলৈ স্তুতি পাঠ কৰিলে। তাৰ পিছত বুঢ়ীয়ে গৈ বুঢ়াৰ কমটোত ধুনা জলালে।

বুঢ়াৰ আজি মনটো বৰ বেয়া লাগিছে। পৃথিৱীৰ সকলো বস্তু অসাৰ অসাৰ যেন লাগিছে। পৃথিৱীৰ পৰা দয়া-মৰম, ধৰ্ম-কৰ্ম, সকলো-

বিলাক আঁতৰি গৈছে। সোণপাহীৰ কথা ভাবি বুঢ়াৰ মনটো সমবেদনাৰে ভৰি গ'ল।

এদিনাখন ৰাতি সোণপাহীয়ে মাক বাপেকক এৰি যেনেকৈ ৰতন (বুঢ়াৰ) ঘৰ সোমাল, তাৰ পিছত আৰু মাক-বাপেকৰ মুখ চাবলৈ নগ'ল। সিদিনাই ৰতনক সোণপাহীয়ে হৃদয়দ্বাৰ মেলি দিলে। ৰতনে অন্তৰ-গুহাৰ পৰা সকলোবোৰ মধু পান কৰিলে। —কিন্তু ৰতনৰ পৰা সোণপাহীয়ে পালে কি ?

এষাৰি মৰমৰ মাত।

সোণপাহীৰ কাৰণে সেইখিনিয়ে যথেষ্ট।

বুঢ়াকালত ৰতন বুঢ়াক সকলোৱে অৱজ্ঞা কৰিলে। কিন্তু এজনীয়ে নকৰিলে। সেইজনী হ'ল সোণপাহী।

'—সোণপাহী তই অহল্যা—মই ইন্দ্ৰ। তই হাঁহি হাঁহি বাকি দিছ জীৱন মধু মোৰ মুখত।'

এজনী নাৰীক ইমান কষ্ট দিয়াৰ কাৰণে বুঢ়াৰ মনটো অপৰাধী-অপৰাধী যেন ভাব হ'ল। সোণপাহীৰ কষ্ট লাঘৱ কৰিবৰ কাৰণে বুঢ়া দৃঢ় প্ৰতিজ্ঞ হ'ল।

ৰূপহীৰ আচৰণৰ প্ৰতি বুঢ়াৰ ঘৃণা উপজিল। ৰূপহীক ভাল বুলি ভাবিয়ে বহুতো গণকৰ হতুৱাই মঙ্গল আদি চোৱাই এই ঘৰলৈ আদৰি আনিছিল। আজি তাই ল'ৰাৰ মাক হৈছে—ভাল-বেয়া গুণবোৰে ভুমুকি মাৰিছে। তাই আজি বুঢ়াক অৱজ্ঞা কৰিব পৰা হৈছে।

আজিৰ ঘটনাটো বুঢ়াই সহজ ভাবে লব নোৱাৰিলে। ৰূপহীৰ আচাৰ-ব্যৱহাৰে বুঢ়াৰ বুকত আঘাত হানিলে। দুধাৰি তপত চকুলো ৰতন বুঢ়াৰ দুচকুৰ পৰা নিগৰি পৰিছে। বুঢ়াই এই ঘৰখনত আৱৰ্জনা হৈ থাকিব নোৱাৰে। যি ৰতন বুঢ়াই কলিজাৰ কেঁচা তেজ পানী কৰি এখন ঘৰ সাজিলে, গৰু-ম'হ মাটি কৰি সোণ ৰূপ সকলো কৰিলে—সেই ঘৰৰ মানুহে অৱজ্ঞা কৰাটো বুঢ়াই সহ্য কৰিব নোৱাৰে।

শলিতা গছি কঁপিছিল।

বাহিৰত কুকুৰটোৱে ভুকিছিল।

পাহীয়ে ভাতৰ থালখন বুঢ়াৰ আগত দিলে। বুঢ়াই ভাত খাবলৈ অমাস্তি হ'ল। সোণপাহীয়ে জোৰকৈ বুঢ়াক কেইগৰাহমান ভাত খুৱালে।

বাপুৰামক ভাত দিওঁতে পাহীয়ে ক'লে—'বগাই ঘঁাহ খাইছে। শৌচ হোৱা নাই। তই পকা পাণ আৰু জিৰা অকণমাণ খুৱাবি। বুঢ়া গৰু, কান্ধেৰে পেলাব লাগে। নহ'লে মৰিবৰ সময়ত গৃহস্থক অভিশাপ দিয়ে।'

'—ওঁ—' কথাটো বাপুৰামে শলাগিলে।

বুঢ়াই পানী আদি খাবনে নাই সোণপাহীয়ে সুধিলে। বুঢ়াই একো নেখালে, পাহীয়ে কেঠাখন বুঢ়াৰ গাত জাপি দিলে। বাজলৈ ওলাই আহি বগালৈ এবাৰ চালে। বগাই তেতিয়া ঘঁাহ খাইছে।

সোণপাহীয়ে টোপনিৰ বুকুত আশ্ৰয় ললে। শলিতা গছি ঢিমিক্-ঢামাক্কৈ জ্বলি আছে। আকাশত পঞ্চমীৰ জোনটো এচপৰা ক'লা ডাঠ মেঘে আৱৰি ধৰিলে।

বাহিৰত চেঁচা বতাহ বলিছে। ইকৰা খাগৰিৰ বেৰখনৰ মাজেৰে বতাহ এজাক ভিতৰলৈ সোমাই আহি বুঢ়াৰ শুভ্ৰ চুলি কেইডাল কঁপাই তুলিলে। শলিতা গছি কঁপিলে। গোহালিত দামুৰি পোৱালিটোৱে হেম্বেলিয়ালে।

বাহিৰত ভীষণ চেঁচা। ঠাণ্ডাৰ প্ৰকোপত ৰ'ব নোৱাৰি। পৃথিৱীখন শুই পৰিছে। পৃথিৱীত সকলোবোৰে নিমাত নিতাল মাৰিছে। ৰাতিৰ গভীৰতা বাঢ়িছে। নিস্তব্ধ ক'লা ৰাতিটোৱে এটি সৰ্বনশীয়া ৰূপ সাবটি লৈছে। বুঢ়াৰ ভয় লাগি গ'ল।

বেৰৰ ফাঁকেৰে আকৌ এবাৰ পঞ্চমীৰ জোনটোলৈ চাই পঠালে। কুঁৱলিৰ ফাঁকে ফাঁকে জোনৰ নিষ্প্ৰভ ৰশ্মি চিটিকি পৰিছে। কোনো এক শীতৰ ৰাতি দুঃস্বপ্ন দেখি আতঙ্কত শিয়ৰি উঠা মুখ মনেৰে নাদৰ পাৰত থিয়হৈ থকা ছোৱালজনী! কুঁৱলিয়ে তোমাৰ শেঁতা

পালত আলফুলকৈ চুমা আঁকে ; জোনবাই তুমিয়ে জানো সেই ছোৱালীজনী ?

বুঢ়ালৈ চাই জোনবাইয়ে এটি ম্লান হাঁহি মাৰিলে। বুঢ়াৰ মনটো বেয়া লাগি গ'ল। জোনবাইৰ কান্দিব খোজা মুখখন দেখি বুঢ়াৰ বুঢ়া অন্তৰতো দুখৰ জোৱাৰ উঠিলে।

বুঢ়াই শুব নোৱাৰিলে। পৃথিবীৰ সকলোৱে শুইছে—সোণপাহী, ৰূপহী, চক্র, বাপুৰাম, বগা আৰু বঙাই শুইছে, মাত্র শুব পৰা নাই ৰতন বুঢ়াই আৰু কোনে ! জোনবাইয়ে নেকি ?

হিম চেঁচা বাতিও বুঢ়াৰ গৰম লাগিল। গাৰ পৰা ঘামবোৰ জৰ্-জৰ্কৈ সৰি পৰিছে। বুঢ়াই সোঁ-হাত খনেৰে কেঁঠাখন ঠেলি দিলে। আকাশলৈ এবাৰ চালে। জোনবাইয়ে কান্দিছে। চকুপানীবোৰে পৃথিবীৰ ধূলি-মাকতি ধুই নিকা কৰিছে, তপ্ তপ্ তপ্ চকুপানী সৰিছে।

জোনবাইয়ে কান্দিছে।

কাৰ দুখত ?

বুঢ়াৰ দুখত ?

মানুহৰ দুখত ?

পৃথিবীৰ দুখত ?

বাঁহ গছৰ তলত ফেউৰা এটাই চিঞৰিছে। নিয়তি চৰাইজনীয়ে আমগছ জোপাত টোপনিয়াইছে।

বুঢ়াই উঠিবলৈ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। বিছনাৰ পৰা মাটিত পৰি গ'ল। মাটিৰ ওপৰে ওপৰে বগাই গৈ শলিতাগছিৰ ওচৰ পালে।

শলিতাগছি কঁপিছিল।

কুকুৰটোৱে ভুকিছিল।

বুঢ়াই চুঁচৰি চুঁচৰি গৈ সোণপাহীৰ বিছনাৰ ওচৰ পালে। চেঁচা মাটি খণ্ড লাগি লাগি বুঢ়াৰ ঠেং-হাত বিলাক চেঁচা হৈ পৰিছে। বুঢ়াই

আঠুৰাখন দাঙিলে। সোণপাহীৰ কপালত বাতিপুৱাৰ সুৰুযটোৰ দৰে জ্বলি থকা সেন্দুৰৰ কৌটটো দেখি বুঢ়াৰ মনটো কেনেবা কৰিলে। বুঢ়াই বাগৰি বাগৰি গৈ সোণপাহীৰ গাৰুৰ কাষ পালে। গাৰুৰ কাষত থকা চুৰিখনলৈ একেথৰে কিছু সময় চাই থাকিল। চাকিটো কঁপি কঁপি যুমাই গ'ল।

সোণপাহীয়ে সাৰ পালে। বিছনাখনৰ ওপৰত উঠি বহিল। বুঢ়াক দুয়োখন হাতেৰে বিছনাখনৰ ওপৰত বহুৱালে। সোণপাহীয়ে বুঢ়াৰ কাষতে বহিল। দুয়ো চকুৱে চকুৱে চাই তলমূৰ কৰিলে। সোণপাহীৰ দুটোপাল চকুলো বুঢ়াৰ দুভৰিত পৰিল। বুঢ়াই ৰব নোৱাৰিলে। বুঢ়াই আকুল ভাবে সোণপাহীক সেমেকা-হাতখনেৰে সাবটি ধৰিলে—'তই, তই মোৰ ওচৰৰ পৰা আঁতৰি নেযাবি।'





অবিৰাম আত্ম-পৰীক্ষাত ৰত বিশিষ্ট আধুনিক কবি হৰেকৃষ্ণ ডেকাৰ গল্পতো তেওঁৰ জীৱন-জিজ্ঞাসাৰ ব্যাকুলতা ফুটি উঠা দেখা যায়। কবি আৰু সমালোচক ভবেন বৰুৱাই হৰেকৃষ্ণ ডেকাৰ গল্পৰ বিষয়ে লিখিছে : 'ডেকাৰ গল্পবোৰলৈ আহিলে আমি তেওঁৰ কবিতাবোৰত থকা ভাববোৰকে খলকনি এটা যেন নতুন ৰূপত অনুভৱ কৰোঁ। ডেকাৰ কেবাটাও সাৰ্থক গল্পত অনুভৱ কৰিবলগীয়া আন এটা কথা হ'ল— আধুনিক যুগৰ জীৱনৰ চিত্ৰায়নত ভাৰতীয় পুৰাণৰ জগতখনৰ ব্যঞ্জনাবো এক অভিনৱ ব্যৱহাৰ ইবোৰত দেখা যায়।'

হৰেকৃষ্ণ ডেকা

# পঙ্ক

আৰু এতিয়া বাহিৰত বৰষুণ দিছে।

প্ৰথমতে কিন্‌কিন্‌কৈ, তাৰ পাছত টিনৰ ঘৰত শব্দ কৰি টপ্‌টপ্‌কৈ, তাৰ পাছত ধাৰাসাৰে বৰষুণ দিবলৈ ধৰিলে।

খিৰিকিৰ মুখতে নাইবা দৰজাৰ কাষতে যিসকলে বহিছিল বৰষুণৰ কণিকাবোৰ আহি মাজে মাজে সিহঁতৰ গালে-মুখেও লাগিলহি।

বাহিৰত বৰষুণৰ কোব খুব বেছি হৈছিল। কাঠিৰ কুকুৰ লৰিব নোৱাৰা বৰষুণ। অলপ আগলৈকেও আলিবাটৰ টিম্‌টিমিয়া পোহৰত দুই এখন চাইকেল, ৰিক্সাৰ টিলিংটালাং শব্দ শুনা গৈছিল। ওচৰৰ দুই এটা আড্ডাৰ পৰা অশ্লীল গানৰ শব্দ ভাহি আহিছিল। এতিয়া চব বন্ধ। অকস্মাৎ আহি পৰা মটৰৰ তীব্ৰ হেড্‌লাইটৰ পোহৰ আৰু তাৰ চকাত লাগি চিৰিপ্‌ চিৰিপ্‌কৈ যোৱা বাটৰ ডোঙাবোৰৰ পানীৰ শব্দ মাথোন শুনা গৈছিল। মটৰবোৰ পিছলি পিছলি পাৰ হৈ যোৱা যেন লাগিছিল।

কাউণ্টাৰত মেনেজাৰৰ চছ্‌মাযোৰ ডাং খালে। সতৃষ্ণ নয়নে ঘূৰি ফুৰা এটা চিকাৰ দৰে নাকটো উজাই আহিল। সি খুব জোৰে চিঞৰি ক'লে—"বিৰজু, দৰজা-জানালাবোৰ বন্ধ কৰি দে। দেখা নাই নেকি বৰষুণে চব তিয়াই পেলালে। কি চাই আছ তহঁতে?"



—তাৰ মাতটোৱে বৰষুণৰ গভীৰ শব্দ কোনোমতেহে ভেদ কৰিব পাৰিলে। দৰজা-জানালাবোৰ সশব্দে বন্ধ কৰি দিয়া হ'ল।

আৰু হৰিদয়াল তেতিয়াও একেবাৰে দক্ষিণ ফালৰ চুকটোত বহি মছগুল হৈ আছিল।

গিলাচটোৰ অৱশিষ্ট তৰল পদাৰ্থখিনি গলাধঃকৰণ কৰি ৰঙা চকু দুটা ডাঙি এবাৰ চাবিওফালে সি চাই পঠিয়ালে।

দোকানখনত মানুহ খুব কম আছিল। গিলাচবোৰৰ ওপৰত মুখবোৰ বিভোৰ হৈ আছিল। এই সকলোবোৰ মুখ বৰফৰ টুকুৰা কিছুমান যেন লাগিল তাৰ।

আকৌ এবাৰ নিজৰ মাজলৈ ঘূৰি আহিল সি।

আৰু বাহিৰত তেতিয়া তীব্ৰভাৱে বৰষুণ দিবলৈ আৰম্ভ কৰিছে।

বটলৰ পৰা তৰল পানীয় কিছু গিলাচত সি ঢালি ললে। তাৰ ৰঙা চকু দুটা কোটৰৰ মাজত এনেকৈ পাক খাবলৈ ধৰিলে যে সি বাহিৰৰ একো নেদেখা হৈ পৰিল। সি অনুভৱ কৰিলে যেন এটা নিৰ্জন দ্বীপত সি অকলশৰীয়াকৈ বহি আছে। চৌপাশে কোনো নাই। আয়না লগোৱা খিৰিকিবোৰ, দৰজাখন আৰু বগা বেৰবোৰ বহল হৈ হৈ এসময়ত এখন সমুদ্ৰ হৈ গ'ল। তাৰ খুব ভাল লাগি গ'ল। সি যে এই দ্বীপটোত অকলে আছে এই কথাষাৰ ভাবি সি খুব স্ফূৰ্তি পাবলৈ ধৰিলে। এই সময়ত তাৰ কাৰো সঙ্গ কাম্য নহয়।

সি গিলাচটোলৈ চাই পঠিয়ালে।

তাৰ চকুত পৰিল গিলাচটোৰ ভিতৰত কিছুমান কীট কিল্‌বিলাই আছে। তাৰ গাটো জিকাৰ খাই উঠিল। গিলাচটো সি এবাৰ লৰাই-চৰাই দিলে। পানীয়খিনি লৰি লৰি আকৌ স্থিৰ হৈ গ'ল। এইবাৰ সেই কীটবোৰ ডাঙৰ হ'বলৈ ধৰিলে। এসময়ত সেইবোৰ ডাঙৰ হৈ হৈ মানুহৰ মূৰ একোটা হ'ল। তাৰ চকুত পৰিল কিছুমান নাৰী, পুৰুষে সকলো শালীনতা পাহৰি শুই, বহি, নাচি, হাঁহি, কান্দি ফুৰিছে। সিহঁতৰ মাজত কোনো বিভেদ নাইকিয়া হৈ গৈছিল। আৰু তাৰ চকুত

পৰিল কিছুমান মতা-মাইকী ছনিয়াৰ চব পাহৰি ৰমণ ৰসত মত্ত। খুব বেয়া গোন্ধ এটা তাৰ নাকত লগা যেন পালে সি। আৰু সি হঠাতে অনুভৱ কৰিলে বাতি খুব গভীৰ হ'ল। খুব অশ্লীলভাৱে গভীৰ হ'ল। ভাল মানুহবোৰ এনেকুৱা সময়ত শুই পৰে। সি অনুভৱ কৰিলে এই ৰাতিৰ ৰাজ্যখন এক আদিৰসবিশিষ্ট প্ৰেতপুৰী।

আৰু বাহিৰত বৰষুণৰ প্ৰকোপ চৰিল। বৰষুণৰ ধাৰাবোৰ প্ৰথমতে লাহে লাহে, তাৰ পাছত কিছু জোৰেৰে, তাৰ পাছত তীব্ৰভাৱে তাৰ মগজুত সোমাবলৈ ধৰিলে। বৰষুণৰ ধাৰাবোৰে তাৰ মগজুটো ভিয়াই দিলে।

গিলাচটোৰ তৰল পানীয়খিনিলৈ চকু দিলে সি। সি দেখিলে সি এটা সৰু ভেকুলী হৈ গিলাচটোৰ ভিতৰত টোৰ্‌টোৰাবলৈ ধৰিছে। তাৰ পাছত কোনো এটা মুহূৰ্তত সি ডাঙৰ হ'বলৈ ধৰিলে। সি লাহে লাহে এটা ডাঙৰ বামুণী ভেকোলা হ'ল। তাৰ মাতটো আগতকৈ অলপ ডাঙৰ হ'ল। আদি ৰসত মত্ত সেই মানুহবোৰে তালৈ ঘূৰি চাই হাঁহিবলৈ ধৰিলে। তাৰ চকু দুটা ডাঙৰ হৈ কুৎসিতভাৱে বাহিৰত ওলাই আছে। সি চিঞৰি আছে, টোৰ্‌টোৰাই আছে। মানুহবোৰৰ চিঞৰ ক্ৰমান্বয়ে বাঢ়ি গৈছে। তাক বেঢ়ি লৈ মানুহবোৰে নাচিছে, হাঁহিছে, তাক খুচিছে। তাৰ্ খঙ্ উঠি গ'ল।

অকস্মাতে তাৰ চকুত পৰিল সেই সকলোৰে মাজত নাকত নথ পিন্ধা, কুৎসিত, শকত তিৰোতা এজনী কঁকালত হাতদি তাৰ ফালে চাই হাঁহিছে আৰু বাৰে বাৰে তাইৰ নাকৰ নথটোলৈ আঙুলিয়াই দিছে। হাঁহোতে তাইক আৰু কুৎসিত দেখাইছে। তাইৰ পোকে খোৱা দাঁতবোৰ আৰু কেট্‌কুৰা চুলিবোৰ ঘৃণনীয়। এইবাৰ আৰু হুৱিদয়াল ৰব নোৱাৰিলে। গাৰ সমস্ত শক্তি প্ৰয়োগ কৰি গিলাচটো দলি মাৰি পঠিয়ালে। চুলিবোৰ তাৰ আউলি-বাউলি হৈ পৰিল। গিলাচৰ ওপৰত বিভোৰ হৈ থকা মুখবোৰ চক্ খাই উঠিল এবাৰ। তাৰ পাছত আকৌ এবাৰ গিলাচৰ ওপৰত বিভোৰ হৈ পৰিল। কাউণ্টাৰত

মেনেজাৰৰ চছ্মাযোৰ দাণ্ড খালে। এটা সন্দিগ্ধ চিকাৰ দৰে তাৰ নাকটো উজাই আহিল। তাৰ পাছত আকৌ নাকটো নামি আহিল। মেনেজাৰ বিস্মিত নহ'ল। সি একো নক'লে। মেনেজাৰে জানে হৰিদয়ালে 'দামটো' দি দিব।

কেৰেচ্ কেৰেচ্কৈ বিকৃত শব্দ কৰি দোকানৰ দৰজাখন মেল খালে। ইমান বৰষুণতো কোনোবা খৰিদ্দাৰ সোমাই আহিল। মেনেজাৰে কাউন্টাৰৰ পৰা শেনচকুৰে ধূৰ্তভাৱে চাই পঠিয়ালে। মানুহজন সোমাই আহিল। সমস্ত অবয়ব তাৰ ৰেইন্কোটৰ তলত। মূৰত এটা টুপি। বৰষুণৰ পানীয়ে চছ্মাযোৰত কৃত্ৰিম পৰ্দাৰ সৃষ্টি কৰিছে। ৰেইনকোটৰ পৰা পানীবোৰ টপ্ টপ্কৈ পৰি গোটেই কোঠাটো তিয়াই দিলে।

আৰু বাহিৰত তেতিয়া বৰষুণ দিছিল। যদিও আগৰ প্ৰকোপ আৰু নাই।

হৰিদয়ালে মানুহজনলৈ চালে। অকস্মাৎ তাৰ ভয় লাগি গ'ল। কোনোবা চৰকাৰী চোৰাংচোৱা নহয়তো? এটা ভয়ানক সম্ভাৱনাই তাৰ মনটোত হিমপ্ৰৱাহ নমাই দিলে। এই ভয়ানক সম্ভাৱনাটোৱে তাক নিয়ত খেদি লৈ ফুৰিছে, তাক পলুৱাই লৈ ফুৰিছে।

মানুহজনে ৰেইনকোটটো খুলি দৰজাৰ কাষত থলে। তাৰ পাছত তাৰ ওচৰলৈ আগুৱাই আহিল।

"আৰে, হৰিদয়াল নহয়নে?"

—এইবাৰ আশ্বস্ত হ'ল সি। কিন্তু বিৰক্তিত তাৰ গালখন কোঁচ খাই গ'ল।

"তুমি ইয়ালৈ কেনেকৈ আহিলা? তোমাকতো মই বৰ বঢ়িয়া জাগাত ৰাখি আহিছিলো দোস্ত।"

এইবাৰ হৰিদয়ালৰ খং উঠি গ'ল। এই মানুহটোৱে তাক জ্বালাতন কৰিলে। এই মানুহটোৱে তাক আগতেও প্ৰৱঞ্চনা কৰিছে। এতিয়াও সি ইয়ালৈ আহি লম্ভিছে। এইবাৰ কিন্তু তাক ক্ষমা কৰা নহ'ব। "কুত্তাকে বাচ্ছা"—মনতে ভোৰ্ভোৰালে হৰিদয়ালে।

গলিৰ পাছত গলি পাৰ হৈ আহি হৰিদয়ালে যেতিয়া স্থপৰ বাতি দোকানখনৰ এই চুকটোত বহে তেতিয়া সি নিৰিচাৰে যে তাক আহি কোনোবাই বিৰক্ত কৰক। ইয়াত সি সদায় অকলে থাকিব বিচাৰে। এই দোকানখনত থকা সময়খিনি তাৰ কাৰণে বৰ ৰমণীয়, বৰ মধুৰ। সেই ৰমণীয় মুহূৰ্তবোৰত আনেও আহি ভাগ ললে হৰিদয়াল বৰ বিৰক্ত হয়। মেনেজাৰে খৰিদ্দাৰৰ মনোৰঞ্জনৰ কাৰণে যথেষ্ট ব্যৱস্থা কৰিছে। খৰিদ্দাৰ অৱশ্যে খৰিদ্দাৰেই। কিন্তু হৰিদয়ালে সকীয়াই থৈছে তাৰ টেবুলত যাতে আন কোনোৱেই আহি নবহে। তাতে আকৌ এই মানুহজন—যিজন মানুহক দেখিলেই ঘোচা মাৰি দাঁত কেইটা ভাঙি পেলাবলৈ মন যায়—তাক এনেকৈ বহিবলৈ দিয়াত হৰিদয়ালৰ মেজাজ্ গৰম হৈ গ'ল। সি দেখিলে যে যি আৰামদায়ক মুহূৰ্ত এটাৰ কাৰণে ইয়াত সি বৈ আছে এতিয়া সেই মুহূৰ্তটো একেবাৰে নষ্ট হৈ যাব।

সি হুঙ্কাৰ দিলে, "ভাগো য়হাঁসে।"

মানুহজনে খল্‌খল্‌কৈ হাঁহি উঠিল, "কিয় খং কৰিছা দোস্ত। তোমাকতো খুব বঢ়িয়া জিনিচৰ লগত মুলাকাৎ কৰাই দিছিলো। পছন্দ নহ'ল নেকি? ডুশ টকা দিয়া—তাতকৈও ভাল জিনিচ দিম।"

মানুহজনে বকবকাই থাকিল। হৰিদয়ালে প্ৰমাদ গণিলে। সি দেখিলে এই মানুহজনে এতিয়া তাৰ চব্ কথা গম পাব। গম পালেতো সি লজ্জিবই। আৰু তেতিয়া·········

তাৰ ভয় লাগিল। জোৰকৈ সি চকু ছুটা মদৰ বটলৰ তৰল পানীয়খিনিলৈ লৈ গ'ল। ক্ৰমাৎ কোটৰৰ ভিতৰত তাৰ চকু ছুটা ঘূৰ খাবলৈ ধৰিলে। সি অনুমান কৰিলে তাৰ চৌপাশে কোনো নাই।

আৰু ঠিক সেই মুহূৰ্তত কাণৰ কাষত সেই পিয়ানোৰ সুৰটো বাজি উঠিল। এটি চপল কণ্ঠ কুলু কুলু কৰি উঠিল। "আঃ"—এটা গভীৰ তৃপ্তি অনুভৱ কৰিলে সি।

"নীলপৰী, নীলপৰী, নীলপৰী" ···মনে মনে উচ্চাৰণ কৰিলে সি আৰু ঘূৰি চালে। তাই ঠিয় দি আছে। খ'পাৰ্জ নীলপৰী। ধূৰ্ত

মেনেজাৰৰ ব্যৱসায়ী বুদ্ধিৰ অন্যতম নমুনা। হৰিদয়ালৰ চকু দুটা আকৌ বটলটোৰ প্ৰতি ঘূৰি গ'ল।

"আপ্‌কা গিল্লাচ্‌"—মাতটো অকস্মাৎ দুটা হৈ গ'ল। সি ঘূৰি চালে। ওঁহো, নীলপৰী নহয়। তাই কোনোবা এটা মুহূৰ্তত গুচি গৈছে। বৰ ধূৰ্ত তাই। খেলা খেলিব, অথচ ধৰা নিদিয়ে। মেনেজাৰে বাৰু এইকণ সময়ৰ বাবে তাইক কিমান দিয়ে? নীলপৰী, তোৰ চৰণত মই হাজাৰ হাজাৰ টকা ঢালি দিম। তোক পালে মই হৰিদয়ালে জান দি দিব পাৰোঁ নীলপৰী।

তাই যেন বজ্ৰাহত হৈ ভাহি ফুৰিছে। এক মুহূৰ্তলৈ ওচৰ চাপিয়েই তাই গুচি গৈছে। ঠিয় দি আছে বগা, ঢল্‌ঢলীয়া মুখৰ দোকানৰ বয় কাঞ্চা।

"আপ্‌কা গিল্লাচ্‌।"—কাঞ্চাই ক'লে।

"ঠিক হ্যায়, ঔৰ এক বোটল।"

মানুহজন ইমান সময় সমুখৰ চকীখনত মুখৰ আগত গিলাচ এটা লৈ বিভোৰ হৈ আছিল। যেতিয়া সি দেখিলে যে হৰিদয়ালৰ কোটৰৰ ভিতৰত পাক খোৱা চকু দুটা আগৰ ঠাইলৈ ঘূৰি আহিছে, সি মূৰ ডাঙি সুধিলে।

"দোস্ত বোটল থৈ দিয়া। জিনিচটো লাগে নেকি কোৱা। খুব ভাল বস্তু।"

হৰিদয়ালে আৰু এইবাৰ বৰ নোৱাৰিলে। তাৰ আগদাঁত কেইটাই তলৰ ওঁঠটো আপোনা আপুনি চেপি ধৰিলে। অৰ্থাৎ তাৰ-খং উঠিল।

"কুকুৰ, গুচি যা মোৰ ওচৰৰ পৰা। তোক এতিয়া আৰু মই পৰোৱাই নকৰো। গলিনে"… …

মানুহজনে দেখিলে হৰিদয়াল আজি 'দাৰুণ।' সি ভালে ভালে সেইখন টেবুলৰ পৰা পলায়ন কৰিলে।

আৰু বাহিৰত এতিয়া বৰষুণ দিয়েই আছে।

হৰিদয়ালৰ মুখখন গিলাচৰ ওপৰত বিভোৰ হৈ পৰিল। তাৰ সকলো কথা হঠাতে মনত পৰি গ'ল। মনত পৰি গ'ল যে হৰিদয়াল আগতে এনেকুৱা নাছিল। কিবা এক বিষম ভয়ত তাৰ আত্মাই লক্ষ্য লক্ষ্য যোজন পথ এনেকৈ লৰি ফুৰিব লগা হোৱা নাছিল।

সি দেখা পালে তাৰ চৌপাশে বহুত মানুহ—শতচ্ছিন্ন ফটা কাপোৰ পিন্ধা অথবা উচ্চ অভিলাষী ভদ্ৰলোক এইবোৰৰ কোনোটোৰে শাৰীৰ ভিতৰত সি পৰা নাই। তাৰ ভয় লাগিল। সি অনুভৱ কৰিলে এই মানুহবোৰৰ মাজত সি এক আচহুৱা মানুহ—কাৰো বাবেই সি গ্ৰহণযোগ্য নহয়। সি দেখিলে তাৰ জেপত বহুত টকা—মুঠি মুঠি নোট। অথচ এই টকাবোৰৰ কৌলিন্য নাই। এই টকাখিনিৰ মূল্যক মানুহে যেন স্বীকৃতি দিব খোজা নাই। মানুহে তাক ব্যঙ্গ কৰিছে। তাৰ পিতৃ পুৰুষৰ ওপৰত অকস্মাতে খং উঠি গ'ল। তাৰ নিজৰ চৈধ্য পুৰুষ উজাৰি সি গালি পাৰিবলৈ ধৰিলে। সি এক বিশেষ মৰ্যাদা সম্পন্ন গৃহস্থৰ দৰে বাস কৰিব বিচাৰে। কিন্তু সেইখিনি মৰ্যাদা তাক কোনেও দিব খোজা নাই। সেই সকলোবোৰৰ পৰা বঞ্চিত হৈ সি টকাখিনি আঁকোৱালি আছে। আৰু অকস্মাতে সি এক বিশেষ আত্মতৃপ্তি বোধ কৰিলে।

সি অনুভৱ কৰিলে যে এই সময়ত তাৰ এক বিশেষ নাৰীৰ সঙ্গ আৰু মৰম কাম্য। টকা থকা সকলো মানুহেই সেইটো বিচাৰে। মানুহৰ মনত ঈৰ্ষা লাগি যোৱাকৈ এজনী ছোৱালী। তাৰ চকুত ভাহি উঠিল তন্বী, ৰূপহী এজনী ছোৱালীৰ মুখ। জেপৰ টকাখিনি চেপি ধৰি সি ঘৰলৈ লৰ ধৰিলে। সি তেতিয়া সপোন উতলা।

অকস্মাৎ তাৰ সপোন ভাঙি গ'ল। তাৰ মনত জাগি উঠা ৰোমাঞ্চ শুকাই গ'ল। সি দেখিলে তাৰ ঘৰত এজনী গাঠলু, শকত তিৰোতা— যাৰ শৰীৰত মেদৰ বাদে একো নাই। এই তিৰোতাজনীক লৈ বাহিৰ ওলাবলৈকো লাজ লাগে। এই জনীতিৰোতাৰ লগত প্ৰেমত পৰাৰ চিন্তা কৰা বাতুলতা মাত্ৰ। তাই যদি দেখিবলৈ ম'বা চৰাইৰ দৰে হ'লহেঁতেন ? কিন্তু তাইৰ মাজটোহে ম'বা-চৰাইৰ দৰে তাইৰ মুখখন কুৎচ। তাইৰ

চকু ফুটা কুৎসিত। তাইৰ পেটটো ওলমি পৰা। বুকুখন তাইৰ মেদৰ ভৰত কম্পমান। অত্যন্ত বিৰক্তিত হৰিদয়ালৰ মেজাজ খিঙ্খিঙিয়া হৈ উঠিল। আকৌ এবাৰ সি নিজৰ চৈধ্য পুৰুষ উজাৰি গালি পাৰিলে।

তাৰ তিৰোতাজনীয়ে তাক দেখি এটা জড়িত, বিকৃত মাতেৰে অভ্যৰ্থনা কৰিলে। সি এটা অসহ্য খঙত চট্ফটাবলৈ ধৰিলে। তাই ক'লে যে হৰিদয়ালৰ কাৰণেই তাই বৈ আছে। তাইৰ নাকৰ নথটো আৰু ভৰিৰ ৰূপৰ খাৰু যোৰ ভাঙি গৈছে। সি এই মুহূৰ্ততে গৈ ভাল কৰাই আনিব লাগে। মিস্ত্ৰীৰ ঘৈণীয়েকৰ নিচিনা ডিজাইন্ তাইক লাগিব। সি দেখিলে যে এই তিৰোতাজনীকলৈ এটা 'ডিচেন্ট লাইফ্' কল্পনা কৰিব নোৱাৰি।

তাৰ পাছত সি অনুভৱ কৰিলে, তাৰ চাৰিওফালে অন্ধকাৰ। সি একো ক'ব নোৱাৰা হৈ গৈছে। সি দেখা পালে, তাৰ হাত দুখন কেঁকোৰাৰ ঠেং হৈ গ'ল। আৰু দেখিলে, তাৰ হাত দুখনে তিৰোতাজনীৰ ডিঙিত চেপা মাৰি ধৰিছে। কিছুসময়ৰ পাছত সি দেখিলে তিৰোতাজনী শুই আছে। সি পলাবলৈ ধৰিলে। সি অনুভৱ কৰিলে যে তাৰ পাছে পাছে বহুত মানুহ চিঞৰ-বাখৰ কৰি আহি আছে। গলিৰ পাছত গলি পাৰ হৈ, দালানৰ মাজেৰে, খেৰৰ পঁজাৰ মাজেৰে, কাৰবাৰ চোতাল গৰকি ভঙা ইটাৰ দমত খুন্দা খাই, শিলত ঠেকা খাই, কাঁইটৰ আঁচোৰ খাই, বোকা-পানী খচকি, নৰ্দমাত হামখুৰি খাই পৰি, আন্ধাৰ ঠাইৰ মাজে মাজে সি পলাইছে। পলাইছে আৰু পলাইছে। সি দেখিলে, সি অনুমান কৰিলে লক্ষ্য লক্ষ্য যোজন পথ সি পাৰ হৈ গ'ল।

সি নিজকে আন্ধাৰ গলি এটাৰ মাজত আৱিষ্কাৰ কৰিলে। গলিৰ মাজত টিম্‌টিমিয়া পোহৰ। পোহৰ আৰু অন্ধকাৰৰ নৈঃসৰ্গিক দৃশ্য। কিছুমান শুশ্ৰুত, সুশ্ৰাব্য, অস্ফুট অৰ্ধশ্ৰুত, বিকৃত, অশ্ৰাব্য—নানা ধৰণৰ শব্দ আৰু চিঞৰ-বাখৰ তাৰ কাণলৈ ভাহি আহিল। সি অনুমান কৰিলে যে সি হয় কোনোবা এখন নৰকত নতুবা কোনোবা এখন স্বৰ্গৰ দুৱাৰদলিত। সেই প্ৰায় অন্ধকাৰ নাতিপ্ৰশস্ত গলিটোৰ পৰা দোকানত

এইমাত্র বিৰক্ত কৰা মানুহজন ওলাই আহিল আৰু হৰিদয়ালক অস্নাত, অভুক্ত আৰু ক্লান্ত হৈ বহি থকা দেখা পাই তাৰ ওচৰ চাপিল। মানুহজনে তাক ক'লে যে যদি কিবা লাগে তেন্তে তাক সি কৰিব পাৰে। তাৰ দেহটোক আনন্দ দিব পৰা বস্তু সি যোগাৰ কৰি দিব পাৰে। এসময়ত হৰিদয়াল তাৰ বন্ধু হৈ পৰিল। সি দেখিলে এই মানুহজনৰ আগত সি তাৰ মনৰ সকলো কথা কৈ যাব ধৰিছে। আচৰিত কথা মানুহজন তাৰ কেইমুহূৰ্তমানৰ চিনাকি। হৰিদয়ালে তাৰ জেপৰ টকাখিনি তাক দেখুৱালে। মানুহজন তৃপ্ত হ'ল মানুহজনে স্বীকাৰ কৰিলে যে এজনী ধুনীয়া ৰমণী তাৰ প্ৰাপ্য।

তাৰপাছত হৰিদয়াল মানুহজনৰ পাছে পাছে যাব ধৰিলে। আন্ধাৰ অপ্ৰশস্ত আৰু ভয়ঙ্কৰ গলি। চাপৰ চাপৰ কিছুমান ঘৰ। তাৰ মাজৰ পৰা হাঁহিৰ বোল, হুট্টগোল আৰু অসীম তৃপ্তিত মৰা বিকৃত চিঞৰ হৰিদয়ালৰ কাণলৈ ভাহি আহিবলৈ ধৰিলে। তাৰ চকুলৈ আকৌ সপোনৰ আৱেশ এটি নামি আহিল। অৱশেষত এটা চাপৰ, সৰু কোঠাৰ আগত আহি থুয়ো ৰ'ল। মানুহজনে ক'লে, "এই কোঠাত মোৰ স্ত্ৰী থাকে। এটা ৰাতি তুমি ইয়াত থাকিব পাৰিবা। মই নিবিচাৰোঁ যে মোৰ স্ত্ৰীয়ে কেৱল মোকেই মনোৰঞ্জন দিয়ক। আকৌ লগ হ'ম দোস্ত।"—মানুহজন গ'লগৈ।

হৰিদয়াল ভিতৰ সোমাল। পালেঙখনত যিজনী তিৰোতা আছিল তাইৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰি হৰিদয়াল আচৰিত হ'ল। সি অনুভৱ কৰিলে যে তিৰোতাজনীৰ সমগ্ৰ অৱয়ৱত কিবা এটা বস্তু খাপ খোৱা নাই। সি এটা এটাকৈ যেতিয়া বিচাৰ কৰি চালে তেতিয়া দেখিলে যে তিৰোতাজনীৰ নাক, চকু, মুখ ক'তো অকণো খুঁত নাই। অথচ তাইৰ আকৃতিত নাইবা প্ৰকৃতিত কিবা এক বিসঙ্গতিও আছে। সি অনুমান কৰিলে যে টকাৰ বিনিময়ত হয়তো এইজনী ৰমণীয়েই তাৰ প্ৰাপ্য।

তাৰ পাছত এসময়ত ভয়ঙ্কৰ এক আতঙ্কত সি পলাবলৈ ধৰিলে। তাৰ সপোন চুৰ্মাৰ হ'ল। সি অনুভৱ কৰিলে সেই শিখণ্ডীটোৱে তাক

যেন এতিয়াও খেদি লৈ ফুৰিছে। কি কুৎসিত, কি বিকৃত। মানুহ-জনক পালে হৰিদয়ালে তাৰ ডিঙি মূচৰি ভাঙি পেলালেহেঁতেন। মানুহ-জনে প্ৰৱঞ্চনা কৰি তাক সেই শিখণ্ডীটোৰ ওচৰ চপাব নালাগিছিল।

হৰিদয়ালে দৌৰিব ধৰিলে। তাৰ জেপত এতিয়াও অজস্ৰ টকা। এই টকাৰ বিনিময়ত এজনী ৰমণী তাৰ প্ৰাপ্য। অকস্মাৎ তাৰ পিয়াহ লাগিল। ইতিমধ্যে সেই গলিৰ পৰা বহু দূৰৈত আন এটা গলিত আহি সি উপস্থিত হৈছে। সি দেখিলে তাৰ চকুৰ আগত এখন বেঁস্তোৰা। ঠিক বেঁস্তোৰা বুলিব নোৱাৰি। এনেকুৱা ঠাই বিলাকত থকা এনে ধৰণৰ দোকান বিলাকত কি বস্তু বিক্ৰী হয় হৰিদয়ালৰ অভিজ্ঞ মনটোৱে তৎক্ষণাৎ বুজি পালে। ইতিমধ্যে পিয়াহত তাৰ অণ্ঠ-কণ্ঠ শুকাই গৈছে। সি দোকানখনৰ ভিতৰত সোমাই পৰিল।

একেবাৰে দক্ষিণফালৰ চুকটোত গৈ হৰিদয়াল বহি পৰিল।

আৰু বাহিৰত বৰষুণ দিবলৈ আৰম্ভ কৰিছিল। দোকানত খৰিদ্দাৰ খুব কম আছিল।

হৰিদয়ালে চকু দুটা মুদি কিছু সময় বহি ৰ'ল।

"বাবু।"

মাতটোত হৰিদয়ালৰ চকু দুটা মেল খাই গ'ল —উচ্চাৰণ কৰিলে, "হুঁ!"

হৰিদয়ালে দেখিলে তাৰ সম্মুখত এটা নেপালী ল'ৰা। বগা, ঢল-ঢলীয়া মুখৰ ধুনীয়া নেপালী ল'ৰা। হৰিদয়ালে দেখি আচৰিত হ'ল যে ইমান ধুনীয়া ল'ৰা এটা এই দোকানখনত "বয়" হৈ আছে। ল'ৰাটোৰ প্ৰতি তাৰ মৰম উপজিল। ইমান সময় তাৰ মুখত যি কঠিন ভাৱ এটা আছিল সেই ভাৱটো মিলি গ'ল। সি সুধিলে, "তোৰ নাম কি অ'।"

"কমল।"

"বাঃ, বেচতো।"

"কিবা লাগিব বাবু?…'লাল'? 'লাল' আনিম?" সাংকেতিক শব্দটো হৰিদয়ালে বুজি পালে। সি এইবিলাক বিষয়ত অভিজ্ঞ।

সি দেখিলে অলপ সময়ৰ পাছত গিলাচৰ তৰল পানীয়খিনিৰ ওপৰত তাৰ মুখখন বিভোৰ হৈ পৰিল। তাৰ জেপত বহুত টকা আছে। এই টকাৰ বিনিময়ত সি এজনী তিৰোতা বিচাৰে—তাৰ মনোমত এজনী তিৰোতা। তাৰ দেহাৰ তৃষ্ণা, তাৰ মনৰ তৃষ্ণা দূৰ কৰিব পৰা এজনী তিৰোতা।

"বাবু।"

গিলাচৰ ওপৰত বিভোৰ হৈ থকা তাৰ মুখখন দাঙ খালে। কোটৰৰ মাজত তাৰ চকু দুটা ইতিমধ্যে পাক খাই গৈছিল। সি দেখিলে, তাৰ সম্মুখত ঠিয় দি আছে এজনী তন্বী, ৰূপহী। সি অনুভৱ কৰিলে যে এই ৰূপহীয়েই ইমান সময় তাৰ মগজুৰ ভিতৰত ঘূৰি ফুৰিছিল। সি বুজিব পাৰিলে তাৰ টকাৰে পাব পৰা আটাইতকৈ মূল্যবান সামগ্ৰী এইয়াই। তাইৰ মুখৰ পৰা এটা মধুৰ হাঁহি ফিক্‌ফিককৈ তাৰ বটল আৰু গিলাচৰ ওপৰত নিজৰি পৰিল। তাইৰ মাতটো এটা পিয়ানোৰ সুৰ যেন লাগিল তাৰ। আৰু সি মনে মনে আত্মহাৰা হৈ পৰিল।

সি দেখিলে, এই অস্বাস্থ্যকৰ পৰিবেশত মুক্তকেশী পীনবক্ষা এই ৰূপহীক দেখিও সি আচৰিত হোৱা নাই। সি জানে যে আইনক ফাঁকি দিয়া ব্যৱসায়ীৰ এইটো এটা ব্যৱসায়ী 'পলিচি'। আজিকালি ভিতৰুৱা বেঁস্তোৰা বিলাকত এনেধৰণে ৰূপহী ৰখাটো চখ হৈ পৰিছে—হৰিদয়ালে সেইকথা ভালকৈ জানে। গ্ৰাহকক আকৰ্ষণ কৰা এইডাল এডাল চুম্বক। হৰিদয়ালৰ এনে বোধ হ'ল যেন লক্ষ্য লক্ষ্য যোজন পথ পাৰ হৈ এই তৰুণীকে সি বিচাৰি ফুৰিছে।

হৰিদয়ালে নিজকে প্ৰশ্ন কৰিলে, তাইৰ নাম কি হ'ব পাৰে বাৰু? তাৰ পাছত নিজকে নিজে সি উত্তৰ দিলে, তাইৰ নাম যিয়েই নহওক তুমি নিজে এটা নাম দি লোৱা।

তাইৰ নাম বিবিজান? দিলজান? বাণী? উঁহো, এইচব একো নহয়। তাই মোৰ আচমানৰ নীলপৰী। তাই নীলপৰী। আঃ নীলপৰী!

আৰু সি মাতিলে 'নীলপৰী'। সি অনুমান কৰিলে তাৰ মাতটো তাৰ কণ্ঠ ভেদ কৰি প্ৰকাশ হ'ব পৰা নাই। ভিতৰত সোমাই থকা তৰল পদাৰ্থখিনিয়ে তাৰ মাতটো ঠেলি নিছে। তাৰ চকু দুটা গিলাচটোলৈ ঘূৰি আছিল।

কিছু সময় তেনেকৈ থাকি আকৌ সি মূৰ দাঙি চালে। দেখিলে ইতিমধ্যে নীলপৰী গুচি গৈছে। তাৰ সন্মুখত নেপালী ল'ৰাটো ঠিয়দি আছে। কমল। এই ধুনীয়া ল'ৰাটো এই ভোখৰ বেয়া ঠাইত খাপ নাখায়। হৰিদয়ালৰ মন গ'ল তাৰ লগলৈ এই ল'ৰাটোক সি লৈ যায়

"বাবু, বিল।"

"হুঁ।"

নেপালী ল'ৰাটোৱে বিলখন আগুৱাই দিলে। আৰু সি গুচি গ'ল। তাৰ পাছত হৰিদয়ালো গুচি আহিল এসময়ত। ইতিমধ্যে তাৰ নীলপৰীৰ লগত বহুতবাৰ সাক্ষাৎ হ'ল।

হৰিদয়ালে দেখিলে, সি এই অস্বাস্থ্যকৰ দোকানখনলৈ নিয়মিত যাতায়াত আৰম্ভ কৰিছে। নীলপৰীৰ আকৰ্ষণে তাক নিয়মিত চুম্বকৰ দৰে টানি নিছে। তাই লয়লাস ভঙ্গীৰে গ্ৰাহকৰ কাষে কাষে ঘূৰে— তাৰ পাছত আঁতৰি যায়। বৰ চতুৰ তাই। দৃষ্টিৰে তাই হৰিদয়ালক হানি হানি থকা-সৰকা কৰিব অথচ ধৰা নিদিয়ে। ওচৰ চাপে আৰু যায়গৈ। কমল আহে। বটল আনে, বিল আনে।

হৰিদয়ালে দেখিলে সি একেবাৰে মজি গৈছে। তাৰ আত্মাত নিচা লাগিছে।

আৰু আজি বহুত পৰৰ পৰা বৰষুণ দি আছে। প্ৰথমতে কিন্-কিন্কৈ, তাৰপাছত টিনৰ ঘৰত শব্দ কৰি টপ্‌টপ্‌কৈ, তাৰ পাছত ধাৰাসাৰে বৰষুণ দিবলৈ ধৰিলে।

হৰিদয়াল মছ্‌গুল হৈ থাকিল।

ইতিমধ্যে সেই ঠগ মানুহজন তাৰ টেবুলৰ পৰা পলায়ন কৰিছে। কাৰণ সি বুজি পাইছে হৰিদয়াল আজি 'দাৰুণ'। নীলপৰী এবাৰ আহি

আঁতৰি গৈছে। হৰিদয়ালৰ আনন্দত আজি মানুহজনে হস্তক্ষেপ কৰিলে।

হৰিদয়ালৰ চকু দুটা কোটৰৰ ভিতৰত পাক খাবলৈ ধৰিলে। সি চৌপাশৰ মানুহবোৰ নেদেখা হৈ আহিল। সি দেখিলে এখন নির্জন সমুদ্ৰৰ মাজৰ এটা দ্বীপত সি অকলে আছে।

"বাবু"

সেই মধুৰ কণ্ঠ পিয়ানোৰ সুৰ হৈ হৰিদয়ালৰ কাণলৈ আকৌ ভাহি আহিল। হৰিদয়ালে এইবাৰ তাৰ বিভোৰ মুখখন দাঙিলে। সি দেখিলে নীলপৰী আজি অপৰূপ হৈ আহিছে। নীলপৰীয়ে আজি তাৰ আচ্‌মান জ্বলাই দিছে। নীলপৰীৰ চৰণত সি হাজাৰ হাজাৰ টকা ঢালি দিব পাৰে। তাৰ খুব লোভ লাগিল, তাৰ খু-উ-ব লোভ লাগিল।

সি দেখিলে নীলপৰী এটা মুহূর্তৰ পাছত লীলাভঙ্গিমাৰে গুচি যাব। সি দেখিলে তাৰ জীৱনলৈ এনেকুৱা এটা মুহূর্ত নাহিবও পাৰে। গোটেই জীৱন জুৰি এনে এটা মুহূর্তকে সি বিচাৰি ফুৰিছে।

নীলপৰী তাৰ হ'ব লাগিব। নীলপৰী তাৰ। তাৰ জেপত অজস্ৰ টকা। দৰকাৰ নাই সেইবোৰৰ। নীলপৰীয়ে তাৰ মনৰ অসুখ গুচাব।

আৰু সি মাতিলে 'নীলপৰী'।

সি অনুভৱ কৰিলে তাৰ মাতটো জড়িত হৈ গৈছে, বিকৃত হৈ গৈছে, কোনেও বুজি পোৱা নাই। আকৌ সি মাতিলে "নীলপৰী।" তাৰ পাছত থাপ মাৰি তাইৰ হাতখনত ধৰিলে, "নীলপৰী, তই মোৰ—তই মোৰ—তই মোৰ। তই মোৰ লগত যাব লাগিব। তোক মই চব দি দিম। চব।"

নীলপৰীয়ে মুৰ দাঙি চাই বল। তাইৰ দুচকুত বিস্ময়। হৰিদয়াল আত্মহাৰা হৈ গৈছে। সি গোটেই দুনীয়া খন পাহৰি গৈছে। তাৰ চকু দুটা কোটৰৰ ভিতৰত পাকখাই গৈছে।

হৰিদয়ালে নীলপৰীক কাউণ্টাৰৰ ওচৰলৈ টানি লৈ গ'ল।

"মেনেজাৰ, মেনেজাৰ বাবু।"

কাউন্টাৰত মেনেজাৰৰ চছ্‌মাযোৰ দাং খালে। নাকটো তাৰ কোঁচ খাই গ'ল। আকৌ স্বাভাৱিক অৱস্থা পালে। দামী খৰিদ্দাৰ হৰিদয়াল।

"মেনেজাৰ। নীলপৰীক মই লৈ যাম। নীলপৰী মোৰ, মেনেজাৰ। এইবোৰ, এইবিলাক চব তোমাৰ।"—তাৰ জেপৰ পৰা মুঠি মুঠি নোটবোৰ উলিয়াই কাউন্টাৰত সিঁচৰিত কৰি দিলে হৰিদয়ালে। মেনেজাৰে আচৰিত হৈ চাই ৰ'ল। চছ্‌মাযোৰ তাৰ দাং খাইয়েই থাকিল।

হৰিদয়ালৰ অনুমান হ'ল মেনেজাৰে তাৰ কথাত পতিয়ন যোৱা নাই। নীলপৰীৰ হাতখন এৰি দি সি মেনেজাৰৰ হাত দুখনত ধৰি জোকাৰি দিলে।

"মেনেজাৰ, মোৰ কথা শুনিছা। তোমাক আৰু দিম, আৰু টকা দিম। মোৰ বহুত টকা আছে। নীলপৰীক মোক দিয়া। মোক লাগে তাইক? মেনেজাৰ শুনিছা"—

মেনেজাৰৰ চকু তেতিয়াও স্থিৰ। তাৰ পাছত কোনোমতে সেপ ঢকি মাতটো উলিয়াই ক'লে, "ক'ত, ক'ত নীলপৰী"—

হৰিদয়ালে তৎক্ষণাৎ ঘূৰি চালে। ক'ত, ক'ত নীলপৰী। নীলপৰী গুচি গৈছে। বৰ টেঙৰ তাই। থিয় দি আছে দোকানৰ বয় কাঞ্চা। কমল। সি মুৰ দাঙি চাই আছে। তাৰ দুচকুত বিস্ময়। তাৰ হাতখন খুব জোৰেৰে চেপি ধৰিছিল হৰিদয়ালে। এতিয়াও বিষাই আছে।

হৰিদয়ালে দেখিলে তাৰ জীৱনৰ চৰম প্ৰাপ্তিৰ মুহূৰ্ত্তটো হেৰাই গ'ল। সি একেবাৰে হতাশ হৈ গ'ল। অস্থিৰ খোজেৰে সি দোকানৰ পৰা ওলাই আহিল। নোটবোৰ লাইটৰ পোহৰত জিলিকি ৰ'ল।

কাউন্টাৰৰ পৰা কাঞ্চাৰ মাতটো ভাহি আহিল, "পাগ্‌গল।"

আৰু বাহিৰত তেতিয়া বৰষুণ নাই। বৰষুণ—কেতিয়াবাই এৰিছে।



গোপালচন্দ্ৰ ডেকাৰ কাহিনীৰ বিষয়-বস্তু হ'ল এটা বিক্সাৱালাৰ জীৱন। বহুতে কেৱল আবেগ কিংবা আদৰ্শবাদৰ বশৱৰ্তী হৈ এনে ধৰণৰ গল্প লিখে ; কিন্তু সমাজৰ অন্ধকাৰ পাতালত বাস কৰা এইবোৰ মানুহৰ জীৱনৰ লগত লেখকসকলৰ প্ৰত্যক্ষ পৰিচয় নথকাৰ কাৰণে এনেবোৰ গল্প প্ৰায়েই নিষ্প্ৰাণ আৰু অবাস্তৱ হয়। গোপালচন্দ্ৰ ডেকাৰ বিৰুদ্ধে এই অভিযোগ কৰিব নোৱাৰি। বিক্সাৱালাৰ জীৱনৰ সকলো খুটিনাটিৰ লগত তেওঁ ইমান ভালকৈ পৰিচিত যে তেওঁ তাৰ জীৱনটোক পাঠকৰ কাৰণে এটা জীৱন্ত অভিজ্ঞতাত পৰিণত কৰিব পাৰিছে।

গোপাল চন্দ্ৰ ডেকা

# চাপ্ৰা বহুত দূৰ

আমবাৰীৰ মেৰামতি কৰা ৰাস্তাটোৰে তাৰ ৰিক্সাখন জোকাৰণি খাই খাই আগবাঢ়িছিল। তাৰ যথেষ্ট কষ্ট হৈছিল। ওবে দিনটো এনেদৰে সি বহুতকে বহুত আশাৰে কঢ়িয়াইছে। কোনোবাই হয়তো তাৰ প্ৰাপ্যখিনি নিদিয়াকৈ দুটা ধমক দি আঁতৰি গৈছে। সিও বেছিকৈ ধৰি থকা নাই। বাবুলোক। তথাপি সি নিৰাশ হোৱা নাই। তাক টকা লাগে। তাৰ দেহৰ তেজ, বুকুৰ বল দি হ'লেও সি টকা ঘটিবই। অকল জানো জীয়াই থাকিবলৈয়েই টকা লাগে? তাৰ পাছৰ চিতটোত বহা যাত্ৰী দুগৰাকীৰ কথাত তাৰ কাণ দুখন বাৰে বাৰে পাং ফালে গৈছিল।

: নহয় মিনু, তুমি মোৰ সকলোতে আছা।

: সঁচা?

সিহঁতৰ হাঁহিৰ ফাঁকে ফাঁকে শুনা কথাবোৰে সঁচাকৈয়ে সিহঁতৰ আটাইখিনি কথা শুনিবৰ কাৰণে তাক ব্যগ্ৰ কৰি তুলিছিল।

: অত্যন্ত নিগূঢ়ভাৱে তুমি মোৰ মনৰ মাজত সোমাই আছা। জানা মিনু। তোমাক ইয়াত এৰি থৈ বিলাতলৈ যাবলৈ মই সঁচাকৈয়ে টান পাইছো; কিন্তু কি কৰিবা। কৰ্তব্যকতো আৰু অৱহেলা কৰিব নোৱাৰি।

: আপুনি যিমানেই আঁতৰত নাথাকক আপুনি সদায় মোৰ, একমাত্ৰ



মোৰেই আৰু মই, চিৰদিনেই আপোনাৰ সঞ্জীবদা, চিৰদিনেই আপোনাৰ··

বুকুৰ মাজত সোমাই গৈছিল নেকি ৰামবিলাসৰ তেতিয়া উভটি চাবৰ সুবিধা নাছিল। বিপৰীত ফালৰ পৰা এখন মটৰ অহা বাবে সি ৰিক্সাখন একলীয়া কৰি বাটটো এৰি দি 'সন্দিকৈ ছোৱালী' কলেজৰ ফালে তাৰ ৰিক্সাখন ঘূৰাই দিছিল। এনেদৰে কোনো লক্ষ্য নোহোৱা বহুত ডেকা-গাভৰুকে বহুত ৰাতি সি এনেদৰে লৈ ফুৰিছে। সেই বিষয়ে তাৰ বেচ অভিজ্ঞতা হৈ গৈছে। সেইবাবে আৰোহী দুজনক একো নুসুধি তাৰ ইচ্ছামতেই ৰিক্সাখন লৈ গৈ আছিল।

ঃ আকৌ কেতিয়ালৈ উভটি আহিব সঞ্জীবদা।

—আকৌ তাৰ কাণত পৰিছিল—।

ঃ এবছৰ বা ন মাহৰ মূৰত। সপ্তাহত দুখনকৈ চিঠি দিবা দেই মিনু। তোমাৰ চিঠিৰ মাজতো তোমাক পাই মই তাত এই কেইদিন কটাই দিব পাৰিম।

সি আৰু একো শুনা নাছিল। তাৰ মন উৰিছিল বহুত দূৰলৈ চাপ্ৰাৰ ঘন বসতিৰ গাঁওবোৰৰ মাজলৈ। চাপ্ৰা বহুত দূৰ। ······বহুত শ মাইল কিজানি। কিমান মাইল দূৰ সি নেজানে; হিচাপ কৰাৰ জ্ঞান তাৰ নাই। সৰুতে তাক তাৰ মাহীমাকে পঢ়াতকৈ বাহিৰা কাম কৰিবলৈ দিলে। সিও ভাল পালে ইমান দূৰ বাটকুৰি বাই গৈ স্কুলত শিক্ষকৰ কোব খোৱাতো সঁচাকৈয়ে আমনি লগা কথা। সেই বাবে সিও বাহিৰা কামতে মনযোগ দিলে। মাটি কম। অইনৰ মাটিত খেতি কৰে। মাটিৰ গৰাকীক আধা দি আহিব লাগে। বাপেকেও খেতি কৰাৰ বল লাহে লাহে হেৰুৱাই আহিছে। সেই কাৰণে সি খেতি কৰিলে। হলেও অলপ পঢ়ি অহা দৰকাৰ আছিল বুলি সি এতিয়াহে বুজিব পাৰিছে। সি অলপ পঢ়াতো দৰকাৰ আছিল। কিয়নো তাৰ মৰমৰ লক্ষী জনীলৈ সিও ইহঁতৰ দৰেই মনৰ কথা লেখিব পাৰিলেহেঁতেন। তাৰ মনটো বিঙা বিঙা লাগে। লক্ষীলৈ বাৰে বাৰে মনত পৰে।

পেটৰ দায়ত পৰি সি এদিন এই অসমলৈ গুচি আহিল। কেঁচা যৌৱনোদীপ্ত তাৰ মৰমৰ লক্ষীজনীক সি এদিন এৰি আহিব লগাত পৰিল। বহুতৰ মুখতে সি শুনিবলৈ পাইছিল অসমৰ কথা। অসমত কম শ্ৰমতে বেছি উৎপাদন কৰিব পৰাৰ কথা। লগতে সি দেখিছিল সিহঁতৰ গাঁৱৰ বহুতেই অসমলৈ আহি আৰু উভতি যোৱা নাই। অসমৰ মাটিয়ে হেনো মিলিজুলি থাকিব দিয়ে। সি তেতিয়া ভাবিছিল অসমখন এনে দেশ য'ত টকা-পইচাই ঠাহ খাই আছে আৰু হাত দিলেই সকলো পায়। কিন্তু ইয়ালৈ অহাৰ পাছত তাৰ মনত সেই ভাব আৰু নাছিল।

এদিন তাৰ লগৰে ভণ্ডাৰীয়ে আহি তাক জনালে।

ঃ বল, ৰামবিলাস অসমলৈ যাওঁ। তাত হেনো কেঞা বোলে সুদূৰ মাৰোৱাৰৰ পৰা হাতত এটা পিতলৰ ঘটি বাপতি সাহোন হিচাপে লৈ গৈয়েই এতিয়া লাখ পতি হৈছেগৈ। আমাৰ জানো বিহাৰী ভাই তাত কম আছে। অসমখন হেনো আমাৰ বিহাৰৰ এটা অংশ যেনহে পায়।

ঃ কিন্তু ভাই ·····তাৰ কথা শেষ হোৱা নাছিল। চকুহুটাৰে চকুৰ নীৰবোৰ উপচি আহিছিল, 'মোৰ যে, চাদী।' কোনো মতে কথাখিনি ওলাইছিল।

ঃ টকা আছে? আছে যদি সোনকালে পাত।

ঃ টকা! সি যেন আকাশৰ পৰাহে পৰিল। সি একো নক'লে। সিহঁত যে আজি ত্ৰুদিন লঘোনে আছে তাকো সি প্ৰকাশ নকৰিলে।

ঃ বল না! তোৰ চাদীৰ বাবেই টকা আনিব পাৰিবি।

সি তেতিয়া বুজিব পাৰিলে তাৰ এটা সমস্যা সঁচাকৈয়ে সমাধান হৈ গ'ল। সঁচা কথা। অসমৰ পৰা টকা আনি সি চাদী কৰিব। তাৰ ওঁঠত হাঁহি বিৰিঙিল। কিন্তু লক্ষীৰ মুখ খনি, তাইৰ হৰিণী সদৃশ চকু যুৰি আৰু তাইৰ স্ফীত বুকুখন তাৰ চকুৰ আগত ভাঁহি উঠাৰ লগে লগে তাৰ অসমলৈ গৈ টকা ঘটাৰ কল্পনা বহুত দূৰলৈ আঁতৰি গ'ল। সঁচা কথা সি লক্ষীক এৰি কলৈকো যাব নোৱাৰে। তাৰ বুকুখন বিষাই

উঠিল। যি জনীক সি দিনটোৰ ভিতৰত এবাৰ নেদেখিলে থাকিব নোৱাৰে, যি জনীক এবাৰ নেমাতিলে থাকিব নোৱাৰে, সেই জনীক এৰি সি কেনেকৈ 'হাবি জঙ্গলে ভৰা' অসমলৈ যায়? এফালে টকা আন ফালে মৰমৰ টান—কোনটোক সি আগ কৰে?

ওচৰৰে চহৰ খনৰ গাতে লগা কাৰখানাটোত সি কাম কৰি সেই টকাৰে বিয়া কৰাব। পিছত লক্ষীক লগত লৈ অসমলৈ যাম বুলি কৈ সি ভণ্ডাৰীক বিদায় দিলে। ভণ্ডাৰী গুচি আহিল।

কিন্তু শেহত এদিন সি অসমলৈ আহিবলৈ বাধ্য হ'ল। ৰাতি পোহৰ পোহৰ হৈ অহাৰ আগে তাৰ মৰমৰ মাকৈ-ভৰা পথাৰখনৰ মাজত লক্ষীক চুমাই চুমাই দুগাল ওপচাই তাৰ গাঁৱৰ পৰা তিনি মাইল দূৰত থকা ঝাওঁৰা ষ্টেচনলৈ ৰাতিপুৱাৰ ট্ৰেনখন ধৰিবলৈ সি খোজ আগবঢ়াই দিলে।

: তই কেতিয়া আহিবি বিলাস?

সি উভটি চাবলৈ আকৌ বাধ্য হৈছিল। লক্ষী তাৰ পিছে পিছে নিয়ৰত তিতা শাৰীখন এহাতেৰে দাঙি তাৰ ওচৰলৈ দৌৰি আহি আছিল। ওচৰ পাওঁতেই সি তাইক সাৱটি ধৰি কঁপা কঁপা মাতেৰে কৈছিল। –

: খুব সোনকালে আহিম লক্ষী, খু-উ-ব সোনকালে। তই চিন্তা নকৰিবি।—সি আৰু একো ক'ব পৰা নাছিল। তাৰ ভাষাবোৰ হেৰাই গৈছিল। লক্ষীৰ চুলিৰ মাজত তাৰ মুখখন গুজি ধৰি তাৰ চকুপানী-খিনিক লক্ষীৰ চকুৰ আঁতৰ কৰিবলৈ চেষ্টা কৰিছিল।

তাৰ বাহুৰ মাজত সোমাই থাকিয়ে তাই লেনিয়াই কৈ গৈছিল : মইও অসমলৈ যাওঁ বল না।—তাইৰ চকু যুৰি ঢুলঢুলীয়া হৈ গৈছিল নেকি, তেতিয়া তাৰ তাইৰ চকুলৈ চোৱাৰ সাহসকণ হেৰাই গৈছিল। "তোক এৰি যে মই এদিনো থাকিব নোৱাৰো বিলাস। তাই উচুপিয়েই উঠিছিল।"

: মোৰ লগত কেনেকৈ যাবি লক্ষী?

: কিয়?

: তোৰ যে মোৰ লগত চাদী হোৱা নাই।—তাৰ চকু পানীবোৰ বাধাহীন ভাৱে সৰিছিল।

: তেনেহ'লে চাদী নকৰাৰ কিয়?

: পইচা নাই লক্ষী। চাদীৰ বাবে পইচা ঘটিবৰ বাবেই আজি মই অসমলৈ যাবলৈ ওলাইছোঁ।—শেষৰ কথাখিনি তাৰ ওঁঠেৰে কথমপিহে বাগৰি আহিছিল।

ৰামবিলাসৰ বাহুৰ মাজত তাই জঠৰ হৈ গৈছিল। তাই কেৱল অবুজ বোবা চাৱনিৰে তাৰ চকুলৈ চাই আছিল। ৰামবিলাসে তাইক জোৰেৰে সাৱটি ধৰি ৰাস্তাৰ পৰা আঁতৰি গৈ মাকৈৰ মাজত দুয়ো অলপ সময়ৰ বাবে হেৰাই গৈছিল।

চলন্ত গাড়ীৰ তৃতীয় শ্ৰেণীৰ কুঠৰীত বহি সি সকলোতে তাৰ মৰমৰ লক্ষীক দেখিছিল। লক্ষীৰ গা-টো ইমান লাহি, ওঁঠ দুটা ইমান মিঠা, তাইৰ বুকুখন ইমান কোমল। সি লক্ষীৰ বুকুত হাতখন দি উচপ্ খাই উঠিছিল। এইখন যে লক্ষীৰ বুকু নহয় এইখন নিয়ৰত তিতি থকা কঠিন খিৰিকিহে। তাৰ মনটো কেনেবা লাগিছিল। বাহিৰলৈ জুমি চাই সি দেখিছিল জোনবাইটো এচপৰা গোমা মেঘৰ আঁৰ হৈ পৰিছে।

এদিন ৰাতিপুৱাৰ লগে লগে, অসমৰ বিখ্যাত তথা ব্যস্ততাৰ বহু-আশাৰ গুৱাহাটী চহৰখন পাই আনন্দৰ লগে লগে বেজাৰে তাক আমনি কৰিছিল। গাড়ীৰ পৰা নামিয়েই সি কেনি যাওঁ কি কৰো একো ভাবি নেপায় টিকট লোৱা বাবুৰ হাতত টিকট দি প্লেটফৰ্মৰ বাহিৰলৈ ওলাই আহি অপ্ৰত্যাশিতভাৱে তাৰ এবছৰ আগতে অহা ভগুৱাৰীক লগ পাই আচৰিত হৈ গৈছিল। ভগুৱাৰীৰ তেতিয়া আৰু আগৰ খীণোৱা চেহেৰা নাছিল। মুখৰ দাগটো নথকা হ'লে ৰামবিলাসে কিজানি তাক চিনিবই নোৱাৰিলেহেঁতেন। ৰামবিলাস অবাক হৈ গৈছিল।

: আৰে ভাই বিলাস আহিলি। ভগুৱাৰী এক প্ৰকাৰ চিঞৰিয়ে তাৰ ৰিক্সাখনৰ পৰা জাপ মাৰি নামি আহি তাক সাবটি ধৰিছিল—মই জানিছিলোঁ বিলাস তই এদিন আহিবি, অকলে নহয়—লক্ষী ভিতৰতে বৈ

আছে নেকি ৰাম? যা সোনকালে লৈ আহ। মই তহঁতক লৈ যাওঁ।

ৰামবিলাসৰ হাঁহিবৰ চেষ্টা কৰা চকু যুৰিত বিষাদ নামি আহিছিল।

: কি লক্ষী অহা নাই ৰাম?—ৰামবিলাসৰ মুখৰ ৰঙৰ পৰা লক্ষী যে তাৰ লগত অহা নাই সেই কথা বুজিব পাৰি তাৰ খং চৰিল--'কি বেইমান এই মাইকী সব!' তাৰ চকু দুটা ৰঙা হৈ পৰিছিল।

: কেনেকৈ আহিব ভাই। তাৰ পাহৰা লক্ষীজনী আকৌ তাৰ চকুৰ আগত ভাঁহি উঠিছিল। অতি বেজাৰত তাৰ ভাষা তাৰ ওঁঠেৰে ওলাই অহা নাছিল।

: কিয় আহিব নোৱাৰে? তাৰ কথাত শ্লেষৰ ভাব ফুটি উঠিছিল— তই জানো চাদী কৰোৱা নাই?

: নাই ভাই! চাদী কৰোৱা নহ'ল।

: চাদী কৰোৱা নাই?—ভণ্ডাৰী আচৰিত হৈ গৈছিল—'কিয় চাদীৰ টকাৰ কাৰণে জানো কাৰখানাত কাম কৰা নাছিলি? টকাবোৰ তেনে কি কৰিলি?

: টকা। তাৰ মনটো কেনেবা লাগিছিল। এই টকাৰ বাবেই আজি সি অসম পাইছেহি।

: নকৰ কিয় টকা তই কি কৰিছ?

: কাৰখানাৰ মালিকে টকা অলপ দি কাম বেয়া হোৱা বুলি খেদি দিলে। তাকে লৈয়েই কোনোমতে এইখিনি পালোহি। ৰামবিলাসৰ লগতে ভণ্ডাৰীয়েও নাকান্দিবলৈ চেষ্টা কৰি তাৰ বিক্সাখনৰ ফালে আগবাঢ়ি গৈছিল।

ভণ্ডাৰীয়ে চলোৱা বিক্সাৰ মহাজনজনৰ পৰা আৰু এখন বিক্সা ভাৰাটৈল আনি নিউফিল্ডত শিক্ষা কৰাৰ পিছত ৰামবিলাসো এজন সুদক্ষ বিক্সা চালক হৈ পৰিছিল। দুদিন পিছত ৰামবিলাসেও সোঁ, ৰাওঁ চান্দমাৰী, বিহাবাৰী আনকি ছাত্ৰীবাৰীও চিনি পোৱা হৈ উঠিছিল।

কুকুৰমূতাৰ কাঠৰ কাৰখানা এটাৰ কাঠৰ ওপৰতে তুয়ো জাৰে-জহে থাকিবলৈ লৈছিল।

ৰামবিলাসৰ আজি অসমলৈ আহিবৰ বহুত দিন হ'ল। এই বহুত দিনৰ ভিতৰত তাৰ হাতলৈ বহুত টকা আহি বহুত টকা আকৌ জুৱা-মদৰ যোগেৰে ওলাই গ'ল। এতিয়াও তাৰ হাতত তাৰ চাদীৰ বাবে টকা জমা নহ'ল। লক্ষী এতিয়াও জানো আগৰ মৰমী লক্ষী হৈয়েই আছে? তাৰ মনত দুশ্চিন্তাই আগুৰি ধৰিলে—মনত বহুতো প্ৰশ্ন জাগিল।

এইবাৰ শীতত জানো তাৰ লক্ষীৰ একো হোৱা নাই? যোৱা মহাপ্ৰলয়ে জানো তাৰ মৰমৰ লক্ষীক ক্ষমা কৰিছে? তাৰ ভৰিৰ বল কমি আহিছিল, ৰিক্সাখনৰ বেগ লাহে লাহে কমি শেষত বৈ গৈছিল।

: এই ৰিক্সাৱালা বৈ গলি কিয়? সি উচপ খাই উঠিছিল। তাৰ সপোন-হেৰাই গৈছিল। কান্ধত থকা মুখমোচা খনেৰে চকু দুটা মোহাৰি লৈ সি পেদেলত জোৰ দি সিহঁতলৈ উভতি চাই—লাইটৰ পোহৰত এটাৰ বুকুৰমাজত এটা সোমাই থকা দেখি সি আকৌ এবাৰ উচপ খাই উঠিছিল।

: কি চাইচ?

: কলৈ যাব বাবু? সি লৰালৰিকৈ দৃষ্টি ঘূৰাই আনি প্ৰশ্ন কৰিছিল।

: ভৰলুমুখলৈ।

সি হেণ্ডেলত জোৰেৰে ধৰি ৰিক্সাৰ বেগ বঢ়াই দিছিল।





বিশিষ্ট সাংবাদিক ক্ষীৰেন্দ্ৰ চন্দ্ৰ ৰায়ে লেখক জীৱনৰ পাতনি মেলিছিল গল্পকাৰ হিচাপে। আক কোৱা বাহুল্য মাথোন যে তেওঁৰ প্ৰথম গল্প প্ৰকাশ হৈছিল 'কটনিয়ানৰ' পাতত। কলেজীয়া ডেকা-গাভৰুৰ বিশেষত্ব-হীন প্ৰেমৰ উপাখ্যানটিৰ সামৰণিত অৱশ্যে এটি নাটকীয় চমক আছে। ক্ষীৰেন ৰায়ে এতিয়াও ছেগাচোৰোকাকৈ গল্প লিখে; কিন্তু সাংবাদিকতাই তেওঁৰ বেছিভাগ সময় লোৱাৰ কাৰণে গল্পৰ প্ৰতি তেওঁ বেছি মনোযোগ দিব নোৱাৰে।

ক্ষীৰেন্দ্ৰ চন্দ্ৰ ৰায়

# মেঘ মেঘ লাগে

আগলি কল-পাতৰ দৰেই অস্থিৰ এটি মনৰ ছন্দে ছন্দে অবুজ উৎকণ্ঠাৰ বন্যা নামিল। আধুনিক সাজ-সজ্জাৰে সুসজ্জিত অকণমানি ধুনীয়া কোঠালি এটিৰ ভিতৰত কাবোবাৰ আগমনীৰ অপেক্ষাত এটি দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে আৱেগ আৰু দ্বিধাৰ ত্ৰুক ত্ৰুক কম্পন নামিল। আৰু বাক্ ৰঙীন চিত্ৰেৰে বিচিত্ৰ ৰূপ পোৱা জিল্‌মিল্ দামী পৰ্দাখন মন্থৰ গতিত বলি থকা বতাহজাকৰ পৰশ লাগি লাজ লাজকৈ শিহৰিত হ'ল। কমকৈ ভ'লিউম দি থোৱা ধুনীয়া ম'ডেলৰ ৰেডিঅ'টোৰ পৰা উটি অহা পশ্চিমীয়া যন্ত্ৰ-সংগীতৰ মৃদু-মধু ঝংকাৰেৰে সমস্ত কোঠালিটোৰ বতাহখিনি লাহি কাগজ এখিলাৰ দৰেই স্পন্দিত হ'ল।

ক্ষন্তেক পিছতেই মেকুৰীৰ দেহৰ দৰে কিচ্‌কিচিয়া ক'লা জোতা পৰিধান কৰা নাইলনৰ ফুলাম মোজাৰে ভুখন ভৰি অধিক গাম্ভীৰ্যতাৰে পৰ্দাখন ঠেলি কোঠালিৰ ভিতৰৰ ফুলাম কাৰ্পেটলৈ আগবাঢ়ি আহিল। নিমপাতৰ দৰেই বৈ পৰা এযুৰী নয়নত কিহবাৰ বিজুলী খেলি গ'ল। অধিক সচেতন ভাৱে ঠিয় হৈ অভ্যাগতৰ চকুলৈ চাই বিস্ময়াবিভূত হৈ পৰিল সেই দৃষ্টি। প্ৰাণ-চঞ্চল উন্মাদনাৰে উচ্ছল হৈ নাচি নাচি বৈ অহা এটি নিজৰাৰ ঝিৰ-ঝিৰ গীতিধ্বনি আচম্বিতে যেন কলৰৱবিহীন হৈ পৰিল, স্থবিৰ হৈ গ'ল তাৰ স্বচ্ছ সলিল প্ৰবাহৰ নৃত্যৰ ছন্দময় লহমা।



কিবা এযাৰ ক'ব খুজিও ক'ব নোৱাৰিলে গীতিমাই। কিবা এৰাৰ সুধিব খুজিও সুধিব নোৱাৰিলে প্ৰশান্তই।

এয়া যেন সম্পূৰ্ণ অনাহূত পৰিবেশ যাৰ কাৰণে অলপো প্ৰস্তুত নাছিল গীতিমা আৰু প্ৰস্তুত নাছিল প্ৰশান্ত। সেয়ে পাহৰি গ'ল গীতিমাই গৃহস্থৰ সন্মানৰ হকে প্ৰশান্তক বহাৰ কথা ক'বলৈ আৰু পাহৰিলে প্ৰশান্তই স্বকীয় সন্মান অক্ষুন্ন ৰাখি গতানুগতিক নিয়মেৰে ঘৰখনৰ মুখিয়াল মানুহজন থকা নথকাৰ কথা সুধিবলৈ।

অবাক বিস্ময়েৰে স্তব্ধ হৈ ৰৈ গ'ল দুটি নয়নৰ চাৱনি অন্য দুটিৰ ওপৰত।

ভিতৰে ভিতৰে খং উঠি গ'ল প্ৰশান্তৰ বন্ধু নিবোদৰ ওপৰত। কিয় সি তাক ইয়ালৈ মাতিছিল? বন্ধুত্ব আৰু ভদ্ৰতাৰ অবিহণা মানুহে কি এনেকৈয়ে দিব লাগে নেকি? মানুহ মাত্ৰেই আত্ম-সন্মানী হোৱাটো উচিত আৰু সম্পূৰ্ণ অজ্ঞাতভাৱে এজনে আন এজনৰ আত্মসন্মানত এনেদৰে আঘাত দিয়াৰ কোনো যুক্তি নাই। এয়া যেন প্ৰশান্তৰ বাবে জীৱনৰ এটি চৰম মুহূৰ্তৰ কু-ক্ষণ। এয়া যেন তাৰ বাবে এটি গ্লানি, এটি আত্ম-লঘিমাৰ অনিমন্ত্ৰিত অৱকাশ

মৰ্মৰ মূৰ্তি এটিৰ দৰেই নিৰ্বাক, নিশ্চল হৈ চাই থোৱা গীতিমাজনীৰ এতিয়াহে মনলৈ আহিল প্ৰশান্তক বহিবলৈ কোৱাৰ কথাষাৰ। সন্দিগ্ধ-পূৰ্ণ দুটি মিহি পাতল ৰঙীন ওঁঠত এটি ক্ষীণ কম্পন উঠিল:

'আপুনি বহক প্ৰশান্তদা, মোমাইদেউ এতিয়াই আহি ওলাবহি।'

ভদ্ৰতাৰ খাতিৰত প্ৰশান্তই একো উত্তৰ নিদিয়াকৈয়ে ওচৰৰ চকি এখনত বহি পৰিল। সি নিজকেই অলপ সহজ কৰিবলৈ চেষ্টা কৰিলে। এনেয়ে কোঠাটোৰ কেউপিনে এবাৰ চাই ল'লে। সমুখৰ সৰু আলমাৰিটোৰ ভিতৰত সজাই থোৱা কিতাপবোৰৰ নামবোৰ এনেয়ে পঢ়ি গ'ল: কাম মাই বিলাভেদ, কাশ্মীৰ প্ৰিন্সেচ, প্ৰাইদ এণ্ড প্ৰেজুদাইচ, অল কুইট্ অন দি ওৱেষ্টাৰ্ণ ফ্ৰণ্ট, দি লংগেষ্ট দে', ইয়াকঞ্জম ইত্যাদি।

ধুনীয়াকৈ ফুল তুলি ঘৰতে বনোৱা সুন্দৰ টেবিল ক্লথ খনিয়ে ঢাকি ৰখা সমুখৰ সৰু ঘূৰণীয়া মেজখনৰ পৰা এনেয়ে প্ৰশান্তই এখন পষেকীয়া ইংৰাজী কাকত হাতত তুলি লৈ পাতবোৰ অন্যমনস্কভাৱে লুটিয়াই যাব ধৰিলে।

: 'আপুনি বাৰু কেতিয়া যোৰহাটলৈ আহিলে ?'

গীতিমাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ নৌ পাওঁতেই পদুলি মুখত বোৱা ফিয়েট্ গাড়ীখনলৈ দুয়োৰে চকু গ'ল। তাৰ পৰা নামি আহিলে আঠেকুৰি বছৰৰো অধিক বয়সস্থ উকিল শ্ৰীপ্ৰমোদ চৌধুৰী, বন্ধু নিবোদ, উকিলনী, আৰু হাইস্কুলত পঢ়ি থকা উকিলৰ ছোৱালী দুজনী।

গীতিমাই খৰধৰকৈ বাহিৰলৈ ওলাই আহি প্ৰশান্ত অহাৰ বাতৰিটো মোমায়েকক জনালে। ভলভলীয়া চৌধুৰীয়ে একে চাবেই প্ৰশান্তৰ কাষ পালেহি।

: 'এয়া মই কৈছোৱেই নহয় যে এই বিলাক ডেকাল'ৰাই কেতিয়াও কথা নেপেলায়। কিমান পলম হ'ল বাৰু ? আমি অকণমান লেইট্ কৰিলোঁনেকি ?'

ঠিয় হৈ সন্মান জনাবলৈ ওলোৱা প্ৰশান্তক লক্ষ্য কৰি কথাকেইষাৰ কৈ গ'ল চৌধুৰীয়ে।

আটাইকেইজন আকৌ ড্ৰয়িং ৰুমতে বহি পৰিল হাঁহি আৰু কথাৰে। প্ৰশান্তৰ নিচেই কাষতে তাৰ নতুনকৈ হোৱা বন্ধু নিবোদ, তাৰ সমুখত চৌধুৰী আৰু চৌধুৰাণী।

নতুনকৈ পিন্ধি লোৱা মেখেলা-চাদৰৰ খৰ-খৰ শব্দ তুলি বাৰাণ্ডাৰে ধীৰে ধীৰে পাৰ হৈ গ'ল চৌধুৰীৰ ছোৱালী দুজনী। দুয়ো ভুমুকি মাৰি পৰ্দাৰ ফাঁকেৰে চাই গ'ল প্ৰশান্তলৈ। গীতিমাও সোমাই গ'ল ভিতৰলৈ সিহঁতৰ পিছে পিছে।

ভিতৰৰ পৰা দুই এটি চেপা হাঁহিৰ টুকুৰা ভাহি আহিল। বোধহয় ছোৱালী দুজনীয়ে গীতিমাক লৈ চুপতি মাৰিছে।

তাৰ পিছত আৰম্ভ হ'ল লাগ-বান্ধ নোহোৱা বহুত কথাৰ আলোচনা-

সমালোচনা। চৌধুৰীয়ে নিজৰ উকালতিৰ কামৰ পৰা আৰম্ভ কৰি ছোৱালী দুজনী ক্ৰমে নাইন্-টেনলৈ প্ৰমোচন পোৱাৰ খবৰেৰে, প্ৰশান্তই আই. এ. এচ. পৰীক্ষাত কিমান প'জিচন পালে, কি কি চাবজেক্ট লৈছিল, ইত্যাদি নানান কথাৰ অবতাৰণা কৰিলে। বৰ্তমান দেশৰ প্ৰধান সমস্যা খিনিকে লৈ আটাইৰে মাজত যেনিবা গুৰুতৰ আলোচনাহে হ'ল। শিল্প, কলা, সাহিত্যৰ প্ৰতিও চৌধুৰীৰ কম নিচা নহয়। অসমত কি কি কাৰণত ভাল লেখক ওলাব নোৱাৰে, কিয় অসমীয়া মৌলিক বিশ্বজনীন সাহিত্যৰ অভাৱ বাৰুকৈয়ে পৰিলক্ষিত হয় ইত্যাদি নানান কথাৰ আলোচনা বিলোচনা চলিল। প্ৰশান্তই বেছি কথা নকয়, মাথোন দুটি-এটি কথাৰেই হয়ভৰ দিয়ে।

বয়স হলেও চেহেৰা-পাতিৰে গাভৰু যেন লগা ফেমিনা, ওমেন আদি কাকতৰ স্থায়ী গ্ৰাহিকা চৌধুৰাণীয়েও আহি আলোচনাত যোগদান কৰিলেহি। মহিলা সমিতিৰ যোগেদি অসমীয়া সমাজলৈ তেওঁৰ অৰিহণাও সুই কৰিব নোৱাৰি। কিন্তু মাকৰ তুলনাত ছোৱালী দুজনী বৰ লাজুকী হ'ল। মাকে মাতি আনি পৰিচয় কৰাই দিলে প্ৰশান্তৰ লগত: এজনী জ্যোতিমালা আৰু আনজনী অৰুণিমা। লাজ লাজকৈ দুয়ো নমস্কাৰ কৰিলে প্ৰশান্তক।

সকলো খোৱা লোৱাৰ যোগাৰ কৰিলে জ্যোতিমালা, অৰুণিমা আৰু গীতিমাই। অলপ পিছতে প্ৰশান্তৰ প্ৰতি নিমন্ত্ৰণ আহিল। খোৱাৰ নিমন্ত্ৰণ।

তাৰ পিছত প্ৰশান্ত গুচি আহিব খুজিলে, কিন্তু চৌধুৰী পৰিয়ালৰ আতিথ্যখিনিক সি উলাই কৰিব নোৱাৰিলে। অত্যন্ত ভাল লাগি গ'ল তাৰ এইটো পৰিয়ালক। উকিলৰ ল'ৰা নাই। মাত্ৰ ছোৱালী দুজনীয়েই। তেওঁলোকে ল'ৰা মানুহ ঘৰলৈ গ'লে পৰি মৰম কৰে। সেয়ে প্ৰশান্ত মান্তি হ'ল, ৰাতিটো তাতে থাকি পিছদিনাই গুৱাহাটীলৈ গুচি আহিব।

এটি ধুনীয়া কোঠাত সুন্দৰকৈ বিছনা সজাই দিলে জ্যোতিমালা,

অৰুণিমা আৰু গীতিমাই। প্ৰায় চাৰে দহ মান বজালৈ চৌধুৰী আৰু নিবোদে কথা পাতিলে প্ৰশান্তৰ লগত। শেষলৈ অৰুণমান আমনিও অনুভৱ কৰিলে প্ৰশান্তই।

বিছনাখনত পৰি প্ৰশান্তই আকাশ-পাতাল ভাবি যাব ধৰিলে। বহুত কথাই জাউৰি পাতি তাৰ মনলৈ প্ৰৱেশ কৰিলে। চৌধুৰী পৰিয়ালৰ মৰমবোৰৰ কথা সি আকৌ এবাৰ সোঁৱৰি চালে। সি মন কৰিলে, যে গীতিমাও ইতিমধ্যে বহুখিনি পৰিৱৰ্তন হৈ গৈছে। তাইৰ আগৰ সেই কলেজীয়া দিনৰ বাংচালী স্বভাৱটো এতিয়া আৰু কিঞ্চিতো নাই। যথেষ্ট গহীন হৈ পৰিছে এইজনী গীতিমা।

কিন্তু কিয় ?

হঠাৎ মনত পৰি গ'ল প্ৰশান্তৰ কলেজীয়া দিনৰ টুকুৰা-টুকুৰ স্মৃতি বোৰলৈ।

অৰ্থনীতিত অনাৰ্ছ লৈ কটন কলেজৰ পৰা বি. এ. পাছ কৰিছিল প্ৰশান্ত বৰুৱাই। সি তেতিয়া চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ আৰু গীতিমাজনীও সিহঁতৰ কলেজৰে অসমীয়াত অনাৰ্ছ থকা তৃতীয় বাৰ্ষিকৰ মৰম লগা ছোৱালী। হোষ্টেলত থাকি পঢ়ে। প্ৰশান্ত আগৰ পৰাই অলপ গম্ভীৰ। তাৰ তুলনাত গীতিমাজনী অত্যধিক চঞ্চল ছোৱালী। বয়সৰ তাগিদাত বিছনাত পেট পেলাই বজাৰৰ সস্তীয়া উপন্যাস পঢ়া বিধৰ ছোৱালী আছিল এইজনী গীতিমা। কলেজৰ ফাংচনবোৰত অংশগ্ৰহণ নকৰিলেও বাকীবোৰ ছোৱালীতকৈ তাই অলপ ফৰৱাৰ্ড হৈ ৰহিছিল, অবাধ গতিৰে ল'ৰাৰ লগত কথা পাতিছিল, হাঁহিছিল আৰু মাজে মাজে কোৰাচতো অংশ লৈছিল।

এইবোৰ কথাৰ কাৰণে গীতিমাৰ প্ৰতি প্ৰশান্তৰ অলপো বেয়া ইম্প্ৰেচন নাছিল আৰু আজিও নাই। কাৰণ, ল'ৰাৰ লগত কথা কোৱা, হঁহা বা ফৰৱাৰ্ড হৈ থুৰি ফুৰা ছোৱালী মাত্ৰেই লম্পত চাৰিত্ৰিক গুণসম্পন্না ছোৱালী নহয়। দেখাত অত্যন্ত শান্ত যেন লগা ছোৱালী কিছুমানো ভিতৰে ভিতৰে অসম্ভৱ দুষ্ট।

কিন্তু এটা কথা প্ৰশান্তৰ সুন্দৰকৈ মনত আছে আজিও। অহকালিৰ মনোৰম আবেলি এটি। অকলশৰে প্ৰশান্তই লুইতৰ পাৰত ফুৰি ফুৰি কাছাৰী ঘাটৰ এটি খট্‌খটিত বহিছিল। তেতিয়া বিয়লিৰ সূৰুযটো সোণতৰাৰ কপালৰ ৰঙাকৈ সেন্দুৰৰ ফোঁটটি যেন হৈ পশ্চিম আকাশত জিলিকিছিল। কোনোবা শিল্পীৰ যাদুকৰী হাতৰ অদৃশ্য তুলিকাৰ বোল লাগি লুইতৰ পানীত বিধে বিধে ৰঙৰ সমাৱেশ হৈছিল। সোঁ মাজত গাভৰু চঞ্চলা উৰ্বশীয়ে লুইতৰ পানীত আঁচল তিয়াই অতীতৰ কাহিনীবোৰ যেন এটি এটিকৈ কাৰোবাক নিৰলে শুনাবলৈ অধীৰ হৈ অপেক্ষা কৰিছিল। অদূৰত অশ্বক্লান্ত। পুৰণি আহোম ৰজা সকলৰ জুই সুৰীয়া কাহিনী যেন এইবোৰ পাহাৰৰ শিলে শিলে নিমাত হৈ শুই আছে। কোনোবা সুন্দৰৰ শিল্পীৰ সোণকাঠিৰ পৰশ পালেই যেন এইবোৰ মৃতপ্ৰায় কাহিনী আকৌ সাৰ পাই উঠি অসমীয়াৰ প্ৰাণত নকৈ শকতিৰ বান তুলিব। এদিন এই লুইতেৰে উজাই আহিছিল মোগলৰ দুৰ্জয় সেনানী। এদিন এই লুইতৰ স্বচ্ছ সলিল ধাৰা বীৰ লাচিতৰ হেংদাঙৰ দুৰন্ত আঘাতত নিগৰিত হোৱা শত্ৰুসেনাৰ ৰক্ত বৰ্ণেৰে উত্তাসী উঠিছিল।

হঠাৎ প্ৰশান্তৰ চিন্তাৰ আঁত হেৰাই গ'ল। তলৰ শিল এচটাৰ পৰা উটি অহা এটি মিহি হাঁহিৰ খলকনি শুনি। দৃষ্টি তাৰ নামি গ'ল তললৈ। দুটি জীৱন্ত মূৰ্তি অতি ওচৰা-ওচৰিকৈ বহি কিহবাৰ আলোচনাত ব্যস্ত হৈ পৰিছে। এজনী ছোৱালী আৰু আনজন ল'ৰা। এন্ধাৰৰ পাতল আভৰণ এখনেৰে বসুন্ধৰাই আলফুলে নিজৰ দেহক লুকোৱাবলৈ যো-জা কৰিছিল মাত্ৰ। তথাপি চিনি পালে প্ৰশান্তই। সেয়া গীতিমা আৰু জীৱন। তাৰ কলেজৰে ছাত্ৰ-ছাত্ৰী। গীতিমাৰ প্ৰায় গোটেইটো দেহ অতি অলসভাৱে জীৱনৰ বুকুৰ ওপৰত ঢলি পৰিছিল।

আচৰিত হ'বলগীয়া একো নাছিল প্ৰশান্তৰ। কাৰণ, সেয়া কোনো অস্বাভাৱিক নতুন ঘটনা নহয়। আৰু এইটো সামান্য দৃশ্যৰ কথা সি সম্পূৰ্ণৰূপে পাহৰিও যাব পাৰিলেহেঁতেন, কিন্তু নোৱাৰিলে মাত্ৰ এটা কাৰণত। সেয়া অপৰাজিতাৰ কাৰণে।

অপৰাজিতা নামৰ ছোৱালীজনীৰ দেহৰ অঙ্গে অঙ্গে আছিল অপূৰ্ব মোহনীয় শোভা, মুখমণ্ডলত আছিল এক অসহ্য কমনীয়তা। সেয়ে প্ৰথম চিনাকিতেই অকাৰণে অত্যন্ত ভাল লাগি গৈছিল এইজনী ছোৱালীক। আৰু শেষত প্ৰশান্তই আৱিষ্কাৰ কৰিছিল সঁচাকৈ অপৰাজিতাৰো তাক হেনো অত্যন্ত ভাল লাগে। ভাল লগাৰ এই অদৃশ্য তাঁৰৰ প্ৰধান সংযোগ কেন্দ্ৰ আছিল গীতিমাজনী। তাইৰ আশা-শুধীয়া প্ৰচেষ্টাতেই অপৰাজিতা আৰু প্ৰশান্তৰ মাজৰ অকাৰণতে ভাল লগা খিনি কাৰণবশতঃ গভীৰ হৈ উঠিছিল।

এইখিনি সৰলতাৰ কাৰণে প্ৰশান্ত চিৰদিন গীতিমাৰ ওচৰত কৃতজ্ঞ।

বি. এ. পাছ কৰাৰ পিছত প্ৰশান্ত যাবলৈ ওলাইছিল দিল্লীলৈ। তাত থকা 'স্কুল অব্ ইক'নোমিক্স'ত সি মাষ্টাৰ ডিগ্ৰী ল'ব। যোৱাৰ এদিন আগতে 'ডিলাইট'ৰ এটি সৰু কোঠাত দুখনি অন্তৰ মেলানিৰ অনন্ত কাৰুণ্যতাৰে বধিৰ হৈ পৰিছিল। হেৰাই গৈছিল ওঁঠৰ ভাষা দুয়োৰো। অপলক দৃষ্টিৰে চাই ৰৈছিল দুয়ো দুয়োলৈ। কিবা এক দানবীয় কৰাঘাতত স্থবিৰ হৈ পৰিছিল এই ক্ষণৰ অন্তিম লাস্যতৰঙ্গ। নিশ্চুপ হৈ উচুপি উঠিছিল কেউকাষৰ বতাহজাক। আলফুলকৈ প্ৰশান্তই অপৰাজিতাৰ হাতখন দুহাতেৰে লিৰিকি-বিদাৰি কথা দিছিল, এম. এ. পাছ কৰি সি আই. এ. এচ কম্পিট্ কৰিব আৰু পোষ্টিং হোৱাৰ পিছতেই সিহঁতৰ বিয়া হ'ব। মাত্ৰ তাই অপেক্ষা কৰিব লাগে। সৰু ছোৱালী এজনীৰ দৰেই থৰ লাগি চাই ৰৈছিল অপৰাজিতাই। তাইও কথা দিছিল : তাই তাৰ কাৰণে নিশ্চয় অপেক্ষা কৰিব।

কটন কলেজৰ সেউজীয়া বননিখিনিৰ আঁহে আঁহে কিছুমান অবুজ উৎকণ্ঠা মিহলি স্মৃতিৰ টুকুৰা সৰি সৰি পৰি ৰৈছিল। ইংলিচ ম'ডেলৰ ওখ-চাপৰ ঘৰ কেইটিৰ লগতেই নকৈ মূৰ দাঙি উঠা পকি বিল্ডিং দুটিৰ নিৰ্জীৱ বেৰবোৰৰ কোঁহে কোঁহে সোমাই ৰৈছিল কিছুমান মৰমসিক্ত নোকোৱা সাধুৰ চিঙ্কনী।

বাস্তিপুৰা নটা বজাৰ লগে লগে ছুখুৰামৰ হাত কঠুৱা হাতুৰীটোৰ ওপৰা ওপৰিকৈ কৰা কেইটিমান নিষ্ঠুৰাঘাতত বাৰাণ্ডাৰ কাঁচী কাঠত ওলমি থকা পূৰ্ণিমাৰ জোনটো যেন পিতলৰ বেলটোৰ বণ্ বণ্কৈ হোৱা কক্ষ চিঞৰৰ কেইটিৰ অনুধাৱনত আৰম্ভ হোৱা তিনিকুৰি বছৰ পাৰ হ'লেও গাভৰু প্ৰাণ-চঞ্চল উন্মাদনাৰে উচ্ছল হৈ থকা এইখন সোণ চটিওৱা ঐতিহ্যৰে মহীয়ান কটন কলেজৰ উছৰ মুখৰ পৰিৱেশ এৰি এদিন প্ৰশান্ত গুচি গৈছিল সুদূৰ দিল্লীলৈ।

দিল্লীৰ পৰা প্ৰশান্তই প্ৰায়ে চিঠি লিখিছিল অপৰাজিতালৈ। প্ৰথম দিল্লীৰ অভিজ্ঞতাসহ কন্নট্ প্লেচৰ নৈশ সৌন্দৰ্য, লালকিল্লা, যন্তৰ-মন্তৰ, বিৰলা মন্দিৰ, কুটুব মিনাৰ আদিৰ ফটোৰে তাইলৈ দীঘলীয়াকৈ চিঠি লিখিছিল। উত্তৰত অপৰাজিতাইও লিখিছিল তাইৰ আবেগ আৰু উৎকণ্ঠাৰ মধুৰ আৰু প্ৰশান্তৰ কাৰণে মধুৰ চিঠি। পঢ়ি পঢ়ি আপোন পাহৰা হৈছিল অপৰাজিতা। আমোদ পাইছিল প্ৰশান্তই।

তাৰ পিছত আৰু এটি দিন আহিছিল যিদিনা সকলো খিনি ওলট-পালট হৈ গৈছিল। মাত্ৰ এখন সৰু চিঠিৰ ছশাৰীমান অতীৱ নীৰস কথাই বাকৰুদ্ধ কৰি তুলিছিল প্ৰশান্তক। বিছনাত পৰি সি চিন্তা কৰিছিল বহুত কথা—যিবোৰ তাৰ কাৰণে হৈ পৰিছিল সম্পূৰ্ণ অৰ্থহীন। আকৌ এবাৰ সি ভাবি চাইছিল অপৰাজিতাৰ কথাবোৰ, তাইৰ প্ৰতি-শ্ৰুতিবোৰ। কিন্তু শেষত তাই তাক কি দিলে? দেউতাকৰ অনুমতিত হেনো তাই বাধ্য হৈছে অনিচ্ছাস্বত্বেও এজন অধ্যাপকক বিয়া কৰাবলৈ। আৰু সেই কাৰণে সি যেন তাইক বেয়া নেপায়। কিন্তু বেয়া পাই জানো সি কিবা লাভবান হ'ব? আস্থা তাৰ হেৰাই গৈছিল অপৰাজিতাৰ লেহুকা মনোবলৰ ওপৰত। বিশ্বাস তাৰ হেৰাই গৈছিল ছোৱালী জাতিটোৰ স্বীকৃতিবোৰৰ ওপৰত।

• আৰু এদিন সিও পুৰুষৰ দৰেই পাহৰি পেলাইছিল অপৰাজিতা নামৰ এজনী চঞ্চলা ছোৱালীৰ কথা। পাহৰি গৈছিল সি গীতিমা নামৰ অপৰাজিতাৰ এজনী যৌৱনোন্মত্ত বান্ধৱীৰ কথা।

কিন্তু আজিৰ ঘটনাটোৱে প্ৰশান্তক অভাৱনীয় ভাৱে বিব্ৰত কৰি তুলিলে। সি সপোনতো ভবা নাছিল কেতিয়াবা এনেকুৱা পৰিস্থিতি এটাৰ সম্মুখীন হ'ব বুলি। গীতিমাৰ নামটো আগতে জনোৱা হ'লে সি কেতিয়াও এইখন চোধুৰী পৰিয়াললৈ নাহিলহেঁতেন। বন্ধু নিবোদে তাইৰ ঘৰত মতা নাম 'মামণি' বুলিহে তাক কৈছিল। মামণি নিবোদৰ সম্বন্ধীয়া ভনীয়েক। ডিব্ৰুগড়ৰ পৰা আহি যোৰহাটৰ মোমায়েকৰ ঘৰতেই আছে। নিবোদৰ অনুৰোধ ক্ৰমেই সি 'মামণি'ক চাবলৈ আহিছিল কিন্তু সি জনা নাছিল যে এইজনী মামণিয়েই সেইজনী গীতিমা।

প্ৰশান্তই জানে বন্ধু নিবোদৰ কথা সি ৰাখিব নোৱাৰিব। সি জানে ইমান ভাল লগা খোলা মনৰ চৌধুৰীৰ মনোবাঞ্চাও সি পূৰণ কৰিব নোৱাৰিব। কাৰণ ইয়াৰ মাজত বহুত কথা আছে। সেইবোৰ কথা আনে নেজানিলেও জানে প্ৰশান্তই, জানে গীতিমাই।





অসমৰ আটাইবোৰ ঠাইৰ পৰা আটাইতকৈ প্ৰতিভাবান ছাত্ৰ-ছাত্ৰীবোৰ কটন কলেজত পঢ়িবলৈ আহে। তেনেকুৱা দুই-আঢ়ৈ হাজাৰ ছাত্ৰ-ছাত্ৰীৰ মাজৰ পৰা যি দুই-এজনে বছেৰেকীয়া গল্প প্ৰতিযোগিতাত পুৰস্কাৰ পায় বা 'কটনিয়ানত' গল্প লিখে, তেওঁলোকৰ পক্ষে একেবাৰে বাজে গল্প লেখা সম্ভৱ নহয়। আৰতি ভূঞাও নিশ্চয় সেই সকল প্ৰতিভাবান ডেকা-গাভৰুৰ ভিতৰৰে এজন—যি সকলে যৌৱনৰ উচ্ছ্বাসত 'কটনিয়ানত' দুই-এটা গল্প লিখি পিছলৈ লিখিবলৈ এৰি দিলে। সাৱলীল ভাষাৰে লেখা তেওঁৰ 'প্লাষ্টিকৰ ফুল' গল্পটোত ভাল গল্পৰ একাধিক গুণ বিদ্যমান। শেষলৈকে নাটকীয় কৌতূহল ৰক্ষা কৰি লেখা গল্পটোৰ অন্যতম আকৰ্ষণ হ'ল নাৰীৰ দৃষ্টিৰে নাৰী-মনৰ বিশ্লেষণ।

আৰতি ভূঞা

# প্লাষ্টিকৰ ফুল

পূব আকাশত সূৰুযে কেতিয়াবাই এটি নতুন দিনৰ সূচনা কৰিলে। এই চহৰখনতো এটি গতানুগতিক দিন। কিন্তু যোৱা ৰাতিৰ দেৱলাৰ সেই চাঞ্চল্যকৰ ঘটনাই যেন গতানুগতিক দিনটোৰ প্ৰতিটো ক্ষণ চঞ্চল কৰি তুলিছে আৰু চঞ্চল কৰিছে এই চহৰখনৰ মানুহবোৰৰ মন আৰু যুক্তিবোৰ। সকলোৱে মুখে মুখে কেৱল সেই ঘটনা।

চহৰখনৰ আন মানুহবোৰৰ দৰে সুৰভিয়েও শুনিলে সেই ঘটনা আৰু যি মুহূৰ্তত এই কথা শুনিছিল ঠিক সেই মুহূৰ্তৰ পৰা তাইৰ এনেকুৱা লাগিছিল যেন তাই একো শুনা নাই, একো দেখা নাই, একো ভবা নাই, তাই যেন নিজতে নিজে নাই। মাথোন তাইৰ মনত আছে এটা সময়ত তাই নিজৰ কোঠাৰ দুৱাৰখন ভিতৰৰ পৰা সজোৰে বন্ধ কৰি বিছনাখনত বাগৰি পৰি কৈছিল - "নহয়, নহয়,—ই সম্ভৱ নহয়। ই হ'ব নোৱাৰে। দেৱলাই কেতিয়াও তেনেকুৱা কাম কৰিব নোৱাৰে।"······

সুৰভিয়ে লাহে লাহে বুজি উঠিল, ই তাইৰ বাবে এটা নিষ্ঠুৰ সত্য। তাইৰ কাণত বাজিছে বন্ধ দুৱাৰৰ সিফালে থকা বাৰাণ্ডাত ঘৰখনৰ মানুহবোৰৰ কথাবোৰ—'দেৱলাই তেনেকুৱা নকৰিলে কোনে কৰিব? ····· দেৱলাৰ নিচিনা ছোৱালীৰ পৰিণতি তেনেকুৱাই, সেইকাৰণেই মই সুৰভিক বাৰে বাৰে সাৱধান কৰি দিছিলোঁ দেৱলাৰ লগত বন্ধুত্ব



নকৰিবলৈ।……তোমাৰ ছোৱালী জানো কম জেদী আৰু গোঁৱাৰ, আমি যিটো কৰিবলৈ মানা কৰিম, নিজৰ ইচ্ছা মতে কৰে, সকলোতে নিজৰ ইচ্ছা। আমি যেন তাইৰ একো নহওঁ, দেৱলাহে সকলো। এতিয়া পাইছে নহয় মজাপালি, এতিয়া তাই মুখ খুলি কওকচোন দেৱলা ভাল ছোৱালী বুলি। দেৱলাৰ বিষয়ে মাতেই মাতিব নোৱাৰি, এতিয়া? · এতিয়াতো গোটেই চহৰখনেই দেৱলাৰ কথা কৈছে। ··" ঘৰখনৰ মানুহবোৰৰ বিভিন্ন যুক্তি আৰু মন্তব্যই সুৰভিৰ সহ্যৰ সীমা কেতিয়াবাই অতিক্ৰম কৰিছিল। তথাপি আজি তাই নিৰুপায়। সকলো কথা নীৰৱে শুনিবলৈ তাই যেন আজি বাধ্য। কাৰণ প্ৰত্যেকটো যুক্তি আৰু মন্তব্য আজি অপ্ৰিয় সত্য হৈ পৰিছে। তাই কেনেকৈ প্ৰতিবাদ কৰিব? অসহায়ভাৱে তাই বিছনাৰ গাৰুটোত মুখখন গুজি কাণ দুখন দুই হাতেৰে হেঁচি ধৰিলে। তথাপি সেই কথাবোৰে বিষাক্ত শৰৰ দৰে তাইৰ কাণত অহৰহ বিন্ধি তাইৰ শৰীৰ, মন সকলো বিষাক্ত কৰি তুলিলে। অধৈৰ্য হৈ পাগলীৰ দৰে তাই একেজাপে বিছনাৰপৰা উঠি দুৱাৰখন খুলি উত্তেজিতভাৱে ক'বলৈ ধৰিলে—"মোক পাগল কৰিবা নেকি তোমালোকে? আঁতৰি যোৱা ইয়াৰপৰা। নহ'লে—নহ'লে—" বাৰাণ্ডাত থিয় হৈ থকা প্ৰত্যেকজন মানুহে তাইৰ ফালে চালে আৰু হঠাতে তেওঁলোকৰ মুখবোৰ বন্ধ হৈ গ'ল। সুৰভিৰ ৰুক্ষ চুলি, শুকান মুখ, অসংযত কাপোৰ, উত্তেজিত আৰু অস্বাভাৱিক কণ্ঠস্বৰ শুনি তেওঁলোকে কিবা ক'ব খুজিও নকৈ নীৰৱ হৈ ৰ'ল। মাত্ৰ মাকে তাইৰ ওচৰলৈ আগবাঢ়ি আহি আকুলভাৱে সুধিলে—"কি হৈছে সু··?" তেওঁৰ অৰ্ধসমাপ্ত কথাৰ ওপৰতে সুৰভিয়ে দ্বিগুণ উত্তেজনা মিশ্ৰিত কম্পিত কণ্ঠস্বৰেৰে ক'লে—"আঁতৰি যোৱা। মোক অলপ শান্তিৰে থাকিবলৈ দিয়া।" লগে লগে দুৱাৰখন সুৰভিয়ে পুনৰ বন্ধ কৰি দিলে। নীৰৱ হৈ ৰৈ থকা মানুহবোৰলৈ চাই সুৰভিৰ মাকে ক'লে—"তাইক এই সময়ত একো নোকোৱাই ভাল।" প্ৰত্যেকেই সেই একেধাৰ কথাকে উপলব্ধি কৰিছিল। সুৰভিক তেওঁলোকে জানে। তাই আন ছোৱালীৰ

দৰে নহয় আৰু সেয়ে তাই আনে কৰিব নোৱাৰা কিবাকিবি কৰিব পাৰে আৰু কৰিছেও।

বন্ধ দুৱাৰখনৰ ওচৰৰ পৰা আঁতৰি আহি লাহে লাহে সুৰভি নিজৰ বিছনাখনতে পুনৰ বহি পৰিল আৰু ক্ৰমান্বয়ে স্বাভাৱিক হৈ তাই সকলোবোৰ কথা ভাবিবলৈ ধৰিলে। দেৱলাই কিয় তেনেকুৱা কৰিলে? কিয়? কিয় দেৱলাই যোৱা ৰাতি তেনেকুৱা এটা কাম কৰি গোটেই চহৰখনৰ মানুহৰ মুখৰোচক কাহিনীৰ সৃষ্টিৰ ইন্ধন যোগালে? সুৰভিয়ে ভাবিলে, আজি তাই ক্ষন্তেকৰ বাবে হ'লেও ঘৰৰ মানুহবোৰৰ মুখবোৰ বন্ধ কৰিলে; কিন্তু গোটেই চহৰখনৰ মানুহৰ মুখবোৰ জানো বন্ধ কৰিব পাৰিব? তাই জানে ঘৰখনৰ মানুহবোৰে তাইক খুব মৰম কৰে। কাৰণ তিনিজন ভায়েক ককায়েকৰ একান্নবৰ্তী পৰিয়ালত তায়ে একমাত্ৰ ছোৱালী। তাইৰ প্ৰতি থকা মৰমৰ বাবেই তাইৰ ইচ্ছা-অনিচ্ছাৰ ওপৰত আনে কথা নকৈছিল আৰু সেয়ে তাই হৈ পৰিছিল অলপ বেলেগ ধৰণৰ। নিজে যিটো অন্যায় বুলি ভাবিছিল তাৰ প্ৰতিবাদ কৰিছিল। আৰু যিটো ন্যায় সেইটো স্বইচ্ছাৰে কৰি গৈছিল। সেই কাৰ্যৰ পৰা তাইক বিৰত কৰিবলৈ ঘৰখনৰ কাৰো সাধ্য নাছিল।

ঘৰখনৰ এই সাধ্য নাছিল বাবেই তাই দেৱলাৰ নিচিনা ছোৱালীৰ লগত বন্ধুত্ব কৰিব পাৰিছিল। দেৱলাৰ লগত ঘনিষ্ঠতা হোৱা এই ছমাহৰ প্ৰতিটো ক্ষণ, প্ৰতিটো ঘটনাই সুৰভিৰ আজি স্পষ্টকৈ মনত আছে। এই ঘনিষ্ঠতাখিনিয়ে দেৱলাক সম্পূৰ্ণৰূপে বুজি উঠিবলৈ সুৰভিক সহায় কৰিছিল। তথাপি সুৰভিয়ে আজি অনুভৱ কৰিছে, তাই দেৱলাক একেবাৰে বুজা নাছিল। বুজিছিল এই চহৰখনৰ আন প্ৰত্যেক মানুহে; তেওঁলোকে মনে মনে দেৱলাৰ বিষয়ে যি কথা ভাবিছিল অথচ মুখ ফুটাই কোৱা নাছিল সেয়ে আজি বাস্তৱত পৰিণত হ'ল।

দেৱলাৰ প্ৰতি অবুজ অভিমানেৰে সুৰভিৰ মন ভৰি পৰিল। কিন্তু সুৰভিয়ে বুজিছে এই অভিমান কিমান মূল্যহীন। যাৰ ওচৰত এই অভিমান কৰিছে সেই দেৱলাই আজি তাইৰ ওচৰত নাই।

দেৱলাই সুৰভিক একো নজনোৱাকৈ তাইৰ ওচৰৰ পৰা আঁতৰি গৈছে।

যোৱাকালি আবেলিও সুৰভিয়ে দেৱলাক লগ পাইছিল আৰু সেই সময়ত এনেকুৱা এটা কাম যে দেৱলাই কৰিব তাৰ কোনো ইঙ্গিতেই সুৰভিয়ে পোৱা নাছিল। আনদিনাৰ দৰেই দেৱলাই সুৰভিক দেখি একেই চিনাকি হাঁহিৰে তাইক সম্ভাষণ জনাইছিল। বহুত কথা কৈছিল আৰু কৈছিল সিহঁতৰ বন্ধুত্বৰ কথা—যি খিনি কথা দেৱলাই প্ৰায়ে কয়। সুৰভিৰ চকুলৈ চাই তাই কৈছিল—"সঁচাকৈয়ে তুমি মোক খুব ভালপোৱা নহয় সুৰভি? মোৰ নিচিনা ছোৱালীৰ যে কিমান ভাগ্য তোমাৰ দৰে বন্ধু পোৱাটো। মাজে মাজে এনেকুৱা লাগে যেন ভগৱানে এই বন্ধুত্ব, এই মৰম-সহ্য কৰা নাই, জানা।" "ধেৎ কিবোৰ যে তুমি কোৱা!" —সুৰভিয়ে অভিমানেৰে কয়।

দেৱলাই কিন্তু কৈ গৈছিল—"সঁচা কৈছোঁ সুৰভি, ভয় লাগে আমাৰ এই বন্ধুত্ব অজানিতে হেৰুৱাওঁ বুলি। মোৰ কি আছে? জীৱনত হাঁহি কি বস্তু নেজানিলোঁ। তোমাৰ বন্ধুত্ব মোৰ বাবে আছিল আশীৰ্বাদ জীৱনত প্ৰত্যেক মানুহে অলপ মৰম, অলপ ভালপোৱা, অলপ সহানুভূতি বিচাৰে। মই তোমাৰ পৰা সকলো পাইছিলোঁ—।" কিন্তু দেৱলাৰ মাতটো আবেগত কঁপিছিল। চকুহালো সজল হৈ উঠিছিল। দেৱলাৰ এইবোৰ কথা এই সজল চকু সুৰভিয়ে যোৱা ছমাহৰ কেবাদিনো দেখিছে দেৱলাই আৰু কৈছিল—"তুমি মোক সদায়ে ভাল পাই থাকিবা সুৰভি। যেতিয়া মই জানিম কেৱল তুমি মোক ভাল পাইছা তেতিয়া জীৱনত একো নেপালেও সকলো পোৱাৰ আনন্দ মই পাম। আমাৰ বন্ধুত্বত কোনো স্বাৰ্থ নাই, স্বাৰ্থহীন বন্ধুত্ব এই পৃথিবীৰ মানুহবোৰৰ সহ্য নহয়, হয়তো ভগৱানৰো।"

দেৱলাই কৈছিল তাইৰ এতিয়া আৰু কোনো দুখ নাই। তেন্তে কিহৰ দুখত যোৱাৰাতি তাই তেনেকুৱা কৰিলে? সুৰভিয়ে পুনৰ অনুভৱ কৰিলে, তাই দেৱলাক সম্পূৰ্ণৰূপে বুজি উঠিও, দেৱলা বোলা ছোৱালীজনীৰ

মনটো চিনি পায়ো শেষত একো নুবুজিলে। দেৱলা তাইৰ ওচৰত অপৰিচিতা হৈ ৰ'ল, দেৱলা তাইৰ খুব ওচৰলৈ আহি আত্মপ্ৰকাশ কৰি শেষত দূৰলৈ আঁতৰি চাৰিওফালে ৰহস্যৰ অৱগুণ্ঠন টানি অস্পষ্টভাৱে দূৰত ৰৈ আছে, যিদৰে আছিল প্ৰথম দিনাখন !

সেই প্ৰথম দিনটো। কলেজীয়া জীৱনৰ পাতনি মেলা সেই প্ৰথম দিনটোত সুৰভি কিছুমান চিনাকি অচিনাকি ছোৱালীৰ মাজত ছোৱালীৰ জিৰণি কোঠাৰ বাৰাণ্ডাত থিয় হৈ আছিল। হঠাতে ছোৱালীবোৰৰ মাজত এটা মৃদু গুঞ্জৰণ উঠিল। আৰু সকলোৰে মনবোৰ কৌতূহলপূৰ্ণ হৈ পৰিল। সেই মৃদু গুঞ্জৰণ আৰু কৌতূহলৰ উৎস আছিল অলপ আঁতৰেদি পাৰ হৈ যোৱা এজনী অকলশৰীয়া শান্ত ছোৱালী। ছোৱালীজনীয়ে কাৰো ফালে চোৱা নাছিল। উকা মুগাৰ মেখেলা, সাধাৰণ এখন কপাহী চাদৰ আৰু ব্লাউজেৰে ছোৱালীজনীৰ মুখৰ শান্ত ভাবখিনি আৰু শান্ত কৰি তুলিছিল। সুৰভিয়ে তাইৰ আশে পাশে হোৱা মৃদু গুঞ্জৰণৰ পৰা বুজি পালে, চহৰখনৰ কৌতূহলৰ বিষয় দেৱলা বোলা ছোৱালীজনীয়েই সেয়া। সুৰভিয়ে আগেয়ে কেতিয়াও এই ছোৱালীজনীক দেখা নাছিল, যদিও একেখন চহৰ দুয়োজনী ছোৱালীৰ জন্মৰে পৰাই পৰিচিত। তাৰ প্ৰধান কাৰণ হৈছে সুৰভিৰ মন। লগৰ কোনো সহপাঠিনীৰ লগত তাইৰ বিশেষ বন্ধুত্ব নাই, কাৰণ সুৰভিৰ মনৰ লগত সামঞ্জস্য থকা ছোৱালী নাছিল। সেয়ে বেছিভাগ সময় সুৰভি ঘৰতে থাকে। তদুপৰি আজি তিনিবছৰৰ আগতে কৌতূহলৰ বিষয় কৰি তোলা দেৱলা বোলা ছোৱালীজনীও এই চহৰত থাকিও নথকাৰ দৰে। চহৰৰ এমূৰে থকা ঘৰটোত বেছিভাগ সময় তাই সোমাই থাকে। বিশেষ প্ৰয়োজন নহ'লে কোনোদিনে তাইক ঘৰটোৰ বাহিৰত দেখা পোৱা নগৈছিল।

ছোৱালীৰ জুমটোত তেতিয়া কেৱল দেৱলাৰ কথা—"এয়াই সেই দেৱলা—" যোৱা তিনিবছৰৰ ভিতৰত চহৰখনলৈ নতুনকৈ অহা ছোৱালী দুজনীমানে কৈছিল—"কথাটো যে একেবাৰে অসম্ভৱ যেন লাগে, সঁচা

জানো? দেউতাকেই বা কিয় আত্মহত্যা কৰিলে?" লগে লগে সেই মুখৰোচক কাহিনীৰ পুনৰাবৃত্তি হৈছিল—"এইবোৰ একেবাৰে সঁচা কথা। তিনিবছৰ আগতে কোনেও নেজানিছিল যে দেৱল বোলা মৰম লগা ল'ৰাটো দৰাচলতে এজনী ছোৱালী। জানিবানো কেনেকৈ? তাই জন্মৰে পৰা ল'ৰাৰ দৰে চার্ট-পেণ্ট পিন্ধিছিল, ল'ৰাৰ লগত খেলিছিল; ল'ৰাৰ স্কুলত পঢ়িছিল, সকৰে পৰা ল'ৰাৰ লগত হুলি-গলি কৰি নিজৰ সকলো ধৰণৰ আচৰণ ল'ৰাৰ দৰে কৰি পেলাইছিল। তাইৰ গাতেই বা কি দোষ? দোষ হয়তো ছোৱালীজনীৰ ভাগ্যলিপিৰ। চাৰিজনী ছোৱালীৰ জন্মৰ সাত আঠ বছৰৰ পিছত যি সন্তান ঘৰখনলৈ আহিব খুজিলে সকলোৱে ভাবিছিল এই সন্তান নিশ্চয় পুত্ৰ-সন্তান। আশাও কৰিছিল সকলোৱে। কিন্তু সেই সন্তান যেতিয়া ছোৱালী হ'ল, মাক-বাপেকে মনত সান্ত্বনা পাবৰ বাবেই গোপনে সিদ্ধান্ত কৰিলে তাইক ল'ৰাৰ দৰেই তুলিব। সেই সন্তান ল'ৰা বুলিয়েই জানিলে সকলোৱে। কিন্তু সত্যক জানো ঢাকি ৰাখিব পাৰি? দেৱলৰ লগত পঢ়া কেবাবাৰো ফেল কৰা অলপ বয়সস্থ ল'ৰাবোৰে আৱিষ্কাৰ কৰিলে দৰাচলতে দেৱল ছোৱালী। লগে লগে এই খবৰে গোটেই চহৰ ৰজনজনাই দিলে। তাৰ ছদিনমান পিছত ঘৰৰ পাছফালৰ পুখুৰীত দেৱলৰ দেউতাকৰ মৃতদেহ পোৱা গ'ল। বহুতো কথাই কোৱা হ'ল আৰু এদিন সমাজত থাকিও দেৱলহঁতৰ ঘৰখনে সমাজৰ লগত থকা সকলো সম্পৰ্ক বিছিন্ন কৰিলে। চহৰৰ এমূৰে থকা চিৰদিনৰ বাবে দেউতাকৰ আত্মহত্যাই কালিমা সনা ঘৰখনত পৰি ৰ'ল লোক অপমান, কলঙ্ক মূৰ পাতি লোৱা এগৰাকী মাতৃ আৰু এজনী দুৰ্ভগীয়া ছোৱালী। এইবোৰ ঘটনা ঘটাৰ বহু আগতেই দেৱলাৰ বায়েক চাৰিগৰাকীৰ বিয়া হৈ গৈছিল। "

সুৰভিয়ে সিদিনা আৰু ঢেৰ কিবাকিবি শুনিছিল, মাত্ৰ সিদিনাই নহয়। তাৰ আগতেও বহুতো দিন বহুত কথা সুৰভিয়ে দেৱলাহঁতৰ ঘৰখনৰ বিষয়ে শুনিছিল আৰু কলেজত নাম লগোৱাৰ পিছত দেৱলা বোলা ছোৱালীজনীৰ বহুত কথা নিজে প্ৰত্যক্ষভাৱে শুনিলে। প্ৰথমতে

সুৰভিয়ে এইবোৰত বিশেষ গুৰুত্ব আৰোপ কৰা নাছিল। মনো দিয়া নাছিল। লাহে লাহে সুৰভিয়ে দেখিলে দেৱলা কলেজলৈ আহে, ক্লাছ কৰে, কাৰো মুখলৈ চকু তুলি নেচায়, কাৰো লগত কথা নেপাতে আৰু যেতিয়া ছোৱালীৰ জিৰণি-কোঠাৰ দাঁতিয়েদি পাৰ হৈ যায়, ছোৱালীৰ মাজত এটি মৃদু গুঞ্জৰণৰ সৃষ্টি হয়। সুৰভিয়ে আৰু মন কৰিলে, যেতিয়া ছোৱালীজনীয়ে ক্লাছৰ সময়ত কোঠাটোলৈ অকলশৰীয়াকৈ এখন বেঞ্চত উদাসভাৱে বহি থাকে, অন্য ছোৱালীবোৰ সোমোৱাৰ আগলৈকে ল'ৰাবোৰে নানা মন্তব্যৰে তাইক থকা-সৰকা কৰে। সুৰভিয়ে মন কৰে দেৱলাৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। মুখত সেই একেই শান্ত উদাস ভাৱ। ইমান অপমান সুখ বুলি সহ্য কৰা ছোৱালীজনীৰ ধৈৰ্য দেখি সুৰভিয়ে ক'ব নোৱাৰাকৈ দেৱলাৰ প্ৰতি আকৰ্ষিত হৈ পৰে। ক্ৰমান্বয়ে দিনবোৰ অতিবাহিত হৈ যোৱাৰ লগে লগে ছোৱালীজনীৰ ওপৰত কৰা অপমান অবিচাৰবোৰ দেখি সুৰভি অধৈৰ্য হৈ উঠে। কেবা-ৰাতিও তাই বিছনাত পৰি শোৱাৰ আগমুহূৰ্তলৈকে ভাবে—কিহৰ কাৰণে দেৱলাৰ ইমান অপমান ; মাক-বাপেকে কৰা ভুলৰ বাবে ? কিন্তু কিয় ? দেৱলা কি ছোৱালী নহয় ? তাইৰ কি মন নাই ? সেই মনত জানো ভাব নাই ? অনুভূতি নাই ? সুৰভিয়ে ভাবে, দেৱলাৰ প্ৰতি ই ভীষণ অন্যায়। প্ৰত্যেক মানুহে ভুল কৰে। ভুলৰ ক্ষমা জানো নাই ? নিশ্চয় আছে। সুৰভিয়ে ভাবে, দেৱলাৰ প্ৰতি কৰা অন্যায় আৰু অপমানৰ তাই প্ৰতিবাদ কৰিব। সুৰভিৰ বাবে অন্যায়ক প্ৰশ্ৰয় দিয়া অসহ্য। যেতিয়াৰ পৰা সুৰভিয়ে বুজিলে দেৱলাৰ প্ৰতি কৰা অপমান অন্যায়ৰ বাহিৰে একো নহয় তেতিয়াৰ পৰা কেৱল তাইৰ এটাই চিন্তা হ'ল কেনেকৈ তাই এই অন্যায়ৰ প্ৰতিবাদ কৰিব। দুদিনমান অতিবাহিত হোৱাৰ পিছত কোনোবা এটা আবেলি সুৰভিক দেৱলাহঁতৰ পদূলি মুখত বিক্সাৰ পৰা নমা দেখা গ'ল। সুৰভিয়ে দুদিনমান ভাবি ভাবি ঠিক কৰিছিল আনে দেৱলাক যি ব্যৱহাৰ নকৰক লাগে, তাই নিজে ভাল ব্যৱহাৰ কৰিব—যিব্যৱহাৰ প্ৰত্যেক মানুহে মানুহৰ প্ৰতি কৰা উচিত,

ভেনেকুৱা ব্যৱহাৰ। দেৱলাৰ লগত চিনাকি হ'বৰ বাবে সুৰভি দেৱলাহঁতৰ ঘৰলৈ আহিল। কলেজত দেৱলাক মাতিবৰ সুবিধা নাই। কাৰো ফালে ছোৱালীজনীয়ে নেচায়। গোটেই বাটটো কেৱল দেৱলাৰ কথাকে ভাবিছিল। ছোৱালীজনী বা কি ধৰণৰ? সুৰভি সিহঁতৰ ঘৰলৈ যোৱাটোক বা কিদৰে গ্ৰহণ কৰে? দেৱলাই নিশ্চয় কোনো মানুহকে ভাল চকুৰে নেচায়। মানুহৰ পৰা তাইনো কি পাইছে? কেৱল অপমান। মনে মনে নিশ্চয় তাই মানুহৰ বিচাৰধাৰাক অভিশাপ দিয়ে। দেৱলাৰ বিষয়ে কিছুমান অনিশ্চিত ধাৰণা লৈ প্ৰথমবাৰৰ বাবে সুৰভি সিহঁতৰ বাৰাণ্ডাত অলপপৰ থিয় হৈ ৰ'ল। ভিতৰৰ পৰা কোনোবা এগৰাকী মহিলাৰ বৈ বৈ হোৱা কাহৰ শব্দ তাইৰ কাণত পৰিল। তাই দুৱাৰখনত আঙুলিৰ টোকৰ মৰাৰ লগে লগে শুনা গ'ল—"মাজনী চাচোন, কোনোবা আহিছে হ'ব পায়; কোননো আহিল আমাৰ ঘৰলৈ?" তাৰ পিছত সুৰভিয়ে কাৰোবাৰ পদধ্বনি তাইৰ ফালে ক্ৰমান্বয়ে আগবাঢ়ি অহা শুনিলে। সুৰভিয়ে অলপ পিছতে দেখিলে, সঁচাকৈয়ে সেয়া দেৱলা। দেৱলাই সুৰভিক দেখি যথেষ্ট অপ্ৰস্তুত হৈছিল। তথাপি নিজকে সংযত কৰি দেৱলাই মিঠা হাঁহিৰে সুৰভিক বহিবৰ বাবে অনুৰোধ কৰিলে। প্ৰথমবাৰৰ বাবে দেৱলাৰ মুখত সুৰভিয়ে হাঁহি দেখিলে। সুৰভিয়ে নিজৰ চিনাকি দিলে। দেৱলাই ক'লে—"মই তোমাক দেখিছোঁ, নামটোহে নেজানিছিলোঁ।" সুৰিভিয়ে মন কৰিলে, দেৱলাই উপযাচি কথা নকয়। সুৰভিয়ে কথা সুধিলে কেৱল চুটি চুটি উত্তৰ দিয়ে আৰু যেতিয়া সুৰভিয়ে কথা নকয় দেৱলা খুব অপ্ৰস্তুত হৈ পৰে।

সুৰভিয়ে দেৱলাক সুধি জানিব পাৰিলে কাহি থকা মানুহগৰাকী দেৱলাৰ মাক। ঘৰত থকা মানুহ হৈছে কেৱল তাই, মাক আৰু বহু-দিনৰ পৰা সিহঁতৰ ঘৰত বন কৰা মানুহ ৰামমোহন। সুৰভিয়ে প্ৰথম দিনাখনেই দেখিলে, এজনী ছোৱালীৰ জানিবলগীয়া সকলো কাম-বন দেৱলাই জানে আৰু এইবোৰ কামত যে দেৱলা কিমান পাৰদৰ্শী তাক অ'ত ত'ত পাৰি থোৱা ধুনীয়া এমব্ৰয়দাৰী কৰা কভাৰবোৰ, পাছুফালক

ঘৰ-তুৱাৰ আৰু সুৰভিক দিয়া চাহৰ কাপৰ দাঁতিত থকা জলপানৰ প্লেট-খনে বুজাই দিছিল। সিদিনা আহিবৰ সময়ত দেৱলাই নিজৰ ফালৰ পৰা উপযাচি এবাৰ কথাই কেৱল কৈছিল—"তোমাৰ লগত চিনাকি হৈ খুব ভাল লাগিল। সম্বন্ধীয় ছোৱালীৰ বাহিৰে আন ছোৱালীৰ লগত কোনো দিনে মই কথা পাতি পোৱা নাই। সেয়ে কথা কেনেকৈ ক'ব লাগে নেজানোঁ। মোৰ দোষ ক্ষমা কৰিবা। মাজে মাজে তুমি আহি থাকিলে খুব ভাল পাম। আহিবা দেই।"

সিদিনা সুৰভিয়ে ঘৰলৈ আহি মাকহঁতক সকলো কথা ক'লে। প্ৰথমতে ঘৰত নোকোৱাকৈ বিশেষকৈ দেৱলাৰ নিচিনা ছোৱালীৰ ঘৰলৈ যোৱাৰ বাবে সুৰভিক সকলোৱে কিবাকিবি কৈছিল। সুৰভিয়ে বহুত কিবাকিবি যুক্তিৰে প্ৰতিবাদ কৰি মাকহঁতক কৈছিল—ই তাইৰ দৃষ্টিত একো বেয়া কাম নহয়, বৰঞ্চ সমাজৰ আন দহজন মানুহৰ দৰে তায়ো তেনে ব্যৱহাৰ কৰাটো অন্যায়। সেই সময়ত বিজয়ো তুদিনমানৰ বাবে সেই চহৰলৈ আহিছিল। সুৰভিক দেৱলাৰ ঘৰলৈ ভবিষ্যতলৈ আৰু নেযাবৰ বাবে সি অনুৰোধ কৰিছিল। বিজয়ৰ অনুৰোধ সুৰভিয়ে নিজৰ যুক্তি দৰ্শাই নম্ৰভাৱে প্ৰত্যাখ্যান কৰি কৈছিল —বিশেষকৈ বিজয়েই এনেকুৱা অনুৰোধ কৰা অন্যায়।

পিছদিনা কলেজত সকলোৱে ইমান দিন অকলশৰে থকা দেৱলাৰ লগত সুৰভিৰ ঘনিষ্ঠতা মন কৰিলে। সুৰভিৰ অলক্ষিতে এই বিষয়ে সকলোৱে কিবাকিবি কৈছিল। অৱশ্যে সুৰভি এই কিবাকিবিলৈ মন দিয়া ছোৱালী নাছিল। পিছলৈ দেৱলাই এদিন কৈছিল—"মোৰ লগত থকা কাৰণে তোমাক দেখোন বহুতে বেয়া পাইছে। তুমি মোৰ লগত আৰু থাকিব নেলাগে সুৰভি। মোক অপমান কৰে, মই সহ্য কৰোঁ। কাৰণ এই অপমান সহ্য কৰিবলৈ মই বাধ্য। কিন্তু মোৰ বাবে তুমি অপমানিত হ'লে ধৈৰ্যেৰে থাকিব নোৱাৰোঁ।"

সুৰভিয়ে দেৱলাক বুজাই দিছিল, তাই এইবোৰলৈ মনেই নকৰে। মানুহৰ মন গৈছে অপমান কৰিছে, তোষামোদ কৰিছে, মন গৈছে বদনাম

গাইছে। "মই নিজে জানোঁ মই কাৰো অন্যায় কৰা নাই। ৰবৰ্ক যিটো ন্যায় তাক মুৰ তুলি দৃঢ়ভাৱে কৰিব পাৰিছোঁ। ইয়াতকৈ ডাঙৰ সুখৰ বা আনন্দৰ কথা মোৰ ওচৰত নাই। এই সুখ বা আনন্দৰ ওচৰত বদনাম বা তোষামোদ খুব তুচ্ছ।" সুৰভিয়ে কৈছিল। দেৱলাই মুগ্ধ চকুহালেৰে সুৰভিৰ ফালে চাই কৈছিল— "তুমি অসাধাৰণ সুৰভি।"

তাৰ পিছত যোৱা ছমাহ অতিবাহিত হৈছে। লাহে লাহে সুৰভি আৰু দেৱলাৰ ঘনিষ্ঠতাও মানুহৰ চকুত পুৰণি হৈ আহিল আৰু সেই বিষয়ত বিশেষ সমালোচনাও নকৰা হ'ল কোনেও। সুৰভিৰ ঘৰৰ মানুহবোৰেও সুৰভিক দেৱলাৰ লগত মিলামিচা কৰাত প্ৰথম প্ৰথম আপত্তি দেখুৱাই ভাগৰি পৰি শেষলৈ বুজিলে সুৰভিক সেই কাৰ্যৰ পৰা বিৰত কৰা অসম্ভৱ। কিন্তু সুৰভিয়ে মন কৰিছিল—এজন মানুহে বিশেষভাৱে দেৱলাৰ লগত তাইৰ ঘনিষ্ঠতাখিনি সহজভাৱে নলয়, অৱশ্যে স্পষ্টভাৱে প্ৰতিবাদ কৰিবও নোৱাৰিছিল। সেই মানুহজন হৈছে বিজয়। এতিয়া পুনৰ দুদিনমানৰ বাবে কিবা এটা কামত এই চহৰলৈ আহি পেহীয়েকৰ ঘৰতে আছে। বিজয় আৰু সুৰভিৰ মাজত থকা সম্পৰ্কৰ কথা ঘৰখনৰ সকলো মানুহে জানে আৰু সেই সম্পৰ্কত সঁহাৰিও জনাইছে। এই সম্পৰ্ক গঢ়ি উঠাৰ আগতেই অৱশ্যে ঘৰখনে বিজয়ক সুৰভিৰ বাবে মনোনীত কৰি থৈছিল।

আজি হয়তো বিজয়েও সুৰভিক দেৱলাৰ বিষয়ে কিবাকিবি কৈ যোৱাৰাতিৰ সেই কাহিনীৰ সমালোচনা কৰিব। যি মুহূৰ্তত সুৰভিয়ে বিজয়ৰ কথা ভাবিছিল ঠিক সেই মুহূৰ্ততে তাই বন্ধ দুৱাৰৰ সিফালে বিজয়ৰ মাত শুনিলে। সুৰভিয়ে সংযত হৈ অনিচ্ছাসত্বেও দুৱাৰখন খুলি দি মাথোন তলমূৰ কৰি থিয় হৈ ৰ'ল। তাই গম পালে বিজয় সোমাই আহিল খোটালিটোলৈ। আৰু তাই ভাবি থ'লে, যদি বিজয়ে দেৱলাৰ সম্পৰ্কে একাষাৰ কথাও এতিয়া উলিয়ায়, তেন্তে তাই চিঞৰি উঠিব— "আঁতৰি যোৱা; আঁতৰি যোৱা। মোক পাগল কৰিবা নেকি তোমালোকে? আঁতৰি যোৱা ইয়াৰ পৰা। নহ'লে—নহ'লে'—কিন্তু সুৰভি আচৰিত হ'ল, যেতিয়া বিজয়ে তাইলৈ বন্ধ লেফেফা এটা আগবঢ়াই

দিলে। হাত পাতি লেফেকাটো লৈ কিবা এটা ক'বলৈ মুখ মেলাৰ আগতেই দেখিলে বিজয় আঁতৰি গৈছে।

তুৰাৰখন এনেয়ে জপাই তাই লেফেকাটো খুলিব খুজি অনুভৱ কৰিলে তাইৰ হাতখন থৰথৰকৈ কঁপি উঠিছে। ভাবিলে হঠাতে বিজয়ৰ কি ইমান বিশেষ কথা ওলাল, বিশেষকৈ আজিৰ দিনত।

সুৰভিয়ে লেফেকাটো মৃদু উত্তেজনাৰে খুলি ভিতৰৰ চিঠিখন পঢ়ি গ'ল—'সুৰভি, তোমাক কিছুমান কথা নক'লে নহ'ব। মই আজি মুক্ত কণ্ঠে এটা সত্য স্বীকাৰ কৰিম। যি সত্য যোৱা নিশা দেৱলাই কৰি যোৱা ঘটনাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। ঘটনাটো শুনাৰ পিছৰপৰা মোৰ মনৰ অৱস্থা মই তোমাক বুজাব নোৱাৰোঁ। মুখেৰে হয়তো ভালদৰে ক'ব নোৱাৰিম ; সেয়ে চিঠিৰে জনালোঁ। মোৰ অনুভৱ হৈছে, সকলোখিনি ঘটনাৰ বাবে ময়েই দায়ী।' চিঠিখন হাতত লৈ পঢ়ি যোৱা সুৰভিৰ হাতখন ইমান অসম্ভৱ ধৰণে কঁপি উঠিল যে চিঠিৰ আখৰবোৰ যেন ঘূৰি ঘূৰি এক আবৰ্তৰ ৰূপ লৈছিল।

চিঠিখন কোলাত থৈ অলপ পৰ চকুহাল মুদি পুনৰ মেলি একে উশাহে পঢ়ি গ'ল—'তুমি দেৱলাৰ লগত কৰা ঘনিষ্ঠতা মোৰ সিমান ভাল নেলাগিলেও শেষলৈ সহ্য হৈছিল। কিন্তু মায়ে এই বন্ধুত্বক ভালভাৱে গ্ৰহণ কৰিব পৰা নাছিল। বিশেষকৈ যি গৰাকী তেওঁৰ ভাবী বোৱাৰী, সেই গৰাকী এখন কলঙ্ক থকা ঘৰৰ ছোৱালীৰ লগত মিলা-মিচা কৰাটো তেওঁ সহ্য কৰিব নোৱাৰিছিল। মাৰ দৃঢ় ধাৰণা দেৱলাৰ লগ ল'লে তুমি বেয়া হৈ যাবা। দেৱলা হৈছে বংশ-মৰ্যাদা নথকা এজনী সাধাৰণ ছোৱালী। মায়ে প্ৰায়ে মোক কৈছিল যে তুমি দেৱলাৰ পথ ত্যাগ নকৰিলে তেওঁ তোমাক বোৱাৰী কৰিবলৈ ভাল নেপাব। তুমি জানা, মা অসম্ভৱ জেদী আৰু এক কথাৰ মানুহ। ইফালে তোমাৰ অবিহনে মই মোৰ জীৱনৰ কথা ভাবিবই নোৱাৰোঁ। শেষত বহুতো কথা ভাবি সকলো কথা দেৱলালৈ মুক্তভাৱে জনোৱাটো ঠিক কৰিলোঁ। ইয়ালৈ আহি যোৱাকালি আবেলি দেৱলালৈ সকলো কথা সবিশেষ লেখি

পঠিয়াই দিলোঁ। তাত লেখিছিলোঁ—সুৰভিৰ মনৰ আকাশ দুখন। এখন আকাশত তুমি, আনখনত মই। এখনত তোমাৰ বন্ধুত্ব, আনখনত মোৰ প্ৰেম। সুৰভিয়ে শেষত কোনখন আকাশৰ তলত আশ্ৰয় ল'ব নেজানোঁ। হয়তো মোৰ প্ৰেমৰেই শেষত পৰাজয় হ'ব। কাৰণ সুৰভিক মই জানো। ন্যায়ৰ সপক্ষে নিজকো বলি দিব পাৰে।

মই ভবা নাছিলোঁ মোৰ চিঠি পঢ়ি দেৱলাই তেনে এটা ভয়াবহ আৰু নিষ্ঠুৰ সিদ্ধান্ত গ্ৰহণ কৰিব বুলি। পুৱা শুই উঠি মই ৰাস্তাৰ পিনে থকা খিৰিকিৰ কাষত থকা টেবুলখনত এখন বন্ধ লেফেফা দেখিলোঁ। অচিনাকি আখৰৰ চিঠিখন কৌতুহলবশতঃ পঢ়ি গলোঁ। সেই ক্ষুদ্ৰ চিঠি আছিল দেৱলাৰ। দেৱলাই লেখিছিল—'আপোনাৰ সকলো কথা পঢ়িলোঁ। কিন্তু আপুনি এটা ক্ষেত্ৰত ভুল কৰিছে! সুৰভিৰ মনৰ আকাশ এখনেই। সেই আকাশত আপোনৰ ভাল পোৱা হৈছে সূৰ্য আৰু মোৰ বন্ধুত্ব হয়তো জোন। যোৱা তিনি বছৰ আৰু ছমাহ ধৰি প্ৰায়ে মই এটা কথা ভাবিছিলোঁ মোৰ দৰে ছোৱালীৰ এই পৃথিৱীত জীয়াই থকাৰ প্ৰয়োজন বা কি? সুৰভিৰ বন্ধুত্ব আৰু মৰমে মোৰ প্ৰয়োজনহীন জীৱনত বহুত কিবাকিবি দিছিল। সেই কিবাকিবি খিনি দিবলৈ সুৰভিয়ে নিজৰ বহুত কিবাকিবি হেৰুৱাটোৰ কামনা মই কোনোদিন কৰা নাই আৰু নকৰোঁও। সুৰভিৰ মৰম আৰু বন্ধুত্বৰ বিনিময়ত মই একো দিব পৰা নাছিলোঁ। অৱশ্যে সুৰভি আৰু মোৰ বন্ধুত্বত পোৱা-নোপোৱাৰ হিচাপ কোনোদিন উঠা নাছিল। আপোনালোকৰ প্ৰেম যুগমীয়া হোৱাটোৱেই মোৰ জীৱনৰ শেষ কামনা। সুৰভিলৈ জীৱনৰ সকলো মৰম আৰু শুভেচ্ছা থাকিল। এইবোৰ কথা সুৰভিক নজনালোঁ আৰু আপুনিও নজনোৱাটোৱেই হয়তো ভাল হ'ব। হয়তো সুৰভিয়ে অভিমান কৰিব, দুখত ভাগি পৰিব, মোৰ বিষয়ে বহুত কিবাকিবি ভাবিব। কিন্তু মোৰ প্ৰতি থকা মৰম, ভালপোৱা আৰু বন্ধুত্বখিনি যেন দলিয়াই নেপেলায়।' দেৱলাৰ চিঠিখন হুবহু তুলি দিছোঁ। চিঠিখন পঢ়াৰ অলপ পিছতেই দেৱলাই আত্মহত্যা কৰা বুলি শুনিলোঁ।

দেৱলাই এইবোৰ কথা জনাবলৈ বাধা কৰা সত্বেও তোমাক জনালোঁ। মোৰ অৱচেতন মনত এতিয়া কেৱল এটা অপৰাধবোধে মূৰ দাঙি উঠিছে। মই জানোঁ মোৰ এই অপৰাধৰ বাবে তোমাৰ ওচৰত ক্ষমা খোজাৰ যোগ্যতাও মোৰ নাই। মোৰ চিঠি পঢ়ি দেৱলাই তেনেকুৱা কৰিব বুলি সামান্য সন্দেহো মই কৰিব পৰা হ'লে যোৱা কালিৰ সেই চিঠি মই নেলেখিলোঁহেঁতেন। তুমি মোক ক্ষমা কৰা বা নকৰা—মোৰ এই অজানিত অপৰাধে হয়তো গোটেই জীৱন জুৰি মোৰ বিবেক দংশন কৰিব আৰু এই বিবেক দংশনেই হয়তো মোৰ অপৰাধৰ একমাত্ৰ উপযুক্ত আৰু অসহনীয় শাস্তি · '

বিজয়ৰ চিঠিখন কোলাত লৈ বহুসময়, সুৰভি বোবা হৈ বহি ৰ'ল। এটা সময়ত জপাই থোৱা দুৱাৰখন ঠেলি বিজয় সোমাই আহিল আৰু সুৰভিৰ সন্মুখত বৈ ক'লে—"মই কি কৰি পেলালোঁ সুৰভি।" বিজয়ে দেখিলে সুৰভি একে ভাবেই বহি আছে। তাৰ উপস্থিতি তাই দেখা নাই, তাৰ প্ৰশ্ন তাই শুনা নাই, তাই যেন এটা শিলৰ মূৰ্তি। বিজয়ে সুৰভিৰ মুখখন তাৰ ফালে দাঙি ধৰিলে। সুৰভিয়ে ভাৱশূন্য চকুহাল তাৰ পিনে এবাৰ তুলি পিছমুহূৰ্ত্ততে হঠাতে বিছনাত মুখখন গুজি উচুপি উঠিল। বিজয়ৰ এনেকুৱা অনুভৱ হ'ল যেন সুৰভিৰ এই উচুপনিৰ শেষ কোনোদিন নাই আৰু কোনোদিন নহ'বও।





পবিৰ্ত্তনেই জীৱনৰ প্ৰধান ধৰ্ম বা লক্ষণ যদিও মানুহে কিন্তু পবিৰ্ত্তনৰ অবিৰাম প্ৰক্ৰিয়াৰ মাজতো এনে কিবা এটা অৱলম্বন বিচাৰে যি পবিৰ্ত্তনহীনতা বা স্থায়ীত্বৰ প্ৰতীক। কিন্তু এই দুয়োটা বস্তুকে একে লগে পোৱা সম্ভৱ নহয়। মানৱ-জীৱনৰ এই ট্ৰেজিডি বা কাৰুণ্যক অৱলম্বন কৰি অসমীয়া ভাষাত একাধিক সাৰ্থক গল্প ৰচিত হৈছে। বিশ্বকিংকৰ গোস্বামীৰ 'এখন পুৰণি মাচিযা' এই বিধৰ আৰু এটা সাৰ্থক গল্প।

বিশ্বকিংকৰ গোস্বামী

# এখন পুৰণি মাচিয়া

বৃদ্ধ উকিল ভোলানাথ বৰুৱাই আজি বাবাগুাতে পাৰি থোৱা তেখেতৰ ছুকুৰি বছৰীয়া পুৰণি আৰামী মাচিয়াখনতে বহি ঘৰৰ কোনেও নেদেখাকৈ চকুপানী টুকিলে।

সান্ধ্য ভ্ৰমণৰ পৰা আহি আগচোতালত ভৰি দিয়েই বাবাগুাত তেখেতৰ দেউতাকৰ দিনৰে ছুকুৰি বছৰীয়া আৰামী মাচিয়াখন দেখি আচৰিত হ'ল ভোলানাথ বৰুৱা। নাউমান' পৰ লাখুটিডালৰ ওপৰতে ক্লান্ত দেহৰ ভৰ দি থিয় হৈ তেখেতে ভাবিলে—"মাচিয়াখন ইয়ালৈ কোনে আনিলে ?"

দেউতাক শিৱনাথ বৰুৱাই কৰাইছিল এই আৰামী মাছিয়াখন। দেউতাকৰ মৃত্যুৰ পিছত আজি চাৰি দশক অবধি ভোলানাথ বৰুৱাই একছত্ৰী হিচাপে বহি আহিছে এই মাচিয়াখনত। বৃদ্ধ আলধৰা বাপু-ৰামেও আজি বহুবছৰ ধৰি নিজৰ গামোচাখনেৰেই চাফা কৰি আহিছে উকিল দেউতাকৰ মৰমৰ এই মাচিয়াখন। পুৱা-গধূলি খাই বৈ উঠি ভোলানাথ বৰুৱাই সদায় এই মাচিয়াখনতে বহি জেন্‌কিন্স চাহাবে দিয়া কুন্দত কটা পিতলৰ গুৰগুৰীটোত সুগন্ধি বিষ্ণুপুৰী ধপাত হোপে। ভোলানাথ বৰুৱা ঘৰত থকা সময়ত এনেকুৱা এটি দিন যোৱা নাই যিদিনা তেখেতে এই মাচিয়াখনত বহি ধপাত হোপা নাই। আজি ছুকুৰি বছৰে বুলনি চ'ৰাৰ উত্তৰ ফালৰ খিৰিকিখনৰ কাষতে পাৰি থোৱা আছিল



মাচিয়াখন। যোৱা বছৰে এই মাচিয়াখন ভোলানাথ বৰুৱা বা তেখেতৰ পৰিয়ালৰ কোনোৱে সেই নিগাজি ঠাই ডোখৰৰ পৰা স্থানান্তৰ কৰাৰ প্ৰয়োজন বোধ কৰা নাছিল। কিন্তু আজি আচম্বিতে এই মাচিয়াখন বাৰাণ্ডাত দেখি তেখেতে আচৰিত নহৈ নোৱাৰিলে !! সেয়েহে তেখেতে পোনে পোনেই সোমাই গ'ল বুলনি চ'ৰালৈ, তাতনো কি হৈছে চাবলৈ বুলি। বুলনি চ'ৰাৰ পৰিবৰ্তন দেখি আৰু তম্মান খালে ভোলানাথ বৰুৱাই। আবামী মাচিয়াখনৰ ঠাইত বাৰ্ণিচ কৰা কাঁচ যেন ধুনীয়া চ'ফা এখন পাৰি থোৱা আছে। কোঠাটোৰ চাৰিওফালে এবাৰ চকুফুৰাই চালে তেখেতে। দেউতাকৰ তৈল চিত্ৰখনিৰ ঠাইত অজন্তা গুহাত কটা পত্ৰ লিখাত ব্যস্ত অৰ্ধ উলঙ্গ নাৰীৰ ছবি এখন। আচৰিত হ'ল তেখেত। কোনে কৰিলে এইবোৰ? পবিত্ৰই নে ৰেণুকাই? বুলনি চ'ৰাৰ পৰা ওলাই গৈ ভিতৰফালৰ বাৰাণ্ডা পালে। অলপ উত্তেজিত ভাবেই বোৱাৰীয়েকক মাতিলে তেখেতে—

—"হেৰ আই ৰেণুকা, শুনিছনে?"

বোৱাৰীয়েকে শুনিছিল, কিন্তু এবাৰতে মাত নিদিলে। আজি বুলি নহয়—কোনো দিনেই ভোলানাথ বৰুৱাই বোৱাৰীয়েকৰ পৰা এবাৰ চুৰাৰত মাত নেপায়। চাংমাই শালতে কাঁহী-বাটি এজাপ থেকেচা মাৰি থৈ অলপ আগুৱাই আহি মাত দিলে—

"কিনো হ'ল আপোনাৰ?"

বোৱাৰীয়েকৰ কথাৰ সুৰটো শুনি তেওঁক আৰু বেছি নমতাই ভাল যেন বিবেচনা কৰি তেখেতে মাত্ৰ ক'লে—

"নাই একো হোৱা নাই। মানে···ভাত বহালিনে?" 'মোৰ আৰামী মাচিয়াখন বাহিৰত কোনো পাৰিলে' বুলি সুধিবলৈ সাহ কৰিব নোৱাৰিলে তেখেতে।

"অ' বহালো।" বুলি বিৰক্তিসূচক ভঙ্গীত কৈ ৰেণুকা ভিতৰ সোমাই গ'ল। পিৰালিৰ পৰা শোৱনিঘৰ সোমাব খুজি এখন ভৰি দুৱাৰ দলিৰ সিপাৰে দিওঁতেই ঠহৰকৈ কাণত পৰিল বোৱাৰীয়েকৰ কথাষাৰ—

—"সকাম নাই কাৰণ নাই, এনেয়ে গেৰিয়াই থাকিব কেৱল। কিযে হ'ল মানুহজনৰ স্বভাৱটো ? বুঢ়া হ'লে দেখিছোঁ ....."

ভোলানাথ বৰুৱাৰ মুখটো গৰম হৈ গ'ল। তেখেত সোমাই যোৱা দেখি মজিয়াতে বহি গুণ-গুণাই কীৰ্তন পঢ়ি থকা তেখেতৰ পত্নীয়ে ওৰণিখন অলপ আগলৈ টানি লৈ মুখ দাঙি চাই পুনৰ কীৰ্তনৰ ৰসময়ী ভকতিত মজি গ'ল। লাখুটিডাল গজালটোতে আৰি থৈ ভোলানাথ বৰুৱাই তেখেতৰ একমাত্ৰ ভৰষাৰ স্থল আৰু বিশ্বস্তসূত্ৰে বৈণীয়েকক সুধিলে—"হেৰা এইবোৰ মেজ-মাচিয়া কোনে পাৰিলে হে ?" কীৰ্তনৰ পৰা মুখ তুলি চাই অলপ আচৰিত হোৱাৰ দৰেই তেখেতে ক'লে—

—"কেলেই, পবিত্ৰই কৰাবলৈ দিয়া আপুনি ক'ব নোৱাৰে জানো ? আপুনি ওলাই যোৱাৰ অলপ পাছতেই দেখোন লৰি এখনত আনি মানুহ এজনে দি গৈছেহি। সিহঁত হালেই সেইমখা ডঙা-পৰা কৰি সেই কেইখন পাৰিছে। আৰু কেইপদমান জিনিছ বোলে হোৱাই নাই। এহেজাৰ গ'লেই হেনো।"

আচৰিত হ'ল ভোলানাথ বৰুৱা। বাপুৰামে যতনাই দিয়া গৰম পানীৰে ভৰি-হাত ধুই আৰামী মাচিয়াখনৰ ওচৰলৈ গ'ল তেখেত। অতি উদাস মনেৰে মাচিয়াখনত বহি পৰিল। মাচিয়াখনে মেৰমেৰাই উঠিল। মাচিয়াখনতে বহি পৰি তেখেতে ভাবিবলৈ ধৰিলে—

—"মোৰ ল'ৰাই এহেজাৰ টকাৰ ফাৰ্ণিচাৰ চেট সাজিবলৈ ফৰ্মাচ দিয়ে, অথচ মই তাৰ ভু নেপাওঁ। সি মোক সুধিব নেলাগে নেকি ? এইবোৰ খবৰ মই পাব নেলাগে নেকি ?—মই এইখন ঘৰৰ মুৰব্বী। সি মোক সুধিব নেলাগে নেকি—নে মোৰ দিহা-পৰামৰ্শৰ প্ৰয়োজন নাই আজিকালি। এসময়ত দেখোন আনন্দেশ্বৰ বৰুৱাৰ দৰে ডাঙৰ বেৰিষ্টাৰো মোৰ ওচৰলৈ আহিছিল 'এড্‌ভাইচ্‌' লবলৈ। এতিয়াও দেখোন মই বিহুসমিতিৰ সভাপতি, সমবায় সমিতিৰ অবৈতনিক চেয়াৰমেন। মই নহ'লে দেখোন এই চহৰৰ বিয়া, বিহু এখনো নহয়। কিন্তু তথাপিও মোৰ ঘৰতেই আজি মোৰ দিহা-পৰামৰ্শৰ প্ৰয়োজন

নোহোৱা হৈ গ'ল ?? সিতো মোক অন্ততঃ এবাৰো সুধি চাব পাৰিলে-হেঁতেন। মইতো তাক বাধা নিদিলোহেঁতেন ..।"

এনেতে লেচী সোমাই আহি কেংকেঙাই মাচিয়াখনৰ সমীপতে আগ ঠেঙ দুটাৰ মাজত মুখটো গুজি দি বহি পৰিল। ভিতৰৰ পৰা ৰেণুকাই লেচীক গালি পৰা বকৰাৰ কাণত পৰিল।

—"য'তে পাই ত'তে শুই থাকিব এইডালে। মৰিলেও হয়, শ্বাপদটো, গৰু-ছাগলী এটা খেদিব নোৱাৰে ; কেৱল খাব আৰু শুব।"

বোৱাৰীয়েকৰ কৰ্কশ কথা কেষাৰে ভোলানাথ বকৰাৰ ভাবৰ চেৰেকিত আউল লগাই দিলে। লেচীৰ কথা ভাবি দুখ লাগিল তেখেতৰ। যি লেচীক আজি ৰেণুকাই মৰিয়াইছে, গালি পাৰিছে, মৰিবলৈ শাও পাত দিছে, সেই লেচীৰ কাৰণেই 'কুকুৰৰ পৰা সাৱধান' বুলি লেখা টাইন্ বোৰ্ডখন চাগে আজিও পত্নুলিমুখৰ জপনাতে আৰি থোৱা আছে। কিন্তু থাকিলে কি হ'ব ? সি এতিয়া মোৰ দৰেই বৃদ্ধ! সি শক্তিহীন!

কোব খাই উঠি কোঁ-কোৱাই থকা লেচীৰ ফালে চাই উচপ খাই উঠিল ভোলানাথ বকৰা। তেখেতে ভাবিলে—'এৰা ময়েতো আজি লেচীৰ দৰেই। বোৱাৰীয়ে লেচীৰ দৰে মই মৰাটোও বাঞ্চা কৰে নেকি ? নিশ্চয় কৰে চাগে ? কাৰণ ময়োতো এতিয়া লেচীৰ দৰেই অকৰ্মণ্য। কিন্তু ময়ো এসময়ত তাৰদৰে শক্তিশালী আছিলো!'—ভোলানাথ বকৰাই এবাৰ নিজৰ গাতে চিকুটি চালে। নিজকে লেচীৰ লগত বিজাই চাই দুখত ম্ৰিয়মান হৈ পৰিল তেখেত। ধৈৰ্যৰ বান্ধ ভাঙি যেতিয়া চকুলো নিগৰি আহিবৰ উপক্ৰম হ'ল, তেতিয়া বাপুৰামক গেৰিয়াই কঢ়াকৈ ধপাত এচিলিম লগাবলৈ দিলে।

বহুপৰ ভিতৰত বিচাৰি বিচাৰি হোকাটো নেপাই বাপুৰাম হোকা বিচাৰি বকৰাৰ ওচৰ পালেহি। বাপুৰামক উদং হাতে দেখি সুধিলে—

—"কি হ'ল ? ধপাত নানিলি দেখোন ?"

—"হোকাটো বিচাৰিয়ে পোৱা নাই দেউতা!"

হোকাটো নোপোৱা শুনি খং উঠি গ'ল বকৰাৰ। হোকাটো সদায়

আৰামী মাচিয়াখনৰ কাষতে ওখ পীৰা এখনৰ ওপৰত থোৱা থাকে। তাৰ পৰা হঠাতে আজি হোকাটো নোহোৱা হোৱাত তেখেতৰ খং উঠাটো স্বাভাৱিক।—"আজি দেখিছোঁ সকলোবোৰ খেলিমেলি হৈ গৈছে। মোৰ হোকাটোৱে কাক কি আমনি কৰিছে বাৰু?"

প্ৰায় ধমকি দিয়াৰ সুৰতেই বৰুৱাই বাপুৰামক হোকাটো ভিতৰত বিচাৰিবলৈ ক'লে। বাপুৰামেও গৈ ৰেণুকাক সুধিলে—

—"আইদেৱে দেউতাৰ হোকাটো ক'ৰবাত দেখিছিল নেকি?"

কাপোৰ এসাজ পেৰাটোত ভৰাই থৈ ৰেণুকাই ভেকাহি মাৰি ক'লে—

—"জানো? আমি কিবা হোকাডালকে ধৰি আছোঁনে? হেৰাইছে যদি ভালেই হৈছে যোৱা। ধপাত খাই খাই গোটেইখন ধোঁৱা-কোঁৱা কৰিলে।"

বৰুৱাই সকলো শুনি আছিল। ৰেণুকাক আৰু বেছি ক'বলৈ নিদি বাপুৰামক মাতিলে—

"—বাপুৰাম! মই ধপাত নেখাওঁ আৰু।"

বাপুৰামে বুজিলে তাৰ উকিল দেউতাকৰ খং উঠিছে। কিন্তু সি জানে ভোলানাথ বৰুৱাই বোৱাৰীয়েকৰ ওপৰত খং কৰিলেও তাৰ ওপৰত কেতিয়াও নকৰে। সেয়েহে সি হোকাটো বিচাৰি উলিয়াই ভাল গলগলিয়া অঙঠাৰে ধপাত এচিলিম লগাই আনি বৰুৱাৰ আগত থলে। থোকাথুকি মাতেৰে তেখেতে ক'লে—

—"বাপুৰাম, মই আৰু ধপাত নেখাওঁ।"

আজি ইমান বছৰে সি ভোলানাথ বৰুৱাই খং কৰি ইবিধ নেখাওঁ বা সিবিধ নোচোওঁ বুলি কোৱা শুনা নাই। কিন্তু আজি বোৱাৰীয়েকৰ কথাত ভোলানাথ বৰুৱাই কিয়, সিও দুখ পাবৰ কথাই। সেয়েহে সান্ত্বনাৰ সুৰেৰে সি ক'লে—"পো-বোৱাৰীৰ কথাতো খং কৰে নে দেউতাই? আপোনাৰেই ঘৰ এইখন। বোপাইঁতক আপুনিহে চলাব

লাগে। আপুনি ঘৰখনৰ মূল মানুহ। তেনে স্থলত আপুনি খং কৰিলে জানো ভাল দেখি ?"

—"এৰা নেদেখি। মই খং কৰা নাই বাপুৰাম। খং কৰিমেই বা কাৰ ওপৰত ? খং বা অভিমান কৰিবৰ অধিকাৰ মই হেৰুৱাই পেলাইছোঁ বাপুৰাম.। দেখিলিনে,অথনি বোৱাৰীয়ে লেচীক কেনেকৈ মৰিয়ালে, গালি পাৰিলে ? ময়ো এতিয়া লেচীৰ দৰেই বুজিছ ? ময়ো এতিয়া লেচীৰ দৰেই শক্তি হেৰুৱাই পেলাইছোঁ। গতিকে ময়ো এতিয়া তাৰ দৰে সকলো সহ্য কৰি থাকিব লাগিব, বুজিছ ?"

—"হুওঁতে হয়। কিন্তু ল'ৰা-ছোৱালীৰ ওপৰত খং কৰি থাকিলে জানো কিবা লাভ হ'ব দেউতা ? ধপাত চিলিম লওঁক।" অঙঠা দুটামান আঙুলিৰে থপিয়াই থপিয়াই ইকাতি-সিকাতি কৰি ফুৱাই দি হোকাটো আগবঢ়াই দিলে বাপুৰামে।

—"বাৰু তই দিছ যেতিয়া লওঁ দে।"

কিন্তু হোকাটো ওচৰ চপাই লব খোজোতেই চকু দুটা থিয় হৈ গ'ল ভোলানাথ বৰুৱাৰ ;—হোকাটোৰ পেটত নগদটকাটোৰ সমান পোটোকা পৰা গাঁত এটা।

—"এইখিনি কেনেকৈ পোটোকা পৰিল বাপুৰাম ?"—পোটোকা পৰাখিনি আঙুলিয়াই দেখুৱালে বৰুৱাই। এৰা, টকাটোৰ সমান হৈ পোটোকা পৰিছে। হোকাটো পোটোকা পৰা বাবে বাপুৰামৰো বেয়া লাগিছে।

—"হোকাটো ক'ৰবাত পৰিছিল নেকি অ'?"

—"নাই পৰা দেউতা। সেই আজি যে আনিছে নতুন মেজ্জ মাচিয়াবোৰ—তাৰ তলত পৰি আছিল। সেইবোৰ উলিওৱা সোমোৱা কৰোঁতে কেনেবাকৈ খুন্দা লাগিব পায় দেউতা।"

বহুপৰ পোটোকা পৰাখিনি পিহি পিহি চাই থাকিল ভোলানাথ বৰুৱাই। এই হোকাটো জেনকিন্স চাহাবে পুৰস্কাৰ দিছিল। বিষাদ মনেৰে ৰবৰৰ নলীডাল মুখত লৈ বুঢ়া শেৱালি গছ জোপালৈ স্থিৰ দৃষ্টিৰে চাই লৈ গুৰ গুৰ শব্দ কৰি হোকা টানিবলৈ ধৰিলে তেখেতে।

শকত টোপোলা এটা হাতত লৈ তেখেতৰ কাষেদিয়ে পাৰ হৈ ঘৰ সোমাল পবিত্ৰ। নাউমান' পৰৰ পিছতেই তুই এটা টুং-টাং শব্দ কৰি বুলনি-চ'ৰাৰ পৰাই দেউতাকক উদ্দেশ্য কৰি পবিত্ৰই ক'লে—

—"আপোনাৰ চকীখন বাৰাণ্ডাতেই পাৰি দিলো দেউতা। তাতেই বহিব। নতুন চ'ফা চেটটো পাৰিলো, ইয়াত ঠায়ে নাই।"

মুখৰ পৰা নলীডাল মুলিওৱাকৈয়ে ভোলানাথ বৰুৱাই 'উ' বুলি শব্দ এটা উচ্চাৰণ কৰিলে।

—'এৰা তাত ঠাই নাই। সেইটো বুলনি চ'ৰা মই সজাইছিলোঁ। কিন্তু সেইটো বুলনি চ'ৰাত আজি মোৰ মাচিয়াখনো পাৰিবলৈ ঠাই নাই। তাত ঠাইৰ অভাৱ নে মোৰ মাচিয়াখনৰ ৰূপৰ অভাৱ? নে মোৰ ব্যক্তিত্বৰ অভৱ? নে মোৰ প্ৰয়োজন নাই সেইটো বুলনি চ'ৰাত?'

কথাখিনি ভবাৰ লগে লগে দুটোপাল চকুলো বুকুৰ নোমৰ ওপৰত সৰি পৰিল। বুকুখন সুৰসুৰাই গ'ল। কোনোবাই দেখে বুলি খৰধৰকৈ গামোচাখনেৰে চকু দুটা মচি ল'লে। তাৰ পিছত বাপুৰামক মাতিলে—

—"বাপুৰাম, বহচোন।"

ওচৰতে বেৰত আউজি বাপুৰাম বহিল। নলীডাল হোকাটোত লগাই গহীনাই তাক সুধিলে—

"পুৰণি কালৰ মানুহে বুঢ়া কালত ঘৰ-সংসাৰ এৰি কিয় সন্ন্যাস গ্ৰহণ কৰিছিল, জাননে বাপুৰাম?"

—"সেইটোচোন নেজানো দেউতা?"

—"উঃ নেজান। তোৰ বয়স কিমান হ'ল অ' এতিয়া?"

—"ত্ৰিকুৰিৰ ওপৰ হ'ব পায় দেউতা।"

—"জানিবি। তয়ো মোৰ দৰে বা লেচীৰ দৰে যেতিয়া বুঢ়া হবি তেতিয়া সকলো জানিবি।"

ঠোকাঠুকি মাতেৰে কথাখিনি কৈ শেষ কৰাৰ লগে লগে ভোলানাথ বৰুৱাৰ দুচকুৰ পৰা সৰ-সৰকৈ দুধাৰি চকুলো সৰি পৰিল।



কটন কলেজত মহাশিক্ষা আৰম্ভ হোৱাৰ পিছত সেই সময়ৰ অসমীয়া আলোচনীৰ পাতত এবিধ নতুন গল্পৰ জোৱাৰ উঠিছিল— যাৰ বিষয়-বস্তু আছিল কলেজীয়া ডেকা-গাভৰুৰ ৰোমাণ্টিক প্ৰেম। এটা সময়ত অভিনৱ যেন লগা সেই অভিজ্ঞতাটো পিছলৈ ইমান স্বাভাৱিক হৈ আহিল যে যুদ্ধোত্তৰ যুগৰ অসমীয়া গল্পত এনে ধৰণৰ ৰোমাণ্টিক প্ৰেমৰ বৰ্ণনা ক্ৰমশঃ বিৰল হৈ আহিল। বিৰিঞ্চিকুমাৰ মেধিৰ গল্পটো পঢ়ি কিন্তু বহুতৰে মনত নষ্টালজিয়া অনুভৱ হ'ব পাৰে। গল্পটো এটা হেৰাই যোৱা যুগৰ স্মাৰক।

বিৰিঞ্চি কুমাৰ মেধি

# পখিলাৰ পাখি ভাগে

ইমান দীঘল ওৰণি! প্ৰধানক আৰু এবাৰ চাবলৈ খুব ইচ্ছা থকা স্বত্বেও পিয়ালিয়ে চাব নোৱাৰিলে। পিয়ালিৰ দৃষ্টি ওৰণিৰ সীমাতে ঠেকা খাই ৰৈ গ'ল।

'এৰভা' মানুহৰ গুঞ্জৰণে পিয়ালিৰ চিন্তাত আউল লগাব পৰা নাছিল। বনকৰা পাটৰ চাদৰৰ ওৰণিৰ আঁৰ লৈ পিয়ালিয়ে ছিবিজিবি কথা কিছুমান ভাবি গৈছিল। একেবাৰে কাষতে বহি থকা বিদিশাই মাজে সময়ে তাইৰ কাপোৰ সাজ টানি টুনি ঠিক কৰি দি অৱগুণ্ঠে পিয়ালিক নিজৰ অস্তিত্ব সম্বন্ধে সজাগ কৰি দিছিল। তথাপি— তথাপি পিয়ালিয়ে অত্যন্ত আত্মকেন্দ্ৰীক ছোৱালী এজনীৰ দৰে মাথোঁ ভাবি গৈছিল নিজৰ কথা, লগতে তাইৰ মৰমৰ অসীমাভৰ কথা, অৰবিন্দৰ কথা, বিদিশাৰ কথা, অনুপ, আনন্দ, আজাদ, বাদল, অৱন্তী, অঞ্জনা, বীথা—আৰু বহুতৰ, বহুত ল'ৰা-ছোৱালীৰ কথা।

বাপুদেউৰ ওমম ব্ৰতত্তে 'হৃদয়ং দধাতু' মন্ত্ৰ ধ্বনি পিয়ালিৰ কাণত অসীমাভে সদায় আওৰোৱা কবিতাটি হৈ সোমাইছিল—'নিভৃত বেদনাবোৰে উমি উমি জ্বলিব খোজে, তপ্ত তাঁখাৰ চকাৰ দৰে, জ্বলি জ্বলি মুমাব খোজে।' লেতেকুৰ থোপাৰ দৰে গিজিপ্ খাই থকা ৰভাতলিৰ মানুহজাকৰ বুজা নুবুজা কথাবোৰ তাইৰ এটি মধুৰ সঙ্গীত



যেন লাগিছিল, ইমান ধুনীয়া সঙ্গীত—যি গীতৰ এটা কলি শুনিয়েই বুকুত তৰ বান্ধি থকা বেদনা উজাৰি কান্দি দিব পাৰি। সেই সুবুজা সঙ্গীতৰ সুৰে সুৰে পিয়ালিৰো তাই ভালপোৱা গীতটি গাবলৈ ইচ্ছা হৈছিল—

জীৱনৰ শেষ সীমাত ঠিয় দি—
উভতি যেতিয়া চাবা
মোৰ মৰমৰ আবিৰ ৰহণ
তেতিয়াহে দেখা পাবা
সময়ে তেতিয়া ইতিকিং কৰি
দেখাব তোমাৰ ভুল।…

কেঁচা আম খৰিৰ ধোঁৱাই পিয়ালিক অতীষ্ঠ কৰিছিল। হয়তো, মাথোন ধোঁৱাৰ আমনিৰ বাবেই পিয়ালিৰ চকুযোৰ সজল হৈ পৰিছিল। দুধাৰি চকুপানীয়ে পিয়ালিৰ আনন সজ্জিত কৰিবলৈ বিদিশাই আঁকি দিয়া শ্বেত চন্দনৰ ফুটবোৰ মচি বাগৰি আহিছিল।

সেয়া অসীমাভৰ মাত পিয়ালিয়ে স্পষ্ট শুনিছে। তাই খুব ভালদৰে চিনি পায় সেই বিশেষ কণ্ঠস্বৰটো। মাথো মাতটিয়েই নহয়, পিয়ালিয়ে অসীমাভৰ চপ্পলৰ শব্দ, সুহুৰিৰ সুৰ, আনকি অসীমাভৰ গাৰ গোন্ধটিও চিনি পায়—পাইছিল। ল'ৰাটোক তাইৰ মৰম লাগিছিল। কিন্তু মাজতে যে এইবোৰ কি হৈ গ'ল।

সঁচা, সদায় হাঁহি থকা পিয়ালিৰ অন্তৰৰ কোনোবাখিনিত নদীৰ উৎস আছে বুলি অসীমাভে নেভাবিলে। যাৰ জীৱনৰ খুটিনাটিবে পিয়ালিৰ জীৱন ভেটিত মড়ল অঁকা হৈ গ'ল, সেইজন ল'ৰায়ে পিয়ালিক সুবুজিলে। তাইৰ বাক কিবা ভুল হৈ গ'ল নেকি? এই প্ৰশ্নটো মনলৈ আহিলেই পিয়ালিৰ নিজকে কেন্দ্ৰহীন বৃত্ত যেন লাগি যায়। তেতিয়া পিয়ালিয়ে ভাবে—তাই যেন খুব বেছি নিঃসহায়। তাই মাথো বৃত্তৰ মাজৰ বিশাল শূন্যতাখিনি……

পিয়ালিয়ে জানে, ভালদৰেই জানে, হীৰক খণ্ড বুলি তাই ইমান

দিনে খি গোটালে, সেয়া ভগা কাঁচ মাত্ৰ। তথাপি তাইৰ সান্ত্বনা আছিল, তাই ভাবিছিল, তাইৰ জীৱন চন্দুক হীৰাবে পূৰ্ণ হৈ গৈছে। কিন্তু অসীমাভে বাক সঁচা সঁচা কথা কিছুমানেৰে তাইৰ কল্পনা মিছা বুলি প্ৰমাণ কৰি তাইক বিভ্ৰান্ত কৰি দিলে কিয়? কিয়!!

সঁচা, তাই আকাশক লৈ কবিতা লিখিব পাৰে কিন্তু আকাশেও তাইক লৈ কবিতা লিখিব বুলি তাই পাগলীৰ দৰে কোনোদিনেই ভবা নাছিল। আকাশৰ বাবে তাই কান্দিছিল সঁচা কিন্তু আকাশেৰবৰষাৰ খি চকুপানী টুকিছিল, পিয়ালিয়েতো জানিছিলেই সেয়া চকুপানী অন্য— অন্য কোনোবা এগৰাকীৰ বাবেহে। ভালদৰে অসমীয়া লিখিব নজনা অসীমাভে অঞ্জনা, অৱন্তী বা বীথালৈ লিখিবলৈ খোজা প্ৰত্যেকখন চিঠিয়েই পিয়ালিয়ে অৰবিন্দই নেদেখাকৈ চোৰ-আঁৰকৈ লিখি দিছিল। সঁচা—অসীমাভৰ প্ৰতি কোনো স্বাৰ্থজড়িত ভাবেই পিয়ালিৰ মনত নাছিল। অসীমাভ আছিল পিয়ালিৰ অসীম ভাইটি। বয়সত পিয়ালিৰ প্ৰায় সমানেই হ'লেও পিয়ালিয়ে অসীমাভক ভাইটি কৰি লৈছিল। অদ্ভুত সমস্যা কিছুমানৰ সন্মুখীন নহ'বলৈ এয়া ছোৱালীৰ এটি সহজ আৰু সুন্দৰ উপায়।

অসীমাভৰ লগৰ আনন্দ, আজাদ, বাদলহঁতক কিন্তু পিয়ালিয়ে ভাইটি বুলি মতা নাছিল। অসীমাভৰ দৰে তেওঁলোককো হুই-তোকাৰিকৈ নেমাতি বা পিয়ালিয়ে তেওঁলোকক একো সম্বন্ধ ধৰি নেমাতি মাজে সময়ে কাম চলাই দিছিল। অৱশ্যে আনন্দ-অনুপম-বাদলহঁত সঁচাই অলপ বেছি ধৰণে উচ্ছৃঙ্খল আছিল। নতুনকৈ চাকৰিত সোমোৱা ডেকা বাবেই নেকি তেওঁলোক প্ৰত্যেক জনেই জীৱনটোক এটি পকা কমলা যেন জ্ঞান কৰিছিল। জীৱন মানে যেন একোৱেই নহয়, মাথো এটি পকা কমলা, জাবৰ উমলগা ব'দ কাচলিত বহি নিৰ্বিকাৰভাৱে কমলাটি খোৱাৰ বাহিৰে পৃথিৱীত কৰিবলৈ যেন একো কামেই নাই।

হয়তো অসীমাভো তেনেকুৱাই আছিল। একদম নিজৰ ভায়েক

ভায়েক লগাৰ বাবেই পিয়ালিয়ে কিজানি অসীমাভৰ দোষ-গুণ বিচাৰ নকৰি ল'ৰাজনক মৰম কৰিছিল। সঁচাই পিয়ালিয়ে অসীমাভক মৰম কৰিছিল। ক্রিকেট খেলোতে অসীমে খোচ খুৱাই ফলা বগা টেবেলিনৰ কাৰিজত এজৰ সূতাৰে কৰা বিপুই, অসীমাভৰ মেজত থকা মণি চিলাইৰে কৰা মেজঢাকনীয়ে, অসীমাভৰ কাটিং ওৱৰ্ক কৰা জলফাই ৰঙী বেডকভাৰে, চুইটড্রীম-ফৰগেট মি নট লিখা গাৰুৰ গিলিপে জানো অসীমাভলৈ থকা পিয়ালিৰ অকৃত্রিম মৰমৰে চিনাকি নিদিয়ে?

অসীমাভ ল'ৰাটো অলপ এবচেন্ট মাইণ্ডেদ। পিয়ালি ঘৰখনৰ একমাত্র ছোৱালী। ককায়েক অৰবিন্দৰ বাহিৰে তাইৰ আপোন বুলিবলৈ বিশাল পৃথিবীখনত কোনোৱেই নাই। মৰম-কাঙালী পিয়ালিয়ে সেই বাবে সিহঁতৰ ভাড়াঘৰত থকা ডেকা প্রফেচৰ অসীমাভ বৰকাকতিৰ সতে এটি মধুৰ সম্বন্ধ গঢ়ি তুলিবলৈ চেষ্টা কৰাত আচৰিত হ'বলগীয়া হয়তো একো নাই। অকণমান আচৰিত হ'বলগীয়া আছিল এয়ে—প্রফেচৰকো কোনোবা বিয়া নোহোৱা ছোৱালীয়ে ভাইটি বুলি মাতেনে? কিন্তু পিয়ালিয়ে মাতিছিল। নহ'লে চকুচৰহা ওচৰ-চুবুৰীয়াই কিবা ঢোটোকে বৌটো কৰি গোটেইখন বৌজাল-বৌজাল নকৰিবনে? কিন্তু তাইকোটো জীয়াই থাকিবলৈ এধান মান মৰম লাগে। অৰবিন্দটো ঘৰখনত থিতাপি লাগিবলৈ নেপায়েই। ঠিকা-ঠুকলিৰ কামত আজি অ'ত, কালি ত'ত। হ'ল বুলিনো আৰু কামকৰা ল'ৰা-ছোৱালী হালৰ লগত কিমান কথা পাতিব। নৃতত্বত এম. এ. পাছ কৰি ঘৰতে বহি থকা পিয়ালিৰ যে অফুৰন্ত অৱকাশ!!

মাজে মাজে বান্ধৱী বিদিশা আহে। বিদিশা লোক-চকুত তাইৰ অন্তৰঙ্গ বান্ধৱী হ'লেও পিয়ালিয়ে জানে কাৰ পেটৰ কামোৰ ক'ত। সকলোতে প্রতিযোগিতা কৰি কৰি ব্যর্থ হৈয়ো কি দৰদত বিদিশাৰ পিয়ালিহঁতৰ ঘৰলৈ ইমান আহযাহ পিয়ালিয়ে জানে। পিয়ালি বিদিশাতকৈয়ো ধুনীয়া, পিয়ালি বিদিশাতকৈ পঢ়াশুনাতো ভাল আছিল, উলে-চিলায়ে বিদিশাতকৈ পিয়ালি বহুগুণে ভাল।

তাৰ বাবে বিদিশাৰ অন্তৰত পিয়ালিলৈ থকা নিষ্ফল আক্ৰোশৰ কথা পিয়ালিয়ে গম নোপোৱাকৈ থকা নাছিল। এজনী ছোৱালী হৈ তাইনো আৰু সেই সামান্য কথাটোকে বুজি নেপাবনে। অন্তৰত অনন্ত ক্ষোভ লৈয়ো বিদিশাই কিহৰ আশাত সপ্তাহত দুবাৰ-তিনিবাৰ পিয়ালিহঁতৰ ঘৰলৈ বাতি কাঢ়ে পিয়ালিয়ে জানে। কিন্তু পিয়ালিয়ে বেয়া নেপায়। ককায়েকৰো বিয়াৰ বয়স হৈছে, অন্য ছিয়েই নহওক, বিদিশাৰ চৰিত্ৰত কোনো চেকা নাই। যদি এনেকৈয়ে ককায়েকৰ বিয়াখন হৈ যায়, পিয়ালিৰনো আপত্তি কৰিবলগীয়া কি আছে ?

সঁচাই পিয়ালিৰ আপত্তি কৰিবলৈ একোটো নাছিল। কিন্তু এনেকুৱা এটা সময়ত তাই কথাটোৰ সত্যতাখিনি উপলব্ধি কৰিছিল, যিখিনি সময়ত আপত্তি কৰিলে মাথো অৰবিন্দৰ ওচৰতে নহয়, বিদিশাৰ ওচৰতো তাই হেয় হৈ গ'লহেঁতেন। কিন্তু পিয়ালি অনাবুজা ছোৱালী, এক অদৃশ্য সপোনত ঢাপে ঢাপে আগুৱাই যোৱা বিদিশা বা অৰবিন্দৰ কাকোৱেই হাতত ধৰি নমাই আনি এজনক নিঃসঙ্গ কৰাৰ অপচেষ্টা পিয়ালিয়ে কৰা নাছিল। কিন্তু যেতিয়া মৰিবলৈকো সময় নোহোৱা অৰবিন্দই পিয়ালিয়ে নেটৰ কাপোৰত কৰি থকা ৰেডিঅ' ঢাকনীখন চোৱাৰ ভাওঁ ধৰি তাইৰ আগত নিজৰ বিয়াৰ কথা উলিয়াইছিল তেতিয়া পিয়ালি সঁচাই হতভম্ব হৈছিল। ঘৰখনত এটা শুভকাম হ'বলৈ ওলাইছে, অথচ ঘৰখনৰ একমাত্ৰ জীয়াৰী হৈ তাই কথাটো গম নেপায়। হাতত বেজীৰ খোচ খাই সেইদিনা পিয়ালিয়ে নিজকে চম্ভালি লৈছিল। তাই নিজকে ইমান বেছি সংযত কৰি লৈছিল যে ককায়েকে ব্লেজাৰৰ পকেটৰ পৰা কইনাজনী কেনেকুৱা চা বুলি উলিয়াই দিয়া বিদিশাৰ ফটোখন চায়ো, "ফ্ৰেম ভালটো"ৰ বাহিৰে একোৱেই কোৱা নাছিল; কিন্তু যেতিয়া অৰবিন্দই কৈছিল "মোৰ বিয়াখনৰ আগতে তোৰ বিয়াখন পাতিব খুজিছো অলি, বিদিশাই কৈছে, মানে ময়ো ভাবিছোঁ, এখন ঘৰত

ছুকনী সমান বয়সৰ ছোৱালী বৌৱেক-নন্দেক হৈ থকাটো উচিত নহয়।”……

ককায়েকৰ কথা শুনি তাই হতভম্ব হৈ গৈছিল, বুকুৰ একাল যেন অসহ্য বিষত ভাগিচিগি যাবলৈ খুজিছিল। কিন্তু এই সঙ্কটকালত তাই অধৈৰ্য হলেতো নহ'ব। পিয়ালিৰ দৰে নিঠকৰা ছোৱালী-বিলাকৰ যে সমগ্ৰ পৃথিবীৰ মানুহৰ তিৰ্যক মন্তব্য নীৰৱে শুনি যাবলৈকে জন্ম।

ধীৰে ধীৰে পিয়ালিয়ে কৈছিল—“কিন্তু যেতিয়া যোৰে যোৰে দৰা আহিছিল তেতিয়া বিয়া নিদিলা, এতিয়ানো বুঢ়াকইনা চাবলৈ ক'ব ৰাজপুত্ৰ এজন আহিব।”

“দৰা কিয়নো বিচাৰিব লাগে, তইছোন থিক কৰিয়েই থৈছ—অসীমাভ”……ইচ্ছা কৰিয়েই অৰবিন্দই কথাষাৰ সম্পূৰ্ণ কৰা নাছিল।

আঃ……এটি আৰ্তনাদ ওলাই আহিবলৈ খুজিও ধৰিত্ৰীৰ দৰে সহনশীলা হ'বলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা পিয়ালিৰ ডিঙিৰ কাষত বৈ গৈছিল। তাই ক'বলৈ খুজিও ক'ব নোৱাৰিছিল, অসীম মোৰ ভাই, ককাইদেউ সঁচাই অসীম মোৰ ভাই। সাহস আৰু ধৈৰ্যৰ এক অদ্ভুত পৰিচয় দি চকু ফাটি ওলাই আহিব খোজা চকুলো কৃত্ৰিম কাহ এটিৰে স্তব্ধ কৰি পিয়ালিয়ে কৈছিল—মই বাৰু ভাইটিক—মানে অসীমক সুখি চাওঁ।

নিশাৰ এক অদ্ভুত স্তব্ধতাই পৃথিবীখন স্তব্ধ কৰি পেলাইছিল। অৰবিন্দ শুইছিল। চকলেট আৰু জাপিয়ে পাকঘৰ পৰিষ্কাৰ কৰি আছিল কিজানি; পাকঘৰৰ পৰা কাঁহি-বাতিৰ খুটুং-খাটাং শব্দ ভাঁহি আহিছিল। পিয়ালিয়ে চিঞৰিছিল—চকলেট। লৰমাৰি চকলেট আহিছিল। পিয়ালিয়ে কৈছিল—ব'লচোন, ভাইটিৰ তালৈ যাওঁ। মুখেৰে টু শব্দটি নকৰি চকলেটে পিয়ালিক অনুসৰণ কৰিছিল।

অসীমাভটো হুতবাক। বাইদেউ, তুমি ইমান ৰাতিহে। পাতলি

নেমেলাকৈ পিয়ালিয়ে কৈছিল, বাৰু ভাইটি, তোৰ কোনোবা এনেকুৱা সাধাৰণ বন্ধু আছে নেকি যেয়ে যৌক বিনা দ্বিধাই বিয়া কৰাবলৈ সন্মত হ'ব। অসীমাভ বিস্ময়ত হতভম্ব হৈ গৈছিল। পিয়ালিয়ে সদায় এনেকুৱা ডালপাত জোৰা দিয়া কথাই কয়। অসীমাভে তাকে মনত পেলাই দিলে পিয়ালিয়ে কয়—আঃ কি আছে যায়, তোৰ আগত ভাবিচিন্তি কথা ক'বলৈ কি দৰকাৰ? মোৰ দৰাটো আহক, আহিলে তাৰ আগত লাজ কৰি দেখুৱাম, ফুল আৰু ভ'ৰাৰ ভাল ভাল কথা কম ঠিক যেনেকৈ অৰুন্তী, বীথা বা অঞ্জনাই তোৰ আগত...। সেইবোৰ কথা শুনি, বিশেষকৈ তিনি জনীকৈ গাৰ্ল ফ্ৰেণ্ডৰ নাম শুনি, ( গাৰ্ল ফ্ৰেণ্ডৰ অসমীয়া টাৰ্ম অসীমাভৰ মতে আকৌ স্ত্ৰী-বন্ধু ) অসীমাভৰ কাণ দুখন গৰম হৈ যাবলৈ খুজিছিল। কিন্তু সেই বিশেষ মুহূৰ্ত্তটিতে পিয়ালিৰ কথাখিনি অসীমাভৰ নিৰৰ্থক যেন লগা নাছিল। উদ্বিগ্ন হৈ অসীমে সুধিছিল—হঠাৎ দৰাৰ বিচাৰ কেলেই বাইদেউ? অদ্ভুদ হাঁহি এটি মাৰি পিয়ালিয়ে কৈছিল—এটা নিশ্চিন্ত আশ্ৰয়ৰ বৰ প্ৰয়োজন হৈছে ভাইটি, সঁচাই বৰ প্ৰয়োজন হৈছে। ঠিক সেই মুহূৰ্ত্তটোত অসীমাভৰ এনে লাগিছিল—তাৰ বন্ধুজাকৰ নিচিনা অপদাৰ্থ যুৱক পৃথিবীত যেন আৰু নাই। এজন এজনকৈ প্ৰত্যেকজন বন্ধুৰে নাম সি মনত পেলাই গৈছিল; কিন্তু এটাও তাৰ মনঃপুত হোৱা নাছিল। যাঃ আটাইমখাই বদমাচ। তাৰেই তিনি জনীকৈ বান্ধৱী, সিহঁতবটো দুৰ্জনে দুৰ্জনে। আৰু সেইহেন উচ্ছৃঙ্খল যুৱক এজনৰ হাতত পিয়ালিক তুলি দিব পাৰি নেকি। ক্ষন্তেকৰ বাবে অসীমাভ চিন্তাৰ সাগৰত হেৰাই গৈছিল। হঠাতে সাগৰ তলিত মুকুতা পোৱাৰ আনন্দেৰে অসীমাভে চিঞৰি উঠিছিল, কিন্তু তোৰ তেনেকুৱা বন্ধু থকাৰ কথা মইতো আগে পিছে জনা নাছিলোঁ। স্বভাৱ সুলভ হাঁহিটো মাৰি অসীমাভে সেইদিনা কৈছিল জনা নাছিলোঁ নহয় আৰু—এতিয়াই ভালদৰে জানিবা।

পিয়ালিয়ে দুই-এদিনতে সকলো গম পাইছিল। প্ৰধানৰ দেউতাক

নেপালৰ হ'লেও মাক অসমৰে আছিল। মাক-দেউতাকৰ প্ৰধানেই একমাত্ৰ সন্তান ( যাৰ নামটো এতিয়ালৈকে পিয়ালিয়ে জনাই নাই )। অসমৰ উপকণ্ঠৰ পাহাৰী চহৰ এখনত চাকৰি কৰে—লিয়েচন অফিচাৰ। সুন্দৰ কটেজ এটি আছে, আছে ফৰগেট মি নট, ব্লিডিং হাৰ্ট আৰু হুজোপা উইপিং উইলোৱে ধুনীয়া এখন ত্ৰিভুজাকৃতিৰ বিৰাট ফুলনি—আৰু এখন কাগজীৰঙী ফিয়েট। বেচ এইখিনিয়েটো পিয়ালিৰ কাৰণে যথেষ্ট।

অসীমাভৰ ফোন পাই প্ৰধান আহিছিল। অসীমাভৰ কোঠাৰ খিড়িকিৰ "জীৱনৰ শেষ সীমাত ঠিয় দি উভতি যেতিয়া চাবা, মোৰ মৰমৰ আবিৰ ৰহণ তেতিয়াহে দেখা পাবা..." পিয়ালিৰ সেই ভাল লগা গানটো গাই গাই মহাদেউৰ পূজাৰ বাবে বগা কঠন আৰু গুটিমালী চিঙি ফুলনিৰ পৰা ওলাই আহিব ধৰা পিয়ালিক দেখিয়েই প্ৰধানে পিয়ালিক বিয়া কৰাবলৈ সন্মত হৈ গৈছিল। গধূলি তাকে জনাবলৈকে অসীমে পিয়ালিক মাতি পঠিয়াইছিল। সাধাৰণ লুধিয়ানা সুতাৰ কলপতীয়া মেখেলা চাদৰ যোৰ পিন্ধি পিয়ালি অসীমাভৰ তালৈ গৈছিল। প্ৰধানৰ আগত তাইক ঠিয় কৰাই দি অসীমাভ আঁতৰি গৈছিল। প্ৰধানে কিবা-কিবি সুধিছিল; পিয়ালিয়ে উত্তৰ দিছিল। এবাৰ হঠাতে পিয়ালিয়ে সুধি পেলাইছিল, মোৰ দৰে সাধাৰণ ছোৱালী এজনী বিয়া কৰাই আপুনি জানো সুখী হ'ব? হাঁহি মাৰি প্ৰধানে উত্তৰ দিছিল, সুখী কোনেও কাকো কৰিব নোৱাৰে পিয়ালি। কিন্তু মই ভাবিছোঁ, তোমাকে পাই মই বেচ সুখী হম। এক গভীৰ আনন্দত পিয়ালিয়ে কান্দি দিব খুজিছিল। তথাপিও নিজকে সংযত কৰি তাই কৈছিল, মোৰ বিষয়ে মানুহে বহুত কিবাকিবি কয়। কিন্তু বিশ্বাস কৰক, অসীম মোৰ ভাইটি, তাৰ লগত মেৰা সেইবোৰ একো সম্বন্ধ নাই। কিন্তু দাদায়ো বিশ্বাস নকৰে। আপুনি জানো বিশ্বাস কৰিব?

এইবাৰ প্ৰধান থিৰ হৈছিল। হাত এখন তেওঁ পিয়ালিৰ শিৰত

থৈছিল। মুখেৰে হ'লে একো মতা নাছিল। শত কথাতকৈয়ো বাক্সয় সেই স্পৰ্শই পিয়ালিৰ কাণে কাণে যেন কৈ গৈছিল, মই তোমাক বিশ্বাস কৰিছোঁ—সঁচাই বিশ্বাস কৰিছোঁ। আনন্দৰ আতিশৰ্যত প্ৰধানৰ হাত দুখনেৰে নিজৰ মুখখন ঢাকি পিয়ালিয়ে মাথো উচুপি গৈছিল। সংযত প্ৰধান কিন্তু নিৰ্বিকাৰ হৈয়ে আছিল।

খিড়িকিৰে জুমি চাই থকা অসীমাভে ভাবিছিল, ইচ্, বাইদেৱে-চোন দৰাৰ আগতো লাজ নকৰিলে।

অৰবিন্দ বিয়াৰ কাম-কাজ লৈ ব্যস্ত হৈ গৈছিল। দুসাজ অলঙ্কাৰ গঢ়িবলৈ দিছিল। এসাজ পিয়ালিৰ বাকীসাজ বিদিশাৰ বাবে। কাপোৰ-কানি বিদিশাক লগলৈ অৰবিন্দয়ে কিনিছিল। চকুপানী মচি মচি পিয়ালিয়ে টিয়াৰঙী কেচমেট কাপোৰত ক্ৰচ ষ্টীচেৰে ফুল তুলি ডাইনিং চেট আৰু ড্ৰয়িং ৰুম চেট কৰিছিল; টিকজী, জাগ-ঢাকনী আদি কৰি হ'লত বহুৰূপী বটলগ্ৰীণ কালাৰৰ ক্ৰচেড গুলিৰে সেউজীয়া চাটিনৰ পেটীকোটত থুৱাবলৈ 'লেছ' গুঠিছিল। দুজনীয়া পালেঙৰ জোখাৰে বেডকভাৰৰ কাপোৰ আনি কাটিং ওৱৰ্কেৰে লতাফুল কৰিছিল, গাৰু গিলিপত শেড্ চিলাইৰে "স্মৃতি তুমি বেদনা" আৰু "ভুল বুজিবা তুমি" লিখিছিল। এইবোৰ তাই নকৰিলে কেনেকৈ হ'ব। এজন ডঙুৰা মানুহৰ লগত সংসাৰ কৰিবলৈ ওলাইছে, কত বস্তুৰ দৰকাৰ হ'ব। ছোৱালীৰ বাহিৰে সেইবোৰ বস্তুৰ প্ৰয়োজনীয়তা কোনে বুজিব? কিন্তু সৰু-সুৰা বস্তুবোৰ গোটাই দিবলৈ ঘৰখনতটো কোনো ছোৱালীয়েই নাই। গতিকে পিয়ালিয়ে কইনা সাজি বহি থাকিলেটো নহ'ব, তাইযে কাম কৰিবই লাগিব।

কাম-কাজ লৈ ব্যস্ত থকা বাবে দুদিনমান পিয়ালিয়ে অসীমাভৰ খবৰ কৰিব পৰা নাছিল। এদিন আবেলি প্ৰধানমান আজৰি পাই পিয়ালিয়ে জাপিক অসীমাভক মাতিবলৈ পঠিয়ালে। অসীমাভলৈ চাহ-জলপান সজাই বৈ বৈ আমনি লাগি চকলেটকো পঠিয়ালে—

অসীমাভক মাতিবলৈ। অসীমাভ নাহিল। পিয়ালিয়ে ক'লে, ইচ ভাবনো ইমান অহঙ্কাৰ হ'লনে।

বহুদিন নহা বাবে বিয়াৰ আগদিনা পিয়ালিয়েই অসীমাভৰ তালৈ গ'ল। ইফালে অসীমাভ এক অবুজ ঈৰ্ষাত জ্বলিপুৰি নিঃশেষ হ'ব ধৰিছে। ইমান ভাল বাইদেৱেকজনী মাথোন প্ৰধানৰ হৈ যাব, পিয়ালিয়ে মাথোন প্ৰধানৰ কাৰণে ভাবিব, আৰু সিহঁতৰ মধুৰ সংসাৰত তাৰ দৰে পাতি লোৱা ভ্ৰাতৃ এজনৰ সমস্ত স্মৃতি ম্লান হৈ যাব, ভাবি তাৰ দুখ লাগিছিল। খঙো উঠিছিল। সমস্ত খং পিয়ালিৰ ওপৰত জাপি অসীমাভে নিজকে শান্ত কৰিবলৈ চেষ্টা কৰিছিল। সেয়ে পিয়ালিৰ মাতত অসীমাভে সহাঁৰি নিদিলে। মৰ্মৰ মূৰ্তিৰ দৰে বহি ৰ'ল মাত্ৰ।

পিয়ালিয়ে কোঠাত সোমাই অসীমাভৰ চুলিকোচাত ধৰি জোকাৰি দি ক'লে—"অ' মই ইফালে দিনৌ ইয়ালৈ চাহ কৰি বৈ থাকোঁ, কাম-কাজৰ পৰা এধানমান আজৰিয়ে নাই, ই আকৌ ইয়াত ভাবি-চিন্তি বুদ্ধ-গোসাঁই হৈ বহি আছে। এগছ কুটাও যদি দুগছ কৰি দিলি-হেঁতেন, তেও বায়েৰে তোক ভাল বুলিলোহেঁতেন।"

নিৰুত্তাপ কণ্ঠেৰে অসীমাভে ক'লে—"আমাৰনো কি আহে যায়, যাৰ বিয়া তেৱেঁ কৰক। আমিহে অহঙ্কাৰী, ইফালে ভাল দৰা পোৱাৰ গপত নিজৰ মাটিতে ভৰি নপৰে।"

হাঁহি মাৰি পিয়ালিয়ে ক'লে—"বাক বাক হৈছে, বকলা মেলিব নালাগে। এতিয়া শান্ত ল'বাৰ দৰে আমাৰ তালৈ আহছোন, তোক মই কৰা চিলাইবোৰ দেখুৱাম।"

"ওঁহে।"—অসীমাভে ক'লে, "আজিৰ পৰা তুমি মোক নেমাতিবা, মই তোমাৰ বিয়ালৈ নেযাওঁ, মোৰ লগত তোমাৰ কোনো সম্বন্ধ নাই—একোপ্সম্বন্ধ নাই।"

"আঃ ভাইটি—" পিয়ালিয়ে শৰাহত মৃগশাবকৰ দৰে আৰ্তনাদ কৰি উঠিল। পিয়ালিয়ে ক'ব খুজিছিল—'তেনেকৈ নকবি ভাইটি,

মোৰ সমস্ত মৰমক এনেদৰে ইতিকিং নকৰিবি। বাৰু মই মাজুহজনী হ'য়া, কিন্তু মোৰ হৃদয়ৰ কন্ধ বেদনাখিনি, সেউজীয়া মৰমখিনিটো মিছা নহ'ব। তেনেকৈ নকৰি ভাইটি, মোৰ বুকুখন বিষাই যায়। কাইলৈ মোৰ বিয়া, মই এইখন ঘৰ এৰি কাইলৈ গুছি যাম, এনে এটা মুহূৰ্তত এয়া তই কি কৰিব ওলাইছ ভাইটি। চা, মোৰ মুখলৈ চা। ভাল দৰা পোৱাৰ কৃতিত্বখিনিও তোৰেই ভাইটি, মইতো এজনী সাধাৰণ ছোৱালী। তই কিয় এনেকুৱা কৰিছ ভাইটি। তই নেমাতিলে মোৰ দুখ লাগিব। বহু দিনলৈ দুখ লাগিব। আৰু গোটেই জীৱনটো যদি দুখ লাগিয়ে থাকে। ভাইটি মই ডাঙৰ হৈয়ো তোক ক্ষমা খুজিছো, ভৰিত ধৰিছোঁ তোৰ, ভাইটি তই ..'

কিন্তু একোকে নক'লে পিয়ালিয়ে। ইমানদিনৰ সমস্ত পৱিত্ৰ মধুৰ সম্বন্ধ এটি মুহূৰ্ততে চুৰমাৰ কৰি তাই ওলাই আহিবলৈ থিয় হ'ল। দুধাৰি চকুলোৱে পিয়ালিক আবেৰি ধৰিলে। কিন্তু পিয়ালিয়ে চকুলো মুমচিলে। সমস্ত পৃথিবীকে তাইৰ দেখুৱাই দিবলৈ ইচ্ছা গ'ল—কৈ দিবলৈ ইচ্ছা হ'ল, পিয়ালিৰো দুখ আছে জানা, এক অক্ষয়-অব্যয় দুখ।

হঠাত শঙ্খ-ঘণ্টা জোৰেৰে বাজি উঠিল। উকলি ধ্বনিত ৰভাতলি আকৌ এবাৰ গমগমাই উঠিল। আত্মবিস্মৃতা পিয়ালিয়ে সম্বিত ফিৰাই পালে। বিদিশাই ধৰি মেলি তাইক থিয় কৰাই দিলে।

এসময়ত বিয়া শেষ হৈ যায়। অৰবিন্দক পিয়ালি আৰু প্ৰধানে যুগপৎ প্ৰণাম জনায়। পিয়ালিৰ ওচৰে-পাজৰে নাহো বুলিও বিয়ালৈ অহা অসীমাভে ঘূৰঘূৰ কৰে। ওৰণিৰ তলৰ পৰা পিয়ালিয়ে কিন্তু দেখা নেপায়।

দৰা-কইনা যাবলৈ ওলাই আহে। শানাইৰ করুণ সুৰত ৰভাতলিৰ উদাস বতাহে উচুপি উঠে। অৰবিন্দই শান্তিপুৰী ধুতিৰ আঁচলেৰে চকুপানী মচে। চকলেট আৰু জাপিয়ে হুবাওবাৰে কান্দে।

বাইদেউ......চিনাকি মাত শুনি পিয়ালিৰ বুকুখন ধৰকৈ উঠে।

তাই উতভি নেচায়। হাউলি 'অসীমাত পিয়ালিব ছবি হুখন চুব খোজে। হঠাৎ পিয়ালিব ওবণিখন খহি যায়। তাইব চকুব কোণত যুকুতাব দবে দুটোপ চকুলো চিকমিকাই উঠে। দেহব সমস্ত শক্তি গোটাই তাই আঁতবি আছে। অসীমাত পিয়ালিব ছবি চুবলৈ নেপায়। তাই উচ্চাবণ কবে—"ওহোঁ।"

নির্বিকাবভাৱে পিয়ালি গৈ প্রধানব কাষত বহে। ইমান দিনব সমস্ত পবিত্র স্নেহ বাবিধি মাথো এটি দুটা আখবব শব্দেবে নিঃশেষ কবি, ছিন্ন-বিচ্ছিন্ন কবি পিয়ালি প্রধানব সতে গুচি যায়।

প্রধানব ফিয়েটখনে উকবা ধূলিব বন্যাত অসীমাত হেবাই যায়। দুখ লগাকৈ হেবাই যায়।





—'কটনিয়ানত' প্ৰকাশিত আৰাধনা পটঙ্গীয়াৰ 'সন্ধানত' নামৰ গল্পটো একেবাৰেই গতানুগতিক গল্প নহয়। স্মৃতি-ৰোমন্থনৰ মাজেদি এগৰাকী উচ্চশিক্ষিতা বিদুষী গাভৰুৱে নিজৰ জীৱনৰ বিচিত্ৰ অভিজ্ঞতাৰ খতিয়ান লৈছে, নিজকে পৰীক্ষা কৰি চাইছে। ই একো অসাধাৰণ বা অগতানুগতিক বিষয়-বস্তু নহয়। কিন্তু তাকে কৰিবলৈ যাওঁতে লেখিকাই তেওঁৰ গল্পৰ নায়িকাৰ চৰিত্ৰত যি ধৰণৰ মননশীলতা আৰু বৈদগ্ধ্য ফুটাই তুলিছে সিয়েই গল্পটোক এই ধৰণৰ আনবোৰ গল্পৰ পৰা সম্পূৰ্ণ পৃথক ৰূপত চিহ্নিত কৰিছে। গল্পটোৰ মাজত লেখিকাৰ এটা নিজস্ব মন আৰু বিশিষ্ট জীৱন-বোধৰ অস্তিত্ব অনুভৱ কৰিব পাৰি। কলেজৰ কোমল-বয়সীয়া ছাত্ৰী হৈ থাকোতেই যি গৰাকী গাভৰুৱে গল্পৰ মাজেদি তেওঁৰ ব্যক্তিত্ব এনে শক্তিশালী ৰূপত ফুটাই তুলিব পাৰিছিল, তেওঁ গল্প ৰচনাত একাণপতীয়াকৈ লাগি থকা হ'লে সময়ত নিশ্চয় ভাল গল্প লিখিব পাৰিলেহেঁতেন।

# সন্ধানত

কিমান নিৰ্লজ্জ
কগা চৰাইটো
আকাশ আৰু সাগৰ দুয়ো নীলা :
তথাপিও নীলা নোহোৱাকৈ
মাজত সি উৰি আছে। ( বন্দুচুই )

দুৰন্ত গতিৰে ৰেলখন তেতিয়া আগবাঢ়িছে বিস্তীৰ্ণ মুকলি পথাৰ-বোৰৰ মাজেৰে, বিজাৰ্ভ স্লিপিংবাৰ্থৰ কুপৰ এচুকত হেলান দি মই আনমনা হৈ বাহিৰলৈ চাই ৰ'লোঁ। কুপটোত মই অকলে, কলিকতাতে মোৰ সহযাত্ৰী নামিল। বাহিৰৰ বহল পথাৰবোৰ ইতিমধ্যে এন্ধাৰৰ মাজত লুকাবলৈ আৰম্ভ কৰিছে। হাতৰ কিতাপখন মেলি লৈ তুষাবিমান পঢ়ি ভাল নলগাত জপাই থলোঁ। শাৰীৰ আঁচলেৰে গাটো মেৰাই লৈ আকৌ বাহিৰলৈ চালোঁ। শূন্য পথাৰবোৰ। ভয়াবহ নিঃসঙ্গতাৰ ভাব এটাই মোৰ মনটো কঁপাই তুলিলে। পাৰ হৈ যোৱা মোৰ জীৱনৰ বহু কথাই মনত পৰিল। মোৰ বেড-ৰুমত সজাই থোৱা ফটোখনত মাৰ চকুৰ অনিশ্চয়তাখিনি, পল্লৱী মাহী গুচি যোৱাৰ পাছত দেউতাৰ অভাৱনীয় মৰমখিনি, মাতৃহীনা অলক দাদাৰ শিশুৰ দৰে



আবদাৰ কৰা কথাবোৰ, পূৰ্ণ প্ৰাচুৰ্যৰ মাজত থাকিও নিজক নিঃস্ব কৰিবলৈ ওলোৱা উৎসাহী ডেকা ত্ৰিদীপ ফুকনৰ বিদ্ৰোহী কথাবোৰ আৰু কন্তেকতে সকলোকে আপোন কৰি লব পৰা অথচ নিজকে 'লউনলি' 'ফিল' কৰা অধ্যাপক এডকিনৰ স্মৃতিয়ে মোক আমনি কৰে, মোৰ অন্তৰ হাহাকাৰ কৰি তোলে।

বিদায় দিবলৈ আহি লণ্ডন এয়াৰ প'ৰ্টত মোৰ দুহাতত এথোপা ফুল গুজি দি মি. এডকিনে কৈছিল, "উইচ ইউ এ হেপী ফিউচাৰ, মিছ বৰুৱা আপোনাৰ সুখী ভৱিষ্যত কামনা কৰোঁ। মাজে সময়ে খা-খবৰ জনাই থাকিব। তাৰ বাবে আগ্ৰহেৰে বাট চাই ৰ'ম।" ফুল-জোপাৰ পৰা দৃষ্টি আতৰাই মই মি. এডকিনৰ ফালে চাইছিলোঁ। মূৰৰ চুলিখিনি ইতিমধ্যে ছাই বৰণীয়া হৈ পৰা মানুহজনৰ মুখখনত যেন আজি শূন্য-উদাস অভিব্যক্তি। এয়াৰ নিতান্তই সাধাৰণ বিদায়বাণী হয়তো গতানুগতিকো—চাৰৰ বাবে। মোৰ দৰে বহুতকে এইদৰে শুভেচ্ছা জনাই চাৰে বিদায় দিছে। সকলো আতৰি গৈছে, হেৰাই গৈছে। ময়ো যাম। আজি বাৰু চাৰে ভাবিছে নেকি যে সকলোৰে সুখী ভৱিষ্যত কামনা কৰোঁতে নিজৰ ভৱিষ্যতৰ সুখৰ কথা ভাবিবলৈ তেওঁ আহৰিকে নাপালে?

বহু কিবা ক'ব খুজিও মই একো ক'ব পৰা নাছিলোঁ। ফুলখিনিৰ কোমল স্পৰ্শ অনুভৱ কৰি মই কৈছিলোঁ, 'ধন্যবাদ'। অনুভৱ কৰিছিলো কিমান নিকৰুণভাৱে আমি নিঃস্ব। জীৱনত আমি বহুতৰে পৰা বহু কিবাকিবি লওঁ, কিন্তু তাৰ প্ৰতিদানত একোকে দিব নোৱাৰো। যাৰ জীৱন-পুষ্ট অভিজ্ঞতাই মোক নতুন জীৱনৰ সন্ধান দিলে, যাৰ জ্ঞানে মোক অমৃত দান কৰিলে, সেইজন অধ্যাপক এডকিনৰ প্ৰতি মই, মোৰ কৃতজ্ঞতা জনাইছোঁ এটি মাত্ৰ শব্দেৰে 'ধন্যবাদ'। মনটো বেয়া লাগিছিল—বছৰৰ শেষত অতি মৰমৰ কেলেণ্ডাৰখন খুঁতৰাই পেলাওঁতে মনটো কোঁচখাই যোৱাৰ দৰে। খিবিকিৰে তললৈ চাই মই দেখিছিলোঁ। হাত জোকাৰি থকা শ' শ'

মানুহৰ মাজত মি. এডকিন থিয় হৈ আছে। চেষ্টা কৰিও তেওঁৰ মুখখন মই চাব নোৱাৰিলোঁ। চকুৰ পানীয়ে মোৰ দৃষ্টি ধুঁৱলি-কুঁৱলি কৰি পেলাইছিল।

জীৱনত মি. এডকিনৰ দৰে আৰু বহুতকে লগ পালোঁ। কিন্তু প্ৰত্যেককে এৰি আহিছোঁ অতীতৰ বুকুত। আমি যেন নিজ কক্ষত ঘূৰি থাকোঁতে হঠাতে কাৰোবাক লগ পাই যাওঁ আৰু যেতিয়া বিচৰা ৰূপটো তেওঁৰ মাজত নাপাওঁ, হতাশ হৈ ক'ব নোৱাৰাকৈ আমি আঁতৰি আহোঁ। এই দুদিনত আহি হাঁহো, কান্দো; কিন্তু অকলশৰীয়া হৈ পৰিলে বুজি উঠো আমি হাঁহো, কান্দো আনৰ বাবে নহয়, মাথো নিজৰ বাবে। আজি মায়ে মোৰ বাবে কান্দেনে নাকান্দে নাজানো। দেউতা, মোৰ আৰু আমাৰ সমাজখনৰ মাজত মায়ে কি বিচাৰিছিল—কি নাপালে, সেইয়াও মই নাজানো। কিন্তু এবাৰ কথা ভাবিলে মোৰ নিজৰে অস্বস্তি লাগে। যিজন দেউতাই সাহসেৰে চিৰ দিনলৈ উকা হ'বলৈ ধৰা মাৰ কঁপালখনত দগমগীয়া সেন্দুৰৰ ফোঁট আকি দিব পাৰিছিল সেইজন দেউতাই, কিয় মাৰ চকুৰ পৰা অনিশ্চয়-তাৰ আশঙ্কাখিনি মচি দিব নোৱাৰিলে?

বাহিৰত আন্ধাৰ গাঢ় হৈ পৰিছে। ৰেলখন আগৰ গতিৰে আগবাঢ়ি গৈছে। উজ্জ্বল বাঘৰ তলত কুপেটোত মই অকলে। বাহিৰৰ বতাহে মোক কোবাই গৈছে। কিয় জানো, এনেদৰে অলসভাৱে অকলে বহি মোৰ ভাল লাগিছে। অন্ততঃ অপ্ৰয়োজনীয় কথা আৰু কৌতূহল চাৱনিৰে আমনি দিবলৈ এতিয়া কোনো নাই। মানুহৰ সঙ্গ মই সদায় বেয়া নাপালেও, কেতিয়াবা অসহ্য লাগে। মাজে মাজে ভাবো মানুহৰ সঙ্গ ভাল পাব নোৱাৰাকৈ মই হয়তো আত্মকেন্দ্ৰিক হৈ পৰিছোঁ। আমাৰ ঘৰত ময়ে একমাত্ৰ সন্তান আছিলোঁ। মা আৰু দেউতাৰ। মাকো ওচৰত পাইছিলোঁ মাত্ৰ পাঁচ বছৰ বয়সলৈকে। অৱশ্যে দেউতা আৰু আমাৰ ঘৰতে থকা জেঠাইদেউৰ মৰমৰ মাজত থাকি মই মাৰ অভাৱ বৰকৈ অনুভৱ কৰা নাছিলোঁ। কিন্তু ডাঙৰ হৈ অহাৰ লগে লগে বুজি

উঠিছিলোঁ। মাকৰ ওচৰত পোৱা এডোখৰি নিভৃত আৰু নিৰাপদ ঠাইৰ মোৰ যেন খুব অভাৱ। মাৰ মৰম, আগ্ৰহ আৰু উৎসাহখিনি বিচাৰিবলৈ জেঠাইদেউ যেন বৰ বেছি উদাসীন, বেছি দায়িত্বহীন। সৰুতে বিধৱা হোৱা জেঠাইদেউৰ ল'ৰা মনুদাদা বিলাতলৈ গৈ আৰু উভতি নাহিল। নিজৰ সম্বন্ধীয় মানুহ বা ওচৰ-চুবুৰীয়াৰ লগত আমাৰ খুব বেছি অহা-যোৱা নাছিল। আগতে বুজি নাপালেও মা আঁতৰি যোৱাৰ পাছত আগৰে পৰা মই বুজিবলৈ ধৰিছোঁ যে এবাৰ মচ খোৱা কাৰোবাৰ টকা শিৰত, আকৌ সেন্দুৰ সানি দিবলৈ কোনোবাই সাহস কৰিলেও, সেইয়া আদৰি লবলৈ আমাৰ সমাজখন প্ৰস্তুত নহয়।

আমাৰ পাৰাৰে হাজৰিকানী জেঠাইদেউ, আৰু মোক দেখিলেই অবাক হৈ চোৱা শৰ্মানী আইতাৰ সৰু সৰু নাতিয়েক মণ্টু-বিণ্টুৰ অদ্ভুত চাৱনিয়ে মোক সৰুৰেপৰা বুজাই দিছিল—মই তেওঁলোকৰ বাবে এটা কৌতূহল। অৱশ্যে এই কৌতূহলৰ চাৱনিত ব্যঙ্গ লুকাই আছিল নে সন্মান লুকাই আছিল, ভালদৰে বুজিবলৈ নাপাওঁতেই এদিন মই দেখিবলৈ পাইছিলোঁ স্কুলৰ চাৰ-বাইদেউসকলে মোক মৰম কৰে, গুৰুত্ব দিয়ে; কাৰণ পঢ়া-শুনাত মই ভাল আছিলোঁ। আনকি লগৰ ছোৱালীবোৰেও মোক সমীহ কৰে—হয়তো মোৰ প্ৰতিভা আৰু ব্যক্তিত্বৰ বাবে। মোক মৰম আৰু সন্মান নকৰিলেও সিহঁতে যেন মোৰপৰা আঁতৰি থাকিবলৈ বিচাৰে হয়তো মোক মানসিক ভাবে উচ্চ বুলি ভাবিয়েই। কেতিয়াবা সিহঁতৰ লগ পাবলৈ মনো সিহঁতৰ দৰে ভাও দিব লগাত পৰোঁ। কিন্তু অলপ পাছতে মোৰ আমনি লাগি যায়। মই আঁতৰি আহোঁ। নিজকে এনেদৰে ভুৱা দিয়াৰ বাবে মোৰ বিৰক্তি লাগে। যিটো বয়সত লগৰীয়াৰ লগত ছোৱালী-বোৰে পখিলাৰ দৰে উৰি ফুৰিবলৈ বিচাৰে, সেইটো বয়সৰ বহু আগতে মই বুজি উঠিছিলো নিঃসঙ্গতা কেনে দুঃসহ। আত্মপ্ৰৱঞ্চনাক মই ঘৃণা কৰি আহিছোঁ সৰুৰে পৰা। সেয়ে আমাক এৰি থৈ কলিকতালৈ গুচি যোৱাৰ বাবে মই মাক একেো দোষ দিব পৰা নাই। অৱশ্যে-

এনেকুৱা অশান্তিৰে কঁপালত সেন্দুৰৰ ফোঁট লৈ, এজনী ছোৱালীৰ মাতৃৰূপে বাহিৰত মায়ে এগৰাকী সুখী গৃহিণীৰ ভাও ধৰি দিন নিয়াবিলে। আনে হয়তো ক'ব—দেউতা আৰু মোৰ বাবে মায়ে স্বজাপ ত্যাগ কৰিব পাৰিলেহেঁতেন। এই ত্যাগ নামৰ শব্দটোক মই সকবেপৰা আটাইতকৈ বেছি ঘিণ কৰি আহিছোঁ। ত্যাগ মানে প্ৰৱঞ্চনা। মানুহে ত্যাগ কৰে আনৰ বাবে নহয়, নিজৰ অহমিকাপূৰ্ণ তৃপ্তি চৰিতাৰ্থ কৰিবৰ বাবেহে।

সমাজক মই কোনোদিনেই গুৰুত্ব দিয়া নাই। কিন্তু কিয় জানো এইখন সমাজত প্ৰভুত্ব চলাবলৈ মোৰ মনত এটা কামনা জাগি উঠিছিল। প্ৰতিষ্ঠা, যশ-সন্মানৰ কামনাই মোৰ মনটো উচ্চাকাংক্ষী কৰি তুলিছিল। দেউতাই কোৱা এষাৰ কথা মোৰ এতিয়াও মনত পৰে। "মাজনী ভালদৰে পঢ়ি-শুনি ডাঙৰ মানুহ হৈ উঠচোন, দেখিবি দহে তোৰ ওচৰত হাত পাতি আছেহি।" বুজি উঠিছিলোঁ যোগ্যজনৰহে এই সমাজত স্থান। যাৰ তেনে যোগ্যতা নাই, তেওঁ নিঃচিহ্ন হৈ গৈছে। জীৱনৰ প্ৰতিটো মুহূৰ্ত হাতৰ মুঠিৰ মাজত ৰাখি ভৱিষ্যত গঢ়িবলৈ চেষ্টা কৰিছিলোঁ। অধ্যায়নৰ মাজেৰে পঢ়ি গৈছিলোঁ। এতিয়াও মনত পৰে ৰাতি বহু দেৰিলৈকে মই পঢ়িছিলোঁ। লাহে লাহে ই মোৰ অভ্যাসত পৰিণত হৈছিলগৈ। উজাগৰী নিশাৰ ফল-স্বৰূপে চকুৰ তল ক'লা পৰা দেখি কিয় জানো মোৰ মনত অদ্ভুত তৃপ্তি জাগিছিল। আনমনা হৈ আয়নাত নিজকে চাই ৰওঁ। খীণ, দীঘল দেহ। মিঠাবৰণৰ মুখ। উজ্জ্বল চকু। মই ধুনীয়া নহ'ব পাৰোঁ। কিন্তু মোক দেখা প্ৰতিজনে কয় মোৰ এক আচৰিত আকৰ্ষণী শক্তি আছে। এইবোৰ মন্তব্য অজ্ঞাত নহ'লেও নিজৰ এই শক্তিৰ সম্বন্ধে মোৰ কৌতূহল জন্মা নাছিল। অন্ততঃ ত্ৰিদীপ ফুকনৰ লগত চিনাকি হোৱাৰ আগতে।

শাৰীৰিক কমনীয়তাত সজাগ ন'হলেও মই সজাগ আছিলোঁ মোৰ মানসিক উৎকৰ্ষতাত। মই স্পষ্টকৈ উপলব্ধি কৰিছিলোঁ,

লগৰীয়াবোৰতকৈ মোৰ মানসিক গঠন সোনকালে পূৰঠ হৈছিল। পাঁচ বছৰ বয়সতে মই বুজিবলৈ চেষ্টা কৰিছিলোঁ। ব্যক্তিমন আৰু সমাজমনৰ দ্বন্দ্ব কোনখিনিত আৰু ষোল্ল বছৰ বয়সত উপলব্ধি কৰিছিলোঁ। ভালপোৱা, বিবাহ আৰু যৌনচাৰ সম্মিলিত নহ'বও পাৰে। মোৰ লগৰীয়াবোৰে যেতিয়া বুঢ়া-বুঢ়ীৰ সাধু শুনি আছিল, তেতিয়া মই উপন্যাস পঢ়িবলৈ আৰম্ভ কৰিছিলোঁ, যেতিয়া সিহঁতে বাটে-বাটে কান্দিয়া কৰি গৈছিল তেতিয়া মই ল'ৰাৰ আগত লাজ কৰিবলৈ শিকিছিলোঁ। আৰু যেতিয়া সিহঁতে হিন্দী চিনেমা চাই তাৰ নায়িকাৰ দৰে সাজিবলৈ শিকিছিল তেতিয়া মানুহৰ ওপৰত মোৰ আস্থা হেৰাই গৈছিল।

মোৰ বন্ধুবিলাকে যেতিয়া কেণ্টিনত আড্ডা মাৰিছিল, নিজকে গল্প-চিনেমাৰ ৰোমাঞ্চিতা নায়িকা বুলি কল্পনা কৰিছিল তেতিয়া মই ব্যস্ত আছিলোঁ কিতাপৰ মাজত। ৰঙীন আমেজৰ মাজত ডুবি থকা মোৰ লগৰীয়াহঁতৰ হাঁহিৰ চিক্‌মিকনিয়ে মোৰ মনক কেতিয়াবা শীতল কৰি সোমালেও মই মোৰ মনক বুজাবলৈ বিচাৰিছিলোঁ।—সিহঁতৰ এই হাঁহি কাঁচৰ গিলাচৰ দৰে ঠুনুকা আৰু গিলাচত থকা ৰঙীন স্কোৱাচ-খিনিৰ দৰে সিহঁতৰ জীৱন যিদিনাই গিলাচবপৰা বাগৰি পৰিব সেইদিনাই সিহঁত হৈ পৰিব আকৃতিহীন, নিতান্তই অপ্রয়োজনীয়। মোৰ সাধনা মোৰ বিশ্বাসৰ ওপৰত মোৰ গভীৰ আস্থা আছিল। উচ্চ মাধ্যমিক পৰীক্ষাত বিজ্ঞান শাখাত মই দ্বিতীয় স্থান লাভ কৰিছিলোঁ। কলেজীয়া শিক্ষাৰ বাবে দেউতাই মোক বেণাৰসলৈ পঠালে। কিন্তু এটা বছৰ বেনাৰসত কটাই মই গুচি আহিলোঁ গুৱাহাটীলৈ, দেউতাৰ ওচৰলৈ। কেমেষ্ট্রিত অনার্চ লৈ মই ফাৰ্ষ্ট ক্লাছ্ ফাৰ্ষ্ট হৈ এম.এচ.চি. পঢ়িবৰ বাবে দিল্লীলৈ যাওঁ। দিল্লী ইউনিভাৰচিটিৰ পৰা ফাৰ্ষ্ট ক্লাছ লৈ লণ্ডনলৈ যাওঁ উচ্চ শিক্ষাৰ বাবে। তাত ড. এড্‌কিনৰ তলত তিনিবছৰ অধ্যয়ন কৰি বিদেশী ডিগ্ৰীলৈ আজি এইয়া উভতি আহিছোঁ অসমলৈ মোৰ দেউতাৰ ওচৰলৈ।

জোকাৰ এটা মাৰি বেলখন বৈ যোৱাত মই পোন হৈ বহি ঘড়িটোলৈ চালোঁ। বাতি আঁঠ বাজি গৈছে। খিৰিকিখন খুলি দিলোঁ। চাহ, বাদাম বেচি ফুৰা বেপাৰীবোৰে, ব্যস্তভাৱে ইফাল সিফাল ঘূৰি ফুৰিছে। মাটিৰ পিলাচত গৰম চাহ মুখত দিলোঁ। মনত পৰিল দেউতাৰ লগত চাহ খোৱা বাতিপুৱাবোৰলৈ। ডাইনিং টেবুলত বহোঁ; দেউতা আৰু মই। চাহকাপ আগত লৈ মই মোৰ নতুনকৈ কিনা কম্পি নেইচন ফ্ৰকটো দেখি নীনা, দীপাইঁতে কি কৈছিল, তাৰপৰা অসমীয়াত সৰ্বোচ্চ নম্বৰ পোৱাৰ বাবে বীণা বাইদেৱে পুৰস্কাৰ দিয়া কিতাপখনলৈকে নোবোৱাকৈ উৎসাহেৰে কৈ নাওঁ। দেউতাই, মোৰ ফালে চাই মৰমেৰে কয়—"আগতে খাই লোৱাচোন।"

॥ ২ ॥

শেল মাৰি ধৰা বেলিটো
বুঢ়া মানুহজনৰ চকু দুটাত
নিৰ্বোধ যেন দেখি। (টাকাহাম ক্যোচি)

সেইদিনাখনো আমি ডাইনিং টেবুলত বহিছিলোঁ। বেণাৰসৰ পৰা উভটি অহাৰ পিছদিনা। আমাৰ দুয়োৰে আগত চাহ। মই কৈ গৈছিলোঁ মোক কিদৰে বেগিং কৰিছিল, অসমৰ বিষয়ে বাহিৰৰ মানুহৰ ধাৰণা কি, প্ৰথম সাময়িক পৰীক্ষাৰ পাছত অধ্যাপকসকলে কিদৰে মোৰ পৰিচয় বিচাৰিছিল। কিন্তু ইমান সময়লৈকে দেউতাই শুনিহে গৈছিল, মুখেৰে মতা নাছিল। ইতিমধ্যে মোৰ কাপ খালি হৈ গ'ল। হঠাতে মন কৰিলো দেউতাই একোৱে খোৱা নাই। দেউতা যেন আজি সহজ হ'ব পৰা নাই। দেউতাৰ মন ভাল "লগাবলৈ হাঁহি কলোঁ—দেউতা, এইবাৰ কিন্তু মোৰ কাম বাঢ়িল।"

"কি কাম?" দেউতাই সুধিলে।

"এইবাৰ আহি দেখিছোঁ তোমাৰ কাপৰ ওপৰত চুলি কেইডালমান পৰিছে। উঠালিব লাগিব।"

দেউতাই হাঁহিলে কিন্তু হাঁহিৰ মাজত লুকাই থকা দেউতাৰ সতৰ্কতা মিলিত এটা আশঙ্কাৰ ভাৱ মোৰ চকুত ধৰা পৰি গ'ল।

সেইদিনা আবেলিয়ে পল্লৱী মাহীৰ লগত মোৰ চিনাকি হৈছিল। মোক কাবত বহুৱাই তেওঁ বহু কথা পাতিলে। বহু চেষ্টা কৰিও কাষতে বহি থকা দেউতাৰ মুখখন চাবলৈ মোৰ সাহস নহ'ল। ৰাতি শুবৰ সময়ত অনুভৱ কৰিলোঁ পল্লৱী মাহীৰ আত্মীয়তাখিনি মোৰ খুব ভাল লগা নাই। আৰু পল্লৱী মাহীক? পল্লৱী মাহী এনে এগৰাকী মানুহ যাক ভালো নালাগে, বেয়াও নালাগে। কিন্তু দেউতা? যিজন মানুহে এধাৰটা বছৰ নিসঃঙ্গতাৰে পাৰ কৰিছে, সেইজন মানুহে যদি কাৰোবাৰ সান্নিধ্যত অলপ সুখ-শান্তি বিচাৰি পায় আৰু সেইয়া যদি পল্লৱী মাহীয়ে হয়, তেন্তে তাত মোৰ একো আপত্তি নাই। উদাৰ হ'ব খুজিও বুকুখন কাৰোবাক হেৰোৱাৰ আশঙ্কাৰে বিষাই উঠিল। হয়তো দেউতা আঁতৰি যাব। এটা বিৰাট ফাঁকৰ সৃষ্টি হ'ব মোৰ আৰু দেউতাৰ মাজত। যিদৰে এদিন হৈছিল মাৰ আৰু দেউতাৰ মাজত। মাৰ কথা মনত পৰিলে মোৰ মনত পৰে মাৰ কঁপালত ডাঙৰ ৰঙা ফোঁট-টোলৈ। পল্লৱী মাহীৰ কঁপালটো মাৰ দৰে এটা ফোঁট! তেওঁৰ চকুতো বাৰু মাৰ দৰে অনিশ্চয়তাৰ ছাঁ বিৰিঙি থাকিব নেকি? হয়তো নাথাকিব। কাৰণ পল্লৱী মাহীতো মাৰ দৰে দুৰ্ভগীয়া নহয়। দেউতাৰ পকাচুলি দুডালমান, ৰাতিপুৱাৰ ডাইনিং টেবুলত দেউতাৰ উদাস দৃষ্টি, মা আৰু পল্লৱী মাহীৰ দগমগীয়া সেন্দুৰৰ ফোঁট—নাৰী জীৱনৰ দাম জোখা হয়, এটা সেন্দুৰৰ ফোঁটেৰে আৰু? আৰু? মই টোপনি গলোঁ।

খকমককৈ সাৰ পাই চকু মেলিলোঁ। দেখিলোঁ দেউতাই মোৰ আঁঠুৱাখন পেলাই দিছে। চকুৱে চকুৱে পৰাত দেউতাই ক'লে "আঁঠুৱাখন পেলাই লোৱা নাছিলা কিয়? গোটেই ৰাতি মহে

থাকেহেঁতেন।" কথাবোৰ শুনি মনটো এনেয়ে ভাল লাগি গ'ল। হয়তো দেউতা আছে, সেয়ে মহে খাব নোৱাৰিলে, এই কথাবোৰ ভাবি বিছনাখনত বহি মই দেউতাক কলোঁ।—"আমাৰ ঘৰত যদি পল্লৱী মাহী সদায় থাকে খুব ভাল হ'ব দেউতা।" দেউতা গহীন হ'ল আৰু মোৰ মুখলৈ অলপ সময় চাই ৰ'ল। কিন্তু এটা কথাও নক'লে। তাৰ পাছত নিঃশব্দে কোঠালিটোৰ দুৱাৰখন জপাই ওলাই গ'ল। দুৱাৰখন জপোৱাহে আছিল, শলখা হ'লে মৰা হোৱা নাছিল।

পল্লৱী মাহী আঁতৰি গ'ল। দেউতা বৈ গ'ল মোৰ লগত। বাগৰি যোৱা দিনবোৰে দেউতাৰ কাণৰ ওপৰৰ বগা হব'লৈ ধৰা চুলি-খিনিত আৰু বহুতো সাঁচ বহুৱালে।

সকবেপৰা দেউতাক মই মাৰ দৰে ভাবি আহিছোঁ, পঢ়িবলৈ লোৱাৰে পৰা দেউতাক মই ভক্তি কৰি আহিছোঁ এজন বিদ্বান ব্যক্তি বুলি আৰু তাৰ পাছত ৰামমোহন, লুথাৰ, মাৰ্ক্স পঢ়ি ভাবিবলৈ ললোঁ। দেউতা স্থবিৰ জীৱনৰ এটা প্ৰত্যাহ্বান। যি উদ্যমেৰে দেউতাই অতি দুখীয়া ঘৰৰ ল'ৰা হৈয়ো বৌদ্ধিক জগতত খলকনি লগাইছে আৰু যি সৎসাহসেৰে মাক নিজৰ কৰি লব পাৰিছিল সেইয়া মোৰ বাবে গৌৰৱ, অনুপ্ৰেৰণা। আজি ভাবিছোঁ দেউতাই জীৱনত কি বিচাৰিছিল। প্ৰতিষ্ঠা, যশ-সন্মান-ক্ষমতা? এইয়াতো দেউতাই সকলো পাইছে। সকলোৰে মুখে মুখে অধ্যক্ষ বৰুৱাৰ আদৰ্শ-নিষ্ঠা আৰু ত্যাগৰ কথা শুনা যায়। ত্যাগৰ! দেউতাই হেনো গোটেই জীৱনটো কলেজখন আৰু মোৰ ভালৰ কাৰণে ভাবোতেই গ'ল। সমাজৰ চকুত মই ভাল ছোৱালী। কাৰণ দেউতাৰ আদৰ্শ মতে মই নিজক গঢ়ি তুলিছোঁ। কথাবোৰ ভাবিলে মোৰ হাঁহি উঠে—বিদ্বেষ তিক্ততাৰ হাঁহি। এই আদৰ্শ নিষ্ঠা কিনিবলৈ-যাওঁতে দেউতাৰ জীৱন কিমান দুৰ্বল হৈ পৰিছে সেয়াতো মিটিঙত দেউতাৰ বক্তৃতা শুনি হাত চাপৰি মৰা মানুহবোৰে নাজানে। মানুহৰ সমালোচনাই অসহজ কৰি তোলা

মা-দেউতাৰ সংসাৰখনৰ কাহিনী, পঞ্জৰীমাহী আঁতৰি যোৱাৰ পাছত দেউতাৰ অস্থিৰতাখিনি আৰু শেষলৈ নিস্পৃহতালৈ পৰিবৰ্ত্তন হোৱা দেউতাৰ দুঃসহনীয় কষ্টখিনিৰ কথা মনত পৰিলে এই আদৰ্শবাদক মোৰ প্ৰজ্ঞাৰ ভণ্ডামি বুলি ক'বৰ মন যায়। সেয়ে আজি ভাবিছোঁ আদৰ্শৰ লগত যুঁজি যুঁজি দেউতা পৰাজিত ন'হলেও ভাগৰি পৰিছে। তাত বিজয়ৰ গৌৰৱ হয়তো থাকিবও পাৰে, কিন্তু জীৱনৰ মাদকতা হ'লে তাত নাই।

॥ ৩ ॥

মহাচহৰৰ ভগা বন্দৰ
প্ৰাণ গঙ্গাৰ জোৱাৰে এদিন
উটুৱাই লৈ য'ক
এই অভিশাপ
কিয় দিছা ভগীৰথ ? ( নৱকান্ত বৰুৱা )।

সৰুতে এটা সাধু শুনিছিলোঁ। বীৰবলৰ চতুৰালিৰ সাধু। নোমোচা নবঢ়োৱাকৈ এডাল ৰেখা চুটি আৰু দীঘল কৰিব লাগে। বীৰবলে কি কৰিছিল ? ৰেখাডালৰ ছয়োফালে দুডাল ৰেখা টানি দিছিল ; এডাল তাতোতকৈ দীঘল, আনডাল্ চুটি। মোৰ জীৱনৰ ৰেখাডাল কিমান দীঘল বুজিবলৈ হ'লে বাৰু আৰু কাৰ জীৱনেৰে মোৰ প্ৰয়োজন হ'ব ? অলকদাদাৰ নে ত্ৰিদীপ ফুকন ?

দুৰন্ত গতিৰে গৈ থকা ৰেলৰ নিজান কুপটোত অকলে বহি মোৰ মনটো কোনোবা অতীতৰ মাজত হেৰাই গ'ল। মই তেতিয়া ক্লাছ নাইনৰ ছাত্ৰী আছিলোঁ, ভৰি ভগাৰ বাবে ডেৰমাহ বিছনাত পৰি থাকিবলগীয়া হৈছিলোঁ। মোৰ বিছনাৰ কাষত কিতাপে দম বান্ধিছিল। কিন্তু এনে এটা সময় আহিছিল যেতিয়া কিতাপ পঢ়ি

পঢ়ি মোৰ আমনি লাগিছিল। মন গৈছিল কাবোবাৰ লগত দুআষাৰ কথা পতাৰ। বাপ্তিপুৰা আবেলি দেউতা মোৰ ওচৰত থাকিলেও দিনটোৰ বেছিভাগ সময়েই মই অকলশৰীয়া হৈ পৰিছিলোঁ। ঘৰখনৰ জঞ্জাল মাৰি জেঠাইদেৱেও বাকী সময়খিনি নামঘৰত কটাইছিল, সেই সময়তে মোৰ চিনাকি হৈছিল অলক শৰ্মাৰ লগত। দেউতাৰ কলেজীয়া দিনৰ অন্তৰঙ্গ বন্ধুৰ ল'ৰা অলকদাদা।

অলক শৰ্মা। মজলীয়া ওখ, মিঠামুখৰ একন গহীন ল'ৰা। চছ্‌মা পিন্ধা এই ল'ৰাজনক প্ৰথম দৃষ্টিত খুব চিৰিয়াচ যেন লাগে। অলকদাদা পদাৰ্থ বিজ্ঞানৰ কৃতী ছাত্ৰ। কেতিয়াবা আমি সকলোৱে আৰু কেতিয়াবা অলকদাদা আৰু মই কথা পাতো, দবা খেলোঁ। চিনাকি হোৱাৰ পাছৰেপৰা আমাৰ সঙ্কোচবোৰ আঁতৰি গৈছিল। অলকদাদাৰ মুখৰ পৰাই শুনিছোঁ তেওঁৰ কথা, তেওঁৰ জীৱনৰ কথা। অলকদাদাৰ ভাষাত তেওঁ হেনো ব'ৰ্ণকিলাৰ। তেওঁৰ জন্মতে মাকৰ মৃত্যু। জীৱনত জন্মৰ অধিকাৰ পায়েই তেওঁ মাকৰ জীয়াই থকাৰ অধিকাৰ কাঢ়ি ললে। ইয়াৰ বাবে অলকদাদাই হেনো নিজক কেতিয়াও ক্ষমা কৰিব নোৱাৰে। দেউতাক আৰু মেডিকেল পঢ়ি থকা ককায়েকেও হেনো অলকদাদাক দোষী দোষী চকুৰে চায়। অলকদাদাই আপোনমনেৰে কথাবোৰ মোৰ আগত কৈ যায়। কাৰো পৰা অলপ আদৰ অলপো 'ইম্পৰ্টেঞ্চ' নোপোৱা অলকদাদাই হেনো জীৱনত কাকো এধানিমানো মৰম আৰু শান্তি যাচিব পৰা নাই।...

বিছনাত হেলান দি গাকৰ মাজত মুৰটো ভেঁজা দি মই তন্ময় হৈ অলকদাদাৰ কথাবোৰ শুনি যাওঁ। অলকদাদাৰ কথাবোৰ শুনি গধুৰ গধুৰ লগা মোৰ অন্তৰখন কিবা অজানিত আনন্দই ওপচাই পেলায়। উৎসাহেৰে মোৰ ক'বৰ মন যায় যদি আপোনাৰ সান্নিধ্যই মোক মোহিত কৰিছে, মোক শান্তি যাচিছে, তেন্তে কি ভুল কৰা হ'ব? খোলা খিৰিকিৰে মই বাহিৰৰ চোতাললৈ চাই পঠিয়াইছিলোঁ।

মতুনকৈ ফুলা প্ৰেভিঅ'লাচবোৰ তেতিয়া বতাহত হালি জালি নাচি আছিল।

দিনবোৰ পাৰ হৈ গৈছিল। দবাখেল, হাঁহি-ধেমালি, তৰ্ক আলোচনাৰ মাজেৰে অলকদাদাক মই আৰু ভালদৰে বুজিব পৰা হৈছিলোঁ। কিন্তু যিমানেই বুজিব পৰা হৈ উঠিছিলোঁ। সিমানেই অনুভৱ কৰিছিলোঁ। মই বিচৰাখিনি অলকদাদাৰ মাজত নাই, অলকদাদাই মোক যিমান মৰম কৰে, সিমান সন্মানো কৰে। মোৰ ওচৰত তেওঁ সদায় বিনম্ৰ আৰু সংযম। ইমান দিনে মোৰ প্ৰতিটো অনুৰোধেই অলকদাদাই ৰাখি আহিছে বাধ্য শিশুৰ দৰে। আনকি মই মনত দুখ পাওঁ বুলিয়ে কেতিয়াবা তেওঁ ইচ্ছা কৰিয়ে দবাখেলত মোৰ গুটি নাকাটে। প্ৰথমতে অলক দাদাৰ এনে ব্যৱহাৰত আমেজ পালেও পিছলৈ মোৰ আমনি লগা হ'ল।

মুকলি খিৰিকিৰে হালি জালি থকা মেগ্‌নলিয়াবোৰলৈ চাই ক্লাছ নাইনত যিকোনো এজনী ছোৱালীৰ দৰে হয়তো ময়ো ভাবি পেলাইছিলোঁ। মোৰ মোৰ স্বাধীনতাত হাত নিদিয়াকৈ কৰ্তৃত্বসুলভ অনুৰোধ কৰিব পৰা, অলপ অভিমান মিহলি খং কৰিব পৰা কোনোবা এজনৰ কথা। সেইজন অলক শৰ্মা নহ'ল, হ'ব নোৱাৰিলে। অলক দাদাৰ কথা ভাবিলে মোৰ অনুকম্পা হয়। মাতৃৰ মৰম বিচাৰি হাবাথুৰি খাই ফুৰা এই ল'ৰাজনে কিজানি জীৱনত কোনো ছোৱালীৰ লগতে স্বাভাৱিক হ'ব নোৱাৰিব।

তেতিয়াৰ কথাবোৰ এতিয়া জুকিয়াই চাব পৰা হৈছোঁ। আচলতে এই ল'ৰাজন কম্‌প্লেক্সত ভুগিছে। অসহজ পাৰিপাৰ্শ্বিকতাই তেওঁৰ মনত আত্মদোষী ভাবৰ সৃষ্টি কৰিছে। দেউতাক আৰু ককায়েকৰ লগত অসহজ সম্পৰ্কৰ ই অন্য এক প্ৰকাশ। মাকৰ মৰমৰ পৰা বঞ্চিত আৰু সকবেপৰা হোষ্টেলত থাকি ডাঙৰ হোৱা অলক দাদাৰ মন স্বাভাৱিকতে নাৰীৰ মাতৃসুলভ মৰমৰ বাবে অধিক আকলুৱা।

অলক দাদাৰ লগত শেষ দেখা হোৱা দিনটোলৈ মোৰ মনত

পৰিল। ইতিমধ্যে মই আগন্তকৈ বহুত ভাল হৈ উঠিছিলোঁ।। ছুপৰীয়া বিছনাত হেলান দি মই গল্প কিতাপ এখন পঢ়ি আছিলোঁ।। কাবোবাৰ জোতাৰ শব্দ শুনি মুৰ তুলি দেখোঁ। দুৱাৰদলিত অলকদাদা থিয় হৈ আছে। ঠিক আগৰ দৰেই ;- মুৰটো সোকালে সামান্য হলাই। মুখত শিশুৰ দৰে নিৰ্দোষ ভাব, কিন্তু কিছু ম্লান।

অলক দাদাক দেখি মই অলপ আচৰিত হৈছিলোঁ।। কাৰণ এনে সময়ত তেওঁ কোনোদিনে নাহে। কিতাপখন জপাই মই থিয় হ'লো। কিবা ক'বলৈ নাপাওঁতে দাদাই ক'লে—"স্বাগতা, অসময়ত তোমাক দিগদাৰি দিলোঁ।।"

জিজ্ঞাসু দৃষ্টিৰে অলক দাদাৰ চকুলৈ চোৱাত অত্যন্ত নিস্পৃহভাৱে তেওঁ ক'লে—"কলেজ খুলিবৰ হ'ল। যামগৈ। সেয়ে মাত লগাবলৈ আহিলোঁ।।"

অলক দাদা যে এদিন যাবগৈ সয়ো জানো। কিন্তু কিয় জানো কথাষাৰ শুনি মোৰ বেয়া লাগিল। সুধিলোঁ।—"কেতিয়া যাব?"

"আজি"—অলক দাদাই কিছু উত্তেজনা সানি ক'লে।

আচৰিত হৈ মই সুধি পেলালোঁ।—"আজি? কিন্তু ইমানদিনে কোৱা নাছিল যে?" কিছুসময় বৈ অলক দাদাই লাহে লাহে ক'লে—"নাই, এনেয়ে কোৱা নাছিলোঁ।।"

ক'বলগীয়া, মোৰ একো নাছিল। অলক দাদাইও একো নক'লে। আমাৰ মাজৰ নীৰৱতাখিনি অসহ্য হোৱাত মই ক'লো—"আহক, বহকহি।"

"নাই, নবহো। আবেলি ছয় বজাত ট্ৰেন।" কথাখিনি কৈ লবালবিকৈ অলক দাদাই থাকিবৰ বাৰাণ্ডালৈ আগবাঢ়িল।

"তুমিতো ভাল পাইছা। কেইদিনমানৰ পাছত যাব পৰা হ'বাই"—কিবা এটা ক'ব লাগে যাবেই কৈ থাকোঁতে অলক দাদাই ক'লে।

একো নোকোৱাকৈ ময়ো বাৰাণ্ডালৈ আগবাঢ়িলোঁ। অথচ এইবাৰ

কথা অলক দাদাই আন সময়ত কোৱা হ'লে ভুলকৈ যাবলৈ নিদিয়াৰ বাবে ডাক্তৰ আৰু দেউতাৰ বিৰুদ্ধে কিমান যে কথা শুনিব লগা নহ'ল-হেঁতেন।

"খং উঠিছে?" হাঁহি হাঁহি কোৱা অলক দাদা মোৰ ভাৱবীয়া মুখখন দেখি গহীন হৈ গৈছিল—"কিবা কাৰণে বেয়া পাইছা নেকি?"

অলক দাদাৰ কথা শুনি মই হাঁহিছিলোঁ। নিৰ্দোষ চকুৰ চাৱনিৰে শিশুৰ দৰে নিৰ্মল হাঁহি এই ল'ৰাজনক ভুলতো বেয়া পাব নোৱাৰি। শেষ বাৰৰ বাবে অলকেও হাঁহিছিল। এই হাঁহি আনন্দৰ নাছিল, ই আছিল উপলব্ধিৰ হাঁহি। নোকোৱাকৈয়ে আমি বুজিব পাৰিছিলোঁ। মই বিচৰাখিনি অলকে দিব নোৱাৰে আৰু অলকে বিচৰাখিনিও মই দিব নোৱাৰিম। দুৰলৈ আঁতৰি যোৱা অলকলৈ চাই বাৰাণ্ডাত থিয় হৈ মই মাথোঁ ভাবিছিলোঁ—হে ভগৱান! এই দুৰ্ভগীয়া ল'ৰাজন যেন সুখী হয়।

প্ৰথমতে বুজা নাছিলোঁ। পিছতহে বুজিলোঁ। মোৰ মনত, মোৰ চিন্তাত, মোৰ আদৰ্শত অলক দাদাই কি এক অদ্ভুত প্ৰভাৱ পেলাই গ'ল। মানুহ যে কিমান নিকৰুণভাৱে নিঃস্ব হ'ব পাৰে, এইয়া অলক দাদাই মোক শিকাই গ'ল। সকলোৰে মাজত থাকিলে মানুহ অসহায়, দুৰ্বল। জীৱনত মানুহে যি বিচাৰে সেয়া নাপায় আৰু যি বিচাৰে সেইয়াও ভুলকৈ বিচাৰে। কিন্তু এই ভুল উপলব্ধি যেতিয়া হয় তেতিয়া হয়তো আৰু উভতি অহাৰ সময় নাথাকে। মানুহৰ নিঃসঙ্গতা আৰু অনিশ্চয়তাৰ কথা ভাবি মই শিয়ৰি উঠিছিলোঁ। মোৰ জীৱনৰ ৰেখাডাল কিমান নিৰ্লজ্জভাৱে চুটি সেয়া, বিচাৰিবলৈ লওঁতে এদিন আৱিষ্কাৰ কৰিছিলোঁ। এডাল প্ৰশস্ত ৰেখা—যি মোক দেখুৱাই দিলে মোৰ ঐশ্বৰ্যৰে মোৰ পূৰ্ণতা। সেইদিনা মোৰ ডায়েৰীৰ পাতত মই এটা নাম লিখিছিলোঁ—ত্ৰিদীপ ফুকন।

॥ ৪ ॥

গোটেই জীৱন চালোঁ।
বিশাল আকাশখনৰ কালে
কাৰণ, গুজৰি যায় যদিও
বেগী বতাহজাকক
কেতিয়াও দেখা পাব নোৱাৰি। ( মিট্‌চুনে। )

নৱাগত আদৰণি সভা। কলেজ হল। ল'ৰা-ছোৱালীৰে গোটেই হলটো উহুলি-মুহুলি। মোৰ কাষতে মঞ্জুলা আৰু অৰ্চনা। মিটিঙৰ পাছত এইবাৰ বক্তৃতা শুনাৰ পালি। এজনৰ পাছত এজন ষ্টেজত উঠিছে আৰু নামিছে। পিছে বক্তৃতা শুনাৰ আগ্ৰহ বা ধৈৰ্য কাৰোৱে নাই। শেষত মাইকৰ আগত থিয় দিলে ওখ বগা ছাত্ৰ এজন। গমগমাই থকা বিৰাট হলটো নিজম পৰিল, ছাত্ৰজনে কৈ গ'ল নৱাগতৰ কথা, আমাৰ কথা, মানুহৰ কথা। মাজে মাজে তেওঁৰ চকুহুটা উজ্জ্বল হৈ উঠে। অভিব্যক্তিত তেওঁৰ আভিজাত্যৰ ছাপ থাকিলেও কথাত তেওঁৰ কৃত্ৰিম আবেগৰ ঠাইত সঁচা আন্তৰিকতা আছিল। ইমান সাৱলীলকৈ বক্তৃতা দিয়া মই আগতে শুনা নাছিলোঁ। মই বিস্মিত হৈছিলোঁ, মোহিত হৈছিলোঁ। বক্তৃতাৰ পাছত জাউৰিয়ে জাউৰিয়ে হাত চাপৰিৰ মাজত তেওঁৰ নামটো শুনিলোঁ—ত্ৰিদীপ ফুকন।

বাহিৰলৈ ওলাওঁতে মঞ্জুলাক সুধিলোঁ—"ত্ৰিদীপ নে চতুৰ্দীপ ফুকন কোন অ' ?" কিন্তু মঞ্জুলাৰ মুখৰ দুটা শব্দই মোৰ মনটো কোঁচ খোৱাই দিলে। ঠিক যিদৰে আসাম ট্ৰিবিউনত নিজৰ ৰোল নম্বৰটো থাৰ্ড ডিভিজনত দেখি ফাষ্ট ডিভিজনত পাছ কৰিম বুলি আশা কৰি থকা ছোৱালীজনীৰ মনটো কোঁচ খাই যায়। বেভিনিউ মিনিষ্টাৰ দেৱানন্দ ফুকনৰ দিনে ভিনিটাকৈ টেবেলিন চাৰ্ট সলাব পৰা ঘুমলীয়া

সন্তান ত্ৰিদীপ ফুকনৰ তৃতীয়া ছাত্ৰক ৰেগিঙৰ নামত কৰা অত্যাচাৰৰ বক্তৃতা শুনি উপচি পৰা মোৰ মনটো বিতৃষ্ণাভাবে ভৰি উঠিল। যি দেবানন্দ ফুকনে মোৰ মাক অপমান কৰিছিল, যাৰ বিষয়ে নগৰখনত বহু কথা শুনা যায়, সেই দেবানন্দ ফুকনৰ ল'ৰা ত্ৰিদীপ ফুকন? কথাষাৰ ভাবি মোৰ কিবা বিসদৃশ লাগিছিল। গম্ভীৰ অথচ অলপতে অস্থিৰ হৈ পৰা এই ল'ৰাজনৰ প্ৰতি হেয় ভাব মনলৈ আনিবলৈ মোৰ যেন অলপ কষ্ট হৈছিল। আপোনালোক কেৱল পঢ়িবলৈ অহা নাই, আহিছে মানুহ হ'বলৈ বুলি উৎসাহেৰে নৱাগতক আদৰণি জনোৱা ত্ৰিদাপ ফুকনৰ প্ৰতি থকা মোৰ কৌতুহল, বিস্ময় আৰু সন্মান যদিও দেবানন্দ ফুকনৰ নামটোৰ আৱিৰ্ভাৱে সেমেকাই তুলিলে।

এদিন ক্লাচ কৰিবলৈ বুলি লবালবিকৈ যাওঁতে দেখিলোঁ, এজাক ল'ৰাই মোক মাতিছে। ফ্ৰেচাৰ্চ চচিয়েলৰ পাছতো এইদৰে ৰেগিঙ কৰিবলৈ মতাত মোৰ খং উঠিছিল। সেয়ে ল'ৰাজাকৰ কথালৈ কাণ নিদি আঁতৰাই গৈ থাকিলোঁ। জুমটোৰ পৰা কেইজনমান মোৰ ফালে অহা দেখি মই ক'লো—"এতিয়া আৰু কি ৰেগিঙ?"

—"ৰেগিঙতো নহয়। চিনাকিহে হ'ব খুজিছোঁ। চিনাকি হ'বলৈতো আৰু কোনো সময় নালাগে।" সিহঁতৰ মাজৰ গগলচ্ পিন্ধা ল'ৰাজনে ক'লে।

—"ক্লাচ আছে, এতিয়া নোৱাৰিম। বেয়া নাপাব"—বাওঁফালে চকু ঘূৰাওঁতে দেখিলোঁ ত্ৰিদীপ ফুকন ইতিমধ্যে আমাৰ ওচৰ পাইছেহি। মোৰ কথাষাৰ সম্ভৱতঃ তেওঁ শুনিছিল। কাৰণ আহিয়েই তেওঁ জুমবান্ধি থকা ল'ৰাবোৰক ক'লে, "ক্লাছ আছে যদি যাব নিদিয়া কিয়?" ল'ৰাবোৰে বাট এৰি দিয়াত তেওঁ মোক সুধিছিল—"তোমাৰ নাম?"

কিছু বিৰক্তিৰে মই উত্তৰ দিছিলোঁ—"স্বাগতা বৰুৱা।" ত্ৰিদীপ ফুকনৰ মাতত এনে এক আদেশ সুলভ ভঙ্গী আছিল যে মই উত্তৰ নিদি নোৱাৰিলোঁ।

ক্ষন্তেক তেওঁ কিবা এটা ভাবিলে। তাৰ পাছত মোৰ কথাৰ বিৰক্তিখিনি উদাসীনতাৰে অৱহেলা কৰি তেওঁ কৈছিল—"চিনিঅ'ৰ ষ্টুডেণ্টে মাতিলে আহিব লাগে। এওঁলোক তোমাৰ লগত চিনাকিহে হ'ব বিচাৰিছিল।"

—"আৰু মিটিঙত ষ্টেজত উঠিলেই এই চিনাকিবোৰ বেগিও হৈ যায়।" তেওঁৰ উদাসীনতাত মই যেন কিছু আহত হৈছিলোঁ।

"এখেতে ত্ৰিদীপ ফুকনক নাজানে কিজানি।" ল'ৰাজাকৰ মাজৰ পৰা এজনে মিহি মাতে কৈছিল।

"দেৱানন্দ ফুকনৰ ল'ৰাক আৰু' নাজানিম কিয়?" বিনীতভাৱে ক'লেও কথাষাৰৰ মাজত লুকাই থকা বিদ্ৰূপখিনি আনে নহ'লেও ত্ৰিদীপ ফুকনে নিশ্চয় ধৰিব পাৰিছিল।

যাবলৈ বুলি এখোজ আগবঢ়াই ত্ৰিদীপ ফুকনৰ মুখলৈ চাই মুহূৰ্তৰ বাবে হ'লেও মই থ'ৰ পৰিছিলো। ৰঙা পৰা মুখখনত তেওঁৰ কঠোৰ দৃঢ়তা ফুটি উঠিছিল। মোৰ ফালে চাই তেওঁ স্পষ্টকৈ কৈছিল—"মোক যদি জানিব বিচাৰিছা ত্ৰিদীপ ফুকন বুলি জানিবা, দেবানন্দ ফুকনৰ ল'ৰা বুলি নহয়।"

অস্বস্তিৰে মই দিনটো পাৰ কৰিছিলোঁ। গধূলি পঢ়া টেবুলত বহি ফিজিক্সৰ কিতাপখন মেলি লৈয়ো মন নবহিল। ৰাতি বিছনাত পৰি মই মাথোন এটা কথাই ভাবিলোঁ। মানুহৰ চকুতো ইমান দৃঢ়তা, ইমান আত্মপ্ৰত্যয় থাকিব পাৰেনে? মই আচৰিত হৈছিলোঁ। ইমানদিনে দেউতাৰ নিস্পৃহ মমতাৰ মাজত ডাঙৰ হৈ, জেঠাইদেউৰ চিনিক হৈ পৰা মনটোৰ আঁৰ লৈ আৰু অলক দাদাৰ দুচকুৰ শিশুৰ অসহায়তা খিনিৰ বুজ লবলৈ গৈ মই যেন মানুহৰ ওপৰতো আস্থা হেৰুৱাই পেলাইছিলোঁ। কিন্তু সেইদিনা উপলব্ধি কৰিছিলোঁ। দেউতাই আজি সকলোকে ম্লান দেখিলেও, জেঠাদেউ ভাগৰি পৰিলেও আৰু জীৱনক বুজি নাপাওঁতে ভগ্ন হৃদয়ৰ মানুহৰ দৰে অলক দাদাই পলাই আহিবলৈ বিচাৰিলেও আমাৰ সমাজত এতিয়াও বহু ত্ৰিদীপ ফুকন

আছে। জীৱনত মই নিজে কোনোদিনেই আনৰ বিষয়ে ভৰা নাই, কাৰোবাৰ কাৰণে অলপো ত্যাগ কৰা নাই। ত্ৰিদীপ ফুকনৰ ওচৰত মোৰ নিজকে সৰু যেন লাগিছিল। ব্লটিঙ পেপাৰত চিয়াঁহি এটোপাল পৰিলে যিদৰে বিয়পি যায় সেইদৰে হয়তো মোৰ মনৰ মাজতো ত্ৰিদীপ ফুকনৰ নামটো বিয়পি পৰিছিল।

কলেজৰ বিভিন্ন ব্যস্ততাৰ মাজত মই ত্ৰিদীপ ফুকনক লক্ষ্য কৰি গৈছিলোঁ আঁতৰে আঁতৰে। সময়ত দুই এষাৰ কথা পতাৰ বাহিৰে তেওঁৰ লগত মই কথা পাতি পোৱা নাই। ল'ৰাজন দৃঢ়মতৰ অথচ খেয়ালি আৰু আৱেগপ্ৰৱণ, যিটো মই একেবাৰেই সহ্য কৰিব নোৱাৰোঁ। সেয়ে মই ভাবি আচৰিত হৈ যাওঁ মই যদি কেতিয়াবা কাৰোবাৰ কথা ভাবিব লাগিছিল সেইয়া অলক শৰ্মাহঁতৰ দৰে কাৰোবাৰ। ত্ৰিদীপৰ জীৱনৰ যি পথ সি মোৰ পথৰ সম্পূৰ্ণ বিপৰীত। সোতমোচ খোৱা কামিজেৰে ক্লান্ত মুখৰ অস্থিৰভাৱে ব্যস্ত হৈ ফুৰা ত্ৰিদীপ ফুকনক যেতিয়া দেখো তেতিয়া ভাবো কিহৰ নিচাত বলিয়া হৈ তেওঁ এইদৰে হাবাথুৰি খাইছে। তেওঁৰ বাবে যশস্যা সন্মান প্ৰতিষ্ঠাৰে পৰি আছে এটা পোন বাট। তেন্তে এই হাবাথুৰিৰ অৰ্থ? ধনীঘৰৰ ল'ৰাই কৰা ৰাজনীতিৰ বিলাসিতা? কিন্তু যিদিনা বুজি পাইছিলোঁ এইয়া ত্ৰিদীপ ফুকনৰ বাবে বিলাসিতা নহয় এইয়া প্ৰয়োজন, যিদিনা বুজি পাইছিলোঁ বিলাস প্ৰাচুৰ্যৰ মাজত ডাঙৰ হোৱা ত্ৰিদীপ ফুকনৰ দৈন্যৰ কথা আৰু এই দৈন্যই কঠোৰ কৰা তেওঁৰ মনটোৰ কথা সেইদিনা ভাবিছিলোঁ এই পথৰ পৰা উভোতাই আনিবলৈ মোৰ শক্তি যে অত্যন্ত সীমিত।

সেইদিনা অৰ্চনাৰ লগত মই মেডিকেল হস্পিতালত থকা তাইৰ মাহীয়েকক চাবলৈ গৈছিলোঁ। উভতি আহোঁতে কৰিড'ৰত আমাৰ কলেজৰ কেইজনমান ছাত্ৰক লগ পালোঁ। তেওঁলোকৰ পৰা গম পালোঁ ত্ৰিদীপ ফুকন হস্পিতালত আছে। "অৰ্চনাই ক'লে, আহিছোঁ যেতিয়া ত্ৰিদীপ দাদাক চায়ে যাওঁ ব'ল।" কোঠালিটোত সোমাই

দেখিছিলোঁ। বিছনাত শুই শুই তেওঁ খবৰ কাগজ পঢ়ি আছে। আমাক দেখি কাগজখন জপাই থৈ তেওঁ সামান্য হাঁহিলে, ওচৰ চাপি অৰ্চনাই সুধিলে, "ভাল পাইছেনে ?"

"মোৰ বিশেষ একো হোৱা নাছিল। দুদিনমান জ্বৰ উঠিছিল, বত্নইঁতে ইয়ালৈ পঠাই দিলে।" ত্ৰিদীপ ফুকনে উত্তৰ দিলে।

উত্তৰ দিবলৈ একো নাছিল। ত্ৰিদীপে মোলৈ চালে। কিবা এটা ক'ব লাগে। অথচ কি কম ? মনত পৰিছিল এবাৰ কথা। ত্ৰিদীপেই কৈছিল। যাৰ নিজৰ বিষয়ে একো ক'বলগীয়া নাই তেওঁৰ দৰে আৰু ভণ্ড নাই। সঁচা মোৰ ক'বলগীয়া আছে অন্ততঃ ত্ৰিদীপ ফুকনক। কিন্তু মই জানো মই যি ক'বলৈ বিচাৰিছোঁ তেওঁ সেইয়া শুনি ভাল নাপাব। কাৰণ মই যদি জনতাৰ সাংস্কৃতিক আৰু বৌদ্ধিক স্বাধীনতাৰ কথা ভাবো তেওঁ ক'ব অৰ্থ নৈতিক স্বাধীনতাৰ অবিহনত এইবোৰ ভবাটো মূৰ্খামি। সঁচা, আমি সকলোৱে পৰিৱৰ্তন বিচাৰোঁ। আৰু ত্ৰিদীপহঁতে এই পৰিৱৰ্তন আনিব বিচাৰে বিপ্লৱ কৰি। সমাজৰ প্ৰতিজনৰ শিৰে শিৰে যদি এই বিপ্লৱৰ বীজ বৈ নাযায়, এই পৰিৱৰ্তনৰ বাবে তেওঁলোকক যদি প্ৰস্তুত আৰু উপযুক্ত কৰি তোলা নহয় তেনেহলে ইমান কষ্টৰে গঢ়ি তোলা বিপ্লৱ ফুটুকাৰ ফেনৰ দৰে নিমিষতে শেষ হৈ যাব। ইয়াৰ বাবে লাগিব সময় আৰু ধৈৰ্য। কিন্তু ত্ৰিদীপহঁতে পৰিৱৰ্তন বিচাৰে সোনকালে। ইয়াৰ বাবে যদি তেজো লাগে তাকো দিবলৈ তেওঁলোক সাজু।

ইমান সময়ৰ নীৰৱতা ভাঙি অৰ্চনাই ক'লে, "শুনিছোঁ, আপুনি ধৰ্মঘট পৰিচালনা কৰিবলৈ ক'ৰবালৈ যাব ?"

ইমান সময়ে সুধিম সুধিম কৈ থকা কথাষাৰৰ উত্তৰ বিচাৰি মই ত্ৰিদীপৰ মুখলৈ চালোঁ। "এসপ্তাহমানৰ পাছতে যাব লাগিব। ইয়াৰ পৰাতো মই আজিকালিতে যাম।" সহজভাৱে তেওঁ উত্তৰ দিলে।

"কিন্তু পৰীক্ষালৈ যে আৰু এমাহো নাই।"—ক'ব নোৱাৰাকৈ হঠাতে মই কৈ পেলাইছিলোঁ।

"বি.এটো হয়তো দিয়া নহ'ব।" উদাসীনভাৱে তেওঁ ক'লে। তেওঁৰ এই উদাসীনতাত মোৰ বুকুখন কোঁচ খাই গ'ল। শিশুৰ প্ৰথম খোজত যিদৰে কিবা হেৰোৱাৰ আশঙ্কাত মাকৰ মনটো কোঁচ খাই যায়।

"কিন্তু ত্ৰিদীপ দাদা, আপুনিটো এইবোৰ নকৰিলেও পাৰিলে-হেঁতেন।" অৰ্চনাৰ মাতত চমক খাই মই তেওঁৰ মুখলৈ চাই ৰ'লোঁ। অসুখে ক্লান্ত কৰি যোৱা তেওঁৰ গভীৰ দুচকুত এইয়া যে উদাস অনিশ্চয়তাৰ দৃষ্টি: অলক দাদাৰ অসহায় চকুযুৰিৰ দৰে—কিন্তু ইমান দুৰ্বল নহয়। কিবা এটা কৰাৰ, কিবা এটা পোৱাৰ যেন ইয়াত দুৰ্বাৰ কামনা আছে।

"ৰাজনীতি কৰাৰ কথা মই ভবা নাছিলোঁ। সকলে ভাবিছিলোঁ পঢ়ি-শুনি ডাঙৰ মানুহ হ'ম।" ব্যঙ্গৰ হাঁহি এটা মাৰি তেওঁ মোলৈ চাই ক'লে, "কিন্তু স্বাগতা, যিদিনা বুজিলোঁ এইদৰে হ'লে মানুহে মোক জানিব মাথোন দেৱানন্দ ফুকনৰ ল'ৰা বুলিহে কিন্তু মই যে আৰু বেছি বিচৰোঁ। আৰু বেছি বিচাৰিবলৈ গৈ যিদিনা দেখিছিলোঁ মাৰ জীৱনৰ শূন্যতাখিনি, সেইদিনা উপলব্ধি কৰিছিলোঁ এইখন সমাজে মোক তিতা লগাকৈ আমুৱাই গৈছে।

ত্ৰিদীপৰ বিছনাৰ ৰেলিঙত হাত বুলাই বুলাই মোৰ মনত পৰিছিল মঞ্জুলাই কোৱা কথাবোৰ। ত্ৰিদীপৰ মাক সাধাৰণ ঘৰৰ সাধাৰণ ছোৱালী আছিল। কিন্তু দেৱানন্দ ফুকনৰ সমাজখনৰ লগত নিজক মিলাবলৈ যাওঁতে তেওঁ নিজৰ সাধাৰণ জীৱনটো অসাধাৰণ কৰি তুলিব লগাত পৰিছিল। যিগৰাকী মানুহে, এসময়ত নিচুকণি গীতেৰে ল'ৰা নিচুকাইছিল, সেইগৰাকী মানুহেই আজি নিশা দুপৰলৈকে ক্লাবত নিজক ব্যস্ত কৰি ৰাখিব পৰা হ'ল। আনকি ভাল ককটেল' বনাই বুলি এবিষ্ট'ক্ৰেট্ চচাইটিত নামো কিনি লৈছে। চকু ওপৰলৈ তোলোঁতে ত্ৰিদীপ ফুকনৰ চকুৱে চকুৱে পৰিল। তেওঁ লাহে লাহে কৈ গ'ল— "কিন্তু যিদিনা ৰাতি ক্লাবৰ পৰা প্ৰায় বেহুচ হৈ আহি মায়ে বাৰাণ্ডাত

থিয় হৈ থকা মোৰ নিচেই ওচৰলৈ আহি কৈছিল, 'আৰ, ইউ ৰেটিং ফৰ্ মি, মিঃ শুক্লা ?' সেইদিনা মই—"

ত্ৰিদীপে কথাখিনি শেষ কৰিবলৈ নাপাওঁতে মই অৰ্চনাক 'আন্ধাৰেই হ'ল, নাযাৱ নেকি ?' বুলি প্ৰায় টানিয়ে বাৰাণ্ডা পাইছিলোহি। ভাবিছিলোঁ। ত্ৰিদীপৰ লগত এইয়াই মোৰ শেষ দেখা।

আন্ধাৰ হৈছিল—সূৰ্যাস্তৰ আন্ধাৰ নহয়। মেঘে আকাশ ছানি ধৰিছিল। আবতৰীয়া বৰষুণৰ আশঙ্কা! গধুৰ বতাহ এজাকে মোক কোবাই গ'ল। আচৰিত লাগে বতাহজাকৰ শব্দ আৰু স্পৰ্শ অনুভৱ কৰিলেও ইয়াক যে কেতিয়াও দেখা পাব নোৱাৰি।

ত্ৰিদীপ ফুকনৰ বি.এ. দিয়া নহ'ল। দিল্লীত এম.এচ চি. পঢ়ি থাকোঁতেই শুনিছিলোঁ। ত্ৰিদীপ ফুকন হেনো যুৱক সন্থাৰ সাধাৰণ সম্পাদক নিৰ্বাচিত হৈছে। তাহানি কলেজৰ চাৰিসীমাত সীমাবদ্ধ ত্ৰিদীপ ফুকন আজি সক্ৰিয় ৰাজনৈতিক কৰ্মী। লণ্ডনত পঢ়ি থাকোঁতে গম পাইছিলোঁ। ত্ৰিদীপ ফুকনৰ নামৰ তলত হেনো ৰঙা চিয়াঁহিৰ আঁচ পৰিছে। ইমান দিনে যিটো ভয় কৰিছিলোঁ। সেয়াই হ'ল।

জোকাৰ এটা মাৰি ৰেলখন ৰ'ল। বাহিৰত জিপ জিপ বৰষুণ। সৰু ষ্টেচন, পাঁচ মিনিটমানৰ মূৰত আকৌ ৰেলখন চলিবলৈ ধৰিলে। এনেতে দুজন ল'ৰাই এজন মানুহক মোৰ সমুখৰ বিছনাখনত বহুৱাই, লৰালৰিকৈ নামি গ'ল। ষ্টেচনৰ ম্লান পোহৰত দেখিলোঁ। মানুহজন বেছ ওখ। বয়স অনুমান কৰিবলৈ টান। গাৰ কাপোৰত পৰিপাতি নাই। মাজে মাজে বৰষুণত তিতা। চুলি ফণিয়াইছিল যদিও বৰষুণ, হেঁচা-ঠেলাৰ মাজত পৰি কপালৰ আগলৈ বাগৰি গৈছে। গাৰ বৰণ এসময়ত বগা আছিল যদিও ৰ'দৰ তাপত এতিয়া তাম্ৰবৰণীয়া হৈ পৰিছে। কেইবাদিনো নুখুড়োৱাকৈ থকা ডাঢ়িখিনিয়ে মুখখন জখলা কৰি তুলিছে। নাকটো জোঙা। ডাঠ ফ্ৰেমৰ চছ্মাৰ তলত এহালি চকু গভীৰ দৃঢ়, কাৰ? ত্ৰিদিপ ফুকনৰ? বুকুখন মোৰ কঁপি উঠিল।

আন্ধাৰৰ বাবে মামুহজনে মোক মন কৰা নাই। বুকুখন খামুচি তেওঁ কাহিবলৈ ধৰিলে। কাহি কাহি তেওঁ যেন ভাগৰি পৰিছে। যিমানেই বিছনাৰ ওপৰত সংযত হ'বলৈ মই চেষ্টা কৰিছোঁ সিমানেহ মই অস্থিৰ হৈ উঠিছোঁ। অনুতাপৰ জুয়ে মোক যেন দগ্ধ কৰিছে। বিছনাৰ পৰা নামি মামুহজনৰ ওচৰত মই থিয় হলোঁ। ইতিমধ্যে কাহ মাৰ যোৱাত তেওঁ ডুবাৰমান দীঘল উশাহ টানিলে। মামুহজনৰ আঁঠু দুটাত ধৰি মই ক'লোঁ, "মোক চিনি পাইছে, মই স্বাগতা।"

মোৰ ফালে একেথৰে চাই থকা ত্ৰিদীপ ফুকনৰ ডাঠ লেঞ্চৰ চছ্মাৰ তলত দেখিলোঁ। তেওঁৰ চকুদুটা উজ্জ্বল হৈ উঠিছে। আচৰিত হৈ তেওঁ ক'লৈ, "স্বাগতা, তুমি?" তাৰ পাছত আগৰ দৰে হাঁহিলে, "স্বাগতা বৰুৱা পি. এইচ. ডি. ইন লণ্ডনক আক' চিনি নাপাম কিয়?" ত্ৰিদীপৰ কথাৰ সুৰে মোক টানি লৈ গ'ল আঠ বছৰৰ আগৰ কলেজৰ সেই দিনটোলৈ যিদিনা প্ৰথম তেওঁৰ লগত মোৰ চিনাকি হৈছিল।

"কেনগ্ৰাচুলেচন ফৰ ইয়ৰ চাক্চেচ্। তুমি আমাৰ গৌৰৱ, প্ৰত্যয়—অসমীয়াৰ বাবে প্ৰেৰণা। আৰে আৰে, স্বাগতা, তোমাৰ চকুত পানী? তুমি দেখিছোঁ এতিয়াও আগৰ দৰে হৈয়ে আছা।"

মোক এযাৰো কথা ক'বলৈ সুবিধা নিদিয়া ত্ৰিদীপ ফুকনৰ ফালে মই হতবাক হৈ চাই ৰ'লোঁ। তেওঁ যেন ভাগৰি পৰিছে। কান্দিব খুজিও যেন তেওঁ হাঁহিছে। কিন্তু তেওঁ কিয় নক'লে তুমি মোৰ গৌৰৱ, মোৰ প্ৰেৰণা?"

"মনে মনে ৰ'লা যে স্বাগতা?"

"আপুনি দেখিছোঁ মোৰ সকলো খবৰ ৰাখিছে। এতিয়া আপোনাৰ খবৰ কওকচোন।"

"মোৰ খবৰ"—ত্ৰিদীপে হাঁহিলে। "মোৰ খবৰবোৰ কেতিয়াবাই শেষ হৈ গ'ল।"

ত্ৰিদীপৰ কথাৰ উত্তৰত কি কম মই ভাবি নাপালোঁ। নিৰ্জন ডবাটোত আমাৰ নীৰৱতাখিনিয়ে যেন মোক ব্যঙ্গ কৰিছে। সহজ

হ'বলৈ চেষ্টা কৰি কলোঁ, "আপোনাৰ ঘৰৰ কথা, আপোনাৰ কথা কওক।"

"ঘৰলৈ মই আজি তিনি বছৰেই যাব পৰা নাই। একোৱেই কৰিব পৰা নাই, অথচ মই সদায় ব্যস্ত। আৰু মোৰ কথা?" ত্ৰিদীপে এটা অদ্ভুত হাঁহি মাৰিলে মোৰ কথা শুনিবলৈতো কাৰো সময়েই নহ'ল। তোমাৰ জানো হ'ব?"

ত্ৰিদীপ ফুকনৰ ফালে অবাক হৈ চাই ৰ'লোঁ। গাৰ কাপোৰখনৰ-পৰা হাতদুখন উলিয়াই তেওঁ বাও ভৰিটো ঢাকি ৰখা ক'লো পেণ্টটো দুহাতেৰে কোঁচাবলৈ ধৰিলে। দেখি মই উচপ খাই উঠিলোঁ, পেণ্টে ঢাকি ৰখা ভৰি এটা নকল লগোৱা ভৰি; আঁঠুৰ তলতে তেওঁৰ ভৰিটো কটা। বিস্ময়ত বহল হৈ পৰা মোৰ দুচকুলৈ চাই তেওঁ ক'লে, "মই দুখ কৰা নাই স্বাগতা। মোৰ আচল ভৰিটো হেৰাই গ'ল কিন্তু মই এটা নকল ভৰি পাইছোঁ।" অলপ বৈ তেওঁ আকৌ ক'লে, "কিন্তু দুখ লাগে যেতিয়া ভাবো জীৱনত একোকে নোপোৱা মানুহবোৰৰ কথা। হতাশ হৈ পৰা যেন লাগে যেতিয়া দেখোঁ এই মানুহবোৰে দৈন্য আৰু অভাৱকে সিহঁতৰ প্ৰাপ্য বুলি মানি লৈছে।"

ত্ৰিদীপৰ কথা শুনিবলৈ মোৰ ধৈৰ্য নাছিল। আনকি তেওঁৰ চকুলৈ চাবলৈকো মোৰ সাহস নহ'ল। নিজৰ নিঃস্বতা মানুহে যে দুঃসহনীয় কষ্টেৰে প্ৰকাশ কৰে সেইয়া মই সহিব নোৱাৰোঁ।

"কিন্তু স্বাগতা, এবাৰ যেতিয়া এই পথ ল'লোঁ—আগুৱাইতো যাবই লাগিব।" ত্ৰিদীপৰ মাতত এইবাৰ মই চকু তুলি চালোঁ। বয়স আৰু অভিজ্ঞতাই যেন তেওঁৰ চকুযুৰি আৰু গভীৰ আৰু দৃঢ় কৰি গ'ল। ইমান সময়ে চেপি ৰখা কান্দোনত মই ভাঙি পৰিলোঁ। তেওঁৰ মহানতাৰ ওচৰত মই যেন আজি বৰ লাজ লগাকৈ হেয় হৈ গ'লোঁ।

চকুৰ পানীৰে সেমেকা মোৰ দুহাত তেওঁ নিজৰ হাতদুখনৰ মাজত ল'লে। ঘন ঘনকৈ তেওঁ উশাহ লৈছে। ত্ৰিদীপে একো নক'লে।

গধুৰ হৈ পৰা মোৰ মনটো কিবা এক অনুভূতিয়ে পাতলাই দিলে। ইমান তৃপ্তি, ইমান নিৰাপত্তা আৰু প্ৰশান্তি জীৱনত মই কোনো দিনে পোৱা নাছিলোঁ। ত্ৰিদীপৰ দুহাতৰ উম লৈ মই নিকৰুণভাৱে অনুভৱ কৰিলোঁ মানুহৰ ভাল লগা মুহূৰ্তবোৰ কিমান নিষ্ঠুৰভাৱে ক্ষন্তেকীয়া।

ৰেলখন দুৰন্ত গতিৰে আগবাঢ়িছে। আগৰ লাইনটো এৰি আন এটা লাইনলৈ গতি সলালে ৰেলখনে। ৰেলৰ চকা চলি অহা ৰেলৰ লাইন দুডাল দূৰৰপৰা লগলগা যেন দেখিলেও, আচলতে ইহঁতে কেতিয়াও লগ নালাগে। ইহঁত সমান্তৰাল।





বহুতো প্ৰতিভাহীন মানুহেও যৌৱনৰ স্পৰ্ধাৰে 'কটনিয়ানৰ' পাতত গল্পকাৰ হিচাপে আত্মপ্ৰকাশ কৰে। সি কোনো দোষৰ কথা নহয়। তাৰ পৰা কাৰো একো ক্ষতি নহয়। যৌৱনৰ স্পৰ্ধা ক্ষণস্থায়ী। প্ৰতিভাহীন লেখকে সময়ত নিজেই সাহিত্য-ক্ষেত্ৰৰ পৰা বিদায় লয়। কিন্তু মদন শৰ্মা আছিল এজন প্ৰতিভাশালী গল্পকাৰ। 'কটনিয়ানত' প্ৰকাশ হোৱা প্ৰথম গল্পটোৱেই লেখক হিচাপে তেওঁৰ উজ্জ্বল ভৱিষ্যতৰ আগলি বতৰা দিছিল। সুখৰ কথা যে তেওঁ লিখিবলৈ একেবাৰে এৰি দিয়া নাই। বিভিন্ন আলোচনীত মাজে মাজে তেওঁৰ গল্প চকুত পৰে। কিন্তু দুখৰ কথা যে তেওঁ যিমান সঘনে গল্প লেখা উচিত তেনেকৈ লেখা নাই।

'মৃত' গল্পটোৰ বিষয়-বস্তু পৰিচিত আৰু বহু-ব্যৱহৃত। মৃত্যু নিশ্চিত আৰু সন্নিকট বুলি জানিলে জীৱনৰ মাদকতা যিমান তীব্ৰভাৱে অনুভূত হয়, আন কোনো সময়তেই সি তেনেকৈ অনুভূত নহয়। এজন লেখকৰ প্ৰতিভাৰ পৰিচয় ফুটি ওলায় এটা ব্যৱহাৰ-জীৰ্ণ বিষয়ক কেন্দ্ৰ কৰি লেখা গল্প এটালৈ তেওঁ কিমানখিনি নিজৰ অনুভূতি সঞ্চাৰিত কৰি দিব পাৰে —তাৰ মাজতহে। সেইফালৰ পৰা চাবলৈ গ'লে 'মৃত' এটা সাৰ্থক গল্প।

# মৃত

"আহিলা" ?

তাই মূৰ তুলি চালে। ভগা জেওৰাখনৰ অৱশিষ্ট অংশৰ এঠাইত হাত থৈ মানুহজন বৈ আছিল। ওঁঠৰ কোণত হাঁহিৰ ক্ষীণ আভাস। চকুৰ কোণত হাঁহিৰ সামান্যতম আভাসো অনুপস্থিত। 'ঙ' হাঁহিবৰ অসফল প্ৰচেষ্টাৰে তাই ক'লে। সাধাৰণতে এনেকৈ হাস্যকৰ ভাৱে পলমকৈ দিয়ো তাইৰ উত্তৰে আমোদজনক পৰিস্থিতি এটা সৃষ্টি কৰাই উচিত আছিল। তাই কিন্তু অস্বস্তিবোধ কৰিলে। সেই একেই দৃষ্টি। আজি কিছুদিনৰ পৰাই মানুহজনৰ নিতান্তই তাৎপৰ্যহীন দুই এষাৰ কথাতেই তাই বিজাত হ'বলৈ আৰম্ভ কৰিছে। অনবৰতে যেন মানুহজনৰ চকুৰ চিনাকি দৃষ্টিয়ে তাইক অনুসৰণ কৰিছে, তাইৰ চকুৰ ভিতৰলৈ, মণিৰ ভিতৰেদি দেহৰ আৰু ভিতৰলৈ সোমাই গৈছে। আৰু তাই অসহায় বোধ কৰিছে।

মানুহজন গ'ল।

বাৰাণ্ডাত চকীখন পৰা আছিল। তাই ধপকৈ বহি পৰিল। সমস্ত দিনৰ ক্লান্তি, শ্ৰম প্ৰকাশ কৰি দীঘল হামি এটা ওলাই আহিল। মিটিং খনেই দেখি কৰালে তাইক। অনবৰতে হাঁহি, কথা পাতি থকা চঞ্চলা ছোৱালীবোৰক পঢ়ুৱাই, সিহঁতৰ মনৰ উকা কাগজত তাইৰ কথাৰ আঁক



বন্ধুৱাৰ প্ৰচেষ্টাই তাইৰ মূৰ গৰম কৰি আনিছিল। তাতে আকৌ মিটিংখনে তাইক দুগুণে ক্লান্ত আৰু অৱশ কৰি পেলালে।

মাক নাই? ভাইটি!—সিতো ঘৰত থকাটোৱেই অস্বাভাৱিক। অহ্। হাতখন বুকুত থৈ তাই হালি দিলে। অসহ্য বিষ। বিষৰ অনুভূতিৰ লগে লগে মানুহজনৰ কথা, ছোৱালীবোৰৰ উদ্ভণ্ডালি, হেড্‌মিষ্ট্ৰেছৰ উপদেশ, ভাইটিৰ সম্ভাব্য কাৰ্যকলাপৰ ফলাফল—চববোৰ তাইৰ চেতনাৰ পৰা অন্তৰ্ধান হৈ গ'ল। তাইৰ দুচকু ভৰি আহিল। সমগ্ৰ দেহ কোঙা কৰি অনা যন্ত্ৰণাই তাইক আকৌ এবাৰ সকীয়ালে যে মৃত্যুলৈ বেছিপৰ নাই। লগে লগে দীঘদিনৰ হতাশা, দুঃখ আৰু দেহৰ অদৃশ্য কোনোবা এঠাই দহি নিয়া যন্ত্ৰণাই তাইক অৱশ কৰি পেলালে। আৰু কিমান দিন বাকী? দিনৰ ব্যস্ততাই চব কথা মনৰ পৰা আঁতৰাই ৰাখিছিল—টিউমাৰৰ সতে বাঢ়ি অহা যন্ত্ৰণাৰ কথা, লাহে লাহে অকালতে শেষ হৈ অহা তাইৰ চব্বিশ বছৰীয়া গাভৰু দেহৰ কথা মাজে মাজে অনুভৱ কৰিব খোজা নিঃসহায় নিঃসঙ্গতাৰ কথা। মাকে কৈছিল আকৌ এবাৰ ভেলোৰলৈ যাব লাগে। কিন্তু লাভ? মিছা-মিছি টকা এসোপা খৰচ। মাকে এতিয়াও ভাবে চিকিৎসা কৰিলে তাই ভাল হৈ যাব। তাইৰ হাঁহি উঠে তাই নকয় নিজে নিজেই এদিন চববোৰ জানিব। তাই নিৰ্বিকাৰ হৈ থাকিব খোজে স্কুল, ঘৰৰ সমস্যা, বজাৰ খৰচ, ভাইটিৰ উদ্ভণ্ডালি, দমহা বৃদ্ধি আদিক লৈয়ে ব্যস্ত থকাৰ প্ৰয়াস। কেতিয়াবা ছোৱালীবোৰৰ মুখলৈ চাই তাই কঁপি উঠে একমুহূৰ্তৰ বাবে তাই থৰ হৈ ৰয়, তাৰ পিছত আকৌ সিহঁতৰ মূৰত কথাবোৰ সুমুৱাই দিয়াৰ প্ৰচেষ্টাত ব্যস্ত হৈ পৰে। কেতিয়াবা ভাৰা ঘৰত থকা সেই মানুহজনৰ চকুহালে তাইক খেদি ফুৰে। দুয়োটা ঘৰৰ মাজত থকা বাহঁৰ জেওৰাখনৰ অৱশিষ্ট অংশৰ ওপৰেদি মানুহজনৰ ভৰিহাল আগুৱাই আহিলে তাই দুৰ্বল হৈ পৰে। মানুহজনে আগুৱাই আহি কি সোধে? তাই নুশুনে।

প্ৰথমতে তাইৰ ভয় লাগিছিল তাইৰ হাতৰ আঙুলিবোৰৰ

ওপৰেদি মানুহজনৰ খহটা আঙুলিবোৰ পিছলি গৈছিল। আঙুলিবোৰৰ ওপৰত ওঁঠৰ উম। আঙুলিবোৰৰ ওপৰেদি মানুহজনৰ তপত নিশাহ এজাক ধীৰ বতাহৰ দৰে বাগৰি গৈছিল। তাৰ পিছত মানুহজনে বহুকথা কৈছিল। এন্ধাৰ নামিবলৈ ধৰিছিল। কবলৈ তাই একো বিচাৰি নেপালে। মানুহজন গুচি গৈছিল ছাঁ এটাৰ দৰে। মানুহজন গুচি যোৱাৰ পিছত লাহে লাহে অসহ্য বিষ আৰু যন্ত্ৰণাই তাইক চেপি আনি-ছিল। নিশা তাইৰ টোপনি নাহিল। শেষ আগষ্টৰ আবেলিৰ বতাহ। পাতৰ কঁপনিৰ শব্দ, নদীৰ সোঁতৰ শব্দ, ফুটপাথেৰে যোৱা মানুহবোৰৰ জোতাৰ খট্ খট্ শব্দ, ছোৱালীবোৰৰ উচ্ছ্বসিত কথা-বতৰা, খিলখিল হাঁহিৰ শব্দ—চৰবোৰ বহুদূৰৰ পৰা ভাঁহি অহা যেন লাগিছিল তাইৰ, যেন সপোনৰ অৰ্ধচেতন অৱস্থাৰ মাজেৰে ভাহি অহা অস্পষ্ট ছবিৰ টুকৰা কিছুমান। তাই চকু মেলি চালে। সৰু সৰু বনৰীয়া ফুলবোৰ, গছবোৰৰ সেউজী পাতবোৰ জোৰে জোৰে লৰিছে, নদীৰ বুকুত লাহে লাহে বিলীয়মান দিনান্তৰ শেষ ৰংখিনি জিলিকিছে, ওচৰত ক'ৰবাত কোমল শিশুকণ্ঠৰ প্ৰাৰ্থনা গীত আৰু ফুটপাথেৰে ধীৰে ধীৰে হাঁহি মাতি আগবাঢ়ি যোৱা মানুহবোৰৰ খোজৰ শব্দ ভাহি আহিছে। সাঁজৰ পৃথিবীখন মুহূৰ্তৰ বাবে মায়াময় হৈ উঠিছে। নদীৰ শান্ত বুকু কঁপাই লাঞ্চ এখন গুচি গ'ল। তাইৰ দেহত, চুলিত বতাহৰ সুখকৰ স্পৰ্শ, তাইৰ কাণত ৰাস্তাৰে আগবাঢ়ি যোৱা অসংখ্য মানুহৰ মুখৰ, খোজৰ সমস্ত শব্দৰ প্ৰতিধ্বনি। তাই আনন্দিত আৰু সম্পূৰ্ণ নিৰাপদ অনুভৱ কৰিলে। জীৱনৰ সতেজ চঞ্চলতা, গতি। পৰম আশ্বস্ত হৈ তাই চকুহাল জপাই বেৰত আউজি বহিল। তাইৰ অনুভৱ হ'ল তাই যেন এজনী কিশোৰী। তাইৰ মনত সেয়া কিহৰ আকুলতা, বতাহৰ সতে উৰি যাব খোজে তাইৰ কল্পনা, তাইৰ চকুত কিহৰ স্বপ্ন? অস্পষ্ট অস্পষ্ট —একোৱেই যেন কট'ৰ দৰে স্পষ্ট হ'ব নোখোজে, একোৱেই উভতি আহিব নোখোজে। কিয় একোৱেই মনত নপৰে? অন্ততঃ এটা স্মৰণীয় দিন, এটা মধুৰ একান্ত আপোন মুহূৰ্ত, অন্ততঃ এটা মুহূৰ্তৰ বাবে স্তব্ধ ওঁঠৰ

কঁপনি, চকুৰ মগ্নতা, হৃদয়ৰ আকুলতাৰ অৱসান। শূন্য। এখনউকা কাগজ যেন। এয়া কিহৰ জীৱন? ৰাস্তাত লাইটৰপোহৰ,শূন্যপ্ৰায় ফুটপাথত দুই এটা কুকুৰৰ ধীৰ পদক্ষেপ, স্তব্ধ অলেখ মানুহৰ মিশ্ৰিত কোলাহল। কেৱল বতাহৰ তীব্ৰতা যেন বাঢ়ি গ'ল। ইমান করুণ দিন! ইমান নিৰ্জন! বুকুৰ ভিতৰৰ পৰা ক্ৰমাৎ গাঢ় হৈ অহা এটা যন্ত্ৰণাই তাইক অৱশ কৰি আনিলে। আকৌ তাই হতাশ, ক্লান্ত, পৰাজিত আৰু জীৱনৰ প্ৰাণচঞ্চল গতিশীলতাৰ পৰা নিজৰ বিচ্ছিন্নতা অনুভৱ কৰিলে। ঠিক দেউতাক ঢুকুওৱাৰ পিছৰ সেই দিনবোৰৰ দৰে, যেতিয়া তাই কলেজৰ পৰা উভতি আহি ক্লান্ত দেহেৰে বিছনাত বাগৰি পৰিছিল আৰু সমস্ত দিনটোৰ সৰু সৰু ঘটনাবোৰ, কথা বোৰ মনলৈ আহিছিল আৰু হতাশা আৰু ৰিক্ততাই তাইৰ গাভৰু মনটো চেপি ৰখা বুলি তাই অনুভৱ কৰিছিল।

মানুহজন থকা ঘৰটো আন্ধাৰত বুৰ গৈ আছে। তেওঁ আছেনে? মানুহজনৰ আটিল দেহটো, থুতৰিৰ তলত চুটিকৈ ৰখা দাড়িখিনি আৰু চিগাৰেটৰ ধোঁৱাই ক'লা কৰা পুষ্ট ওঁঠ দুটা দেখি তাইৰ প্ৰথমতে ভয় লাগিছিল। তেওঁৰ মনোভাৱ সম্পৰ্কে তাই সন্দিহান হৈছিল। তাৰ পিছত লাহে লাহে তাই বুজিবলৈ ধৰিলে মানুহজনৰ ঈষৎ ৰঙা চকুহালৰ দৃষ্টিত তাইক অন্যায় কৰাৰ কোনো মনোবৃত্তিৰ আভাস নাই।

মানুহজনে তাইৰ প্ৰেমত পৰিছে? কিন্তু তেওঁ যেন কিছুদিন পলমকৈ আহিল। অন্ততঃ কেইবছৰমান আগতে অহা হ'লে! মানুহজনে তাইৰ অৱস্থাৰ বিষয়ে নেজানে। কি আচৰিত-ইমান ওচৰত থাকিও মানুহবোৰে গম নেপায় কিমান সংগোপনে গাভৰু এজনী মৰি আহিছে। তাই যে ক্ৰমশঃ মৰি আহিছে জানিলে হয়তো ভগ্নপ্ৰায় জেওৰাখন গচকি মানুহজনে এটা খীণ হাঁহিৰে তাইক ইটো সিটো সুধিবলৈ নাহিলেহেঁতেন। তেওঁক কৈ দিয়া উচিত নেকি? কোনো দৰকাৰ নাই—তাই ভাবিলে। নিজে নিজে এদিন গম পাব। কিমান নীৰৱে এটা জীৱন শেষ হৈ যাব লাগিছে কিমানৰ অজ্ঞাতে। মাকে গম

পোৱা নাই, হাঁহিমুখীয়া চঞ্চল ছোৱালীবোৰে জনা নাই আৰু তাইক ভাল পাবলৈ ধৰা অকলশৰীয়া সেই মানুহজনেও জনা নাই কিমান নিশ্চয়তাৰে মৰণ ওচৰ চাপি আহিছে। দুদিন মানৰ পৰা ভীষণ ক্লান্তিয়ে তাইক আগুৰি ধৰা হৈছে, একো কৰিব নোৱাৰাকৈ যন্ত্ৰণাই তাইক মাজে মাজে কোঙা কৰি থয়।······মাক চাগৈ এতিয়াও নামতে ব্যস্ত। এই গধূলি খনলৈকে ভাইটিৰ ঘৰলৈ আহিবৰ সময় হোৱা নাই। জোৰকৈ দীঘলীয়া উশাহ ললে তাই। দাঁতেৰে ওঁঠ দুটা কামুৰি তাই বিষৰ তীব্ৰতাৰ পৰা নিষ্কৃতি পোৱাৰ চেষ্টা চলালে। দেহৰ ভিতৰৰ পৰা অহা আৰু এক যন্ত্ৰণাই তাইক চেপি আনিছে। তাই থিৰেৰে উঠিব নোৱাৰিলে। ভিতৰলৈ গৈ বিছনাত উবুৰি হৈ তাই সশব্দে উচুপি উঠিল।

লাহে লাহে কোনোবা এটা সোমাই আহিছে। মা ? নিশ্চয় এতিয়াই লাইটটো জ্বলাই দিব। হাক দিব খুজিও তাই বৈ গ'ল। তাইৰ পিঠিত আশ্বাস, নিৰ্ভৰতা আৰু সহানুভূতিৰ এখন হাত।

'মা ?' তাই ক'লে।

'নহয়, মইহে।'

তাই উচাপখাই উঠিল। মানুহজনৰ চিনাকি কণ্ঠস্বৰ।

'মাজে মাজে ময়ো অনুভৱ কৰোঁ', মানুহজনে ক'লে।

'কি ?' তাই আচৰিত হ'ল।

"এই মুহূৰ্তত তুমি যে অনুভৱ কৰিছা।" তাই মনে মনে থাকিল।

মানুহজনে আৰু কিবাকিবি কৈছিল। তাই নুশুনিলে। মানুহজনৰ প্ৰতি তাই এক নম্ৰ কৃতজ্ঞতা অনুভৱ কৰিলে। কিমান সময় পাৰ হ'ল ? চৰ যেন স্থবিৰ হৈ গ'ল হঠাতে।

তাইৰ ওঁঠত মানুহজনৰ ওঁঠ। তাইৰ দেহৰ ওপৰেদি বাগৰি গ'ল মানুহজনৰ ঘন নিশ্বাস। তাইৰ উত্তেজিত দেহত মানুহজনৰ দেহৰ উত্তাপ। তন্ময় হৈ অনুভৱ কৰিলে তাই আলিঙ্গনৰ আনন্দ, নিৰাপত্তা আৰু আশ্বাস। মানুহজনৰ সবল দেহৰ চেপাত তাই কষ্ট অনুভৱ কৰিলে, বিষটোও বাঢ়ি আহিছে। তথাপি চৰবোৰৰ মাজেৰে দুঃখজনকভাৱে মধুৰ

এক আনন্দই তাইক ঘেৰি ধৰিলে। প্ৰথমবাৰৰ বাবে এজন পুৰুষৰ প্ৰতি তাই কৃতজ্ঞতা অনুভৱ কৰিলে। তাইৰ ক্লান্ত, অৱশ দেহ উত্তেজনাত অধীৰ হ'ল। বিষ আৰু যন্ত্ৰণাৰ উপলব্ধিৰ লগে লগে তাই অনুভৱকৰিলে তাইৰ দেহৰ প্ৰতিঅঙ্গতে মানুহজনৰ দেহৰ সুখকৰ স্পৰ্শ।

মানুহজন গুচি যোৱাৰ পিছতো বহুপৰ তাই বিছনাত পৰি ৰ'ল। ক্লান্তি, অৱসন্নতা নে কিহে তাইক নিথৰ কৰি থৈছিল তাই গম নেপালে। হঠাৎ আন্ধাৰ কোঠাটো লাইটৰ উজ্জ্বল পোহৰেৰে ভৰি পৰিল। বিছনাৰ কাষতে বৈ মাকে মৰমেৰে সুধিলে—

"আকৌ বেছিকৈ অসুখ কৰিছে নেকি? মই কিমান ক'লো মোমোয়েৰহঁতক সুধিমেলি এবাৰ দেখুৱাই আহগৈ……" কৈ কৈ তেওঁ ভিতৰলৈ সোমাই গ'ল। তাই একো নেমাতিলে। লাইটটো নুমাই থৈ তাই আকৌ বিছনাত পৰিলহি। অসহ্য যন্ত্ৰণাত তাই চট্‌ফটাই উঠিল। হুচকু ভৰি আহিল। লাহে লাহে তাইৰ উপলব্ধি হ'ল, তাই মানুহজনক ভাল পাবলৈ ধৰিছে। লগে লগে দেহৰ ভিতৰৰ কোনো অদৃশ্য ঠাইৰ পৰা লাহে লাহে সমগ্ৰ সত্তা বিয়পি পৰা দুঃখ আৰু যন্ত্ৰণাত তাই অস্থিৰ হৈ পৰিল। গাটো দাঙি খিৰিকিৰ লোহা কেইডালত জোৰেৰে তাই খামুচি ধৰিলে। লাইটৰ পোহৰত জন-প্ৰাণীহীন সুদীৰ্ঘ ফুটপাথৰ ৰিক্ততা, জোৰকৈ বলিবলৈ ধৰা বতাহত কঁপা পাতৰ কঁপনিৰ নিৰ্জনতা আৰু চৌদিশৰ প্ৰায় অস্বাভাৱিক নীৰৱতা।তাইৰ মুখত নদীৰ পৰা অহা শীতল বতাহৰ স্পৰ্শ। তাইৰ হৃদয় ভৰি থকা দুঃখ আৰু যন্ত্ৰণাত অনুভূতিৰ মাজত তাই নিশ্চিতভাৱে গম পালে, সঁচাকৈয়ে তাই কেতিয়াবাৰ পৰাই মৰিবলৈ আৰম্ভ কৰিছে।



কটন কলেজৰ সাহিত্যিক ছাত্ৰই গল্পৰ বিষয়-বস্তুৰ সন্ধানত বিশ্ব-ব্ৰহ্মাণ্ড নহ'লেও অসমখন অন্ততঃ চলাথ কৰে ; কিন্তু কটন হোষ্টেলৰ গাতে লাগি থকা মেতৰপট্টিটোলৈ কেতিয়াবা তেওঁলোকৰ চকু যায়নে ? অন্ততঃ এজন কটনিয়ানৰ চকু গৈছিল। তেওঁৰ নাম আনোৱাৰ হুছেইন। মেতৰপট্টিৰ অভিশপ্ত অধিবাসীবোৰৰ প্ৰতি তেওঁ অনুভৱ কৰিছিল অকৃত্ৰিম মানৱিক আবেগ আৰু সহানুভূতি। আন একো কাৰণে নহ'লেও অকল এই কাৰণেই—অৰ্থাৎ বিষয়-বস্তুৰ অভিনবত্ব আৰু গভীৰ মানৱিক সহানুভূতিৰ কাৰণেই—আনোৱাৰ হুছেইনৰ গল্পটো 'কটনিয়ানৰ' গল্প-মালাৰ ভিতৰত বিশেষভাৱে চিহ্নিত হ'বৰ যোগ্য।

# ভগা জেওৰাৰ উচুপনি

এয়া ৰঙা তেজ। খুব ৰঙা। হাতখন তেজেৰে ৰাঙলী হৈ গ'ল। ইমান ৰঙা, ইমান গৰম তেজ আমাৰ জানো? নাকটো বোধকৰো সম্পূর্ণৰূপে ভাঙি গৈছে। চকু দুটাও দেখোন ৰবকৈ উথহিছে।

"ৰামদাস, এইফালে আহচোন, অলপ ডেটল লগাই দিওঁ।" ছাদাতৰ মাতত‌হে মোৰ তন্দ্রা ভাগিল। সঁচাকৈয়ে ছাদাত দাদা খুব মৰমিয়াল।

"তইতো এইবোৰ খাব বুলি মই কেতিয়াও জনা নাছিলো। যা, যি হ'ল হ'ল, তই পঢ়গৈ। এইবোৰ চিন্তা কৰি থাকিলে নচলে। টেষ্ট পৰীক্ষা আহি ওচৰ পালেই।"

"যা ভাই, তয়ো যাগৈ, তোক বহুত ক'বলগা আছে। তই মোক ভুল নুবুজিবি।" ছাদাতক মাত দি মই মোৰ কোঠাটোলৈ গুচি আহিলোঁ। কোঠা বুলিবলৈনো কিটো আছে। হোষ্টেলৰ কাষৰেই মেতৰপট্টিৰেই এটি কোঠা। মোৰ কোঠাটো ডাঙৰ ঘৰৰ মাজতে বেৰ এখন দি ময়েই বনাই লৈছো। মেতৰপট্টিৰ ঘৰ বিলাকৰ অৱস্থা কেনেকুৱা তাক সকলোৱেই জানে।

কোঠালৈ আহি ক'ত পঢ়া হ'ব। মূৰটো বিষতে ফাটি যোৱা যেন লাগিছে। মূৰতনো কম ঘোচাখন পৰিছেনে। পাতল কম্বলখন মূৰে-



গায়ে লৈ শুই পৰিলো। টোপনি যোৱাৰ পৰিৱৰ্তে মনটোত পাকঘূৰণি খাই কিছুমান কথা চিনেমাৰ বীলৰ দৰে অহা যোৱা কৰিবলৈ ধৰিলে।

মই তেতিয়া সৰু। এই হোষ্টেলৰে এজন বৰ মৰমিয়াল বাবু আছিল। 'মুন্না' বাবুক যে ইমান ভাল লাগি গৈছিল। মেতৰৰ ল'ৰা মই, তেখেতে মোক কি সুন্দৰকৈ মাতিছিল, মোক স্কুললৈ যোৱাৰ কথা কৈছিল। পঢ়া-শুনা কৰি দেউতাহঁতকৈ বেলেগ হ'বলৈ উৎসাহ যোগাইছিল। মই বাবাক এইবোৰ কথা কৈছিলো। কিতাপৰ কথা কৈছিলো। বাবাই মোক উৎসাহ দিয়াৰ পৰিৱৰ্তে ধমকিৰ সুৰতহে কৈছিল, "যা-যা, বেটা আমাৰ বাবু বনিব নেলাগে। তই মই পঢ়িবলৈ গ'লে আমাৰ এই কামবোৰ কোনে কৰিব?"

মোৰ তেতিয়া কান্দোন ওলাইছিল তাৰ পিছদিনাই দেখোন মুন্নাবাবুৱে মোৰ কাৰণে ফলি আৰু কিতাপ এখন লৈ আহিছে। মই দেখি আচৰিত। তেখেতেই নি মোক পাঠশালা স্কুল এটাত ভৰ্তি কৰাই দিলে। মই পঢ়া স্কুলখনত অৱশ্যে মোৰ দৰেই তৃথীয় ল'ৰাবোৰেই আছিল।

বাবাই এইবোৰ দেখি শুনি বৰ ভাল নেপালে। মাৰ পৰা টকা লৈ পঢ়াৰ খৰছ উলিয়াওঁ। বাবাইতো প্ৰায়বোৰ টকা মদতে উৰুৱায়।

মেট্ৰিক পৰীক্ষাত মোৰ ৰিজাল্ট ভালেই হ'ল। প্ৰথম বিভাগত উত্তীৰ্ণ হলো। তেতিয়া মুন্না বাবুৰ কথা মোৰ বৰকৈ মনত পৰিছিল। কটনৰ পঢ়া জীৱন শেষ কৰি তেখেত কেতিয়াবাই ইয়াৰপৰা গুচি গ'ল। তেখেতে এতিয়া ক'ত কি কৰি আছে তাৰো খবৰ নাপাওঁ।

কটনত মোৰো দুবছৰেই হ'ল। সিদিনা টাৰ্মিনেল পৰীক্ষাৰ পদাৰ্থ বিজ্ঞানৰ বহী দিছিল। হায়েষ্ট মাৰ্ক অৱশ্যে ময়েই পাইছিলো। ক্লাছ শেষ হোৱাত ঘৰলৈ আহোঁতে কাষৰে পাণদোকান খনত আমাৰ শ্ৰেণীৰেই প্ৰণবহঁতে অলপ ডাঙৰ ডাঙৰকৈ আলোচনা কৰা শুনিলো "আৰে মেতৰৰ ল'ৰা বৰ ফাৰ্ষ্ট্ বে। নকল-চকল মাৰি এইখিনি মাৰ্ক পাইছে। নহ'লে ভবেশহঁতৰ (ষ্ট্যাণ্ড কৰা ল'ৰা) আগত সি ক'ত পাত্ৰা পায়।"

কথা শুনি মোৰ বুকুত শেলে বিন্ধা যেন লাগিছিল। মোৰ লগে লগে থকা ছাদাতবো বোধকৰো কথাখিনি কাণত পৰিছিল। সি হোষ্টেল নৌপাওঁতেই মোৰ কমত সোমাই মোক সেইবোৰ চিন্তা কৰিবলৈ বাধা দিছিল। সি মোৰ merit-ৰ প্ৰশংসা কৰিছিল। এইবিলাক কৈ সি গুচি গৈছিল।

মই সিহঁতৰ ডাইনিং হলৰ কাষতে থকা টেপটোত মুখ ধুবলৈ গৈছিলো। কোনোবাই ডাঙৰ ডাঙৰকৈ কোৱা শুনিলো, "তই চুইপাৰৰ ল'ৰাৰ লগত ঠিক মিলিছ দে। বেচ কৰিছ। নে চুইপাৰৰ ছোৱালীৰ লগতে কিবা প্ৰেম-ছেম······"

মই ভালদৰে জানিছিলো সেইবোৰ ছাদাতকে কৈছে। মই তাৰপৰা বেগাই গুচি আহিছিলো!

এই অৱস্থাত ভনীজনীৰ কথা মোৰ বৰকৈ মনত পৰিছে। তাই মোতকৈ বৰ বেছি সৰু নহয়। তাই যৌৱন কাল পাইছিলেই। কলেজ সপ্তাহৰ সঙ্গীত সন্ধিয়াৰ দিনা তাইক মই ধুনীয়াকৈ কাপোৰ পিন্ধাই লৈ গৈছিলো। তাই চকী এখনত বহোঁতে নাকত কমাল সোপা দি কাষৰ চকীৰপৰা কেইজনীমান ছোৱালী আঁতৰি গৈছিল। হলৰ লাইট এবাৰ নুমাই যোৱাত নাকত কমাল লোৱা এজনী দেবী (দেবীয়েই বুলিব লাগিব আমাৰ তুলনাত) কাষৰ ডেকাজনলৈমূৰটো হাউলি দিয়াত ডেকা-জনৰ হাতখনে দেবীৰ বুকুত বৰ জোৰকৈ খামোচ মাৰি ধৰা দেখিবলৈ পালো। তাৰপিছত তাত বেছি সময় নাথাকি ঘৰলৈ উভতি আহি বৰকৈ কান্দিছিলো।

এদিনাখন সন্ধিয়া। ঘন ঘন লেট্ৰিনৰ দুটা শাৰীৰ মাজত দুটা অস্পষ্ট মানৱ মূৰ্তি দেখা পালো। অস্পষ্ট চিএৰ, আজোৰা-আজোৰি চলি থাকোতে দৌৰি গৈ দেখিলো মোৰ ভণ্টীজনীক হোষ্টেলৰে ল'ৰা এজনে গৰা মাৰি ধৰি আছে। কাণ্ড দেখি গৰম হৈ গ'লো। দিলো কেইটামান ঘোচা লগাই। ঘোচা সহ্য কৰিব নোৱাৰি বাবু চেহেৰাৰ ল'ৰাজন পলাল। দিনত হ'লে চুইপাৰৰ ছাটো দেখিলেও গোলাপজলেৰে

গা ধুই বিশুদ্ধ হ'ব লাগে, কিন্তু ৰাতিৰ অন্ধকাৰত হ'লে চুইপাৰৰ ছোৱালীৰ মঙহ লোভনীয় হৈ উঠে। এইখন সমাজৰ দুই তৰপীয়া দিশটো দেখি আচৰিত লাগি গৈছিল। এই কথাটো মই গোপনেই ৰাখিছিলো।

তাৰপিছত ভন্টীজনীৰনো কি হ'ল ? দিনে দিনে শুকাই খীণাই যাবলৈ ধৰিলে। আমাৰ দৰে মানুহৰ ঘৰলৈ ডাক্তৰকো আনিবলৈ ভয়েই লাগে। গতিকে ভন্টীজনীক ডাক্তৰ এগৰাকীৰ ওচৰলৈকে নি দেখুৱালো। ডাক্তৰে ৰোগ ধৰিব নোৱাৰিলে। ডাঙৰ ডাঙৰ ডাক্তৰক দেখুৱাবলৈ সম্বলো নাই। তাই কিছুদিন আগতে মৰিল।

তাইৰ মৃত্যুৰ সময়ত দেখা পোৱা করুণ শেঁতাপৰা মুখ খনিয়ে এতিয়াও মোৰ মনত দোলা দি চকুলো উলিয়ায়। মৃত্যুৰ আগমুহূৰ্তত তাইৰ হাতখন মোৰ হাতত থৈ কিবা ক'বলৈ গৈয়ো নিশ্চুপ হৈ গৈছিল। কি ক'বলৈ বিচাৰিছিল সেইটো অজ্ঞাতেই ৰ'ল।

ভন্টীজনী গ'ল। ককাদেউতাজনো আগতে মৰিল। মৰিবৰতো বয়স হোৱা নাছিল। সস্তীয়া মদ খায়েই জীৱন শেষ কৰিলে। দৰমহাৰ টকা কেইটা মদতে উৰুৱাইছিল। লাগতিয়াল বস্তু নিকিনি গালি খায়ো হোষ্টেলৰ চাহটোপা খুজিহে খাবলগীয়া হৈছিল।

পিছে বাবাইও ককাদেউতাৰ পন্থাই লৈছে। সদায়েই বেলেগে কল'নিৰ কাষত মদৰ মহললৈ মদ খাবলৈ যায়। ৰাতি হ'লে উভতি আহোতে ক'ৰবাত ৰাষ্টাৰ কাষত নৰ্দমাত পৰি থাকে। তাৰ পিছতেই আহি মাক মাৰকিল আৰম্ভ কৰি দিয়ে। সিদিনা হেনো ৰাতি মদখাই আহি নৰ্দমা এটাত পৰি থাকোঁতে ৰাজিন্দৰ চাচাইহে তুলি আনি ঘৰত থৈ গৈছিল।

আজিও ৰাতি বহু হোৱা কাৰণে মই বাবাক বিচাৰি গৈছিলো। বকৰকাই কিবা বলকি থকা দেখিলো। মই তেওঁক হোষ্টেলৰ কাষেৰে গাত ধৰি ধৰি লৈ আহিছিলো। বাবাই যে কি বলকনিখন আৰম্ভ কৰি দিলে—'এই চব বাবুলোগ বৰ ভাল মানুহ, বৰ ভাল মানুহ।'

দেখিলো বৰ ভাল মানুহ ( হোষ্টেলৰ ল'ৰা ) কেইজনমান মোৰ ওচৰলৈ দৌৰি আহিছে। আহিয়েই মোৰ ওপৰত ঘোচা-চৰ আৰম্ভ কৰি দিলে। নানাজনে নানান মন্তব্য আগবঢ়ালে "বাপ-বেটা এইবাৰ ঠিক মিলিছে। গেলা খাই ইয়াত হাল্লা কৰিবলৈ আহিছে। ইহঁতৰ জাতিটোৱেই এনেকুৱা। ই বেটা চুইপাৰৰ ল'ৰা হৈ খুব বাহাদুৰি দেখুৱায়। কলেজত পঢ়িবলৈ যায়।"

তেতিয়াহে ছাদাতে কোৱা কথা মনত পৰিল যে সি মোক সাৱধানে থাকিবলৈ কৈছিল কিয়নো কেইজনমান ল'ৰাই মোক মাৰো মাৰোকৈ চেলু বিচাৰি আছে। ল'ৰাৰ দলটোৰ মাজত আগৰণুৱা ভণ্টীজনীৰ লগত অপব্যৱহাৰ কৰা ল'ৰাজন। তাৰ যে কি গৰম। ভাবিলো ইহঁতে মোৰ ওপৰত ঠিক সুবিধা এটাই এইবাৰ ললে।

বাবাৰ কাহৰ শব্দতহে মই ভাৱ সাগৰৰ পাৰ পালো। বাবাই খুব কাহিছে। বিছনাৰ পৰা উঠি অহাৰ লগে লগে মোৰ নাকটোৰ পৰা এজোলোকা তেজ ওলাল। বাবাৰো দেখোন কাহোতে এসোপা তেজ ওলাল। মই বুজি পালো বাবাৰ আচল বেমাৰ। মই ভালদৰে জানিছো বাবাৰ আৰু বেছিদিন নাই। বাবাই কাহিয়েই আছে। কাহোতে ওলোৱা তেজ আৰু মোৰ নাক, মূৰ ফাটি ওলোৱা তেজ লগ লাগি এটা সোঁত হৈ বৈ গৈছে।

ই কি বাবাই দেখোন মোৰ মুখৰ ফালে চাই চাই চকু দুটা চকুপানীৰে ভৰাই তুলিছে।

হঠাতে দেখিলো, জেওৰাখনো মৰ-মৰকৈ চোতালৰ ফালে ভাগি পৰিছে। কোনোবাই জেওৰাখন ঠেলি দি দৌৰিছে।

মই দৌৰাৰ পদশব্দ শুনিছো ........।

# ॥ পৰিশিষ্ট ॥

## ১৯২২-১৯৮০ চনলৈ ক্ৰমে The Cotton College Magazine আৰু কটনিয়ানত প্ৰকাশিত গল্পৰ বিস্তাৰিত তালিকা

| ক্ৰমিক নং | প্ৰকাশ হোৱা বছৰ | সম্পাদকৰ নাম | গল্পৰ নাম | গল্পকাৰৰ নাম | প্ৰথম খণ্ডৰ বাবে নিৰ্বাচিত গল্পৰ নাম |
|---|---|---|---|---|---|
| ৯ম সংখ্যা প্ৰথম প্ৰকাশ | ১৯৩০ | অঃ পি. চি. আব্ৰাহাম | 'দি লষ্ট্ চাইল্ড' ( মূল ইংৰাজী ) | বীৰেশ্বৰ শৰ্মা | |
| ১০ম সংখ্যা ২য় প্ৰকাশ | ১৯৩১ | অঃ পি. চি. আব্ৰাহাম | 'এ ছামাৰ ইভ্‌নিং' ( মূল ইংৰাজী ) | নগেন্দ্ৰ নাথ হাজৰিকা | |
| ১০ম সংখ্যা ৩য় প্ৰকাশ | ১৯৩২ | অঃ দিবাকৰ গোস্বামী ( অসমীয়া শাখা ) | 'দি এছেজ্ অৱ্ লাভ' ( মূল ইংৰাজী ) | ত্ৰৈলোক্যনাথ গোস্বামী | স্মৃতিৰ উচুপনি (অসমীয়া নামকৰণ) |
| ১৪ দশ সংখ্যা | ১৯৩৬ | অঃ দিবাকৰ গোস্বামী ( অসমীয়া শাখা ) | জীৱনৰ পথত | সুৰেন্দ্ৰনাথ বৰুৱা | |
| ১৫ দশ সংখ্যা | ১৯৩৬-৩৭ | লীলাধৰ শৰ্মা কটকী | (১) স্বাধীনতাৰ জয়যাত্ৰা<br>(২) বালিভাত<br>(৩) পৰিবৰ্তন | (১) হৰগোবিন্দ শৰ্মা<br>(২) ক্ষীৰদা বৰা<br>(৩) দেবেন্দ্ৰনাথ বেজবৰুৱা | |
| ২০ তম সংখ্যা | ১৯৪১-৪২ | ভূপেন্দ্ৰ বৰুৱা | (১) মৰহি পৰা জীৱন | বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য | মৰহি পৰা জীৱন |
| ২২ তম সংখ্যা | ১৯৪৫ | প্ৰশান্ত বৰুৱা | (১) এটি কৰুণ চিত্ৰ<br>(২) মাতৃ | (১) মহম্মুৰ ৰহমান<br>(২) জীৱকান্ত বৰুৱা | |
| ২৩তম সংখ্যা | ১৯৪৭ | ধীৰেণ বৰঠাকুৰ | (১) ধুমুহা আৰু তাৰ পিছত<br>(২) বলিদান | (১) যোগেশ দাস<br>(২) মহম্মদ পিয়াৰ | (১) ধুমুহা আৰু তাৰ পিছত<br>(২) বলিদান |

| | | | | | |
|---|---|---|---|---|---|
| ২৪তম সংখ্যা | ১৯৪৮ | ঘনকান্ত চেতিয়া ফুকন | (১) তিনিগৰাকী মহিলা | (১) প্ৰভাত গোস্বামী | |
| | | | (২) দোমোজাত | (২) মালতী বৰা | |
| ২৫তম সংখ্যা | ১৯৪৯ | মহম্মদ পিয়াৰ | (১) ধূলি আৰু ধৰণী | (১) কুল গগৈ | পৰিৱৰ্তন |
| | | | (২) মৰহা মোহৰ আন্দোলন | (২) ক্ষীৰোদ চন্দ্ৰ গগৈ | |
| | | | (৩) মাটিৰ জীৱনৰে ছবি | (৩) প্ৰবোধ শৰ্মা | |
| | | | (৪) সিহঁতৰ জীৱন | (৪) ডিম্বেশ্বৰ ফুকন | |
| | | | (৫) নতুন প্ৰভাতৰ ডাৱৰ | (৫) মহম্মদ তাহেৰ | |
| | | | (৬) পৰিৱৰ্তন | (৬) দেবেন্দ্ৰনাথ সোণোৱাল | |
| | | | (৭) গ্ৰেজুৱেট হোৱাৰ পাছত | (৭) বুদ্ধেশ্বৰ গোঁহাই | |
| ২৬তম সংখ্যা | ১৯৫০ | চৈয়দ মোবাছ হুচেইন | (১) প্ৰেম আৰু পৃথিৱী | (১) কুলনাথ গগৈ | প্ৰেম আৰু পৃথিৱী |
| | | | (২) কোনেও বিচাৰি নাপালে | (২) দ্বিজেন বৰুৱা | |
| | | | (৩) আবতৰীয়া বৰষুণ | (৩) প্ৰবোধ শৰ্মা | |
| | | | (৪) শেষৰ সন্ধিয়া | (৪) মিহিৰ বৰুৱা | |
| | | | (৫) সোঁৱৰণীৰ শিহৰণ | (৫) এম. জিয়াউৰ ৰহমান | |
| ২৭তম সংখ্যা | ১৯৫১ | চিদানন্দ বৰুৱা | (১) পুৰণি পৃথিৱী আৰু নতুন মানুহ | (১) মহম্মদ তাহেৰ | (১) পুৰণি পৃথিৱী আৰু নতুন মানুহ |
| | | | (২) 'আবেলিৰ আলিবাটৰ' গল্প | (২) হোমেন বৰগোহাঞি | (২) 'আবেলিৰ আলিবাটৰ' গল্প |
| | | | (৩) মৰহি যোৱা যৌৱন | (৩) গোলোক নাথ গগৈ | |
| | | | (৪) হেৰুৱা সুৰৰ কঁপনি | (৪) নিলীমা দত্ত | |
| | | | (৫) হেৰাই যোৱা অতীতৰ পৰিচয় | (৫) আনন্দ গোস্বামী | |
| | | | (৬) সুৰ, সপোন আৰু জীৱন | (৬) চন্দ্ৰনাথ শৰ্মা | |

| | | | | | |
|---|---|---|---|---|---|
| ২৮তম সংখ্যা | ১৯৫২ | চন্দ্ৰকুমাৰ বৰুৱা | (১) ৰঙা মেঘৰ এচপৰা<br>(২) মৰহা স্মৃতিৰ ক'পনি<br>(৩) বৰদলনী উচন গ'ল<br>(৪) গল্পৰ প্লট বিচাৰি<br>(৫) দুখীয়াৰ চকুলো | (১) দ্বিজেন্দ্ৰনাথ শৰ্মা<br>(২) বসন্ত কুমাৰ শইকীয়া<br>(৩) ভোলানাথ দাস<br>(৪) লক্ষ্মীনাথ গগৈ<br>(৫) যোগেন চেতিয়া | ৰঙা মেঘৰ এচপৰা |
| ২৯তম সংখ্যা | ১৯৫৩ | মহম্মদ তাহেৰ | (১) এপিটাফ<br>(২) দিবংপৰীয়া সাধু<br>(৩) চাহনিৰ স্মৃতি<br>(৪) কক্ষচ্যুত<br>(৫) হেৰোৱা দিগন্ত<br>(৬) একো নহয় | (১) হোমেন বৰগোহাঞি<br>(২) বিষ্ণুপ্ৰসাদ খাউণ্ড<br>(৩) হৰেণ ৰাজকোঁৱৰ<br>(৪) মাণিকচন্দ্ৰ গগৈ<br>(৫) ভুবনেশ্বৰী মজুমদাৰ<br>(৬) দ্বিজেন শৰ্মা | (১) চাহনিৰ স্মৃতি<br>(২) হেৰোৱা দিগন্ত |
| ৩০তম সংখ্যা | ১৯৫৪ | বসন্ত কুমাৰ শইকীয়া | (১) চেনাটৰিয়াম<br>(২) মহাযাত্ৰা<br>(৩) দিগবলয়<br>(৪) বিকল্প<br>(৫) পলাতক | (১) হোমেন বৰগোহাঞি<br>(২) কন্দৰ্পকুমাৰ কাকতি<br>(৩) নলিতা ডাম<br>(৪) মহম্মদ তাহেৰ<br>(৫) দ্বিজেন শৰ্মা | মহাযাত্ৰা |
| ৩১তম সংখ্যা | ১৯৫৫ | ৰোহিনীকুমাৰ মহন্ত | (১) মৰহা পাৰ্পাৰি<br>(২) টোৱাইলাইট<br>(৩) পপীয়া তৰা<br>(৪) অকস্মাৎ<br>(৫) কৃষ্ণা প্ৰতিপদ | (১) হোমেন বৰগোহাঞি<br>(২) কন্দৰ্পকুমাৰ কাকতি<br>(৩) প্ৰদীপ শইকীয়া<br>(৪) ৰোহিনীকুমাৰ কাকতি<br>(৫) উপেন্দ্ৰনাথ শৰ্মা | |

| | | | | | |
|---|---|---|---|---|---|
| ৩২তম সংখ্যা | ১৯৫৬ | গজেন হাজৰিকা | (১) শেষ কথা<br>(২) পথ<br>(৩) বালিচৰ<br>(৪) পট পৰিৱৰ্তন | (১) যোগেশ দাস<br>(২) 'আলেয়া'<br>(৩) কন্দৰ্পকুমাৰ কাকতি<br>(৪) কনকসেন ডেকা | পট পৰিৱৰ্তন |
| ৩৩তম সংখ্যা | ১৯৫৭ | শ্যামভদ্র মেধি | (১) কবি<br>(২) গল্পৰ প্লট<br>(৩) কেন্দ্ৰাভিমুখ | (১) যোগেন বৰ্মন<br>(২) শশীকান্ত গোস্বামী<br>(৩) সৌনক | গল্পৰ প্লট |
| ৩৪তম সংখ্যা | ১৯৫৮ | সুশীলকুমাৰ গগৈ | (১) কোবাচ<br>(২) ৰশ্মি<br>(৩) প্ৰেমৰ তিনিটা পৰ্ব<br>(৪) নীৰৱ বেদনা<br>(৫) সঙ্গী | (১) ছাঈদুল ইছলাম<br>(২) বিষ্ণুপ্ৰসাদ দত্ত<br>(৩) ঘন গগৈ<br>(৪) বিমল গগৈ<br>(৫) লীলা বৰগোহাই | সঙ্গী |
| ৩৫তম সংখ্যা | ১৯৫৯ | নগেন তালুকদাৰ | (১) সাক্ষী<br>(২) পুতলা নাচ<br>(৩) কক্ষচ্যুতা | (১) নিত্যানন্দ তামুলি<br>(২) ছাঈদুল ইছলাম<br>(৩) শচীন বৰুৱা | পুতলা নাচ |
| ৩৬তম সংখ্যা | ১৯৬০ | গঙ্গাপদ চৌধুৰী | (১) সন্ধি<br>(২) মইনামতী<br>(৩) কদমী<br>(৪) মন পথাৰত প্লাবন নামে<br>(৫) জীৱন তৃষ্ণা | (১) মামণি গোস্বামী<br>(২) হেমেন্দ্ৰকুমাৰ গগৈ<br>(৩) শচীন বৰুৱা<br>(৪) শ্ৰীকৃষ্ণ নন্দ দাস<br>(৫) শশীৰঞ্জন নাথ | সন্ধি |
| ৩৭তম সংখ্যা | ১৯৬১ | ৰঞ্জিৎ কাকতি | (১) মৰ নৈৰ বান<br>(২) সৰা ফুলৰ গোন্ধ<br>(৩) মৰম<br>(৪) কাঠফুলা<br>(৫) স্থাৱৰ | (১) হেমেন গগৈ<br>(২) অপূৰ্ব শৰ্মা<br>(৩) বিনোদ শৰ্মা<br>(৪) মামণি গোস্বামী<br>(৫) ইন্দিৰা বৰুৱা | (১) মৰ নৈৰ বান<br>(২) সৰা ফুলৰ গোন্ধ<br>(৩) মৰম |

| | | | | | |
|---|---|---|---|---|---|
| ৩৮তম সংখ্যা | ১৯৬২ | শ্যামাপ্ৰসাদ শৰ্মা | (১) অসুখ<br>(২) পঙ্ক<br>(৩) চাপ্ৰা বহুত দূৰ | (১) হেমেন গগৈ<br>(২) হৰেকৃষ্ণ ডেকা<br>(৩) গোপাল চন্দ্ৰ ডেকা | (১) পঙ্ক<br>(২) চাপ্ৰা বহুত দূৰ |
| ৩৯তম সংখ্যা | ১৯৬৩ | জ্যোতিপ্ৰসাদ শইকীয়া | (১) ৰাজমিস্ত্ৰী<br>(২) সহযাত্ৰী<br>(৩) ঝুৰে নয়ণক নীৰ<br>(৪) ঋষিক<br>(৫) ক্ষণিক অৰণ্য | (১) ক্ষীৰেণ চন্দ্ৰ ৰায়<br>(২) বাৰীন্দ্ৰকুমাৰ শৰ্মা<br>(৩) গিৰীন্দ্ৰ মোহন দাস<br>(৪) দিলীপ বৰুৱা<br>(৫) ৰমেশ দাস | |
| ৪০তম সংখ্যা | ১৯৬৪ | প্ৰদীপ শইকীয়া ( তদৰ্থ সমিতিৰ হৈ ) | (১) মেঘ মেঘ লাগে<br>(২) ভগ্নাংশ<br>(৩) তোমাৰ মৰমে<br>(৪) স্বাক্ষৰ | (১) ক্ষীৰেণ চন্দ্ৰ ৰায়<br>(২) নীৰেণ বৰুৱা<br>(৩) আৰতি ভুঞা<br>(৪) পিকু বৰকটকী | মেঘ মেঘ লাগে |
| ৪১তম সংখ্যা | ১৯৬৪-৬৫ | প্ৰদীপ শইকীয়া | (১) প্লাষ্টিকৰ ফুল<br>(২) মন ময়ূৰীৰ বেদনা<br>(৩) এলদ'ৰেদো | (১) আৰতি ভূঞা<br>(২) মঞ্জুল বৰুৱা<br>(৩) বিশ্বকিংকৰ গোস্বামী | 'প্লাষ্টিকৰ ফুল' |
| ৪২তম সংখ্যা | ১৯৬৫-৬৬ | দিগন্ত খাৰঘৰীয়া | (১) বিপৰ্যয়<br>(২) অন্তৰালত<br>(৩) কুন্তলা তোমাৰ মন | (১) মঞ্জুল বৰুৱা<br>(২) দ্বিজেন্দ্ৰ মোহন শৰ্মা<br>(৩) বীণাপাণি নাথ | |
| ৪৩তম সংখ্যা | ১৯৬৬-৬৭ | ধীৰেন্দ্ৰকুমাৰ ৰাভা | (১) এখন পুৰণি মাচিয়া<br>(২) বিয়োগান্ত<br>(৩) লগ<br>(৪) মম জ্বলে আৰু গলে | (১) বিশ্বকিংকৰ গোস্বামী<br>(২) ৰূপশ্ৰী কলিতা<br>(৩) মুনীন্দ্ৰ মোহন দাস<br>(৪) বিৰিঞ্চি মেধি | এখন পুৰণি মাচিয়া |

| | | | | | |
|---|---|---|---|---|---|
| ৪৪তম সংখ্যা | ১৯৬৭-৬৮ | কেশৱ বৰুৱা | (১) কুন্তী বাইদেউ | (১) ঘন হাজৰিকা | |
| | | | (২) ফানুচ | (২) অনিল বৰুৱা | পখিলাৰ পাখি ভাগে |
| | | | (৩) পৰিত্যক্তা | (৩) অমলা শইকীয়া | |
| | | | (৪) পখিলাৰ পাখি ভাগে | (৪) বিৰিঞ্চিকুমাৰ মেধি | |
| ৪৮তম সংখ্যা | ১৯৭১-৭২ | দীনবন্ধু ঠাকুৰীয়া | (১) তুমি ? | (১) গৌতম বৰা | |
| | | | (২) সন্ধানত | (২) আৰধনা পটঙ্গীয়া | সন্ধানত |
| | | | (৩) এন্ধাৰে ঢকা আকাশ | (৩) ধীৰেণ গোস্বামী | |
| | | | (৪) এজন দোকানীৰ অভিজ্ঞতা | (৪) মৃদুল দাস | |
| | | | (৫) ( তিনিটা সৰু গল্প ) নেতা, সমাজ আৰু আমি | (৫) পবিত্ৰ পূজাৰী | |
| ৪৯তম সংখ্যা | ১৯৭২-৭৩ | ধৰণীধৰ বৈশ্য | (১) মৃত | (১) মদন শৰ্মা | |
| | | | (২) ( । ) | (২) ধীৰেণ গোস্বামী | মৃত |
| | | | (৩) যাত্ৰা | (৩) খগেন শৰ্মা | |
| | | | (৪) ছাঁয়াপথ | (৪) স্বপ্নালী শইকীয়া | |
| | | | (৫) বাস্তৱ | (৫) প্ৰদীপ কুমাৰ ফেলেং | |
| | | | (৬) ( দুটা সৰু গল্প ) (ক) সংযত (খ) উত্তৰ কোনে দিব | (৬) পবিত্ৰ পূজাৰী | |
| ৫০তম সংখ্যা | ১৯৭৪-৭৫ | মনজিৎ সিং | (১) ৰাতিৰ ঘোঁৰা | (১) যতীন্দ্ৰ কুমাৰ বৰগোহাঁই | |
| | | | (২) ৰেতস্ | (২) ( অঃ ) যমুনা চৌধুৰী | |
| | | | (৩) অবুজ মায়া | (৩) ( কাঃ ) ছমচেৰ আলি | |
| | | | (৪) শৃংখল | (৪) গিৰিশ কলিতা | |

| | | | | | |
|---|---|---|---|---|---|
| | | | (৫) বেশ্যা | (৫) হিৰণ্যকুমাৰ গোস্বামী | |
| | | | (৬) এখনি চিঠি বন্ধুলৈ | (৬) অজিত তালুকদাৰ | |
| | | | (৭) নিস্পৃহ | (৭) ( অঃ ) দীনেশ গোস্বামী | |
| ৫১তম সংখ্যা | ১৯৭৫-৭৬ | হেমন্ত বৰ্মন | (১) প্ৰাৰম্ভিক | (১) গিৰিশ কলিতা | |
| | | | (২) নোগোৱা গীতৰ সুৰ | (২) ৰুদ্ৰেশ্বৰ দাস | |
| | | | (৩) জোৱাৰ | (৩) ছমচেৰ আলি ( কাঃ ) | |
| | | | (৪) ভগা জেওৱাৰ উচুপনি | (৪) আনোৱাৰ হুচেইন | ভগা জেওৱাৰ উচুপনি |
| | | | (৫) সুৰ্ষ দত্ত, অঙ্কুৰ বৰুৱা আৰু মই | (৫) উৰ্মিলা দাস | |
| ৫২তম সংখ্যা | ১৯৭৬-৭৭ | মনোজ কুমাৰ দাস | (১) প্ৰশ্ন | (১) বংশীধৰ বেজবৰুৱা | |
| | | | (২) নীলকন্দু | (২) ভানু গোস্বামী | |
| | | | (৩) কাদম্বৰী | (৩) ( অঃ ) ষমুনা শৰ্মা চৌধুৰী | |
| | | | (৪) অসংবৃত | (৪) মনোজ কুমাৰ দাস | |
| | | | (৫) কিম্ভুত পুৰাণ | (৫) ( অঃ ) উদয়াদিত্য ভৰালী | |
| ৫৩তম সংখ্যা | ১৯৭৭-৭৮ | নলীন কুমাৰ হাজৰিকা | (১) দাবানল | (১) চিন্ময় চক্ৰবৰ্তী | |
| | | | (২) মই ফুলেশ্বৰী | (২) ( অঃ ) ষমুনা শৰ্মা চৌধুৰী | |
| | | | (৩) চাৰি পাহাৰৰ কাহিনী | (৩) উত্তম কুমাৰ বৰঠাকুৰ | |
| | | | (৪) চৈতন্য | (৪) হেমন্ত কুমাৰ দাস | |
| | | | (৫) বিজয়াৰ সন্ধিয়াত | (৫) ( অঃ ) হেমন্তকুমাৰ শৰ্মা | |
| | | | (৬) কেন্দ্ৰ বিন্দু | (৬) চন্দন শৰ্মা | |

| | | | | |
|---|---|---|---|---|
| ৫৪তম সংখ্যা | ১৯৭৮-৭৯ | অশ্বিনী কুমাৰ মহন্ত | (১) বাপতি সাহোন | (১) অনিমা শৰ্মা |
| | | | (২) প্ৰত্যাৱৰ্তন | (২) বিন্দু চৌধুৰী |
| | | | (৩) দেৱালৰ ছবিৰ স্বৰ | (৩) পদ্ম হাজৰিকা |
| ৫৫তম সংখ্যা | ১৯৭৯-৮০ | হিৰণ্য বৰা | (১) আমি | (১) দীপ্তেন্দ মোহন দাস |
| | | | (২) কুকুৰ | (২) মজনুৰ হুচেইন |
| | | | (৩) তাই যেন এবিধ ক্ষয়িষ্ণু পণ্য | (৩) বিজয়া কলিতা |
| | | | (৪) উপলব্ধি | (৪) পূৰবী দেবী |
| | | | (৫) যোগসূত্ৰ | (৫) গৌতম ঠাকুৰীয়া |
| ১৯৮০-৮১ | | প্ৰকাশ হোৱা নাই। | | |

বিঃ দ্ৰঃ কেইটিমান বিশেষ উদ্দেশ্য আগত ৰাখি, 'কটনিয়ানৰ নিৰ্বাচিত গল্প' সংকলনটিত সামৰি লোৱা সময়ছোৱাত (১৯২২-১৯৮০) ক্ৰমে The Cotton College Magazine আৰু কটনিয়ানত প্ৰকাশিত গল্পসমূহ লগতে সংখ্যাবিলাকৰ সম্পাদকৰ নাম সম্বলিত কৰি এক বিস্তৃত তালিকা প্ৰস্তুত কৰাৰ যত্ন কৰা হৈছে। কিন্তু যিবিলাক সংখ্যাত গল্প প্ৰকাশ পোৱা নাছিল আৰু অশেষ অনুসন্ধান আৰু চেষ্টাৰ মূৰকটো বিচাৰি উলিয়াব নোৱৰা সংখ্যা বিলাকৰ উল্লেখ ইয়াত কৰিব পৰা নহ'ল।

সংক্ষিপ্তকৰণ (অঃ) = অধ্যাপক/অধ্যাপিকা
(কাঃ) = কাৰ্যালয়ৰ

তালিকাখনি যুগুতালে
কিমান বৰুৱাই